# কথা ভাৰতী ঃ
# অসমীয়া গল্প সঙ্কলন

সঙ্কলয়িতা
নিৰ্ম্মল প্ৰভা বৰদলৈ






নেছনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া, নিউ দিল্লী

# অসমীয়া চুটি গল্পৰ ধাৰা

জীৱনৰ একোটা চৰমমুহূৰ্তৰ কলাসুলভ প্ৰকাশ চুটি গল্পই দিব পাৰে কাৰণেই আধুনিক সাহিত্যৰ বিশিষ্ট অঙ্গ চুটি গল্প আজি ইমান জনপ্ৰিয়। দ্ৰুতগতিৰ অৱসৰহীন আজিৰ সমাজৰ দীৰ্ঘতম মহাকাব্যতকৈ চুটি অথচ ৰসঘন শিল্পৰ আদৰ বেছি হোৱাই স্বাভাৱিক। জনসমাজত যুগ যুগ ধৰি প্ৰচলিত সাধু-কথাবোৰ বা নীতি উপদেশ দিবৰ বাবে সৃষ্টি কৰা হিতোপদেশ, পঞ্চতন্ত্ৰৰ সাধু, জাতকৰ আখ্যান, ঈছপৰ উপকথা, বাইবেলৰ পেৰেবোল আদিও চুটি! তেন্তে সেইবোৰেও চুটি গল্পৰ মূল্যই পাবনেকি? নহয়—বিষয়বস্তু আৰু টেক্‌নিক্ দুয়োটাতে পাৰ্থক্য আছে। সাধুকথাত হ্ৰস্বতা আৰু ঔৎসুক্য থাকিলেও চুটিগল্পত থকাৰ দৰে জীৱনৰ খণ্ডিত ৰূপৰ বুদ্ধিদীপ্ত অৰ্থপূৰ্ণ আৰু মোহনীয় ব্যঞ্জনা নাই। সাধুকথাবোৰত কল্পনা থাকিলেও ই পোণপটীয়া। সাধুকথাৰ উদ্দেশ্য তথা নীতিকথা চুটি গল্পৰ দৰে অন্তৰলে ইঙ্গিতময় হৈ নেথাকে।

অসমীয়া চুটিগল্প গঢ় লৈ উঠে পাশ্চাত্যসাহিত্যৰ সংস্পৰ্শত। ঊনবিংশ শতিকাৰ শেষৰ পিনে শ্বেকভ, মোপাচা আদি বিশ্ববিখ্যাত গল্পকাৰ সকলৰ গল্পই পাশ্চাত্য জগতলৈ আলোড়ন আনিছিল আৰু তেওঁবিলাকৰ প্ৰভাৱে অসমকো স্পৰ্শ কৰিছিল। স্বনামধন্য লক্ষ্মীনাথ বেজবৰুৱাই অসমত প্ৰথম চুটি গল্প প্ৰৱৰ্ত্তন কৰাৰ সন্মান অৰ্জন কৰে। অসমৰ মধ্যবিত্ত আৰু গাৱঁলীয়া সমাজৰ টাইপ চৰিত্ৰবোৰৰ লগত বেজবৰুৱা ডাঙৰীয়াৰ নিবিড় পৰিচয় আছিল। সেয়ে তেনে চৰিত্ৰৰ মাজৰ মহত্ত্ব, মানবীয়

দোষগুণ, হাঁহি-অশ্রু, বেদনা-হতাশা, তেওঁ আকৰ্ষনীয়তাৰে ফুটাই তুলিব খুজিছিল ( যেনে ভদৰী, পাতমুগী, আশাৰ সংসাৰ ইত্যাদি )। হাস্যৰসাছন্ন, তীব্ৰ ব্যঙ্গাত্মক কৌশলেৰে সমাজৰ কুসংস্কাৰ, মিছাভেম, পশ্চিমীয়া ধৰণ-কৰণৰ অন্ধ, হাস্যাস্পদ অনুকৰণ আদি বিষয়ৰ ওপৰতো ৰসাল গল্প লিখি তেওঁৰ "ৰসৰাজ" নামৰ যথাৰ্থতা প্ৰতিপন্ন কৰিছে। ( ভেমপুৰীয়া মৌজাদাৰ, সেউতী, জগৰামগুলৰ প্ৰেমাভিনয়, মলক্ গুইন্ গুইন্, ভোকেন্দ্ৰ বৰুৱা ইত্যাদি )। বেজবৰুৱাৰ গল্পৰ গাঠনি সকলো গল্পতে নিখুঁত নহলেও তেওঁৰ লিখনীত এসময়ৰ অসমীয়া সমাজখন হুবহু চিত্ৰিত হৈছে আৰু সিয়েই তেওঁৰ গল্পক কালজয়ী কৰিছে।

সাহিত্যত ৰোমাণ্টিক দৃষ্টিভঙ্গী প্ৰসাৰৰ লগে লগে শ্ৰেণী বৈষম্য সামাজিক অবিচাৰ ক্ষমতাৰ নিস্পেষণত জনগণৰ লাঞ্ছনা, প্ৰেমৰ মহত্ব, অবৈধ প্ৰণয়ৰ ৰোমাঞ্চ আদি বিষয়-সমূহ লিখকসকলে দৃষ্টিপাত কৰিবলৈ শিকিলে আৰু সংস্কাৰ-ধৰ্ম্মী মনোভাৱেৰে তেনে বিষয়বস্তুক তীক্ষ্ণৰূপত দেখুৱাবলৈ চুটিগল্প সুন্দৰ মাধ্যম হৈ উঠিল। ঔপন্যাসিক সম্ৰাট ৰজনী কান্ত বৰদলৈৰ 'গাধন' নামৰ গল্প আৰু শৰৎচন্দ্ৰ গোস্বামী-দেৱৰ 'ময়না' আৰু "গল্পাঞ্জলী" নামৰ দুখন সংকলনত থকা কেইটামান গল্প এই ক্ষেত্ৰত উল্লেখযোগ্য। গোস্বামীৰ "বনৰীয়া প্ৰণয়" নামৰ গল্পত বাধাৰ প্ৰাচীৰত ঠেকাখোৱা মিৰি ডেকা গাভৰুৰ বন্য প্ৰেম, "নদৰাম" নামৰ গল্পত সাধাৰণ মানুহৰ মহত্ত্ব, "যাত্ৰী" আৰু "ব্ৰহ্মপুত্ৰৰ বুকুত" নামৰ দুটা গল্পত অবৈধ প্ৰণয়ৰ মাদকতা সুন্দৰ কৌশলেৰে ব্যক্ত কৰা হৈছে। উল্লেখযোগ্য যে গোস্বামীৰ বাস্তৱধৰ্মী গল্পবোৰত বালবিধৱাৰ করুন ক্ৰন্দনো ধ্বনিত হৈছে। শৰৎচন্দ্ৰ গোস্বামী, ৰজনীকান্ত বৰদলৈৰ সমসাময়িক ৰূপে দণ্ডিনাথ কলিতাৰ নামো লব লাগিব। কলিতাৰ গল্পৰ চৰিত্ৰই বৈষম্যপূৰ্ণ, সঙ্কীৰ্ণ, সমাজ

সংস্কাৰ কৰি আদৰ্শৰ পোহৰ বিলাব খোজে। জীবনৰ নানা ঘাত-প্ৰতিঘাতৰ মাজেদি গলেও এনে চৰিত্ৰই হাৰ নেমানে। "সাতশৰীত" থকা গল্প কেইটাত অন্তৰ্দ্বন্দৰ জটিলতাও ফুটাই তোলা হৈছে। "হৰিচৰণৰ বিয়া" নামৰ গল্পত জাতিভেদৰ ওপৰত কুঠাৰাঘাত কৰি ব্ৰাহ্মণ যুবক আৰু শূদ্ৰকন্যাৰ বিবাহ সম্পন্ন হৈছে।

এই সকল গল্পকাৰৰ পিচত লক্ষ্মীধৰ শৰ্ম্মৰ "ব্যৰ্থতাৰ দানত" এতিয়া সঙ্কলিত হোৱা গল্পসমূহ প্ৰকাশিত হয়। এওঁৰ গল্পৰ দ্বাৰা অসমীয়া সাহিত্যৰ ছুটিগল্পই মৰ্য্যদাৰ আৰু এটা স্তৰ যেন লাভ কৰিলে। বিপ্লৱী মনোবৃত্তি সম্পন্ন লক্ষ্মীধৰ শৰ্ম্মাৰ গল্পত আছে সমাজ সচেতনতা আৰু জটিল মনোবিশ্লেষণ। সামাজিক ভীৰুতাক লক্ষ্মীধৰ শৰ্ম্মাৰ গল্পই যেন জোকাৰি পেলাব খোজে; সমাজৰ উন্নতি পথৰ ইঙ্গিত তেওঁৰ সংগ্ৰামী চৰিত্ৰই নিজস্ব কৰ্ম্মৰ যোগেৰে যেন দিব খোজে। তেওঁৰ "বিদ্ৰোহিনী" নামৰ গল্পত সামাজিক অন্যায়, অবিচাৰৰ পটভূমিত এগৰাকী বিধৱাৰ বিদ্ৰোহাত্মক মনোভাৱ স্পষ্ট কৰি তোলা হৈছে।

প্ৰকৃত পক্ষে অসমীয়া ছুটিগল্পৰ এনে বৈশিষ্ট্যপূৰ্ণ অৰন্তনিক বৰ্ষাৰ জলোচ্ছাসৰ দৰে পৰিপূৰ্ণ কৰি তোলে "আৱাহণ যুগেহে।" আৱাহনৰ বিস্তৃত বুকুতে প্ৰথিতযশা পুৰণিচাম গল্প লিখকৰ গল্প স্ৰোত প্ৰৱাহিত হল। আৱাহনৰ গুৰি ধৰোতা নগেন্দ্ৰ নাৰায়ন চৌধুৰীৰ আৱাহনতে প্ৰকাশিত বহুতো গল্প "বীনাৰ ঝঙ্কাৰ" আৰু "নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প" নামেৰে এতিয়া প্ৰকাশিত হৈছে। প্ৰেম আৰু জীৱনেই তেওঁৰ গল্পৰ ঘাই উপজীৱ্য। আৱাহন যুগৰ আন দুগৰাকী জনপ্ৰিয় লিখক হল নলিনীকান্ত বৰুৱা আৰু চিত্ৰভানু চৌধুৰী। প্ৰচুৰ সম্ভাৱনা-পূৰ্ণ নলিনীকান্ত বৰুৱাই অকাল মৃত্যু বৰণ কৰে। "জীৱনৰ খলা-বমা" নামৰ এলানি গল্পৰ দ্বাৰা চিত্ৰভানু চৌধুৰী

প্ৰতিষ্ঠিত হয়। মধ্যবিত্ত সমাজৰ সমস্যা লৈ সদানন্দ দাসেও যথেষ্ট গল্প লিখি থৈ গৈছে। সমাজৰ বিভিন্ন স্তৰৰ মানুহৰ জীৱনৰ আন্তৰিক অঙ্কন আৰু পৰিবেশ চিত্ৰনৰ দক্ষতাৰে উপন্যাসিক ৰাধিকামোহন গোস্বামীয়ে আৱাহনযুগৰ এজন কৃতী গল্পকাৰ ৰূপে নিজকে প্ৰতিষ্ঠা কৰে। নিয়তি, দেৱতাৰ সমাধি, অসমাপ্ত, ষ্টেট ট্ৰেন্সপৰ্ট আদি কেইটামান গল্প সচাঁকৈয়ে স্মৰণীয়। বহুত প্ৰতিশ্ৰুতি লৈ কৃষ্ণভূঞা, আৰু মুনীন বৰ-কটকীয়ে মনোবিশ্লেষনাত্মক নতুন ধৰণৰ গল্প আৱাহনতেই লিখিবলৈ আৰম্ভ কৰিছিল। কিন্তু তেওঁলোক দুয়োজনৰ লিখনী অসময়তে নীৰৱ হৈ গল। "অতীতৰ স্মৃতি" নামৰ গল্প সংকলনৰ ৰচয়িতা শ্ৰীহৰেন্দ্ৰনাথ কলিতাও আৱাহন যুগৰে লিখক।

মহীচন্দ্ৰ বৰা, ত্ৰৈলোক্যনাথ গোস্বামী, হলিৰাম ডেকা, লক্ষ্মীনাথ ফুকন, বীণা বৰুৱা—এই সকল সাৰ্থক গল্প ৰচয়িতাও আৱাহন যুগৰে। একেৰাহে বিশিষ্ট ৰাজনীতিবিদ্ আৰু কবি মহীচন্দ্ৰ বৰাৰ কথাশিল্পৰ মূল আকৰ্ষণ হল হাস্যৰসৰ ছিটিকনি থকা তীক্ষ্ণ শ্লেষাত্মক কৌশল। সমাজৰ সামগ্ৰিক গাথনিৰ আহেঁ আহেঁ থকা ভণ্ডামী, মূঢ়তা, সঙ্কটৰ সমুখতো নিশ্চল, নিৰ্ব্বিকাৰ হৈ থকা অসমীয়া মধ্যবিত্ত সমাজৰ জীৱন আৰু জীৱনৰ সৰু সৰু প্ৰহসন দক্ষতাৰে এই লিখকে অঙ্কন কৰিছিল। অসাৰ খলু সংসাৰ, যোগ আৰু বিয়োগ, জয়-পৰাজয়, উকীলৰ জন্ম ৰহস্য আদি বৰাৰ গল্পৰ উৎকৃষ্ট নিদৰ্শন। জাষ্টিচ হলীৰাম ডেকাৰ গল্পত আছে সাধাৰণ মানুহৰ জীৱনৰ সৌন্দৰ্য্য, শঙ্কা, উৎকণ্ঠা কেতিয়াবা বৰ করুণভাৱে, কেতিয়াবা হাস্যৰসৰ মাজেৰে উপস্থাপন কৰাৰ ৰীতি। মৰাধোঁৰা আৰু বে বড়ে ভাই" গল্পৰ আবেদন সেয়েই চিৰন্তন। আজীৱন সংবাদ সেৱী আৰু আজিলৈকে অৰিহণা যোগাই থকা লক্ষ্মীনাথ ফুকনৰ গল্প সংকলন ওফাই-দাঙিত' অন্তঃসাৰশূন্য আধুনিক চৰিত্ৰই বাহিৰত দেখুওৱা মিছা ভেমৰ নিপুণ ছবি অঙ্কিত হৈছে। দৈনন্দিন ব্যৱহৃত ভাষা

আৰু জতুৱা ঠাঁচৰ যথাযোগ্য প্ৰয়োগেৰে সৰল অথচ ৰসাল কৰি গল্প লিখাৰ প্ৰসিদ্ধি শ্ৰীফুকনে লাভ কৰিছে। ৰাজনীতি আৰু সমাজনীতিৰ প্ৰতিপূৰ্ণ সচেতনতা থকা কৃতী সমালোচক শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীয়ে বাস্তৱ ধৰ্ম্মী আৰু সংস্কাৰমুখী সৃষ্টিৰ মাজেৰে নিজক গল্পকাৰ ৰূপে সুপ্ৰতিষ্ঠিত কৰি আহিছে। 'অৰুণা' আৰু 'মৰীচিকা' নামৰ দুখন গল্প সংকলনত বাল বিধবাৰ অসহায় যন্ত্ৰণাৰ দৰে সামাজিক নিষ্ঠুৰতা, দ্বিতীয় মহাযুদ্ধই অনা নৈতিক ৰুগ্নতা, দুৰ্নীতিগ্ৰস্ত পৰিবেশত মানৱাত্মাৰ দ্বিধা সুন্দৰকৈ ৰূপ লৈ উঠিছে। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই বীণা বৰুৱা ছদ্ম নামেৰে এই সময়তে নিখুঁত বৰ্ণনাত্মক ৰীতিৰ গল্প লিখি চৰিত্ৰ আৰু পৰিবেশ অঙ্কন দুয়োটাতে দক্ষতা দেখুৱাইছিল। পট পৰিবৰ্তন, আঘোনীবাই ইয়াৰ প্ৰকৃত নিদৰ্শন। ঔপন্যাসিক দীননাথ শৰ্ম্মাই নিজস্ব মৌলিক ৰীতিৰে শিক্ষাবিদ উমানাথ শৰ্ম্মাই মনোবিশ্লেষনাত্মক ভঙ্গীৰে, প্ৰেমনাৰায়ণ দত্তই আতিশয়োক্তি আৰু হাস্যৰসেৰে, নিৰ্ম্মলা দেৱীয়ে সহজ সাৱলী-লতাৰে আৰু সুপ্ৰভা গোস্বামীয়েও প্ৰকৃতি প্ৰীতিৰে একেসময়তে গল্প লিখি আৱাহনযুগ সমৃদ্ধ কৰিছিল।

আৱাহনযুগৰ সবাতোকৈ জনপ্ৰিয় লিখক ৰমাদাশ আজিও সৰবৰহী লিখক। ৰমাদাশৰ গল্পত উচ্চ মধ্যবিত্ত আৰু মধ্যবিত্ত জীৱনৰ ৰোমাঞ্চেই ঘাই উপজীব্য। মানৱ চৰিত্ৰৰ অন্তৰালত চিৰ প্ৰৱাহিত জৈৱিক বাসনাই শিক্ষিত সমাজত কল্পনা বিলাসিতাৰ ৰহণ সানি কেনেকৈ মুক্ত আৰু অবাধ বিচৰণ কৰিব খোজে তাৰ মনোৰম গতি বৰ আকৰ্ষনীয়কৈ তেওঁ ফুটাই তুলিব জানে। মানসিক দ্বিধা-দ্বন্দৰ নিটোল ৰূপ দিওঁতে নিখুঁত প্লট গাথনিৰ কৌশল আৰু মনোৰম ভাষাই তেওঁক সহায় কৰে। সেতুবন্ধন, জাহ্নৱী, অচলটকা আদি তেওঁৰ উৎকৃষ্ট গল্প।

আৱাহন যুগৰ শেষৰ পিনে আত্মপ্ৰতিষ্ঠা কৰা চৈয়দ আবদুল মালিকে আজি পৰ্য্যন্ত প্ৰায় চাৰি দশক জুৰি, অভাৱনীয়

জনপ্ৰিয়তাৰে অসমীয়া চুটি গল্পক ঐশ্বৰ্য্যশালী কৰিছে। জীৱন বিচিত্ৰ, জীৱন ব্যাপক, জীৱন মহত্বপূৰ্ণ এনে গভীৰ প্ৰত্যয় লৈ জীৱনক অতি অন্তৰঙ্গ ভাবে মালিকে অধ্যয়ন কৰিছে। প্ৰথম প্ৰথম চিৰন্তন মানৱীয় আবেগ, প্ৰণয়, বেদনা ভুল বুজা বা বুজা-নুবুজাৰ সূক্ষ্ম ছবি আঁকি সিদ্ধহস্ত হৈ উঠা মালিকে পিছলৈ ভিন্ন ভিন্ন দৃষ্টিভঙ্গীৰে আৰু মনোবিশ্লেষণাত্মক কৌশলেৰে সমাজৰ প্ৰতিটো স্তৰৰে চৰিত্ৰৰ কাষ চাপি গৈছে। ৰাজনৈতিক অবিচাৰে অথবা সাম্প্ৰদায়িক সংঘৰ্ষই সৃষ্টি কৰা কাৰুণ্য সামাজিক বৈষম্য, ব্যক্তি আৰু সমাজৰ সংঘাত, অৰ্থনৈতিক সঙ্কটত জৰ্জ্জৰিত হোৱা শিল্প প্ৰতিভা, যৌনধৰ্ম্মৰ প্ৰতিক্ৰিয়া আদি কেতিয়াবা মাৰ্ক্সীয়, কেতিয়াবা ফ্ৰয়েদীয় আৰু সকলোৰে ওপৰত মানৱীয় দৃষ্টিৰে মালিকে নতুন নতুন কলা কৌশলৰ দ্বাৰা অঙ্কন কৰিছে। মনোৰম ভাষা আৰু শেষলৈকে উৎকণ্ঠা বজাই ৰখা কৌশল মালিকৰ গল্পৰ আন এক উল্লেখযোগ্য বিশেষত্ব।

দ্বিতীয় মহাযুদ্ধৰ সৰ্ব্বগ্ৰাসী প্ৰভাৱ ইতিমধ্যেই অসমৰ জীৱন আৰু সাহিত্যৰ ওপৰত পৰিছিল। আগৰ ধ্যান-ধাৰণা, আদৰ্শ দ্বিতীয় মহাযুদ্ধই জোকাৰি পেলাইছিল। স্বাধীনতা আন্দোলনেও একে-সময়তে সমগ্ৰ ভাৰততে আলোড়ন তুলিছিল। ঐতিহাসিক-ভাৱে গুৰুত্বপূৰ্ণ এই কালছোৱাই নতুন চাম লিখকৰ দৃষ্টি-ভঙ্গীৰ গঢ় দিছিল। এই সকলৰ ভিতৰত কবি, যশস্বী ঔপন্যাসিক বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ নাম আগশাৰীত। দ্বিতীয় মহাযুদ্ধৰ সময়ত আলোচনা আদি বন্ধ হৈ থকাৰ পাচত "ৰামধেণু'ৰ উদয়ে এক নতুন যুগৰ সূচনা কৰিলে। বিশেষকৈ "ৰামধেনু"য়েই নতুন চাম লিখকক প্ৰতিষ্ঠা কৰিলে। অৱশ্যে 'জয়ন্তী' আৰু 'পছোৱা' নামৰ আলোচনা দুখনৰ অৱদানো স্বীকাৰ্য্য।

বীৰেন্দ্ৰকুমাৰ ভট্টাচৰ্য্যৰ গল্পই পটভূমিৰূপে অসম, অসমৰ কাষতে থকা পাহাৰ আৰু সাগৰৰ সিপাৰৰ দেশকো সামৰি লোৱা কথাতো প্ৰথমেই উল্লেখযোগ্য। অসমৰ বিশেষকৈ গাৱঁৰ কৃষক শ্ৰেণীৰ

স্বাধীনতাৰ কাৰণে থকা স্বপ্ন, আৰু স্বপ্ন ভঙ্গ, অৰ্থনৈতিক ব্যৱধানে সৃষ্টি কৰা মৰ্ম্মন্তুদ অৱস্থা, আৰু সামাজিক অবিচাৰৰ পটভূমিত বিপ্লৱৰ বিদ্যুৎস্পৰ্শ বুলাই বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যই শক্তিশালী গল্প লিখিবলৈ ধৰে। ফ্ৰয়েদীয় দৃষ্টিভঙ্গীৰে তেওঁ যেনেকৈ কোনো মানব চৰিত্ৰৰ অবচেতনাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া কিছু গল্পত ফুটাই তুলিছে, অথবা সংস্কাৰ ধৰ্ম্মী মহৎ আদৰ্শেৰে মানসিক সংঘাতৰ ৰূপে দিছে তেনেকৈ পৰমাণু বোমাই সৃষ্টি কৰা মানৱজীৱনৰ করুনতম ট্ৰেজেদীৰ ছবি দাঙি ধৰি আন্তৰ্জাতিক বিষয়বস্তুৰ ওপৰত গল্প লিখাৰ আদৰ্শ দেখুৱাইছে তথা সমগ্ৰ পৃথিৱীৰ নিপীড়িত মানৱাত্মাৰ প্ৰতি থকা লিখকৰ গভীৰ সহানুভূতি তাৰ যোগেদি মূৰ্ত্ত হৈছে।

ঔপন্যাসিক ৰূপে সুখ্যাতি অৰ্জা যোগেশ দাস এই চামৰ ভিতৰত সাৰ্থক গল্পকাৰ সকলৰ অন্যতম। গভীৰতম সহানুভূতি আৰু হৃদয়গ্ৰাহী সৰলতা লৈ মানৱচৰিত্ৰৰ ৰহস্যত এই লিখকে প্ৰৱেশ কৰিব খোজে। দ্বিতীয় মহাযুদ্ধই ঘটোৱা নৈতিক পতন, হৃদয় আৰু মগজুৰ অথবা ব্যক্তি আৰু সমাজৰ চিৰন্তন সংঘাত, নিৰুশয় আদৰ্শ, সামাজিক অন্যায়, মানৱমনৰ চিৰন্তন ক্ৰিয়া-প্ৰতিক্ৰিয়া কুশলী হাতেৰে যশস্বী কথাশিল্পী যোগেশদাসে ফুটাই তুলিব জানে। ইঙ্গিতময়তা গল্পবোৰৰ উল্লেখযোগ্য বৈশিষ্ট্য।

সমসাময়িক সুদক্ষ লিখক মহিম বৰাৰ গল্পত আছে গল্পকাৰ জনৰ দুমুখীয়া প্ৰৱাহ। অসমীয়া গাৱঁৰ নিম্নবিত্ত জীৱনৰ পৰিবেশ আৰু চৰিত্ৰ বিস্ময়জনকভাৱে নিখুঁত ৰূপত অঙ্কন কৰি সচৰাচৰ গল্প লিখা বৰাৰ গল্পত পাঠকৰ হৃদয়সিক্ত কৰিব পৰা আশ্চৰ্য্য করুণ আবেদন এহাতে যেনেকৈ আছে আনহাতে তেনেকৈ আছে বলিষ্ঠ হাস্যৰসৰ অফুৰন্ত সম্ভাৰ। সঙ্কট, উৎকণ্ঠা, আৰু নীৰসতাই গ্ৰাস কৰি অনা বিবৰ্ণ এই যুগ চেপি হাস্যৰস সৃষ্টি কৰা সঁচাকৈয়ে কঠিন কথা। অপৰাজিত, চক্ৰৱৎ, লাড়ু গোপালৰ প্ৰেম, মই, পিপলি আৰু পূজা আদি গল্পত একে-

সময়তে কৰুণৰস আৰু হাস্যৰসৰ অপূৰ্ব্ব সমন্বয় ঘটাবলৈ বৰা যেনেকৈ সক্ষম হৈছে টোপ, মাছ আৰু মানুহ'ৰ নিচিনা গল্পত জীৱন আৰু প্ৰকৃতিৰ মাজৰ মিষ্টিক সম্বন্ধও বৰাই দক্ষতাৰে দেখুৱাইছে।

ব্যঙ্গ, হাস্য আৰু করুণৰসৰ উপাদান লৈ সুসংগঠিত হৈ উঠা লক্ষ্মীনন্দন বৰাৰ গল্প যথেষ্ট আকৰ্ষণীয়। পৰিবৰ্ত্তনৰ পটভূমিত অসমীয়া গাৱঁলীয়া জীৱনৰ ক্ষয়িষ্ণু ৰূপ আৰু প্ৰতিক্ৰিয়া, যান্ত্ৰিক প্ৰগতিয়ে অনা পতন, মেচিনৰ লগত মানুহৰ প্ৰতিযোগিতা আদিৰ নিচিনা কৰুণ আবেদন সম্পন্ন বিষয় লৈ অন্তস্পৰ্শী গল্প লিখি সুদক্ষ কলাকাৰ ৰূপে বৰা প্ৰতিষ্ঠিত হৈছে। তাৰোপৰি সাম্প্ৰতিক কালৰ সামাজিক ভণ্ডামীৰ ওপৰত তীক্ষ্ণ দৃষ্টিপাত কৰি শ্লেষাত্মক, হাস্যৰসসিক্ত ভঙ্গীৰে গল্প লিখি ঔপন্যাসিক বৰাই অসমীয়া ব্যঙ্গাত্মক গল্পৰ শীৰ্ণ-স্মৃতিক প্ৰৱাহিত কৰিছে।

ডঃ ভবেন শইকীয়া, সৌৰভকুমাৰ চলিহা আৰু হোমেন বৰ গোহাঞি অসমীয়া গল্প সাহিত্যৰ আন তিনিজন শক্তিশালী লিখক। তিনিওজনৰে গল্পৰ ষ্টাইল স্বকীয়া। প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰা ডঃ ভবেন শইকীয়াৰ টেক্‌নিক্ সূক্ষ্মাতিসূক্ষ্মভাৱে বিশ্লেষাণাত্মক অথচ আশ্চৰ্য্যজনকভাবে ইঙ্গিত প্ৰধান। সকলো স্তৰৰ মানুহৰে মনৰ জটিল, কটাকটি বাটৰ খবৰ অপূৰ্ব্ব দক্ষতাৰে তেওঁ দিব জানে। বৰ্ণবোধ, বাণপ্ৰস্থ, আৰু এন্দুৰ নামৰ গল্পত লিগিৰী ছোৱালী, আৰু বাটৰ বনুৱা তিৰোতাৰ মনৰ খবৰো তেওঁ নিখুঁত ৰূপত দিবলৈ সক্ষম হৈছে। সূক্ষ্ম মনোবিশ্লেষণাত্মক তেওঁৰ গল্পৰ চৰিত্ৰবোৰ অসমৰ যেন লাগিলেও এইবোৰ আচলতে সকলো দেশৰ। আন্তৰ্জাতিক বিষয় লৈও তেওঁ অভিনৱ গল্প লিখিছে। উল্লেখযোগ্য যে আনন্দৰ উচ্ছলতা অথবা হাস্যমধুৰতাৰে আৰম্ভ হৈ তেওঁৰ প্ৰায়বোৰ গল্পই শেষত মৰ্ম্মস্পৰ্শী, কৰুণ হৈ পৰে তথা পাঠকৰ মন বেদনাৰে তিয়াই পেলায়।

হোমেন বৰগোঁহাঞিৰ ভাষা বলিষ্ঠ, চিন্তাধাৰা নতুন, আৰু তেওঁৰ গল্পৰ চৰিত্ৰবোৰ আকৰ্ষণীয়ভাৱে অগতানুগতিক। বিকৃত মানসিকতাৰ ওপৰত লিখা তেওঁৰ কেইটামান গল্প চমকপ্ৰদ আৰু অসমীয়া ভাষাতে নতুন সুৰৰ। ফ্ৰয়েডীয় মনস্তত্ব আৰু অৱস্থিতিবাদৰ ভেঁটিতো বৰগোঁহাঞিয়ে কেইবাটাও স্মৰণীয় গল্প লিখিছে। নিপীড়িত জনতা আৰু ৰাজনৈতিক ভণ্ডামীৰ চিত্ৰ, যৌৱনৰ চিৰন্তন ধৰ্ম্মৰ ছবি মুকলিকৈ অকাঁৰ সাহস বৰ গোঁহাঞিৰ আছে।

সৌৰভ কুমাৰ চলিহাৰ ষ্টাইল অসমীয়া সাহিত্যতে সম্পূৰ্ণভাবে নতুন। সচেতনভাবে সৃষ্টি কৰা বুদ্ধিদীপ্ত বাক্য বিন্যাসেৰে তেওঁ মুহূৰ্তৰ ভিতৰত বিৰাটৰ যেন প্ৰবেশ কৰায়। চেতনা-স্ৰোতৰ কৌশলেৰে অস্থিৰ যুগৰ ৰুগ্ন মানসিকতা ধুলি ধুসৰিত স্বপ্ন আৰু আদৰ্শ মনোমোহাকৈ সুদক্ষ এই লিখকৰ গল্পত চিত্ৰিত হৈছে। উল্লেখযোগ্য যে এই লিখকেই অসমীয়া গল্প সাহিত্যত "ইম্প্ৰেছনিষ্টিক" ৰীতিৰ প্ৰথম প্ৰৱৰ্ত্তন কৰে।

"ৰামধেনু" যুগৰ বিশিষ্ট লিখক ৰোহিনীকুমাৰ কাকতিৰ গল্পত ব্যক্তি আৰু সমাজৰ দ্বন্দ্ব কৰুণভাৱে ধ্বনিত হয়। এই যুগৰ দ্বিধা জৰ্জ্জৰিত চৰিত্ৰ অঙ্কনৰ প্ৰতি সচৰাচৰ দুৰ্ব্বলতা থকা শ্ৰীকাকতিৰ মৃত্তিকা নামৰ দীঘলীয়া গল্পত অসমৰ বান-পাণীৰ পটভূমিত অসমীয়া জীৱনৰ স্বৰূপ আৰু মাটিৰ মোহ সুন্দৰকৈ প্ৰতিচ্ছবিত হৈছে। মেদিনী চৌধুৰীয়ে জনজাতীয় সমাজৰ প্ৰতিচ্ছবি তেওঁৰ গল্পত বিশ্বাসযোগ্যভাৱে অঙ্কন কৰাৰ উপৰিও জীৱনৰ সৰু বৰ সমস্যালৈও দক্ষতাৰে ছবি আঁকিছে। চন্দ্ৰপ্ৰসাদ শইকীয়াৰ গল্পত সচৰাচৰ উচ্চ মধ্যবিত্ত সমাজৰ স্বৰূপ পৰিস্ফুট হয়। বাস্তৱ জীৱন আৰু আদৰ্শৰ দ্বন্দ্ব তেওঁৰ পৰিমাৰ্জ্জিত ভাষাত সুন্দৰ ৰূপ লৈ উঠে। দৈনন্দিন জীৱনৰ সৰু সৰু ৰহস্য, সৰু সৰু প্ৰহসন লৈ জীৱনৰ খণ্ডিত ছবি বৰ কম পৰিসৰতে আঁকিব পৰা ক্ষমতা থকা আন এজন ৰামধেনু যুগৰ লিখক হল হেম শৰ্ম্মা। "মদাৰ ফুলৰ

মালা” আৰু “বাটৰ দুবৰিবণত” তেওঁৰ গল্প সংকলিত হৈছে। ডাঃ হেমবৰুৱা, যোগেন শৰ্ম্মা, ক্ষীৰোদ শইকীয়া, ৰাজেন হাজৰিকা, কমল গগৈ, ললিতা বৰা, গোবিন্দ চন্দ্ৰ পৈৰা, দেবীদাস নেওগ, হেমকান্ত ভূঞা, কুল গগৈ ঘনকান্ত চেতিয়া ফুকন, দুল ফুকন আদি ৰামধেনু যুগৰ এই সকল বিশিষ্ট গল্পকাৰৰ সৈতে সমসাময়িকভাবে যি সকল মহিলা গল্প লিখিকাই ৰামধেনুৰ যোগেদি আত্মপ্ৰতিষ্ঠা লাভ কৰিলে তেওঁবিলাক হল স্নেহ দেৱী, নিৰুপমা বৰগোঁহাঞি, প্ৰীতি বৰুৱা আৰু ডঃ নীলিমা শৰ্ম্মা। ‘নিৰৰ্থক’ নামৰ গল্প সংকলনৰ ৰচয়িতা প্ৰীতি বৰুৱাই গল্প লিখিবলৈ এৰি দিয়াটো দুখৰ কথা। তেওঁৰ ‘হিলবয়’ নামৰ মনলগ ধৰ্ম্মী গল্প পাঠকৰ বহুদিনলৈ মনত থাকিব। নাৰী-চৰিত্ৰৰ ৰহস্যত ভুমুকিয়াই চোৱাৰ প্ৰয়াস কৰা ডঃ নিলিমা শৰ্ম্মাই চিন্তামূলক প্ৰৱন্ধ লিখাত এতিয়া আত্মনিয়োগ কৰিছে। একান্ত অনুৰাগেৰে লিখি থকা স্নেহ দেৱী আৰু নিৰুপমা বৰগোঁহাঞি দুয়ো জীৱনৰ বিভিন্ন সমস্যাত আলোকপাত কৰি আহিছে।

সৌমাৰজ্যোতি, বৰদৈচিলা, মণিদীপ, অসমীয়া, নীলাচল, আমাৰ প্ৰতিনিধি, নতুন প্ৰতিনিধিকে আদি কৰি অসমীয়া আলোচনীৰ গল্প সাহিত্যলৈ বৰঙনি স্বীকাৰ্য্য। এই বিলাকৰ উপৰিও সময়ে সময়ে ওলোৱা আলোচনীৰ বিশেষ সংখ্যা, পূজাসংখ্যাই বহুতো ভাল গল্প আগবঢ়াই আহিছে। উদাহৰণ স্বৰূপে সৌমাৰ জ্যোতিতে সুলিখক কাঞ্চন বৰুৱাৰ গল্প প্ৰতিভা আটাইৰে চকুত পৰিছিল। সম্ভাৱনাপূৰ্ণ দুই-চাৰিটা গল্প লিখি বহুত লিখক-লিখিকা নীৰব হৈ যায়—এয়া দুখৰ বিষয়। অনাতাঁৰ কেন্দ্ৰতো ভাল গল্পৰ প্ৰচাৰ সময়ে সময়ে হয় যদিও সেই-বিলাকৰ বেচি ভাগ অপ্ৰকাশিত। “ৰামধেনু” যুগৰ শেষৰ ফালে ৰামধেনুত অথবা উপৰোক্ত আলোচনী কেইখনত নতুবা অন্যান্য আলোচনীৰ মাধ্যমেদি আত্মপ্ৰতিষ্ঠা কৰা লিখক সকল

হল অতুলানন্দ গোস্বামী, নিৰোদ চৌধুৰী, ইমৰাণ শ্বাহ, ছাইছুল ইছলাম, মামনি ৰয়চম গোস্বামী, পদ্ম বৰকটকী, ডঃ ভুবন-মোহন দাস, সদা শইকীয়া, বীৰেশ্বৰ বৰুৱা আদি। অতুলানন্দ গোস্বামীৰ করুণ আবেদন হৃদয়গ্ৰাহী। ছাইছুল ইছলামৰ গল্পত দৰিদ্ৰতা, নিবনুৱা সমস্যাকে ধৰি সমসাময়িক জীৱনৰ ছবি সুন্দৰভাৱে পৰিস্ফুট হৈছে। একেধাৰে ঔপন্যাসিক আৰু গল্পকাৰ নিৰোদ চৌধুৰীৰ গল্পৰ পটভূমি বিচিত্ৰ। অসমৰ চাহ বাগিচাৰ পৰিৱেশো তেওঁৰ গল্প উপন্যাসত মূৰ্ত্ত হৈছে। ৰোমাণ্টিক ভাষা তেওঁৰ বৈশিষ্ট্য। যৌৱন ধৰ্ম্মৰ ওপৰত মনঃ সমীক্ষণ মূলক উপন্যাস লিখা পদ্ম বৰকটকীৰ গল্প সাধাৰণতেই ৰাজনৈতিক বা সামাজিক দোষৰ প্ৰতি শ্লেষাত্মক। ইমৰাণ শ্বাহৰ গল্পত সৰু সৰু মানুহৰ সমস্যা আৰু মুছলিম সমাজৰ পৰিবেশ অঙ্কিত হৈছে। মামণি ৰয়চম গোস্বামীয়ে সাধাৰণতেই নাৰী চৰিত্ৰৰ বিচিত্ৰতা বা অন্তৰ্দ্বন্দ্ব ফুটাই তুলিব খোজে। ডঃ ভুবনমোহন দাস আৰু সদাশইকীয়া দুয়োজনেই বাস্তৱধৰ্ম্মী সাহসী লিখক।

ষষ্ঠ দশকৰ মাজভাগ বা শেষভাগত যি সকল গল্পলিখকে নতুন চিন্তা আৰু অন্বেষণেৰে শিল্প-সাধনাত আত্ম-নিয়োগ কৰিছে আৰু যিসকলৰ ব্যক্তিস্বৰ অগ্ৰজসকলৰ লগত মিলি যাব খোজা নাই সেই সকলৰ ভিতৰত নগেন শইকীয়া আৰু অপূৰ্ব্ব শৰ্ম্মাৰ নাম প্ৰথমেই মনলৈ আহে। আধুনিক নাগৰিক সভ্যতাৰ যন্ত্ৰণাত বিদীৰ্ণ হোৱা প্ৰাত্যহিক চেতনা প্ৰতিধ্বনিত হৈছে নগেন শইকীয়া আৰু অপূৰ্ব্ব শৰ্ম্মাৰ ৰচনাত আৰু একেই সুৰৰ মূৰ্চ্ছনা শুনা গৈছে তুলনামূলকভাবে নবীন লিখক হেমেন গগৈৰ গল্পত। মৰণ ছায়াৰে আকীৰ্ণ জীৱনৰ ভয়াবহ দিশৰ বৰ্ণনাও অপূৰ্ব্ব শৰ্ম্মাই দক্ষতাৰে আকিছে। নগেন শইকীয়াই চমকপ্ৰদ কৌশলেৰে মনোবিশ্লেষণাত্মক গল্প লিখাটো উল্লেখযোগ্য। দুৰ্নীতিৰ কৰ্কট ৰোগগ্ৰস্থ সমাজৰ শীৰ্ণৰূপ, শ্ৰমজীৱি কৃষক-বনুৱাৰ হা-হুতাশ আৰু সংগ্ৰাম সঙ্কল্প সকলৰ প্ৰতিচ্ছবি প্ৰত্যক্ষ কিম্বা বক্ৰোক্তিৰে প্ৰকাশ পাইছে অৰুণ গোস্বামী, কুমুদ

গোস্বামী, বিজু হাজাৰিকা, আৰু নিত্যা বৰাৰ গল্পত। অৰুণ গোস্বামী আৰু কুমুদ গোস্বামীৰ ষ্টাইল বলিষ্ঠ আৰু সম্ভাৱনাৰে উজ্জ্বল। নতুন পুৰুষৰ ক্ৰোধ আৰু অস্থিৰতাক গল্পত প্ৰতিনিধিত্ব কৰিব খুজিছে, ঔপন্যাসিক মহেন্দ্ৰ বৰঠাকুৰে। বৰ্ত্তমান যুগৰ দ্বিধা, সংশয় আৰু জৈৱিক, অৰ্থ নৈতিক সমস্যাসমূহৰ ওপৰত তীক্ষ্ণ দৃষ্টিপাত কৰি সুন্দৰ গল্প লিখিছে গোবিন্দপ্ৰসাদ শৰ্ম্মাই। সমসাময়িক সমাজৰ জীৰ্ণৰূপ ফুটাই তুলি এক নতুন সমাজ জন্মৰ কামনা কৰিছে শীলভদ্ৰ, কেশৱ শইকীয়া, মুকুট বৰদলৈ, তীৰ্থ ফুকন, অমূল্য ফুকন, হৰেণ ভূঞা আদিৰ গল্পই। শীল ভদ্ৰৰ গল্পৰ সমাজ সচেনতা আৰু বিদ্ৰূপ উল্লেখযোগ্য। ভদ্ৰেশ্বৰ ৰাজখোৱা, ভুবন মোহন মহন্ত আৰু কালীপ্ৰসাদ গোস্বামীৰ সুৰ কিন্তু সুকীয়া। বিশেষকৈ গ্ৰাম্যজীৱনৰ হাঁহি-অশ্ৰু এওঁলোক তিনিজনৰ গল্পত বৰ আন্তৰিকতাৰে অঙ্কিত হয়। কেৱল কেইটামান গল্পৰেই অন্য স্বাদ দিবলৈ সক্ষম হৈছে ডাঃ প্ৰণবজ্যোতি ডেকাই। এই লিখকৰ গল্পত সমাজসচেতনতা আৰু ব্যঙ্গ বৰ তীব্ৰতৰ ৰূপত পৰিস্ফুট হৈছে। মহিলা লিখিকা সকলৰ ভিতৰত অনু বৰুৱা, ডলী তালুকদাৰ, ৰুণু বৰুৱা, উমা বৰুৱাই আগৰ চামতে নিজস্ব আসন প্ৰতিষ্ঠা কৰিছে। প্ৰৱীনা শইকীয়া, চিত্ৰলতাফুকন, দিপালী ডেকা, আৰতি বৈৰাগীৰ গল্পত সুন্দৰ প্ৰতিশ্ৰুতি আছে। কোমল ভাষাৰে অনিমা দওই জীৱনৰ মহত্ত্ব আৰু তুচ্ছতাৰ ছবি যি দৰে ফুটাই তোলে সেইদৰে অণু বৰুৱা আৰু ডলী তালুকদাৰে বিচিত্ৰ জীৱনৰ খণ্ডিত ছবি বৰ মনোৰমকৈ আঁকে। পৱিত্ৰ ডেকা, সতীশ ভট্টাচাৰ্য্য, ত্ৰৈলোক্য গোস্বামী, কুসুম বৰা, উপেন কাকতি, কামিনী ফুকন, আলিমুননিছা পিয়াৰৰে গল্পইও সময়ে সময়ে সুন্দৰ সৃষ্টিক্ষমতাৰ সংকেত দিয়ে। ইয়াৰ উপৰিও ন লিখক-লিখিকা বহুতো ওলাইছে। তেওঁবিলাকৰ প্ৰতিভা নিৰূপণ কৰিবৰ নৌ হয় এথোন।

নেছনেল বুক ট্ৰাষ্টৰ নিচিনা মহৎ অনুষ্ঠানে এই সংকলনটি হেপাঁহ কৰি উলিওৱাৰ কথা নিজে ভাবিছে। অসমীয়া ৰাইজৰ কৃতজ্ঞতা

এই অনুষ্ঠানলৈ উপচি থাকিব। ট্ৰাষ্টৰ কৰ্ম্মকৰ্ত্তা সকললৈ আন্তৰিক ধন্যবাদ অসমৰ সাহিত্যপ্ৰেমী ৰাইজৰ হৈ অগবঢ়াইছো। শেষত গল্পসংকলনটিৰ সকলো ক্ৰুটি ক্ষমা কৰি ৰাইজে সাদৰেৰে গ্ৰহণ কৰিলেই কষ্ট সাৰ্থক হব—

নিৰ্ম্মল প্ৰভা বৰদলৈ
গুৱাহাটী
১৯৭২ চন

# বিষয়—সূচী

পৃষ্ঠা

সূচি

| | | | পৃষ্ঠা |
|---|---|---|---|
| 18. | প্ৰত্যয়—চন্দ্ৰপ্ৰসাদ শইকীয়া | .. | 281 |
| 19. | ক্ষণিকা—নিৰুপমা বৰগোহাঞি | .. | 291 |
| 20. | হৰিৰ মাক—অতুলানন্দ গোস্বামী | .. | 302 |
| 21. | মৰম—ইমৰাণ শ্বাহ | .. | 313 |
| 22. | ফুলজাৰি—পদ্ম বৰকটকী | ... | 326 |
| 23. | ললিতা বনাম কান্তা—নিবোদ চৌধুৰী | .. | 333 |
| 24. | ৰোগ—অপূৰ্ব্ব শৰ্ম্মা | .. | 347 |
| 25. | বন্ধ কোঠাত ধুমুহা—নগেন শইকীয়া | .. | 374 |
| 26. | কিবা ভাল লগা নাই—মহেন্দ্ৰ বৰঠাকুৰ | .. | 380 |

# জলকুঁৱৰী

লক্ষ্মীনাথ বেজবৰুৱা

ৰূপহী সৰু নৈ। খৰালিৰ পানী চিৰচিৰিয়া। সেই পানীক ক'ৰবাৰপৰা বৈ অহা ফটিক জোল বুলিলেহে ৰজে। কিন্তু বাৰিষাৰ পানী টৌ লেও দিয়া বোকা। আহিন-কাতিৰ ৰূপহী নিমাতী, ক্ষীণ আৰু লাজকুৰীয়া। আহাৰ-শাওণৰ ৰূপহী টপটপী শকত, ডেও পাৰতী আৰু নাচনী ; দেখিলে সেয়েই নে এই ৰূপহী ঠাৱৰোৱা টান।

ৰূপহীৰ পাৰৰ এডোখৰ আওহতীয়া ঠাইত এজোপা ডাঙৰ জৰি গছ আছে। সেই জৰি জোপাৰ তলতে এজনী ছোৱালী পুৱা গধূলি সদায় বহি থকা দেখিবলৈ পোৱা যায়। ছোৱালীজনীৰ চকু ৰূপহী বুকুৰ এটি ছাকনৈয়াৰ ওপৰতে থাকে। সেই ছাকনৈয়াটোক ছাকনৈয়া নুবুলি ৰূপহী মুখ বুলিলে কথাটো বেছি খেও খায়। কাঠ-খাগৰি-নল যি সেইখিনি পায়হি, ৰূপহীয়ে আ কৰি পেটৰ ভিতৰত সোমাই থয়। ছোৱালীজনীৰ দৈনিক বন হৈছে খাগৰি একোছা গোটাই আনি এডাল এডালকৈ ছাকনৈয়াত পেলাই দিয়া আৰু কেনেকৈ সি পোনতে লাহে লাহে তাৰ পাছত বেগেৰে টাকুৰী ঘূৰা দি ঘূৰি থিয় হৈ ভৰ্‌ভৰ্ কৰে তললৈ সোমাই যায়, সেই ৰং চোৱা। আৰু এটা কাম ৰূপহীৰ সৈতে কথা পতা আৰু মাজে মাজে আগ-গুৰি বিবৰ্জিত নাম সাজি আনি ৰূপহীক গাই শুনোৱা। তাইৰ এটা নামৰ চানেকী তলত দিলোঁ।

"তইও ৰূপহী মইও ৰূপহী
ৰঙতে ৰূপ চৰিল,
ইকৰা পাতৰে নাও বাই গলোঁ
সোঁ মাজ পায়েই বুৰিল।"

ষোল বছৰীয়া ছোৱালী এজনীয়ে কি এইখন লবালি কৰি কাল কটায় তাক হৰি ভগৱন্ত আৰু তাইহে জানে।

তাইৰ সৈতে সময়ৰ মুঠেই মিল নাই। গছৰ তলত তাইৰ দৰে বহি কটাবলৈ সময়ৰ ঘোৰ আপত্তি। সংসাৰত সময় ঘোঁৰাৰে সৈতে চেকুৰিব নোৱাৰিলে সি মানুহক পিছ পেলাই গুচি যায়। কালক্ৰমত তাইলৈ দৰা আৰু বিয়া আহি উপস্থিত হ'ল। দৰা বাইছ বছৰীয়া, দেখিবলৈ ভাল, শুনিবলৈ ভাল, ভাল কুলীয়া। ছোৱালীৰ মাকৰো মত, বাপেকৰো মত, গতিকে নিৰ্বিৰোধে বিয়াৰ ঠিক হ'ল। দৰা ছোৱালীৰ দেখাদেখি আলাপ পৰিচয় ঘটিল। বিয়ালৈ আছে সাত দিন। কিন্তু ছোৱালীৰ মনৰ টানটো হ'ব খোজা দৰাৰ ফালতকৈ ৰূপহী নৈখনলৈ প্ৰবল যেন দেখি। বিয়া পালেহি, তাইৰ চিন্তা চৰ্চা বা আন ভাবনা একো নাই। এতিয়াও আগৰ দৰে নিতৌ ৰূপহীৰ পাৰত তাই বহি কটায়। তাইৰ এনে স্বভাৱ লক্ষ্য কৰি দৰা অতি অসন্তুষ্ট।

এদিন তাই নৈৰ পাৰৰপৰা গধূলি আহি শুনিলে দৰাই তাইক বিয়া নকৰাই কাইলৈ বিদেশলৈ গুচি যাব খুজিছে। কথাটো কঠালৰ ডিলত বাঁহৰ শাল সোমোৱাদি তাইৰ বুকত সোমাল। তাই ভাবিলে 'যাওঁ' এই নিশাহি তেওঁক হাতে-ভৰিয়ে ধৰি নেযাবলৈ কওঁগে।" আকৌ ভাবিলে "লাজ পুৰি নেখালে মোৰ পক্ষে এনেকৈ কোৱাটো অসম্ভৱ ; ভাবনাত ৰাতি তাইৰ টোপনি নাই। বাহিৰত ফৰিং ফুটা জোনাক। শোৱা পাটী এৰি মনে মনে তাই ৰূপহীৰ পাৰ ওলালগৈ। পাৰ পায়েই তাইৰ সকলো চিন্তা ভাবনা ৰূপহীৰ সোঁতত মুহূৰ্ত্ততে ক'ৰবালৈ উটি গ'ল। আকৌ তাই খাগৰি গোটাই আনি ছাকনৈয়াত এডাল এডালকৈ পেলাবলৈ লাগিল। এনেতে হঠাৎ পিছফালৰপৰা ছুখন তপত হাতে চকু ছুটা মূদাই ধৰিলে। তাই বলেৰে হাত ছুখন একৰাই উভতি চাই দেখিলে সেই হ'ব খোজা স্বামী। ছুয়োৰো মাজত হাঁহিৰ ধূম পৰিল। ৰূপহীৰ সিপাৰৰপৰা প্ৰতিধ্বনিয়েও সমান ভাবে সেই হাঁহিত যোগ দিলে জৰি গছৰ

ওপৰত ফেঁচা ফেঁচী আছিল। সিহঁতেও সেই আনন্দত মনে মনে থাকিব নোৱাৰি কুকলিয়াই দিলে। বাকী থাগৰি যি আছিল এটাই কেইডাল তাই গোটাই আনি একেবাৰে ছাকনৈয়াত পেলাই দি তিনিটা চাপৰি বজালে।

দবা—কি কৰিলা ?

ছোৱালী—(হাঁহি হাঁহি) 'এই ছাকনৈয়াত এজনী ছোৱালী এতিয়াই বুৰি মৰিল! মই মইনা চৰাই ; মোক সজাত সোমাই থোৱাঁগৈ, লৈ ব'লা !'

# ছিৰাজ

লক্ষ্মীধৰ শৰ্ম্মা

কন্দৰ্প আগদিনা ৰাতি ঘৰ পাইছেহি। তেওঁ কলিকতাত কলেজত পঢ়ে। এইবাৰ আই-এ পৰীক্ষা দি পুৰীত দিনদিয়েক ফুৰিচাকি ঘৰলৈ আহিছে। এপ্ৰিলৰ প্ৰথম সপ্তাহ। কন্দৰ্প যিদিনা ঘৰ পায়হি সেইদিনা ৰাতি বতাহ বৰষুণ হৈছিল। পিছদিনা পুৱা শুই উঠিয়েই দেখিলে যে তেওঁলোকৰ বঙলাৰ আগৰ ফুলনিখনৰ অৱস্থা শোচনীয়। কিছুমান ফুলৰ ডাল-পাত ছিগি-ভাগি য'তে ত'তে পৰি আছে। কিছুমানৰ আকৌ ফুলবোৰ ছিগি-ভাগি পাহ পাহ হৈ গৈছে। পুব ফালে বেলিয়ে দেখা দিছে। ধুমুহাৰ পাছত এটা শান্ত ভাব প্ৰকৃতিয়ে ধাৰণ কৰিছে। ক'তো গছৰ পাত এটাও লৰা-চৰা নাই। কেৱল দূৰত নানা ৰকমৰ চৰাইৰ মাত শুনা গৈছে। গ'ল ৰাতি আমৰ মলবিলাকো সৰি গোটেই ফুলনিখন বগা হৈ সিঁচৰিত হৈ আছে, তাৰ উগ্ৰ মধুৰ গোন্ধ এটা কন্দৰ্পৰ নাকত সোমালহি।

কন্দৰ্প ভিতৰলৈ গৈ মাকৰ ওচৰত বহি চাহ খাই গল্প কৰি আকৌ বাহিৰলৈ ওলাই আহিল। বাহিৰৰ বাৰাণ্ডাখনত থিয় হৈ কন্দৰ্পই এটা হুমুনিয়াহ কাঢ়ি হেলনীয়া চকীখনত বহি পৰিল। পৰীক্ষা হৈ গৈছে— আগত অনন্ত ছুটী। কথাটো ভাবিয়েই আৰামৰ ভাব এটাত কন্দৰ্প মগ্ন হৈ গ'ল। ক'তো চিন্তাৰ লেশ মাত্ৰ নাই। কেৱল বিশ্ৰাম।

বাহিৰৰ ফালে চাই তেওঁ দেখিলে, তেওঁলোকৰ বাগিচাৰ সোঁমাজৰ পুখুৰীটোৰ পাৰত থকা আমডালৰ তলত থিয় হৈ ছোৱালী এজনীয়ে খোপাত কপৌ ফুল পিন্ধিছে। ছোৱালীজনীৰ মুখ কন্দৰ্পই সম্পূৰ্ণ নেদেখিলে, তাৰ এটা অংশ তেওঁ বহা ঠাইৰপৰা

ভালকৈ দেখা যায়। কন্দৰ্পৰ অনুমান হ'ল যেন ছোৱালীজনীৰ মুখখন বৰ সুন্দৰ। দীঘল মুখখন। ৰংটো বগা। কন্দৰ্প উঠি বহিল। এইবাৰ ছোৱালীজনীৰ কাপোৰ-কানিলৈ তেওঁৰ চকু পৰিল। দেখিলে নিচেই সাধাৰণ বগা ৰিহা মেখেলা, এটা বগা কপাহী ব্লাউজ, কিন্তু পৰিষ্কাৰ। ছোৱালীজনীয়ে মুখখন ঘূৰোৱাৰ লগে লগে তেওঁ তাইৰ গোটেই মুখখন দেখিবলৈ পালে। সুন্দৰ বৈ পৰা চকু। ওঁঠ দুখন পাতল ৰঙা। থুঁতৰিটি অকণমান। তেতিয়াও ছোৱালীজনীৰ হাত খোপাত। তাইৰ বুকুৰ উঠন ঠাইডোখৰলৈ কন্দৰ্পৰ চকু বাগৰি গ'ল। এটা স্নিগ্ধ অশান্তিত কন্দৰ্পৰ মনটো ভৰি গ'ল। এনেতে ছোৱালীজনীয়ে মূৰ তুলি কন্দৰ্পৰ ফালে চালে। দুয়োৰে চকুৰে চকুৰে পৰিল। দুয়ো তললৈ মুখ কৰি লাজত অলপ ৰঙা পৰি উঠিল। দুয়োৰো মনত ভাবৰ এটা ক্ষুদ্ৰ তৰঙ্গ খেলি গ'ল। ছোৱালীজনীয়ে তাৰ পিছত লাহে লাহে কন্দৰ্পহঁতৰ ভিতৰলৈ গুচি গ'ল। কন্দৰ্পই কেবাহিকৈ চাই দেখিলে তাইৰ খোজতো এটা অচঞ্চল লালিত্য আছে।

ছোৱালীজনীৰ নাম সাৱিত্ৰী। যোৰহাটৰ ওচৰৰ এখন ডাঙৰ বাগিচাত গোৱালপাৰাৰ এজন দেখিবলৈ শুৱনি মানুহে মহৰী কাম কৰিছিল। তেওঁ কিছুদিন কাম কৰাৰ পিছত বাগিচাৰ ওচৰৰে মৰনৈগুৰি গাঁৱৰপৰা এজনী বাঁৰী কেওঁটৰ ছোৱালী আনি ঘৰ সংসাৰ কৰি আছিল। সেই গোৱালপৰীয়া ভদ্ৰলোকৰ একমাত্ৰ সন্তান সাৱিত্ৰী। সাৱিত্ৰীৰ বয়স তেতিয়া পোন্ধৰ, আৰু যেতিয়া তাইৰ বাপেক তাইৰ কাৰণে পাত্ৰ বিচৰাত ব্যস্ত আছিল, ঠিক তেতিয়াই কন্দৰ্প ঘূৰি অহাৰ আগৰ বছৰতে, নিউমোনিয়াত তাইৰ বাপেক মৰে। বাপেকৰ বেমাৰ শুনিয়েই গোৱালপাৰাৰপৰা অঙহী-বঙহী উপস্থিত হ'লহি আৰু বাপেক মৰাৰ লগে লগে বয়-বস্তু, টকা-কড়ি যি আছিল আটক কৰি গোৱালপাৰালৈ তেওঁলোক ঘূৰি গুচি গ'ল। সাৱিত্ৰীৰ মাকে প্ৰথমতে ভাবিছিল যে তাইৰ সুখৰ দিনত যিবিলাক ভাই-ককায়ে আদৰ-যত্ন কৰিছিল, এতিয়া, দুখৰ

দিনত সিহঁতে তাইক বুকুত সুমৱাই লব। কিন্তু কাৰ্য্যত বিপৰীত ঘটিল। গাঁৱৰ সকলোৱে তাইক দেখিলেই বিচৌ বিচৌ কৰা হ'ল। কন্দৰ্পৰ মাকৰে সৈতে তাইৰ থিয়েটাৰত আৰু আন আন ঠাইতো কেইবা বাৰো দেখা হৈছিল। এই পৰিচয়ৰ ওপৰত নিৰ্ভৰ কৰিয়েই এদিন তাই ছোৱালীজনী লৈ বৰুৱানীৰ ওচৰ পালেগৈ। তাইৰ কথাত বৰুৱানীৰ মন গলিল আৰু ঢেকী শালৰ ওচৰৰ কোঠা এটাত তাইক থাকিবলৈ দিলে। ধান বনা, ঠাই সৰা আদি বাহিৰা কাম তাই প্ৰথমতে কৰিছিল। কিন্তু সময় যোৱাৰ লগে লগে তাই আৰু সাৰিত্ৰীয়েও মাজে মাজে পানী-তুনি পৰ্য্যন্ত তপত কৰি দিয়াৰ অধিকাৰ পাইছিল। সাৰিত্ৰীৰ সৌন্দৰ্য্য আৰু বিনয় দেখি বৰুৱানী সঁচাকৈয়ে মোহিত হৈছিল আৰু ল'ৰা এটা চাবলৈ বৰুৱাক ৰবকৈ খাটিছিল। তেওঁলোকৰ বাগিচাৰ ডেকা মহৰী এটাক ঠিক কৰি দিম বুলি বৰুৱাই গাত লৈছিলো। কিন্তু কামত বৰুৱা বিশেষ আগবঢ়া নাছিল। ঠিক এই সময়তে কন্দৰ্পৰ ঘৰলৈ আগমন।

কন্দৰ্প ফুৰিবলৈ ওলাই গ'ল। ক'ৰবাত বন্ধুৰ তাত তাচ আৰু চাহৰ শ্ৰাদ্ধ কৰি প্ৰায় এক বজাত ঘৰ পাই মাকৰ আদৰৰ গালি শুনি ভাত খাই ইংৰাজী নভেল এখন হাতত লৈ তেওঁ লাহেকৈ বিচনাত পৰিলগৈ। ইতিমধ্যে সাৰিত্ৰীৰ বিষয়ে সকলো কথা ভাত খাওঁতেই তেওঁ মাকৰপৰা শুনি লৈছিল। কন্দৰ্পই স্কুলত পঢ়োঁতে থকা বৈঠকখানাৰ ওচৰৰ ফুলনিৰ ফালৰ সৰু কোঠালীটোত এইবাৰো বিচনা কৰিবলৈ কৈছিল।

বেলৰ ভাগৱত কন্দৰ্পৰ প্ৰথমতে অলপ টোপনি আহিল, কিন্তু এবাৰ সপোনত বেলখনৰপৰা তেওঁ পৰি যোৱা যেন পাই চঁক্ খাই সাৰ পাই গ'ল। তাৰ পাছত আৰু কন্দৰ্পৰ টোপনি নাহিল। অলপ গৰমো পৰিছে। গ'ল ৰাতিৰ বতাহত আঘাত পোৱা গছ-বিলাকৰপৰা মৃদু গোন্ধ এটা আহি তেওঁক উতলা কৰিবলৈ ধৰিলে। কিবা এটা অস্থিৰতাই তেওঁক অলপ ব্যাকুল কৰি তুলিলে। তেওঁৰ গতি যেন আপুনি অলপ চঞ্চল হৈ উঠিল। মেলা খিৰিকীয়েদি ছুটা

এটা মৌমাখি আহি তেওঁৰ অস্থিৰতাক যেন শব্দময় কৰি তুলিলে। কন্দৰ্পই ইকাতি-সিকাতি কৰি শুলে হয় কিন্তু শান্তি নাপালে। শেহত কিতাপখন মেলি ললে, কিতাপতো মন নবহিল। আমগছজোপাৰপৰাই হবলা কুলি এটাই তুপৰীয়াৰ নিস্তব্ধতা ভঙ্গ কৰি এবাৰ মাতি উঠিল। কুলিৰ মাতত যে ইমান লালিত্য আৰু মাধুৰ্য্য থাকিব পাৰে কন্দৰ্পই তাক কেতিয়াও লক্ষ্য কৰা নাছিল। তুপৰীয়াৰ নিৰ্জনতা মধুময় কৰি তুলিলে কুলিৰ চিৰ সুমধুৰ সঙ্গীতে। হৃদয়ত এটা মৃদু কম্পন, এটা মৃদু চঞ্চলতা কন্দৰ্পই অনুভৱ কৰিবলৈ ধৰিলে। কিছু পৰৰ পিছত সাৱিত্ৰী আহি দুৱাৰখন মেলি ক'লে, "আয়ে আপোনাক ভিতৰলৈ চাহ খাবলৈ মাতিছে।" কন্দৰ্পই একেবাৰেই উঠি বহিল। তেনেকৈ উঠা দেখিয়েই হবলা সাৱিত্ৰীয়ে মুহূৰ্ত্তলৈ স্থিৰ হৈ তেওঁৰ ফালে চাই থাকিল। সাৱিত্ৰীৰ গাত পৰিষ্কাৰ সাধাৰণ পোচাক। এখন আকাশী ৰঙৰ শাড়ী। মূৰত পুৱাৰ কপৌ ফুল। সাৱিত্ৰীৰ সৌন্দৰ্য্যই যেন কন্দৰ্পক বৰকৈ আঘাত কৰিলে। তাইৰ চকু দুটি কি গভীৰ অথচ স্নিগ্ধ। মুখখন কেনে সুন্দৰ। দাঁত কিটা অকণ অকণ অথচ সুন্দৰ শ্ৰেণীবদ্ধ। কপালত কেকোঁৰা-কেকুৰী চুলিবোৰ আহি সৰু সৰু আওঠি বান্ধি পৰিছে। কন্দৰ্পই মুঠতে কিবা এটা কব খুজিও কব নোৱাৰিলে। সাৱিত্ৰী তেতিয়াও তাতে কন্দৰ্পৰ ফালে চাই আছিল। চকুৰ দৃষ্টিত অনন্ত সৰলতা প্ৰকাশ হৈ পৰিছিল। সাৱিত্ৰীৰ কণ্ঠ যেন সুধাৰ আধাৰ।··· অলপ পিছত কন্দৰ্পৰ মোহ যেন আঁতৰি গ'ল। ক'লে, "মোক মুখ ধুবলৈ পানী দিবলৈ কবা।" "পানী গা ধোৱা ঘৰতে দিছোঁ" বুলি কৈ সাৱিত্ৰী ভিতৰলৈ গুচি গ'ল।

এপ্ৰিল মাহৰ ৰাতি বিলাকেও লগত কিবা এটি মাদকতা লৈ আহে হবলা। সেইদিনা ৰাতিও কন্দৰ্পই ভালকৈ শুব নোৱাৰিলে। সাৱিত্ৰীৰ ৰূপে কন্দৰ্পৰ মনৰ ওপৰত যে এটা প্ৰক্ৰিয়া কৰিছিল সি ধুৰূপ। তাৰ উপৰিও এই সময়ৰ আকাশে-বতাহে কিবা এটা উৰি ফুৰে, আৰু সুবিধা পালেই মানুহক আত্মবিস্মৃত কৰি দিবলৈ নাপাহৰে।

কন্দৰ্পই পিছদিনা পুৱা প্ৰায় দহমান বজাত এক পিয়লা চাহ লাগে বুলি ভিতৰলৈ কৈ পঠিয়ালে। অলপ পিছতে সাৱিত্ৰী চাহ লৈ উপস্থিত হ'লহি। চাহৰ পিয়লাটো টেবুলৰ ওপৰত থব খোজোঁতেই কন্দৰ্পই 'দিয়া' বুলি হাত মেলি দিলে। চাহ পিয়লা দিওঁতে ছুয়োৰো হাতে হাতে লাগিল। হয়তো কন্দৰ্পই ইচ্ছা কৰিয়েই চাহ পিয়লা লওঁতে সাৱিত্ৰীৰ আঙুলিকিটাত অলপ পৰ ধৰি থাকিল, ছুয়োৰে মুখ ৰঙা হৈ উঠিল। চাহ দিয়েই সাৱিত্ৰীয়ে লৰ মাৰিলে আৰু কন্দৰ্পৰ হিয়াতো এটা সকসুৰা ধুমুহাৰ সঞ্চাৰ হৈ গ'ল। কন্দৰ্পই ভাবিবলৈ ধৰিলে— ছিঃ ছিঃ সাৱিত্ৰীয়ে কি ভাবিব ? কিন্তু লগে লগে সাৱিত্ৰীৰ আঙুলিয়ে যে অলপ পৰলৈ হলেও এবাৰ তেওঁৰ আঙুলিত ছুই গৈছে এই কথাষাৰে তেওঁক আনন্দ দিবলৈ ধৰিলে আৰু লাজত ৰঙা পৰি উঠিল যে সাৱিত্ৰীৰ মুখখন এটা ৰঙা গোলাপ ফুলৰ দৰে সুন্দৰ হৈ উঠিল এই কথাষাৰিয়েও।

সেইদিনা আবেলি চাহ জলপান সজাই, এখন ট্ৰেতে লৈ সাৱিত্ৰী তেওঁৰ কোঠালৈ আহিল; বৰুৱানী ঘৰত নাছিল গতিকে। খোপাত এটা গোলাপ ফুল। গাত ফিৰোজা ৰঙৰ শাড়ী এখন। কন্দৰ্পই সাৱিত্ৰীকে দেখি আজি আৰু অস্থিৰ হৈ উঠিল। আজি সাৱিত্ৰীক বুকুত সুমাই এটি চুমা খাবৰ আগ্ৰহে লাহে লাহে তেওঁৰ মনত ঠাই পাবলৈ ধৰিলে। এই ভাবটো মনৰ ওচৰত যিমানেই পৰিষ্কাৰ হৈ উঠিবলৈ ধৰিলে তিমানেই লাজে তেওঁক আকুল কৰি তুলিলে। তেওঁ লাহে লাহে জলপান খালে। ইমান লাহে লাহে খোৱাৰ মানে সাৱিত্ৰীক ওচৰত ৰখাৰ ইচ্ছা। এইবাৰ সাৱিত্ৰীক মাতোঁ, এইবাৰ সাৱিত্ৰীৰ হাতখন ছোওঁ, সোৱা চাহৰ পিয়লাটো আগবঢ়াই দিছে—এনেবিলাক কথা ভাবি থাকোঁতেই সময় গ'ল। সাহ নহ'ল একেষাৰ কথা কবলৈকো হাতটো অকণ-মান আগবঢ়াই দিবলৈ। সাৱিত্ৰীয়ে যেতিয়া চাহৰ সৰঞ্জাম লৈ ভিতৰলৈ যাবলৈ ওলাল তেতিয়া তেওঁ মাথোন কোনোমতে ক'লে—

"সাৱিত্ৰী, মই ফুল বৰ ভাল পাওঁ," গোলাপ আৰু কপৌ ফুল।

মোৰ টেবুলত সময় পালে কেইটামান থবাচোন।” সাবিত্ৰী ৰঙা হৈ উঠিল। কিন্তু মুখৰ এটি মিচিকি হাঁহিয়ে তেওঁৰ অন্তৰৰ আনন্দৰ বতৰা প্ৰকাশ নকৰাকৈ নাথাকিল। যৌৱন ৰাজ্যৰ ন আলহী কন্দৰ্পই তেতিয়াও যৌৱনৰ প্ৰকৃত ৰূপটো দেখিবলৈ পোৱা নাছিল। জীৱনৰ গতি হঠাৎ সঙ্গীত আৰু নৃত্যময় হৈ উঠা দেখি তাৰ মাধুৰ্য্যকে মাথোন স্তব্ধ হৈ অনুভৱ কৰিছিল। লাজ আৰু শঙ্কাৰ আৱৰণে তেওঁক জীৱনৰ তীব্ৰ প্ৰকাশৰপৰা এনেকৈ আঁতৰাই ৰাখিছিল যে তেওঁৰ মনৰ কোণত উগ্ৰগন্ধী ফুলৰ দৰে জন্ম পোৱা কামনা বিলাক আপোনাআপুনি জঁয় পৰি গৈছিল। কিন্তু জীৱনৰ আহ্বানত তেওঁ, ক্ৰমে অগ্ৰসৰো হৈ গৈছিল। দিনে দিনে সাবিত্ৰীৰ প্ৰতি তেওঁৰ আকৰ্ষণ বাঢ়িবলৈ ধৰিলে। দিনে দিনে এক প্ৰৱল উন্মাদনাত দুয়ো-দুয়োৰো ওচৰ চাপি যাবলৈ ধৰিলে। এই উন্মাদনাৰ, আনন্দৰ অন্ত নাই। ইয়াকে জীৱনৰ শ্ৰেষ্ঠ সম্পদ বুলি ক'লেও সম্ভৱতঃ ভুল নহ'ব।

কন্দৰ্প মাক-বাপেকৰ একেটি ল'ৰা। তেওঁৰ বয়স 19 বছৰ হলেও মাক-বাপেকৰ মনত নিচেই সৰু ল'ৰা। তেওঁলোকৰ ল'ৰা কন্দৰ্পই যে লাহে লাহে ডেকাকালত ভৰি দিছে আৰু সাবিত্ৰীৰ দৰে ডেকেৰী আৰু ধুনীয়া ছোৱালীৰ সঙ্গ যে তেওঁৰ পক্ষে বৰ বাঞ্ছনীয় নহ'বও পাৰে—সেই কথালৈ তেওঁলোকে সমূলি মনেই কৰা নাছিল। তাতে বৰুৱা প্ৰায়েই বাগিচাত থাকে আৰু বৰুৱানীয়েও আৰু দহগৰাকী আন মাকৰ দৰে চকুত স্নেহৰ পৰ্দ্দা লগাই বহি আছিল।

বসন্ত কালৰ আগমনীৰ লগে লগে পৃথিৱীত এক নতুন মত্ততাৰ সঞ্চাৰ হ'ল। জীৱনৰ জয়গানে চাৰিওদিশ মুখৰিত কৰি তুলিবলৈ ধৰিছে। গছ-লতা, পশু-পক্ষী, মানুহ, আকাশ-বতাহ সকলোৰে দেহ, মন, আত্মা এক নৱ অনুভূতিত ব্যাকুল হৈ উঠিল। জীৱনৰ পৰিধি যেন হঠাৎ লৰি গ'ল—হঠাৎ যেন সিৰে সিৰে তেজে নতুন ছন্দত নাচিবলৈ ধৰিলে।

কন্দৰ্পৰ হিয়াতো জীৱনৰ মহা সঙ্গীত বাজি উঠিল। অস্থিৰ অদম্য, চঞ্চলতাত তেওঁ আত্মহাৰা হৈ উঠিল। জীৱনৰ তীব্ৰ গতি দেখি, তাৰ মাধুৰ্য্যৰ প্ৰাচুৰ্য্য দেখি তেওঁ ভীত হৈ উঠিল। এই অচিনাকি ছন্দৰ খেলা তেওঁ দমাব নোৱাৰে। আৰু সঁচাকৈয়ে নোৱাৰিলেও সৃষ্টিৰ আহ্বানত তেওঁ আৰু সাৱিত্ৰী আত্মবিস্মৃত হৈ গ'ল। জগত, সংসাৰ, বিশ্ব-ব্ৰহ্মাণ্ড সকলোতে যেন তেওঁলোকৰ যৌৱনৰ জয়গীতি বাজি উঠিল।

এনেকৈয়ে দিন যায়। হিয়াত যি বিৰাট আনন্দৰ অভ্যুদয় হৈছিল তাৰ সীমাহীন গতিত দুয়ো ভূত-ভৱিষ্যৎ পাহৰি গ'ল।

কথা লাহে লাহে গম পালে! মাকে প্ৰথমতে বিশ্বাস কৰা নাছিল। শেহত মাকেও বিশ্বাস কৰিবলৈ বাধ্য হ'ল। দেউতাকে এদিন ক'লেও, "সৰু মানুহৰ লগত সঙ্গ কৰিলেও বেয়া আছে" বুলি। মাকে অৱশ্যে কিবা অজ্ঞাত শক্তিৰ বশৱৰ্ত্তী হৈ এই মিলনক একো মূল্য নিদিছিল। তেওঁ ভাবিছিল হবলা দুদিনলৈ ল'ৰাই মন ভাল লগাইছে—লগাওক। চাকৰ-বাকৰৰ মুখেদি কথাটো বাহিৰতো ওলাই পৰিছিল। আচৰিত কথা এই যে জগতত যিবিলাক কথা কাৰো পক্ষে জীৱন-মৰণৰ সমস্যা বুলি কব পাৰি সেই কথাই আনৰ ব্যঙ্গ আৰু ঠাট্টাৰ সামগ্ৰী হয়। অৱশ্যে ই মানুহ সমাজৰ চিৰকলীয়া গতি।

ইতিমধ্যে কলেজ খুলিলে। পাছৰ খবৰ আগতেই আহিছিল। ইয়াত এটা গভীৰ দুখৰ বোজা লৈ কন্দৰ্প কলিকতা পালেগৈ। সাৱিত্ৰীৰ অনুমান হ'ল যেন তেওঁৰ হিয়াখনো কন্দৰ্পৰ লগতে অচিন কলিকতা পালেগৈ। বাপেক-মাক সকলোৱে সকাহ পালে।

সেইবাৰ পূজাৰ বন্ধত বৰুৱা-বৰুৱানী গুৱাহাটীলৈ আহিল। কন্দৰ্প কলিকতালৈ ঘূৰি নগ'ল মানে তেওঁলোকে তাৰপৰা নাহিলেই। কত ৰকম বুদ্ধি কৰিও কন্দৰ্পই যোৰহাটলৈ যোৱাৰ সুবিধা কৰিব নোৱাৰিলে।

গৰমৰ বন্ধতো তেওঁলোক আহি গুৱাহাটীতে থাকি কন্দৰ্পক লৈ

খিলঙলৈ যায়। তাতে কলেজ নোখোলে মানে থাকি কন্দৰ্পক কলিকতালৈ পঠিয়াই হে তেওঁলোক ঘৰলৈ ঘূৰি আহে।

সেই বছৰেই অক্টোবৰ মাহত বৰুৱানী ঢুকায়। কন্দৰ্পই ঘৰ পাই মাকৰ শোকত অধীৰ হৈ উঠিল। শোক উপশম হোৱাৰ লগে লগে সাবিত্ৰীৰ বিষয়ে খবৰ লৈ শুনিলে যে সাবিত্ৰী তেওঁ কলিকতালৈ যোৱাৰ কিছুদিন পিছতে জ্বৰ হৈ ঢুকাল। সাবিত্ৰীক নেদেখি ইমান দিন তেওঁ মহা অশান্তিত দিন কটাইছিল। আজি সাবিত্ৰীৰ মৃত্যুৰ খবৰ পাই তেওঁৰ হিয়া যেন ভাগি গ'ল। ভৱিষ্যত জীৱন হঠাৎ যেন এটা অৰ্থহীন বস্তুৰ দৰে তেওঁৰ আগত ভাহি উঠিল। তেওঁ কাজ-কামৰ পিছত আকৌ কলিকতালৈ ঘূৰি গ'ল।

সেইবাৰ কন্দৰ্প কলিকতালৈ যোৱাৰ লগে লগেই সাবিত্ৰীয়ে বুজিব পাৰিলে যে তেওঁ অন্তঃসত্বা হৈছে। প্ৰথমতে এই কথাত সাবিত্ৰীৰ অন্তৰাত্মা-ভয়ত কঁপি উঠিছিল। সেই ভয় কিন্তু তেওঁৰ হিয়াত সৰহ পৰ নাথাকিল। কন্দৰ্পৰ সন্তান তেওঁৰ গৰ্ভত, এই চিন্তাই কন্দৰ্পৰ বিচ্ছেদতো আজি তেওঁক আনন্দ দিবলৈহে ধৰিলে। মাতৃত্বৰ অচিনাকি মাধুৰ্য্যই সাবিত্ৰীৰ হিয়াত আনন্দৰ সঞ্চাৰ কৰিবলৈ ধৰিলে। লাহে লাহে বাস্তৱতাতকৈ কল্পনাহে সাবিত্ৰীৰ জীৱনৰ সঙ্গী হ'লগৈ। কল্পনাত নিজৰ সন্তানৰ কোমল দেহটি বুকুত অনুভৱ কৰি সেই সন্তানৰ অকণ অকণ হাত-ভৰিৰ লীলা গতি আৰু স্পৰ্শৰ কথা ভাবি তাৰ আধাফুটা মাতৰ কথা ভাবি, সাবিত্ৰী তন্ময় হৈ যায়। তেওঁ ইমান মূৰ্খ নাছিল—এই আনন্দৰ অন্ততঃ কোনোবা-খিনিত এই মহা নিৰানন্দময় দৃশ্যই অপেক্ষা কৰিছে বুলি নুবুজিবলৈ। তথাপি আজিৰ আনন্দই ইমান বৃহৎ হৈ সাবিত্ৰীক সাৱটি ধৰিলে যে কালৰ দুখলৈ সাবিত্ৰীয়ে পাহৰি পেলালে। এই দুখৰ দিন যিমান দিন সম্ভৱ দূৰ কৰি ৰাখিবলৈকে নিজৰ অৱস্থাৰ কথা তেওঁ কাকো নজনালে।

ইফালে সাবিত্ৰীৰ বিয়াৰ কথা হ'বলৈ ধৰিলে। বৰুৱাৰ বাগিচাৰ নগাঁৱৰ কালৰপৰা ল'ৰা এটাই এদিন তেওঁক চাবলৈ আহিছিলো।

কিন্তু খবৰ পায়েই সাৰিত্ৰীয়ে জ্বৰ উঠিছে বুলি শুই পৰিল। ছোৱালী চোৱা নহ'ল ; তথাপি পূজাৰ পিছত বিয়াৰ দিন ঠিক হৈ থাকিল।

কিছুদিন যোৱাৰ পিছত সাৰিত্ৰীৰ মাকৰ চকুত সাৰিত্ৰীৰ অৱস্থা ধৰা পৰি গ'ল। লাহে লাহে বৰুৱা-বৰুৱানীয়েও কথাটো গম পালে। সাৰিত্ৰীয়ে যে কাৰ সন্তান গৰ্ভত ধাৰণ কৰিছে সেই বিষয়ে মনে মনে কাৰো সন্দেহ নাথাকিল। বৰুৱানী আৰু মাক দুয়ো, নানা ৰকমে সাৰিত্ৰীক বুজালে। সাৰিত্ৰীৰ সেই একে কথা, "মই নোৱাৰোঁ", "মই নোৱাৰোঁ," "মই নোৱাৰোঁ"। এদিন আবেলি সাৰিত্ৰী বৰুৱানীৰ কোঠালৈ যাওঁতে বৰুৱানীয়ে সৈতে মাকে কথা-বতৰা পতা শুনিবলৈ পালে !

মাকে "তেনে এটা ঔষধ পালেতো কথাই নাছিল" বুলি কোৱা শুনি হঠাৎ সন্দেহ হ'ল যে তেওঁকে খুওৱা ঔষধৰ আলোচনা হৈছে। বৰুৱানীৰ ঔষধৰপৰা তেওঁৰ অনুমান যে সঁচা সেই কথাৰ প্ৰমাণ হ'ল। বৰুৱানীয়ে ক'লে—"মই চেষ্টা কৰি কোনো মতেহে গোটাইছোঁ। ভাত বা আঞ্জাৰ লগত দি দিবা। অলপ গোন্ধাব কিন্তু বোধকৰোঁ গম নাপাব।" সাৰিত্ৰীৰ ভয়ত মুখ শুকাই গ'ল। ৰাম, ৰাম ! পেটৰ সন্তানক বধ কৰিবলৈ কি ভীষণ ষড়যন্ত্ৰ। তেওঁ ঘৰলৈ উভতি আহি বহি ভাবিবলৈ ধৰিলে। এটা কথা তেওঁৰ মনত আগৰপৰাই স্থিৰ হৈ আছিল যে কন্দৰ্পৰ সন্তানক তেওঁ যেনে তেনে বচাব লাগিব। কোৱা বাহুল্য মাতৃৰ সন্তানক ৰক্ষা কৰা স্বৰূপ মহাপ্ৰেৰণাই এই চিন্তাত ইন্ধন যোগাইছিল। আজি হঠাৎ বিপদৰ সন্মুখত উপস্থিত হৈ সাৰিত্ৰী ক্ৰমে ভয়ত বিহ্বল হৈ উঠিল। তেওঁৰ গৰ্ভৰ সন্তানে তেওঁৰ চিন্তা ৰাজ্যত সৰু কেঁচুৱা, থিয় দঙ্গা দিব পৰা, চালুকীয়া আদি নানা ৰূপ লৈ তেওঁক বিব্ৰত কৰিবলৈ ধৰিলে। আৰু সকলোবে শেষত এই ভৱিষ্যত সন্তানৰ মৃত্যুৰূপ বিভীষিকাই তেওঁক বলিয়াৰ দৰে কৰি তুলিলে। মাক ঘূৰি অহা গম পাই তেওঁ বিচনাত গা অসুখ বুলি শুই পৰিল। কাৰণ তেনে নকৰিলে ৰাতি

ভাত নাখাবৰ কোনো সন্তোষজনক কাৰণ নাথাকিব। আৰু ভাত খালেই হয়তো ঔষধ খাব লাগিব। সময়ৰ লগে লগে তেওঁৰ চিন্তাৰ সোঁত আৰু তীব্ৰ হৈ উঠিল। ৰাতি মাক ভাত খাবলৈ মাতিলে। তেওঁ গা অসুখ বুলি নুঠিল। মাকে ভাত খাই শুই পৰিল। ৰাতিৰ নিস্তব্ধতাত মানুহৰ চিন্তাৰাশিয়ে ৰাস্তৱৰ স্পৰ্শৰপৰা যেন ক্ৰমে দূৰ হৈ যায়। মস্তিষ্ক অকাৰণে গৰম হৈ উঠে; আৰু সকলো বস্তুৰেই একোটা ন-ৰূপ ধৰে। সাৱিত্ৰীৰো তেনে হ'ল। ৰাতি বঢ়াৰ লগে লগে তেওঁ আৰু অস্থিৰ হৈ উঠিল। শেহত নপলালে সন্তানক ৰক্ষা কৰিব নোৱাৰি, এনে এটি ভাব তেওঁৰ ভিতৰত জীৱন্ত আৰু শক্তিশালী হৈ উঠিল। মাক তেতিয়া অকাতৰে শুইছে। সাৱিত্ৰীয়ে মাজৰাতি ঘৰ এৰি সমুখৰ বাট ধৰি অনিশ্চিতৰ পথত খোজ ললে। কিছুদূৰ যোৱাৰ পিছত সাৱিত্ৰীৰ ভাগৰ লাগিল। এজোপা গছৰ তলত তেওঁ বহি পৰিল। বহা মাত্ৰকে তেওঁৰ চকুত পৰিল পথাৰ। ওচৰত গাঁও-ভূঁইৰ চিন-চাব একো নাই। ভয়ত সাৱিত্ৰীৰ জীউ উৰি গ'ল। লগে লগে অনুমান হ'ল অপদেৱতাই যেন তেওঁক ধৰিবলৈ আৰম্ভ কৰিলে। কিমান পৰ তেওঁ লৰিছিল কব নোৱাৰে। লাহে লাহে তেওঁৰ উশাহ চুটি হৈ আহিল, ভৰি নচলা হৈ আহিল। তথাপি ভয়ত তেওঁ লৰিবলৈ ধৰিলে। মূৰ আৰু বুকু ফাটি যাওঁ ফাটি যাওঁ লাগিবলৈ ধৰিলে। শৰীৰ অৱশ হৈ আহিবলৈ ধৰিলে। তথাপি তেওঁ জিৰণি লবলৈ সাহ নকৰিলে; লৰাৰ লগে লগে পিছত যেন কিবা এটাই খেদি আহিছে এনে মনত ধৰিলে। শেহত তেওঁ অন্ধকাৰ খেদি পৰি সংজ্ঞাহীন হৈ গ'ল।

……বি, এ পৰীক্ষা দি কন্দৰ্প ঘৰলৈ আহিল। আহি সাৱিত্ৰীৰ বিষয়ে শুনিলে যে তেওঁ ঘৰৰপৰা পলাই মুছলমান এটালৈ গ'ল, আৰু তাতে তেওঁ মৰিল। যোৱাৰ কাৰণো মানুহে তেওঁক ক'লে। সাৱিত্ৰীৰ কাৰণে তেওঁৰ হিয়া ভাগি গ'ল। তেওঁৰ মহা অপৰাধৰ ক্ষমা নাই, এনে এটা দুশ্চিন্তাই তেওঁক অস্থিৰ কৰি তুলিবলৈ

ধৰিলে। কিছু দিন ঘৰতে থাকি অশান্তিৰ দুখৰ বোজা লৈ তেওঁ ঘৰৰপৰা আঁতৰি গ'ল। সাৱিত্ৰী সন্তান-সম্ভৱা আছিল। তেওঁৰ সন্তানৰ বিষয়ে এটি চিন্তাও কন্দৰ্পৰ মনত উদয় নহ'ল। তেওঁৰ হৃদয়ৰ বিৰাট ৰেখা সাৱিত্ৰীক কেন্দ্ৰ কৰিয়েই মূৰ্ত্ত হৈ উঠিল। আত্ম-গ্লানিত তেওঁৰ জীৱন অসহ্য হৈ উঠিল। সময়ৰ লগে লগে শোক আৰু আত্মগ্লানিৰ পৰিমাণ কমিল হয়, কিন্তু সাৱিত্ৰীৰ স্থান তেওঁৰ হিয়াত অটুত থাকিল। বাপেকে তেওঁক বিয়া কৰিবলৈ কৈ হায়ৰাণ হ'ল। নানা উপযুক্ত ছোৱালীৰ সম্বন্ধ আহিল। তেওঁ বিয়া নকৰালে।

সাৱিত্ৰীৰ লগত দেখা হোৱাৰ সাত বছৰৰ মূৰত আইনৰ পৰীক্ষা পাছ কৰি আহি কন্দৰ্প ঘৰত উকিল হ'লহি। বাপেকৰ অৱস্থা ভাল। ওকালতি নকৰিলেও হয়। কিন্তু কন্দৰ্পই বাগিচাৰ কামতকৈ কাছাৰীৰ কামহে ভাল পাইছিল। এদিন জিলাৰপৰা ছয় মাইলমান দূৰত বকুৱাবাৰী গাঁৱৰ এটা মোকৰ্দ্দমাৰ স্থানীয় তদন্ত সম্পৰ্কে হাকিম সেই গাঁৱলৈ ওলাল। কন্দৰ্প এক পক্ষৰ উকিল, গতিকে তেওঁ যাবলগীয়াত পৰিল। কন্দৰ্পই সোনকালে ভাত-পানী খাই চাইকেলখন লৈ সেই গাঁৱৰ মুখিয়াল মানুহ ছিৰাজৰ ঘৰ পালেগৈ। ছিৰাজৰ বাপেক মৌজাদাৰ আছিল। এতিয়া খুৰায়েক মৌজাদাৰ। তেওঁৰ ঘৰ-বাৰী, অৱস্থা সকলো ভাল। কন্দৰ্পৰ ছিৰাজৰ লগত আগৰ চিনাকিও আছিল, ছিৰাজৰ বয়স তেতিয়া 45 বছৰমান হৈছে। তেওঁ গাঁওখনৰ আৰু কবলৈ গলে সেই মৌজাৰ ভিতৰতে বৰ সাধু মানুহ আছিল। দুখীয়াক দান কৰা, বিপদত মানুহক সহায় কৰা, সজ কামত উৎসাহ দিয়া, বেয়া কামৰপৰা মানুহক বিৰত ৰখা, ছিৰাজৰ নিত্য নৈমিত্তিক কাম। বেপাৰো তেওঁৰ অলপ আছে। মাটি-বাৰীও আছে। গতিকে খোৱা-বোৱাৰ চিন্তা তেওঁৰ সমূলি নাছিল। তেওঁৰ সৰল আৰু ভদ্ৰ ব্যৱহাৰত সকলো মোহিত হৈছিল।

সেইদিনা ছিৰাজৰ ঘৰত ছিৰাজ আৰু কন্দৰ্প বহি থাকোঁতে

কন্দৰ্পই দেখিবলৈ পালে ছয়-সাত বছৰীয়া এজনী অকণমানি ছোৱালী আহি ছিৰাজক আব্বাজান বুলি মাতি তামোলৰ বটাটো দি গ'লহি। কন্দৰ্পৰ জীৱনত ল'ৰা-ছোৱালীৰ সম্পৰ্ক বেছি হোৱা নাই। গতিকে মানুহৰ ওপৰত সিহঁতৰ কি প্ৰভাৱ তাক কন্দৰ্পই ভালকৈ নাজানে। আজিৰ এই ছোৱালীটিৰ দৰ্শনত যেন তেওঁৰ হিয়াত এটা আনন্দৰ পুলক খেলি গ'ল। তেওঁ তাইক দুই হাত মেলি কোলাত লৈ চঁক্ খাই উঠিল। ঠিক যেন কাবোবাৰ এখন মুখ এই অকণমানি সৰল মুখখনিয়ে তেওঁৰ মনত পেলায়। সেই বৈ-পৰা চকু, সেই দীঘল সুন্দৰ মুখ, সেই পাতল সৰু ওঁঠ, সেই সৰু থুঁতৰি। তেওঁৰ বুকুখন কঁপি উঠিল। তেওঁৰ হিয়াৰ তলিৰপৰা এটা দীঘল হুমুনিয়া ফুটি উঠিল।

আত্মসংবৰণ কৰি সুধিলে— "তোমাৰ কি নাম আই?" ছোৱালীটিয়ে উত্তৰ দিলে "নুৰ, কিন্তু আচল নাম সীতাহে। তাইৰ মাতটো কাবোবাৰ কণ্ঠৰ আভাষ যেন ফুটি উঠিছে। কন্দৰ্পই নিজৰ এনে আত্ম বিস্মৃতি হোৱা দেখি নিজকে ধিক্কাৰ দি ছোৱালীটিক নমাই দি সুধিলে, "হাজৰিকা, এইটি আপোনাৰ ছোৱালী?" হাজৰিকাই হাঁহি উত্তৰ দিলে, ডাঙৰীয়া, এইটি আল্লাৰ দান, মোৰ নাতি।"

কন্দৰ্প—"মানে আপোনাৰ—।" ছিৰাজ—"মোৰ কন্যাৰ ছোৱালী। সেই কন্যাও আল্লাৰ দান।"

কন্দৰ্পই ছিৰাজৰ কথা ভালকৈ বুজি নাপাই সুধিলে— হাজৰিকা, সকলো ল'ৰা-ছোৱালীয়েই ঈশ্বৰৰ দান। কিন্তু আপোনাৰ এই ছোৱালীজনীৰ মাক-জীয়েকক বিশেষকৈ তেনে বোলাৰ কাৰণ কি?"

ছিৰাজৰ মুখখন গম্ভীৰ হৈ উঠিল, তেওঁ লাহে লাহে ক'লে— "এদিন এই দেৱ-কন্যাক আল্লাই মোৰ ওচৰলৈ মোৰ আশ্ৰয় পাবৰ কাৰণে পঠাইছিল। সেই দেৱ-কন্যাৰ গৰ্ভতে নুৰৰ জন্ম। নুৰৰ মা আচলতে মোৰ কন্যা নহয়।"

কন্দৰ্পৰ গোটেই গাটো শঙ্কাত কঁপি উঠিল। তেন্তে হয়তো সাবিত্ৰীক ছিৰাজেই আশ্ৰয় দিছিল। হয়তো সাবিত্ৰীৰ গৰ্ভত নুৰৰ

জন্ম। সকলো কথা জানিবলৈ তেওঁ ব্যগ্র হৈ উঠিল। ঠিক এনে সময়তে দুখন বাইচিকলত দুজন কোট-পেণ্ট পিন্ধা মানুহ উপস্থিত হ'লহি। এজন হাকিম আৰু এজন সিপক্ষৰ উকিল। তেওঁলোক আটাই কেইজনে ছিৰাজক লৈ আঁতৰ হ'ল। হাকিমে ফিৰি যাবৰ সময়ত কন্দৰ্পৰ লগ ললে। কন্দৰ্পই 'মোৰ অলপ কাম আছে' বুলি নগ'ল। হাকিম আৰু ইজন উকিলে অৰ্থপূৰ্ণ হাঁহি এটি মাৰি গুচি গ'ল।

কন্দৰ্পই আহি ছিৰাজৰ ঘৰ পাই নুৰৰ মাকৰ কথা সুধিলে। ছিৰাজে বিনয় মাতেৰে সেই কথা তেখেতে শুনাৰ প্ৰয়োজন নাই বুলি ক'লে। কন্দৰ্পই বুজিলে যে প্ৰকৃত কথা প্ৰকাশ কৰি নক'লে ছিৰাজে কেতিয়াও কোনো কথা ভাঙি নকয়, বহুত চেষ্টাৰ পিছত ছিৰাজৰপৰা এটি কথা বাহিৰ কৰিলে— নুৰৰ মাকৰ নাম। ছিৰাজে ক'লে সাৰিত্ৰীৰ দৰে মহাসতী দেখিয়েই বোধকৰো তেওঁৰ নাম সাৰিত্ৰী থৈছিল। নামটো শুনাৰ লগে লগে কন্দৰ্পই চাৰিও-ফালে অন্ধকাৰ দেখিলে।

কোনোমতে নিজক সংযত কৰি তেওঁ ঘৰৰ ফালে খোজ ললে। সেই সাত মাইল বাট তেওঁ কেনেকৈ খোজ কাঢ়ি আহিল তাক নিজেই কব নোৱাৰিলে। আজি তেওঁৰ সংশয় নাথাকিল যে তেওঁৰ সাৰিত্ৰীৰ সন্তান নুৰ— তেওঁৰ সন্তান নুৰ। সাৰিত্ৰীৰ আত্মাই যেন তেওঁক নুৰক হিয়াত সাৱটি ধৰিবলৈ কাকুতি কৰিবলৈ ধৰিলে। তেওঁ দুশ্চিন্তাত এক প্ৰকাৰ মতলীয়া হৈ উঠিল। লগে লগে অনুশোচনাই তেওঁক আঘাত কৰিবলৈ ধৰিলে।

তেওঁ ঘৰ পাই খাই বৈ শুলে হয়, কিন্তু চিন্তাই লগ নেৰিলে, সাৰিত্ৰীৰ স্মৃতিয়ে আজি যেন আকৌ মূৰ্ত্ত হৈ উঠি তেওঁক অস্থিৰ কৰি তুলিবলৈ ধৰিলে।

পিছদিনা পুৱাই তেওঁ আকৌ ছিৰাজৰ ঘৰলৈ গ'ল। ছিৰাজৰ আগত তেওঁৰ সকলো কথা ভাঙি কোৱাৰ পিছত ছিৰাজেও লাহে লাহে কবলৈ ধৰিলে: সেই দিনা মই পুৱাই শুই উঠি দেখোঁ এজনী

গাভৰু ছোৱালী মোৰ পত্নীৰ আগত মূচকচ গৈ পৰি আছে। মই ধৰা-ধৰিকৈ ভিতৰলৈ আনি তেওঁক সেকি-পুতকি দিয়াৰ পিছত তেওঁ সংজ্ঞা পালে, আৰু অকণমান গৰম-গাখীৰ খুৱাই দিয়াৰ পিছত তেওঁ লাহে লাহে ক'লে, "মই বৰ নিৰাশ্ৰয়।" আমি অলপ আশ্বাস দিয়াত সুস্থিৰ হ'ল। লাহে লাহে তেওঁ প্ৰকৃত অৱস্থা সুৰৰ বুঢ়ী মাকে বুজি তেওঁ হিন্দু মানুহ, সমাজৰ চকুত তেওঁ কলঙ্কিনী কিন্তু ঈশ্বৰৰ চকুত নিষ্পাপ, আমি মুছলমান দেখি অলপ বিপদত পৰিলোঁ, তেওঁক কেনেকৈ ৰাখোঁ বুলি। সেই ছোৱালীটিয়ে সেইদিনা পুৱা যি জ্ঞান দিলে সি অমূল্য। তেওঁ ক'লে, "হিন্দু মুছলমানৰ ভিতৰত পাৰ্থক্য ঈশ্বৰে কৰা নাই। তেওঁ সকলোৰে পিতা। মানুহেহে পাৰ্থক্য সৃষ্টি কৰিছে।" তথাপি তেওঁ পৃথক কৰি ৰান্ধি বাঢ়ি খাবৰ ইচ্ছা প্ৰকাশ কৰাত আমি তাৰ দিহা কৰিছিলোঁ।

আমি এই ছোৱালীটিৰ ব্যৱহাৰত মুগ্ধ হৈ গলোঁ। আল্লাই প্ৰথমে দেখাৰপৰাই মোৰ হিয়াত তেওঁৰ প্ৰতি এটি স্নেহৰ সঞ্চাৰ কৰি দিছিল। সেই স্নেহ ক্ৰমে বাঢ়িবলৈ ধৰিলে। তেওঁৰ অতীত ইতিহাসৰ বিষয়ে তেওঁৰ নামৰ বাহিৰে অন্য একো আমি নাজানো। ৰূপ আৰু ব্যৱহাৰৰপৰা বুজিছিলোঁ যে তেওঁ ভাল মানুহৰ ঘৰৰ ছোৱালী।

যথা সময়ত সুৰৰ জন্ম হ'ল। তাৰ পিছতে তেওঁৰ জ্বৰ আৰম্ভ হয়। মৃত্যুৰ দিনা সন্ধ্যা মোক মাতি নি তেওঁ ক'লে, "পিতা", তেওঁ মোক পিতা আৰু সুৰৰ বুঢ়ী মাকক আই বুলি মাতিছিল, "মোৰ সময় চাপি আহিছে। ছোৱালীটিৰ ভাৰ আপোনাৰ ওপৰতে থাকিল। তাই ডাঙৰ হলে বা তাইৰ বাপেকক যদি আপুনি কেতিয়াবা পায় তেতিয়া তেওঁক সুধিহে আপুনি তাইক মুছলমান কৰিব। আৰু যদি আপুনি মোৰ স্বামীক কেতিয়াবা লগ পায় কব মই তেখেতৰ ওপৰত খং কৰা নাই। তেখেতৰ চৰণ চিন্তা কৰিয়েই মই মৰিবলৈ সাহ পাইছোঁ।" সেইদিনা ৰাতি সাবিত্ৰীৰ মৃত্যু হ'ল। সাবিত্ৰীৰ ইচ্ছামতেই আমি সুৰৰ সীতা নাম দিছোঁ। সীতাৰ দৰে

আমাৰ সীতা পৱিত্ৰ, কাৰণ সাৱিত্ৰীৰ দৰে সতীৰ গৰ্ভত তাইৰ জন্ম।

নুৰৰ কাৰণে আমি মুৰ্গী পোহা, আৰু খোৱা পৰ্য্যন্ত বন্ধ কৰি দিছোঁ। সাৱিত্ৰীয়ে আমাৰ হিয়াৰ কিমান ঠাই অধিকাৰ কৰিছিল তাক ক'বৰ ক্ষমতা মোৰ নাই। নুৰেই এতিয়া আমাৰ জীৱনৰ সম্বল। দীনৰ জ্যোতিৰ দৰে তাই মোৰ আৰু বুঢ়ীমাকৰ জীৱন উজ্বল কৰি ৰাখিছে।

ছিৰাজ স্তব্ধ হৈ ৰ'ল। এই কাহিনীয়ে কন্দৰ্পক আজি বৰ আঘাত কৰিলে। তেওঁৰ দুই চকুৰেদি দুধাৰ চকু লো বৈ গ'ল। তাৰ পিছত তেওঁ ক'লে, "হাজৰিকা, নুৰক মোক দিয়ক। মই তাইক কলিকতাত ৰাখি লিখা-পঢ়া শিকাবলৈ চেষ্টা কৰিম।" ছিৰাজৰ মুখখন শেঁতা পৰি গ'ল। অলপ পৰ বৈ তেওঁ দুই হাত কপালৰ ওপৰত তুলি নমস্কাৰ কৰি "আল্লা তোমাৰ ইচ্ছা পূৰ্ণ হওক" বুলি ক'লে,— "মই তাইক তাইৰ ন্যায্য প্ৰাপ্যৰপৰা দূৰ নকৰোঁ, অৱশ্যে আমাৰ হৃদয়খন নুৰৰেই পৰিপূৰ্ণ। তাইক নিলেও যেন মাজে মাজে আমি তাইক দেখা পাওঁ।" কন্দৰ্পই বুজিলে যে ছিৰাজে নুৰক অন্তৰেৰে সৈতে ভাল পায় কাৰণেই আজি এই— বেথাক বুকুত সহজে সাৰটি ল'ব পাৰিছে। তেওঁক চকুৰপৰা চকুৰ পানী বৰবলৈ ধৰিলে।

নুৰক কন্দৰ্পই কলিকতালৈ লৈ গ'ল। তাইক এতিয়া তেওঁ সীতা বুলি মাতে। কলিকতাৰ এটি ঘৰত তেওঁ মাষ্টৰ ৰাখি সীতাক প্ৰায় বছৰেক পঢ়াই শেহত স্কুলত নাম লিখাই দি বোৰ্ডিঙত থৈ ঘৰলৈ আহিল।

সীতাক তেওঁ তেওঁৰ দূৰ সম্পৰ্কীয় ককায়েক এজনৰ মাউৰা ছোৱালী বুলি আৰু নিজকে অভিভাৱক বুলি স্কুলৰ বহীত লিখাই দি আহিল। সুবিমল ৰায় নামে তেওঁৰ বন্ধু এজনৰ ঘৰ কলিকতাত। তেওঁ হাইকোৰ্টত ওকালতি আৰম্ভ কৰিছে। তেওঁৰ আগতো সীতাক সেই একে পৰিচয়কে দি বন্ধুত যাতে তাই তেওঁৰ তাত থাকিব পাৰে তাৰ দিহা কৰি দি আহিল। সুবিমলৰ ঘৈণীয়েকৰ

লগতো তেওঁৰ আলাপ আছিল। গতিকে দুয়োকো সীতাৰ ভাৰ দি তেওঁ গুচি আহিল।

তেওঁ বন্ধত মাজে মাজে গৈ সীতাক লৈ পুৰী, ওৱালটেয়াৰ আদি ঠাই ফুৰি আহে গৈ। ছিৰাজকো তেওঁ ৩।৪ বাৰ কলিকতালৈ লৈ গৈছে।

অনিল বুলি সুবিমলৰ ভতিজাক এটা আছিল। সীতাই যি বাৰ প্ৰৱেশিকা পৰীক্ষা দিলে সেই বাৰেই অনিলে বি, এ পৰীক্ষা দিছিল।

বয়সৰ লগে লগে সীতাৰ সৌন্দৰ্য্যও বাঢ়ি আহিবলৈ ধৰিলে। সুবিমলৰ ঘৰৰ লগত ঘনিষ্ঠ হোৱাৰ লগে লগে কেইবাঘৰ মানুহৰ লগতো সীতাৰ জনা-শুনা হ'ল। তেওঁৰ ব্যৱহাৰ আৰু সৌন্দৰ্য্যত মুগ্ধ নহৈ কোনেও থাকিব নোৱাৰিলে !

অনিলো দেখিবলৈ ভাল। গান-বাজনা জানে। বাপেকৰ টকা-কড়িও ভালেমান। অনিল আৰু সীতাৰ মাজত প্ৰথমতে বন্ধুত্ব, ক্ৰমে সেই বন্ধুত্ব অনুৰাগত পৰিণত হ'ল। এই কথাত কাৰো অৰ্থাৎ সুবিমল, ঘৈণীয়েক আৰু কন্দৰ্পৰ আপত্তি নাছিল আৰু দুয়োৰো ভিতৰত বিয়া হ'ব—এনে এটা কথা তেওঁলোকৰ সকলোৱে মনে মনে ঠিক কৰি থৈছিল।

সীতাৰ কলিকতালৈ অহাৰ পিছতে কন্দৰ্পই বিয়া কৰায়। বৈচিত্ৰ্যহীন বিয়া। সৰবুৱে প্ৰথমে বহু আশা কৰিয়েই আহিছিল। শিক্ষিত ছোৱালী, ডাঙৰ মানুহৰ ঘৰৰ। অলপ কাব্য প্ৰিয়। কন্দৰ্পৰ ঘৰলৈ আহি তেওঁ পাৰ্থিব সকলো সম্ভাৰ পালে হয়, কিন্তু এটি বস্তু সম্পূৰ্ণ-কৈ তেওঁ নাপালে। তেওঁৰ শিক্ষিত মনে বুজিলে যে কন্দৰ্পই তেওঁক গোটেই হৃদয় দান কৰিব নোৱাৰে। তেওঁৰ মনটো লাহে কঠোৰ হৈ উঠিল। তেওঁৰ ল'ৰা-ছোৱালী একো নোহোৱাত এই কঠোৰতা ক্ৰমে বাঢ়িবলৈ ধৰিলে।

বিয়াৰ কিছুদিন পিছতে কন্দৰ্পৰ দেউতাক ঢুকায়। এই মৃত্যুত যদিও কন্দৰ্প আৰু সৰবু দুয়ো দুয়োৰে একৰকম ওচৰ চাপি আহিল,

তথাপি সেই সান্নিধ্যই তেওঁলোকৰ জীৱনত মাধুৰ্য্যৰ সঞ্চাৰ কৰিব নোৱাৰিলে।

কন্দৰ্পই বহুত ভাবিচিন্তি সীতাৰ কথা সৰযুৰপৰা গোপন ৰাখিলে। জীৱনৰ এটি সুন্দৰ ঘটনা যেন সৰযুৰ অগ্নি দৃষ্টিত ম্লান হৈ যাব—তেনে শঙ্কা এটাই তেওঁক সৰযুৰ আগত এই কথা কোৱাৰ-পৰা বিৰত ৰাখিলে। তেওঁ সৰযুক লগত লৈ সুবিমলহঁতক কেতিয়াও দেখা নকৰিছিল বা খবৰ নিদিছিল। অৱশ্যে কাম আছে বুলি তেওঁ বছৰে দুবাৰকৈ কলিকতালৈ অকলৈ যায়।

সীতাৰ চিঠিপত্ৰ কন্দৰ্পই পায়। কিন্তু তাক গোপনে ৰাখে। টকা-কড়ি সকলো সুবিমললৈ পঠায়।

সেইবাৰ সীতাই প্ৰৱেশিকা পৰীক্ষা দি অঁতায়েই লৰালৰিকৈ এখন পোষ্টকাৰ্ড কন্দৰ্পলৈ লিখিলে। তাত তেওঁক খুৰাদেউ বুলি সম্বোধন কৰা, আৰু পৰীক্ষা ভাল হৈছে, কালিলৈ দীঘলীয়া চিঠি লিখিম বুলি লিখা আছিল। চিঠিখন কেনেবাকৈ সৰযুৰ হাতত পৰে, তলত সীতা বুলি লিখা দেখি তেওঁ কৌতূহলৰ বশৱৰ্ত্তী হৈ চিঠিখন পঢ়ি বুজিলে কন্দৰ্পৰ জীৱনৰ কোনোবা এটি অধ্যায়ৰ কথা তেওঁ নাজানে। মনত নানা ৰকমৰ সংশয় খেলি গ'ল। কন্দৰ্পক এই বিলাক কথা সোধা তেওঁ আত্মসম্মান হানিকৰ বুলি মনে মনে থাকিল। তেওঁৰ অন্তৰ কিন্তু ক্ৰমে কন্দৰ্পৰ প্ৰতি বিমুখ হৈ আহিল।

সীতাই কলেজত নাম লিখোৱাৰ লগে লগে অনিলৰ লগত তেওঁৰ বিয়াৰ কথা-বতৰা হ'বলৈ ধৰিলে। তেওঁলোক কায়স্থ মানুহ। বাপেক-মাক দুয়ো প্ৰথমতে আপত্তি কৰিছিল। পিছত কন্দৰ্পহঁতো কায়স্থ বুলি কোৱাত আৰু সুবিমল আৰু তেওঁৰ ঘৈণীয়েকৰ চেষ্টাত প্ৰায় বছৰেক মানৰ মূৰত তেওঁলোকে বিয়াত সম্মতি দিলে। কোৱা বাহুল্য ছোৱালী দেখি তেওঁলোকে ভালেই পাইছিল। সামাজিক ৰীতি নীতিয়েই তেওঁলোকৰ আপত্তিৰ কাৰণ আছিল। অনিলক বিলাতলৈ পঠাব বুলি এটি আশা দেখুৱাত তেওঁলোকৰ আপত্তিটো লাহে লাহে লঘু হৈ আহিবলৈ ধৰিলে।

ঠিক হ'ল অনিলে এম, এ পৰীক্ষা দিলেই বিয়া হ'ব। সীতাই আই, এ পৰীক্ষা দিয়েই বোৰ্ডিঙৰপৰা সুবিমলৰ ঘৰলৈ আহিল। অনিলৰ লগত বিয়া স্থিৰ হোৱা দেখি অনিল আৰু তেওঁৰ মাজত অবাধে সাক্ষাৎ কৰাত কোনেও আপত্তি নকৰা হ'ল।

এনেকৈয়ে দুয়োৰো প্ৰতি দুয়ো ভয়ানক আকৃষ্ট হৈ পৰিল। এই দুয়োখন কোমল হিয়াতে প্ৰণয়ৰ নৱ সঙ্গীত বাজি উঠিল আৰু দুয়ো এক মধুৰ স্বপ্নত সময় কটাবলৈ ধৰিলে। দুয়োৰো পক্ষে দুয়োকো অদেয় একো নাথাকিল। হৃদয়, মন, দেহ সকলোকে কেন্দ্ৰ কৰি তেওঁলোকৰ প্ৰেমৰ মন্দাকিনী বৈছিল। আৰু দুয়োৰো ওচৰত দুয়ো সম্পূৰ্ণ কৈ আত্মবিক্ৰয় কৰিছিল।

কন্দৰ্পই ভাবিলে বিয়াৰ আগতে সৰযূ, অনিল আৰু সীতাৰ আগত সকলো কথা প্ৰকাশ কৰি কৈ দিয়া উচিত বুলি। তেওঁৰ জীৱনৰ এই বহুমূলীয়া গুপ্ত কথা ছিৰাজৰ বাহিৰে আৰু আন কোনেও নাজানে। ছিৰাজে যে এই কথা প্ৰকাশ নকৰে তাক কন্দৰ্পই বুজিছিল।

তেওঁ অনিলৰ এম, এ পৰীক্ষাৰ পাছত কলিকতালৈ গৈ অনিল আৰু সীতাক অসমলৈ লৈ আহিল। দুয়োৰো ভিতৰত প্ৰীতিৰ ভাব লক্ষ্য কৰি তেওঁৰ হিয়া আনন্দত নাচি উঠিল। সাৱিত্ৰীৰ প্ৰতি যি তীব্ৰ অন্যায় কৰা হৈছিল তাৰ অন্ততঃ অকণমান প্ৰতিকাৰ এই বিয়াই কৰিব এনে এটা আশায়ো তেওঁক অলপ শান্তি দিবলৈ ধৰিলে।

অসমৰ সৌন্দৰ্য্য দেখি অনিল মুগ্ধ হৈ গ'ল। আৰু ইমান দিনৰ মূৰত আকৌ অসমলৈ ঘূৰি সীতা আনন্দত বিহ্বল হৈ উঠিল।

যোৰহাটলৈ গৈ কন্দৰ্পই সৰযূক ক'লে—

"সৰযূ, মোৰ পালিতা কন্যা সীতা আৰু তেওঁৰ ভৱিষ্যত স্বামী অনিল; বাকী কথা পিছত কম। এওঁলোকৰ সকলো যত্নৰ ভাৰ তোমাৰ ওপৰত।" সীতা অনিল দুয়ো তেওঁক খুৰীদেউ বুলি সম্বোধন কৰিবলৈ আৰম্ভ কৰিলে। বাহিৰত সম্পূৰ্ণ ভদ্ৰতা আৰু

সৌজন্য উজাৰ কৰি ৰাখিলেও সৰযূৰ অন্তৰ তিতা হৈ উঠিল। কোন এই সীতা যাৰ লগত স্বামীৰ ইমান পুৰণা চিনাকি? সীতাৰ সৌন্দৰ্য্য দেখি যে তেওঁ বৰ আনন্দ পাইছিল এনেও নহয়। সুন্দৰী পদ-প্ৰাৰ্থী তিৰোতাৰ মনলৈ ঈৰ্ষাৰ ভাব বৰ সহজে আহে।

সীতা যোৰহাট পোৱাৰ পিছদিনা মটৰ পঠিয়াই ছিৰাজক অনালে। ছিৰাজৰ এতিয়া দাড়ি-চুলি সকলো পকি বগা হৈ গৈছে। তেওঁৰ মুখত এটি স্নিগ্ধ হাঁহি। তেওঁক দেখিয়েই সীতাই লৰমাৰি আব্বাজান বুলি ক'লে। ছিৰাজে দুই হাত তুলি আশীৰ্বাদ কৰিলে। তেওঁৰ দুই চকুঁৰেদি চকু লো বৈ গ'ল। অনিল আৰু সৰযূৰে এই দৃশ্য দেখি স্তম্ভিত হৈ গ'ল।

তাৰপিছত তেওঁলোক বৈঠকখানাত আহি বহিল। কন্দৰ্পই ক'লে— "সৰযূ, তোমাৰপৰা মই এটা কথা ইমান দিনে গোপন কৰি ৰাখিছোঁ। তেনে কৰি ভাল কৰিছোঁ নে বেয়া কৰিছোঁ কব নোৱাৰোঁ; সেইবাবে তুমি মোক ক্ষমা কৰিবা বুলি আশা কৰিছোঁ।" তাৰ পিছত অনিলৰ ফালে চাই ক'লে— "অনিল, মই যদি কওঁ সীতা মোৰ কোনো নহয়, মোৰ জাতৰ কুলৰ নহয়, কেৱল মোৰ সকলো স্নেহ আৰু সম্পত্তিৰ অধিকাৰিণী বুলি, তেতিয়াও তাইক বিয়া কৰাবানে?" অনিলৰ মুখ শেঁতা হৈ গ'ল।

পিছ মুহূৰ্ত্ততে তেওঁ কৈ উঠিল— "আমাৰ অন্তৰৰ মিলনে সকলো অৱস্থাতে দুয়ো দুয়োকো গ্ৰহণ কৰিবলৈ বল দিব।" তাৰ পিছত কন্দৰ্পই ক'লে,— "আজি যি কথা কম, তাৰ সাক্ষী এই বৃদ্ধ মাস্মৰস্ত মানুহ গৰাকী। যাৰ মহত্ত্বৰ বাবে মোৰ সদায় তেওঁৰ ওচৰত নত শিৰ। আশা কৰোঁ আজিৰ বৰ্ণনা শেষ হলে তোমালোকেও তেখেতৰ মোল বুজিব পাৰিবা।"

তাৰ পিছত তেওঁ মুৰবেপৰা সাৰিত্ৰীৰ কথা কবলৈ আৰম্ভ কৰিলে। অতীতৰ সুখ-দুখৰ দৃশ্যবিলাকৰ এই বৰ্ণনাত তেওঁৰ মন বেথাত ভৰি গ'ল! তেওঁৰ চকুৰেদি পানী ববলৈ ধৰিলে। তেওঁৰ কণ্ঠস্বৰ ক্ষীণ আৰু সহজ হৈ উঠিল।

সৰযূৱে আজি এই চিত্ৰ দেখি স্তম্ভিত হৈ গ'ল। লগে লগে সীতা আৰু সাৱিত্ৰীৰ ওপৰত তেওঁৰ খং অসীম হৈ উঠিল। অনিলৰ মুখ ক্ৰমে ম্লান হৈ যাবলৈ ধৰিলে। ছিৰাজৰ চকুৱেদি চকুলো বৰলৈ ধৰিলে। এই ইতিহাসৰ মাধুৰ্য্যই কেৱল স্পৰ্শ কৰিলে সীতাক।

কথা শেষ হৈ গ'ল, তাৰ পিছতো কিছু সময় সকলো নিস্তব্ধ হৈ থাকিল। তাৰ পিছত অনিলে কৈ উঠিল— "কি প্ৰয়োজন আছিল এই কথা আমাক কবৰ? মোৰ সাধ্য নাই সীতাক বিয়া কৰাবৰ। সীতা আৰু কন্দৰ্পৰ মুৰত স্বৰগ ভাগি পৰিল। কন্দৰ্পই প্ৰশ্নৰ দৃষ্টিৰে অনিলৰ ফালে চোৱাৰ লগে লগে তেওঁ আকৌ ক'লে— "চাকৰণীৰ গৰ্ভত জন্ম আৰু মুছলমানৰ ঘৰত ডাঙৰ হোৱা ছোৱালী বিয়া কৰাবলৈ মোৰ ইচ্ছা থাকিলেও মোৰ পিতা-মাতাই কেতিয়াও তেনে কৰিবলৈ নিদিয়ে। তেওঁলোকৰ অবাধ্য হোৱা মোৰ পক্ষে সম্ভৱপৰ নহয়।"

সীতাৰ মুখখন আৰু শেঁতা হৈ গ'ল। তেওঁ কোনোমতে চকীখনৰ হাত দুটাত ধৰি অজ্ঞান নোহোৱাকৈ থাকিবৰ চেষ্টা কৰিলে। তেওঁৰ চকুত এটা ভীষণ আতঙ্কৰ ছবি ফুটি উঠিল। তেওঁৰ মুখেদি মাত্ৰ একাষাৰ কথা ওলাল— "কিন্তু মই যে অন্তঃসত্বা।" এই কথাৰ মৰ্ম্মভেদী সুৰে কন্দৰ্পক ব্যাকুল কৰি তুলিলে। তেওঁ হিয়াখন ভাগি যোৱা যেন পালে! তেওঁ উঠি সীতাক বুকুত সাৱটি লব খোজোঁতেই সৰযূ আহি তেওঁৰ ডিঙিত হাত দি থিয় হ'লহি আৰু লগে লগে মুখৰপৰা ওলাল— "বেশ্যা, পতিতা, মোৰ ঘৰৰপৰা বাহিৰ হৈ যা।" যেতিয়াই সৰযূৱে শুনিলে সীতা অন্তঃসত্বা—তেতিয়াই তেওঁৰ মনৰ চকুত সীতাৰ প্ৰতি যিকণ স্নেহৰ ভাব আছিল সিও দূৰ হৈ গৈ এটা ভীষণ হিংসাৰ ভাবে তেওঁৰ হিয়াত ঠাই ললে। সীতা আৰু কন্দৰ্প দুয়োকো আঘাত কৰিবলৈ তেওঁৰ প্ৰাণ ব্যাকুল হৈ উঠিল। তেওঁ বুজিলে যে সীতাক আঘাত কৰিলেই কন্দৰ্পই আঘাত পাব।

এই বিপদৰ আঘাতত কন্দৰ্প স্তব্ধ হৈ গ'ল। তেওঁৰ যেন শ্বাস-প্ৰশ্বাসৰ ক্ৰিয়াও বন্ধ হৈ গ'ল।

সৰযূৰ কথা শুনি সীতাই জালত পৰা হৰিণীৰ দৰে ছিৰাজৰ ফালে কাতৰ কণ্ঠে "আব্বাজন" বুলি মাতিলে। চকুৰ পানীৰে বাট নেদেখা হৈ ছিৰাজ আগবাঢ়ি আহি "ঘৰলৈ ব'ল মোৰ আই" বুলি সীতাক চকীখনৰপৰা তুলি লৈ কন্দৰ্পৰ ঘৰৰপৰা লাহে লাহে ওলাই গ'ল।

প্ৰথমতে কন্দৰ্পৰ চিঞৰি কান্দি উঠিবৰ মন গ'ল। জগতৰ সকলো পোহৰ তেওঁৰ চকুত ম্লান হৈ গ'ল। তাৰ পিছত সকলো অন্ধকাৰ।

# ভূমিকা

মহীচন্দ্ৰ বৰা

পৰম বৈষ্ণৱ গুৰুজনাই বিশ্বেশ্বৰক শৰণ দি উঠি ক'লে, "পদ্মনাভৰ মুখপদ্মৰপৰা নিঃসৃত হোৱা গীতাৰ সাৰমৰ্ম হৈছে ত্যাগ। সংযমৰ যোগেদি, নিবৃত্তিৰ মাৰ্গেদি আগবাঢ়া— 'যত্ত দেখা ধনজন সৱে বিষ্ণু-মায়া'— অপাৰ্থিৱ। সেই মায়া প্ৰপঞ্চ ভেদ কৰিবলৈ দৃষ্টি সদায় উৰ্দ্ধমুখী কৰি ৰাখিবা। বিষয়ক বিষধৰ জ্ঞান কৰিবা। জীৱমাত্ৰেই এই সমস্ত কোটি ব্ৰহ্মাণ্ডৰ অধিকাৰীৰ অংশ। কুকুৰ, গৰ্দভ, শৃগালৰ আত্মাও ৰাম। সুখলৈ স্পৃহা নকৰিবা— দুখত উদ্বিগ্ন নহবা। আৰ্তৰ সেৱা, জীৱৰ প্ৰতি দয়া তোমাৰ মূলমন্ত্ৰ হওক।"

বিশ্বেশ্বৰে মূৰ দোঁৱাই ক'লে, "আজিৰপৰা মোৰ অহমিকা আঁতৰিবলৈ আশীৰ্বাদ দিয়ক প্ৰভু। জীৱৰ কল্যাণৰ কাৰণে মোৰ বুলি মিছাতে ধৰি অহা সকলো সা-সম্পত্তি আজি প্ৰভুপাদৰ চৰণত অৰ্পণ কৰিছোঁ। প্ৰভুপাদে নিজগুণে সেই বোৰৰ উচিত ব্যৱস্থা কৰি মোক মুক্তি দিয়ক।"

"তোমাৰ নিবেদন—সাধু"—গুৰুজনাই টোকাৰী লৈ তাৰ গুণতে আঙুলি বোলাই পালে—

"মোক কিনা, কিনা প্ৰভু মোক কিনা কিনা,<br>
একোধন নালাগয় নাথ ধন বিনা।"

চকুৰেদি সৰে ভক্তিৰ লোতক। মৰ্মভেদী কৰুণ কাতৰতাত প্ৰকটিত হয়—ন-দিগন্ত। বিশ্বেশ্বৰৰ তন্ময়তা ভাঙি প্ৰভুপাদে ক'লে, "ধৰা বিশ্বেশ্বৰ এই টোকাৰীখন। ইয়াৰ যোগেদি তোমাৰ প্ৰাণৰ তন্ত্ৰীত নামৰ বিননি মূৰ্তিমন্ত হৈ পৰক।"

বিশ্বেশ্বৰ বৰাগী হ'ল।

গেলা ঘাত পোকৰ পিলপিলনি। ভেণামাখিৰ ভনভননি। পূতি-গন্ধময় পৰিৱেশ! আলিৰ কাষৰ খাৱৈত পৰি মৰণ যাতনাত অধীৰ হৈ কুকুৰটোৱে সময়ে সময়ে কেংকেঙায়। তাৰ আত্মাতো পৰম ব্ৰহ্ম উপলব্ধি কৰিবলৈ নিৰ্দেশ দিয়া সকলো নাক কোঁচাই আঁতৰি যায়।

টোকাৰী বজাই নাম গাই গাই বৰাগী গৈছিল সেই বাটেদি। কিছুমান ল'ৰাই আঁতৰৰপৰাই কুকুৰটোৰ গালৈ দলি মাৰি মাৰি তাৰ মৃত্যু-কাতৰ মুখৰ বিকৃতিত কিৰিলি পাৰি হাঁহিছিল।

বৰাগীৰ চকু পৰিল। ভগৱন্তৰ প্ৰতীক প্ৰাণীৰ যন্ত্ৰণাত বৰাগী অস্থিৰ হ'ল। খালৰপৰা আথে-বেথে কুকুৰটো তুলি আনিলে। নেগুৰডাল নেগুৰীয়া পোকে খুলি খুলি খাই ছিঙি পেলাইছিল।

অটল শ্ৰদ্ধাৰে, গভীৰ নিষ্ঠাৰে কোলাত লৈ গ'ল তাক নদীৰ পাৰৰ পঁজাটোলৈ। বৰাগীৰ শুশ্ৰূষাত, বৰাগীৰ একাগ্ৰতাত, বৰাগীৰ মৰ্মভেদী কাকুতিত তেওঁৰ বুকুৰ "বান্ধৈ" কুকুৰটো নিৰাময় হ'ল।

এৰা, বৰাগী বলিয়া হ'ল। কুকুৰ "বান্ধৈক" বুকুত লৈ শোৱে, একেখন পাততে দুয়ো খায়। তাৰ লগত কথা পাতে— তাক কাকুতি ঘোষা গাই শুনায়। বৰাগীৰ "বান্ধৈ" বৰাগীৰ ছায়াৰ দৰে লগে লগে ঘূৰে।

বৰাগীৰ গুৰু প্ৰভুপাদ বৰাগীৰ দানত সন্তুষ্ট হোৱা "সেৱাসদনৰ" আধাৰশিলা স্থাপন কৰিবলৈ সপৰিবাৰে চহৰলৈ আহিছে। প্ৰভুৰ কণ্ঠত ভগৱন্তৰ নাম-মাহাত্ম্যৰ লীলা-বৈচিত্ৰ্যৰ কি অপৰূপ প্ৰকাশ! যত্ৰ জীৱ, তত্ৰ শিৱ; "যত জীৱ জঙ্গম কীট, পতঙ্গম।"

'অগ, নগ, খগ তেৰি কায়াৰে", কি প্ৰাণস্পৰ্শী বৈদান্তিক ব্যাখ্যা! বিৰাট সমাৰোহ—বিভোৰ—তন্ময়।

"অজ্ঞ আমি, আনকি ওষধিৰ পাতে পাতে; ফুলৰ পাহে পাহে—পৰম পুৰুষৰ মহিমাময় স্বাক্ষৰ।"

গুৰুৰ চৰণত মূৰ দোঁৱাবলৈ বৰাগীও গৈছিল। বাহৰৰ চ'ৰাঘৰ পাওঁতেই তেওঁৰ বান্ধৈয়ে দুৱাৰমান ভুক ভুক কৰি তেওঁৰ চেলেঙত

কামুৰি তেওঁক অলপ আঁতৰত থকা ফুলনিৰ ফালে বেগেৰে টানি লৈ গ'ল। গুৰু-কন্যাক ডাইল সাপে ডাকিলে। সন্ধ্যা সেৱাৰ নাম-প্ৰসঙ্গাদিৰ কাৰণে ফুল নিবলৈ আহিছিল।

বৰাগীক আৰু তেওঁৰ "বান্ধৈক" এবাৰ ফেট তুলি চাই বিষধৰ আঁতৰিল; আঙুলিত দংশনৰ-কালকূটৰ ক্ৰিয়াৰ চিন। সময় নাই— বৰাগীয়ে আঙুলিটো মুখত সোমাই গুৰিতে কামুৰি ছিঙিলে। হাত বাউল দি মানুহ মাতিলে। গুৰুজনেও উৎকণ্ঠাৰে ওচৰ চাপি জীয়েকক সাৱটি ধৰিলে।

"বৰাগীয়ে আইসোণৰ জীৱন দান দিলে।"

প্ৰভুপাদ গৰজি উঠিল— "নৰকৰ কীটে গুৰুকন্যাৰ অঙ্গক্ষত কৰে, ৰক্তপান কৰে। ইমান কলিজা ইমান সাহ। আইফেৰীৰ উজ্জ্বল ভৱিষ্যৎ পাষণ্ডই···।"

বৰাগী আঁতৰিল— দায়-দোষ মৰিষণ কৰিবলৈ তুতি জনাই। তেওঁৰ বান্ধৈয়ে গুৰুৰ মুখলৈ, মানুহবোৰৰ মুখলৈ ভেবা লাগি চাইছিল।

ইমান পামৰ, ইমান অধম, ইমান নিলাজ এই মানুহবোৰ! ভগৱন্তৰ সৃষ্টিৰ শ্ৰেষ্ঠতাৰ ধ্বজাবাহী অকৃতজ্ঞ জীৱবোৰ!

প্ৰভুৰ নামঘৰত পাঠকে তেতিয়া ঘোষা জুৰিছিল—

"ভাই মুখে বোলা ৰাম—হৃদয়ে ধৰা ৰূপ।"

শুনা, বন্ধু শুনা। তোমাৰ গুৰু-কন্যা বৰাগীৰ কৃপাত সম্পূৰ্ণ সুস্থ হ'ল। কিন্তু বৰাগীৰ জিভা কালকূটে চিৰকাললৈ ঘৃণীয়া কৰিলে— মুখৰ মাত হৰিল। হিয়াত ৰামৰ ৰূপ ধৰিবলৈ হলাহলে তাকো খুলি খুলি খালে। তেওঁৰ টোকাৰীয়ে বিনায়। বান্ধৈয়ে চকুলো পেলায়। সেই বিননিৰ, সেই চকুলোৰ আজি সমাপ্তি ঘটিল।

'শেষ বাৰৰ কাৰণে আঁতৰৰ পৰাই গুৰুৰ চৰণত প্ৰণাম জনাবলৈ বুকুত টোকাৰীখন বান্ধি লাখুটিৰ ওপৰত ভৰ দি কঁপি কঁপি বৰাগী গুৰুৰ বাহৰৰ ওচৰতে পৰিলহি। টোকাৰীখনৰ তাঁৰডাল হঠাতে ছিগিল। বান্ধৈয়ে দুবাৰ-এবাৰ ৰাউচি জুৰি মানুহৰ সহায় বিচাৰি

ৰবাগীৰ চাৰিওফালে ঘূৰি ঘূৰি, শুঙি শুঙি—তেওঁৰ ভৰিত মূৰটো থলে।

"কি সাহস এই পামৰটোৰ। মৰিবলৈ আৰু আন ঠাই নাপালে।" গুৰু গৰজি উঠিল। গুৰুকন্যাই বাসৰ পাচনিক ওচৰৰ মৰিশালিলৈ ৰবাগীক টানি নিবলৈ নির্দেশ দিলে।

হাতমেলি বাসৱ আগবাঢ়ি আহিল। বাঙ্কৰ চকুত জুই—অনলৰ কুণ্ড। বাসৱৰ হাতত কামোৰ বহালে।

গুৰুজনৰ মাৰত বাঙ্কৰ নাক দেওনা ভাগিল।—ক্ষতবিক্ষত হ'ল তাৰ শৰীৰ। কঁপি কঁপি আগঠেঙ দুটা কপালত লগাই ৰবাগীৰ ওচৰতে সি পৰিল।

বাসৱে ৰবাগীক চোঁচৰাই লৈ যাবলৈ ধৰোঁতে এবাৰ মাথোঁ সি কেং কৰি উঠিছিল—তাৰ প্ৰায় অচেতন অৱস্থাতে।

অলপ সম্বিৎ পাই সি ৰবাগীক মৰিশালিলৈ টানি লৈ যোৱা দেখিলে। সি উঠিল—আকৌ পৰিল। শেহত চুঁচৰি-বাগৰি মৰিশালিত পেলাই থোৱা ৰবাগীৰ ওচৰ চাপিল।

ৰবাগীয়ে তালৈ চাই মুখখন মেলিলে—অগস্ত্যৰ তৃষ্ণা, মৃত্যু পিপাসা—অলপ পানী লাগে।

বাঙ্কয়ে তাৰ লেলউটিভৰা জিভাখন ৰবাগীৰ মুখত দিলে। অসীম তৃপ্তিত চকু দুটাই ঘূৰি ঘূৰি হাঁহিলে।—হাতেৰে তেওঁৰ বাঙ্কক টানি বুকুত সাৱটি ধৰিলে।

তোমাৰ পৰম কাৰুণিক করুণাময়ৰ নিকৰুণ করুণাৰ স্বাক্ষৰ লৈ দুয়ো আঁতৰিল।

আঁতৰত বৈ থকা শগুণ দুটাই লাজতে ডেউকাৰ মাজত ডিঙি বেঁকাকৈ মূৰ লুকুৱালে চকু মুদিলে।

শুনা বন্ধু, তেতিয়া তাত আকাশ নাছিল—বতাহ নাছিল। তোমাৰ সৰ্বব্যাপী ভগৱন্তৰ ব্যাপকতা, তেতিয়া তাত তিমিৰ স্তব্ধ!

শুনিছোঁ, কিন্তু এনে মৰণৰ জানো ভূমিকা আছে?

—আছে?

## মানদণ্ড

হৰিৰাম ডেকা

সক গাঁও এখনৰ পক্ষে সেয়ে ডাঙৰ কথা। বিনন্দ পাটোৱাৰীৰ এনে স্বচ্ছলতা নাই যে ছোৱালীক চহৰত বিয়া দিব আৰু তাতে ধনী ঘৰলৈ। তেওঁ ভাবিলে, এইটো ভগৱানৰ দান, আৰু মাকে ভাবিলে—আপীৰ কপালত কি আছে কোনেনো কব, বাপ-ভাই ভাল বুলিছে সেয়ে ভাল। এইবুলি দুয়ো নিজ নিজ বিভাগ অনুসাৰে বাপেকৰ মনত আনন্দ আৰু মাকৰ হমুনিয়াহ মনতে মাৰ নিয়াই বিয়াৰ আয়োজনত লাগি গ'ল। কাম কৰি উধাব নোৱাৰে, ইবিধ-সিবিধ কিমানবিধ। চহৰৰ বৰযাত্ৰী আহি পালেই চাহ লাগিব, শুদা তামোল দিলে নচলিব, তামোলৰ লগত ইলাচি, দালচিনি, জাইপত্ৰী লাগিব, কোনোৱে আকৌ তামোল নাখায়, কেহঁা চুপাৰি ডাঙৰ ইলাচিৰ গুটিহে খায়। চাহ নোখোৱাবোৰক চৰপৎ লাগিব, তাৰে পিছত কাকো ভাত কাকো জলপান, কাকো লুচি, কাকো মগুহ, আৰু হেনো কিমান মান অভিমানৰ বিষয় আছে। পঢ়ুলিৰ আগৰ দুবৰিখিনি চচাই ভাল, নে নচচাই ভাল একো থিৰ কৰিব নোৱাৰি বিনন্দই কোদালখন লৈ চাচিবলৈকে দুকোদালমান মাৰিছে, সুৱাগৰ ধানকেইটা বনা হোৱা নাই, আয়তী সকলক মাতি আনি ঢেঁকীঘৰত গোট খুৱাইছে।

তেওঁলোকৰ কোনোৱে কৈছে, "খুৰী তোমালোকেওনো এই সেন্দুৰহে আনিছানে ? আজিকালি গোন্ধ-সেন্দুৰ ওলাইছে নহয়, আৰু কিবা এটা—হিঙুল ? নহয় নহয় কিবা ৰ'বা—কুঙ্কুম—কুঙ্কুম ওলাইছে নহয়, চহৰত সেই বিধহে দিয়ে ; তেনেবোৰ আনি যদি বিয়াৰ সময়তে আমাক নিপিন্ধালা নিদিলা, পিছতনো সুমিত্ৰাই চহৰৰ

পৰা আমাক দিবনে ?” সুমিত্ৰাৰ মাকে মাত দিবলৈ পোৱাৰ আগতে বয়স্কা এজনীয়ে মাত লগালে, “আই, সেন্দুৰ ৰঙা হলেই হ'ল—তাতে এসোপা গোন্ধ দিয়া, কেচেমা-কেচেম গোন্ধৰ বটলৰ তেলসোপা, আই সেই বিলাক বঙলুৱা বস্তু আমাক নহলেও হ'ব, পাছে সেই কিবা বোলেচোন ৰসগোল্লা নে কি আমাৰ পেহীৰ পুতেকৰ বিয়াত খাইছিলোঁ আই, সেইবিধ পাৰ যদি আনিবি।” এজনীয়ে শিশু পুতেকক পিয়াহ দি সুলকি যাব খোজা মেখেলাত খামোচ মাৰি কৈছে, “এই ৰাক্ষসৰ খোৱাটোহে ডাঙৰ কথা। পেহী, বাখৰৰ গছনো কেইডাল মান আনিব, নে কেৱল হাৰৈ চেৰেকীহে মাৰিব ?” কইনাৰ মাকে ধীৰেৰে ক'লে, আই, “মইনো সেই বিলাক কেনেকৈ কম ?” সুৰটো যেন চকুলোৰ ছিটিকণিৰে সেমেকা।

হৰিনাৰায়ণ, বিনন্দৰ ভাগীৰ থুৰাক, মণ্ডলীতে আৰম্ভ কৰি কাননগো হৈ অৱসৰ লৈছে। স্থানীয় মানুহে তেওঁক হৰি কান্‌গুই বোলে। হৰি কাননগুৱে সেইখিনিত ডাঙৰ মানুহ, ডাঙৰ এই অৰ্থত যে টিনৰ ঘৰ আছে, তাতে আকৌ ঘৰটো সাতচলীয়া, পদুলিৰ আগত ডাঙৰ পুখুৰী এটা আৰু নাৰিকলৰ গছ চাৰি শাৰী আছে। আৰু মাহেকত এবাৰকৈ গুৱাহাটীলৈ নগলে গা-মন ভাল নাথাকে (অৱশ্যে পেঞ্চন আনিবলৈ যায়), যিটো সৰ্বসাধাৰণৰ ভাগ্যত নঘটে। তেওঁ নামজ্বলাও হৈছে ; আজিকালিৰ এই অৰ্থত যে মেল-সবাহে সকলোতে ভাগ লয়, ইবেলি কংগ্ৰেছৰ মিটিঙতো নিৰ্ভয়ে সমুখত আসন লৈছিল আৰু আৱশ্যক হলে সভ্য হোৱাৰ প্ৰতিশ্ৰুতিও দিছিল। তদুপৰি চহৰৰপৰা অহা কংগ্ৰেছৰ কৰ্ত্তা-সকলক তেওঁৰ চ'ৰাঘৰত বহুৱাই ডাব খুৱাইহে যাবলৈ দিছিল। এনে অৱস্থাত বিনন্দৰ ছোৱালী চহৰত ধনী ঘৰত বিয়া দিব, আৰু তেওঁৰ ছজনী ছোৱালীৰ সৰহভাগ অৰ্থাৎ চাৰিজনীকে গাঁৱত বোকাৰ মাজত বিয়া দিবলগা হৈছিল আৰু বাকী দুজনীৰ বাবেও ভৱিষ্যত উজ্জ্বলতৰ নহয়, এই কথাত যদি তেওঁৰ ঈৰ্ষা হয় আমি সততাই বেয়া বুলিব নোৱাৰোঁ।

পত্নুলিৰ সমুখতে বিনন্দক লগ পাই কাননগোৱে হাঁহি মাৰি ক'লে, "বোপাই শুনিছোঁ, শুনি বৰ সুখ পাইছোঁ, হওক হওক, বংশত হওক, মানুহে কয় বোলে—পুৰুষস্য ভাগ্যং। পুৰুষস্য ভাগ্যং নহয় বোপাই, স্ত্ৰীয়াঃ হে ভাগ্যং—ছোৱালীৰ ভাগ্যইহে ভাগ্য, নহলেনো তুমি আশা কৰিছিলানে এনে এজন দৰা পাবা?"

বিননন্দই পেটে পেটে যদিও কানুগুইক ভালপোৱাতকৈ ভয় কৰে বেছি, কিজানি ক'ৰবাত এটা ঘন্টক লগায়, সেই কাৰণে অতি বিনয় ভাৱে ক'লে, "কেনেকৈনো কব খুৰা ছোৱালীৰ ভাগ্যত কি আছে, এতিয়া দেখিবলৈ—"

আকস্মিক ভাৱে কিবা কৈ কাননগোৰ সংযমৰ চাবি হেৰাই গ'ল, নিজে নভবাকৈ মুখেৰে ওলাবলৈ ধৰিলে, "ইমানখন বিনয় কেলৈ? মোৰ চকুত ধুলি মাৰিবলৈ চেষ্টা নকৰিবাচোন, মই সাতঘাটৰ চেঙেলী, তোমাৰ ছোৱালীয়ে কেনেকৈ দৰা যতনালে আমি নজনাকৈ আছোঁনে? আমাৰ ছোৱালীক সিবোৰলৈ যাব নিদিওঁ দেখিছে।"

কাননগোৰ খং উঠিলে কামৰূপত উজনীয়া কথা কয় আৰু উজনিত হেনো কামৰূপী কথা কৈছিল, তাৰ কাৰণ অৱশ্যে তেওঁ বুজে। বিনন্দ পাটোৱাৰী এনে আক্ৰমণত বিবুদ্ধি হ'ল, কাৰণ বয়সিয়াল মানুহ এজনে অনাহকত এনেবোৰ কথা কব পাৰে তেওঁ ভবাই নাছিল। তথাপি মৰণত শৰণ দি ক'লে, "আহিছে যেতিয়া তামোল এখনকে খাই যাওক।" বুঢ়া কাননগোৰ প্ৰতি অপমানহে কৰা হ'ল; তেওঁ ক'লে, "কোনটো সাতচলীয়া চ'ৰাঘৰত বহুৱাই মোক তামোল খুৱাবি হেঁা? জোৱাঁয়েৰক আদৰি নি জলপান খুৱাবি, ধনী জো ৱাঁই পাইছ নহয় আমাক কিয় মানুহ বুলি লেখিবি? আজি-কালিৰ ছোৱালী চহৰত পঢ়িবলৈ দিয়েনে এইবোৰ জোৱাঁই ধৰাত ফান পাতে", নিজকে সম্বোধন কৰি ডাঙৰকৈ ক'লে।

বিনন্দৰ বাঁও হাতৰ কঁপনি উঠিল, মনে ক'লে—"কাট ইয়াক, দোষ নাই," সোঁহাত আৰু সংযমে ক'লে, "ছিঃ! দিহা পৰামৰ্শ লবলৈ মানুহো নাই, চহৰৰ ধৰণ-কৰণ আমি নাজানো, আপুনি যদি

অলপ দিহা পৰামৰ্শ নিদিয়ে—" বিনন্দই ক'ব পৰা জানো সহিষ্ণুতা আনি. ইমানখিনি শিষ্টাচাৰ দেখুৱালে। "বাৰু বাৰু" বুলি কাননগোৱে অলপ সংযত সুৰত কৈ তাৰপৰা আঁতৰি গ'ল। বিনন্দই খঙাল দৃষ্টিৰে অলপ বেলি চাই নিজৰ কামত মন দিলে আৰু মাটিত কেইটামান কোদালৰ চাব মৰাৰ লগে লগে মনত যেন সেই কোববোৰৰ জিনিকা লাগিছিল—"সাৰি গলি যা বাপু" !

সুমিত্ৰা সাধাৰণ গাঁৱলীয়া ছোৱালী ; দেখিবলৈ ভাল,—গৈছিল চহৰত থকা পেহীয়েকৰ সহায়কাৰী হিচাপে ; লগৰ ছোৱালীৰ লগত স্কুলত পাঢ়িলে। খোপাৰ ঠাইত বেণী যিদিনা পোনতে গোঁথে সিদিনা ডিঙিটো কিবা কিবা পাইছিল, দুইকাষে যেন উদি, চেঁচা বতাহবোৰে যেন তাতেহে কোবায় কিন্তু সহ্য হৈ গ'ল, সেয়ে 'ফেছন' (ৰীতি অৰ্থত) হৈ গ'ল। লাহী খোজত কিতাপ কেইখন সমুখৰ পিনে বাঁওহাতেৰে দাঙি ধৰি সোঁহাত লাহে লাহে বুলাই যেতিয়া লগৰীয়ানী সকলৰ লগত আগবাঢ়ে, জাকত সুমিত্ৰা সহজতে জিলিকি উঠিছিল, লনী ডিঙি'ধুনীয়া চকু আৰু যৌৱন-শ্ৰীৰ প্ৰভাৱত।

এই সৰলা গাঁৱলীয়া ছোৱালীজনী ধনীৰ নন্দন নিত্যানন্দ চৌধাৰীৰ চকুত পৰা দেখি বহুতে আচৰিত হৈছিল, তেওঁৰ বংশৰ গৌৰৱ আৰু অৰ্থৰ প্ৰাচুৰ্য্যৰ ফালৰপৰা। কোনো সমনীয়াই তেওঁক ইতিকিং কৰি সুধিছিল, "চৌধাৰী, এখেত আপোনাৰ অফিচিয়েল নে, নন্ অফিচিয়েল হ'ব ?" "সেইবোৰ বিষয়াবোৰক সুধিব, আমাৰ এজনী হ'লেই হ'ল," এই বুলি কৈয়ে নিত্য মোটৰ বা চাইকেলত আঁতৰি যায়, আৰু বন্ধুবোৰেই তেওঁৰ উদ্দেশ্যে পিছত কয়, "মাতাল সংসাৰৰ !"

বিয়া নিৰুপদ্ৰৱ ভাৱে হৈ গ'ল ; হৰিকাননগোৱে আবেলিৰপৰা আহি নিশা বিয়া ভগাতহে আঁতৰিল, চহৰীয়া ভাষাত কথা কবলৈ সুযোগ পোৱাও তেওঁ এটা সৌভাগ্য বুলি ভাবিছিল আৰু চহৰীয়া বৰযাত্ৰীৰ মাজত যদি কংগ্ৰেছ কৰ্ত্তৃপক্ষৰ কোনোবা আহে গাঁৱৰ উন্নতি কল্লে তেওঁ ইতিমধ্যে কিমানবোৰ কাম কৰিছে, সেইবোৰৰ

নিৰ্ঘণ্ট দিয়াও এটা উদ্দেশ্য আছিল, কিন্তু ওপৰ তৰপৰ কৰ্মী সকলক নাপালে, মজলীয়া তৰপৰ লগত কথা কৈয়ে তেওঁ সন্তুষ্ট থাকিল। ইয়াৰ মাজত তেওঁক উৎসাহ যোগাইছিল আৰু এটা কথাই যে নিত্যানন্দই যদিও ছোৱালী চাই বিয়া কৰাইছিল, তেওঁৰ মাক-বাপেকৰ এই বিষয়ে তিমান মত নাই, মাক বিৰোধীয়ে।

সুমিত্ৰাৰ বিয়াৰ পিছৰ আধ্যা বৰ সুখৰ হোৱা নাই। কইনাৰ লগত যি মানুহ গ'ল তেওঁলোকে আদৰ অভ্যৰ্থনা পোৱা দূৰত থাওক অলপ ককৰ্থনা পোৱা বুলিলেও অতিৰঞ্জিত নহয়। ঢুলীয়া-কালীয়া অৰ্থাৎ আজিকালিৰ দিনৰ বেণ্ড আৰু ক্লেৰিয়ানট বজোৱা মানুহ-বোৰক খুৱাই-ধুৱাই বিদায় দি নিত্যানন্দৰ দেউতাক শ্ৰদ্ধানন্দ চৌধাৰীয়ে (আগৰ নাম শ্ৰদ্ধা মহাজন) ক'লে, ঢুলীয়া-কালীয়া গ'ল লেঠা মৰিল, এতিয়া কইনাৰ লগত কোন কোন আহিছে খবৰ কৰচোন। এই সৰু মানুহবোৰৰ আকৌ মানহানি বেছি।" তাৰ উত্তৰত কইনাৰ মোমায়েক নিৰ্ঝ্জু স্বভাৱৰ দুৰ্জ্জন মহন্তই ক'লে, আমি আছোঁ দিয়কচোন, আমাৰ বাবে ভাবিব নালাগে।"

তেওঁ ঘৰলৈ আহি ভিনিহিয়েক বিনন্দ পাটোৱাৰীক ক'লে, "ভিনিহি, তই চকুৰ মূৰ খাই ছোৱালীজনীক সেইটো ঘৰলৈ দিলি," বিনন্দই ক'লে, "সেইবোৰ যি হ'ল হ'ল। ছোৱালীৰ কপাল, তই বায়েৰক এইবোৰ কথা নুশুনাবি।" "মোক কেঁচুৱা পাইছনে, মই তোকহে কৈছোঁ", খুলশালীয়েকে ক'লে। দুয়ো হমুনিয়াহ পেলালে।

চকুলো আৰু হমুনিয়াহ দুয়োটা এক পৰ্য্যায়ৰে সামগ্ৰী, এটা যেনে অন্তহীন গীত আৰু আনটো তাৰ অন্তৰা। সুমিত্ৰাৰ কোমল মুখ শেঁতা পৰিছে, উজ্জ্বল চকু নিস্তেজ হৈছে, সুন্দৰ ডিঙিৰ সিৰবোৰ দূৰৰপৰা দেখা গৈছে। জীৱন অৰ্থহীন, সংসাৰ মূল্য-হীন, প্ৰেম ভ্ৰান্তি, পূজা নিৰৰ্থক—এনেবোৰ কথাই যেন তেওঁৰ অন্তৰৰ এটা কোঠালীৰপৰা আনটো কোঠালীলৈ কিবা এটা সম্ভেদ বিচাৰি ঘূৰি ফুৰিছে,—চাৰিওপিনে ঘোপমৰা এন্ধাৰ, বাহিৰৰপৰা এটা কথাৰো সম্ভেদ পোৱা নাযায় কাক সুধিব, কোনে ক'ব? মাক,

হাঁয়ৰে দূৰ অতীতৰ লোভনীয় পদাৰ্থ! আজি তেওঁৰ আগত সকলো কথা হিয়া উজাৰি ক'ব পাৰিবানে? দৈহিক অত্যাচাৰৰ কথা ক'ব পাৰি, মানসিক উৎপীড়নৰ কথা কোৱা টান। আজি কেইজনী পুৰৰমণীক কোন দুৰ্দান্তই লজ্জানাশৰ শাৰীত পেলালে বাতৰি কাকতত্তো প্ৰকাশ কৰিব পাৰি, কিন্তু মনৰ গহীন প্ৰকোষ্ঠত কিমান গহীন কুৎসিত অভিনয় হৈ গ'ল তাৰ কোনোবাই সংকেতো দিয়েনে? মৰণ—যদি মৰণকে বৰিব লগীয়া হয় তেন্তে জীৱন কিয়? অভিমান কাৰ ওচৰত? অভিমান ভাঙিবলৈ যদি কোনোবা থাকে তেন্তে অভিমান শোভা পায়। ফেঁচাই বাহিৰত যেতিয়া নিউ নিউ কৰে সুমিত্ৰাই কয়, "নিশ্চয় মোৰ বাবে। এইবাৰ তোৰ অন্তৰৰ কথা নহয়—নিয়তি, যমেও বোধহয় মোক ক'ব উভতি যা।"

নিত্যানন্দই সৌন্দৰ্য্য ভাল পাইছিল, কিন্তু সৌন্দৰ্য্য চিৰস্থায়ী বা একেখন ঠাইতে থাকে এই কথা তেওঁ বিশ্বাস নকৰিছিল। যেতিয়া কৰ্ত্তব্য আৰু হেঁপাহৰ মাজত দ্বন্দ্ব উপস্থিত হৈছিল তেতিয়া তেওঁ আকণ্ঠ সুৰাপান কৰিছিল, ধনীৰ ঘৰত এইবোৰ অনিন্দনীয় ৰীতি। তাতে যোৱা যুদ্ধত, অৰ্থাৎ যুদ্ধৰ বাহিৰত থাকি যুদ্ধৰ সুচলত, নিত্যানন্দই যিমান খিনি পইচা উপাৰ্জন কৰিছে, তেওঁৰ পিতাক মাকেও বিশ্বাস কৰিছিল যে এজন ল'ৰা নিত্যানন্দই কাকো বা কোনো উদ্দেশ্যত দান কৰি বিপদত নপৰিলে নিজৰ সম্ভোগত তাক উৰাব নোৱাৰে আৰু পৈত্ৰিক যিখিনি সম্পত্তি আছে তাৰে তেওঁৰ সৰু ভায়েকেও সমানে স্বাধীন ভাৱে জীৱন অতিবাহিত কৰাৰ সুচল পাব।

পূৰ্ণিমাৰ জোন পশ্চিম আকাশত লেৰেলি পৰিছে, নিয়ৰত সেমেকা গেন্ধাই ফুলৰ গোন্ধ লৈ জাৰৰ বতাহ খিৰিকীত খুন্দিয়াই ব্যৰ্থ হৈ উভতি গৈছে, এনেহেন ক্ষণত মদ্যভাৰাক্ৰান্ত সুৰ লৈ নিত্যই ঘৰৰ বাহিৰৰপৰা ঘৈণীয়েকক কৈছে, "সাৰে আছা, দুৱাৰ মেলি দিয়া।" জাৰৰ নিহালি ঠেলি থৈ সুমিত্ৰাই দুৱাৰ মেলি দিলে। গিৰিয়েকৰ অৱয়ৱ নিৰীক্ষণ কৰি ক'লে, "ৰাতিতো পুৱালেই আৰু অলপ পলমে অহাহেঁতেন হ'ল হয়।"

নিত্যই অলপো খঙৰ ভাৱ নেদেখুৱাই ক'লে, "লোকাপবাদ ! লোকাপবাদ ! ৰামায়ণ তোমালোকে পঢ়িছানে নাই জানো, ৰামে কৈছিল— লোকাপবাদো বলবান মতোমে ।"

নিত্যৰ কথাৰে ঘৈণীয়েকে ৰৰকৈ কাণ নিদি ক'লে, "শোৱকগৈ এতিয়া ।"

নিত্যই ঘৈণীয়েকৰ কথালৈ কাণ নকৰি মনতে তেওঁৰ ক্ষুণ্ণতা অনুমান কৰি কৈছে, "তুমি চাগৈ ভাবিছা মদপীয়ে আকৌ কিহৰ ৰামায়ণ মহাভাৰত কয়, নহয় জানো ?"

"আপুনি এতিয়া শুবনে ভৰি হাত ধুব ? পানী তপতাই দিম ?"

"লোকাপবাদ কিহত তুমি বুজা নাই ?" নিত্যই সুধিলে। "ধনীৰ ল'ৰাই নিশ্চয় উদ্ভণ্ডালি, চুলুঙালি সোপাকে কৰিব পাৰে, দিনত কৰিলেহে নিন্দাৰ পাত্ৰ হয়"— একে সুৰতে নিত্যই কৈ গ'ল।

"নিজে যদি কৰিব পাৰে, লোক লজ্জাটোহে ডাঙৰ হ'লনে ?" সুমিত্ৰাই অলপ বিতৃষ্ণাৰে সৈতে ক'লে ।

"ঠিক কৈছা, কিন্তু ঠিক ক'লে কি হ'ল, কৰিব পাৰিলে তোমাৰ পৌৰুষৰ শলাগ ললোহেঁতেন," নিত্যই ক'লে ।

সুমিত্ৰাই অত্যন্ত ব্যথিত সুৰত ক'লে, "পৌৰুষ ! পৌৰুষ থকা উচিত পুৰুষৰ !"

"ব'বা, এই ভৰি দুখন তোমাৰ ভৰি নহয়নে ?" নিত্যই হঠাতে সুধিলে ! ঘৈণীয়েকে ভাবিলে, প্ৰলাপ ! একো উত্তৰ নিদিলে। "তুমি ইমান শুকালা কিয় ?" নিত্যই পুনৰ সুধিলে আৰু চকু দুটাৰে তৰতৰকৈ সুমিত্ৰাৰ ভৰিৰ পিনে চাই ৰ'ল।

সুমিত্ৰাই ভয় খালে যে কিজানি মূৰ্চ্ছা যায়। নিত্যই সুমিত্ৰাৰ চকুত সিদিনাহে প্ৰথম চকুলো দেখিলে। চকুলো মচি দি লাহে লাহে ক'বলৈ ধৰিলে, "সুমিত্ৰা, তুমি নাভাবিবা মই অন্ধ । মানুহ অন্ধ নহয় ; মদপী হলেও অন্ধ নহয়, বেয়া ঠাইত আসক্ত হলেও অন্ধ নহয়, ই হিচাপৰ ভুল, বিচাৰ শক্তিৰ ভুল। এনে এটা ভুল হিচাপ, এনে এটা অন্ধ অনুমান তোমাৰ হাতলৈ আহি পৰে বিশ্বাস হয়

এয়ে সত্য, এয়ে নিভু́ল। কু-অভ্যাসে চেপি মনুষ্যত্ব বিকল কৰে, ন্যায়ৰ মানদণ্ড, স্নেহ-মৰ্যাদাৰ মানদণ্ড সেই হাতত কঁপি উঠে— ফলত লোকে সুবিচাৰ নাপায়।" সুৰৰ পৰ্দা অলপ ওপৰলৈ তুলি ক'লে—"মদপীৰ মুখত নীতি-বচন তোমাৰ ভাল লগা নাই, নহয়?" সুমিত্ৰাৰ অন্তৰত অভূতপূৰ্ব্ব এটা শান্তিৰ নিজৰা যেন বৈ আহিব খুজিছিল, হঠাৎ প্ৰশ্নটোত বাধা পালে।......

শুনা যায় হৰি কাননগোৰ মনত দুঃখ, সুমিত্ৰা সৰ্ব্বতোভাৱে ভাগ্যৱতী হৈ উঠিছে, পূৰ্ব্বাপৰ কাহিনী মনত কৰি সুমিত্ৰাৰ মাকে ভাবে—ছোৱালীৰ ভাগ্য।

# বিহু সন্মিলন

লক্ষ্মীনাথ ফুকন

সভাৰপৰা আঠমান বজাত ঘূৰি আহি বিচিত্ৰময়ীয়ে দেখিলে গগনমণ্ডলে তেওঁৰ বন্ধু বিশল্যকৰণীৰ লগত বাহিৰৰ কোঠাটোত বহি কথা পাতি আছে। তেওঁলোকৰ আগেদিয়েই বিচিত্ৰময়ীয়ে খট্ খট্ কৰি ভিতৰলৈ সোমাই গ'ল। তেওঁৰ পিছে পিছে সোমাল এবছৰীয়া ল'ৰাটো লৈ খাছীয়ানী আয়াজনী।

বিচিত্ৰময়ী পোনে পোনেই পাকঘৰ পালেগৈ। পাক-ঘৰটো এন্ধাৰ। চুইচটো টিপি দিলত বিজুলী-চাকিৰ পোহৰত গোটেইখন জলমলাই উঠিল। বিচিত্ৰময়ীয়ে দেখিবলৈ পালে তেওঁ ঘৰৰপৰা ওলাই যাওঁতে পাক-ঘৰটোত য'ৰ বস্তু যেনেকৈ পৰি আছিল এতিয়াও তেনেকৈয়ে পৰি আছে, অলপো অদল-বদল হোৱা নাই। দুৱাৰ চুকত যে খৰি কেইডাল সিঁচৰতি হৈ আছিল এতিয়াও তাতেই তেনেকৈয়ে পৰি আছে। বিচিত্ৰময়ী যাওঁতে সাঁফৰখন নমৰাকৈয়ে চাহৰ টিনটো জুহালৰ কাষতে এৰি গৈছিল। এতিয়াও তাত সাঁফৰখন লগাহি নাই।

বিশল্যকৰণীক বিদায় দি গগনমণ্ডল সোমাই আহিলত বিচিত্ৰ-ময়ীয়ে ক'লে, "আপোনাক মই ভাত ৰান্ধিবলৈ কৈ গৈছিলোঁ নহয় ? ভাত যে বন্ধা নায়েই, জুইকুৰাও ধৰি থব পৰা নাই। এতিয়া থাকক লঘোনে।"

কেইদিনমান হৈছে ভাত বন্ধা চাকৰ ল'ৰাটো টকা আৰু ৰেচন-কাৰ্ড কেইখন লৈ বজাৰলৈ যাওঁতেই পলাল। খাছীয়ানী আয়া-জনীয়ে কাঁহী-বাটি ধোৱাৰ বাহিৰে পাক-ঘৰত একো কাম নকৰে, কাঁহী-বাটিও ধুইছে চাকৰটো পলোৱাৰ পিছৰপৰা হে। ল'ৰাটোৰ

আলপৈচান ধৰোঁতে আৰু তাৰ জেঙা মাৰোঁতেই তাইৰ সময় যায়।

গগনমণ্ডলে ক'লে, "থাকিব লাগে যদি থাকিম লঘোনে। বিশল্যকৰণী আছি ওলালছি, তাক আৰু খেদাই দিব পাৰোঁ নে ?"

বিচিত্ৰময়ী—কামৰ সময়ত আহিলে খেদাই দিব লাগিব তো। এতিয়া মই আৰু ভাত-পানী ৰান্ধিব নোৱাৰোঁ। আজি গোটেই দিনটো কিমান খাটিব লগা হৈছে মইহে জানিছোঁ। গোটেইখন সভাৰ জঞ্জাল মোৰ মূৰৰ ওপৰেদিয়েই গৈছে। খাটি খাটি আধামৰা হলেও জানো পৰিত্ৰাণ আছে ? মই কলোঁ আজি বক্তৃতা মই নিদিওঁ, আনেই দিয়কচোন। নাই শুশুনে। আকৌ বক্তৃতাও দিব লগা হ'ল।

গগনমণ্ডলে একো নেমাতি জুহালত খৰি কেইডালমান দি তাৰ তলতে কাগজৰ সৰু শুৰা এটা সুমাই জুইশলাৰ কাঠি এটা মাৰি জ্বলাই দিলে। জুই খৰিত গৈ লাগিলত চচ্‌পেন এটা আওখালি ওপৰত তুলি দিলে। তাৰ পাছত টিন এটাৰপৰা দাইল কেইটামান উলিয়াই বাটি এটাত ধুই চচ্‌পেনটোত বাকি দি পীৰা এখন পাৰি গগনমণ্ডল বহিল।

বিচিত্ৰময়ীয়ে সভালৈ যোৱা কাপোৰ-কানি সলাই আন এসাজ পিন্ধি মুখখন ভালকৈ ধুই গালত পৰি থকা চুলি কেইডাল ঠিক কৰি খোপাটো সোলোকাই আকৌ বান্ধি পাকঘৰলৈ গৈ আপোনা-আপুনিয়েই কোৱাৰ দৰে ক'লে, "মই নেলাগিলে ভাত আজি হৈছে ? দাইলত লোণ হবলা দিয়াই নাই। এইখিনিত বহি বা কৰিছে কি ? হালধি অলপমানকে বাটিব পাৰে দেখোন।"

গগনমণ্ডলে পতাখন ওচৰ চপাই লৈ হালধি বাটিবলৈ ধৰিলে।

( ২ )

গগনমণ্ডল উকীল। মানুহে তেওঁক অৱশ্যে বিচিত্ৰময়ীৰ গিৰিয়েক বুলিহে বেছিকৈ জানে। তেওঁলোকৰ ঘৰটোক আনকি মানুহে

গগনমণ্ডলৰ ঘৰ বুলি বিচিত্ৰময়ীৰ ঘৰ বুলিহে কয়। অনেকে তেওঁক মিষ্টাৰ বিচিত্ৰময়ীও বোলে। তেওঁ তাত আপত্তি কৰিব লগীয়া একো দেখা নেপায়, বৰং তেনেকৈ তেওঁৰ চিনাকি দিয়াটো ন্যায়-সঙ্গত হৈছে বুলিয়েই ভাবে। যদি গিৰিয়েকৰ নামৰ আগত মিচেছ লগাই ঘৈণীয়েকৰ পৰিচয় দিব পাৰি, তেনেহলে ঘৈণীয়েকৰ নামৰ আগত মিষ্টাৰ লগাই গিৰিয়েকৰ পৰিচয়নো দিব পৰা নেযাব কিয়? তদুপৰি এতিয়া যে আগৰ দিন নাই।

বিচিত্ৰময়ীয়ে গিৰিয়েকক কয়, "আপুনি মিছাতেহে উকীল হ'ল। মই নোহোৱা হলে আপোনাৰ ফালে দেখোন আধ্যাই। কেনেকৈ নো বি-এল পাছ কৰিলে জানো আপুনি? পৰীক্ষাত নকল মাৰি পাছ কৰিলে নেকি? আপুনি নহৈ মই হ'ব লাগিছিল উকীল, দেখিলেহেঁতেন তেতিয়া। ইমান দিনে দুমহলীয়া পকী ঘৰ উঠালোঁ-হেঁতেন। আপোনাৰ দৰে লঠঙা চাইকেলত উঠি কাছাৰীলৈ গলোঁহেঁতেন নে কিবা? গলোঁহেঁতেন মানুহৰ চকুত চমক লগাই মটৰত উঠি, জানিছে?"

গগনমণ্ডলে উত্তৰ দিয়ে, "কেলেই নো নাই জনা আকৌ? বঢ়িয়াকৈ জানিছোঁ। এই জন্মত সি আৰু হৈ নুঠিল; অহা জন্মত তুমি কিন্তু উকীলেই হবা মই বেচকৈ বুজিছোঁ। উকীল হলে মোলৈ আকৌ নেপাহৰিবা। আন নহলেও মোক তোমাৰ মটৰ ড্ৰাইভাৰ পদটোকে দিবা। মই মটৰ চলাই নিওঁতে তুমি মোৰ কাষতে বহি যাব লাগিব কিন্তু। আগৰ কথা মই আগতে কৈ থলোঁ।"

বিচিত্ৰময়ী— গৈছোঁ মই আপোনাক মোৰ মটৰৰ ড্ৰাইভাৰ লবলৈ। আপুনি উকীল হৈয়ে ফলালে, মটৰ ড্ৰাইভাৰ হৈ কি ফলাবগৈ। আপুনি চলোৱা মটৰত উঠি কোনে খাৱৈত পৰি মৰিবলৈ যাব? মই তো নেযাওঁৱেই। মই যাকে তাকে ড্ৰাইভাৰ নলওঁ, ভালকৈ পৰীক্ষা কৰি চাই হে ড্ৰাইভাৰ লম। উপযুক্ত ড্ৰাইভাৰ নেপালে মই নিজেই মটৰ চলাম। আপুনি বৰকৈ ধৰিছে যেতিয়া লম বাৰু আপোনাক হেণ্ডিমেনকে কৰি।

গগনমণ্ডলে কব কি ? তেওঁ বিচিত্ৰময়ীৰ মুখৰ ফালে চায়, আৰু কথা কওঁতে কেনেকৈ ঘৈণীয়েকৰ কাণৰ দুলযোৰ জোকাৰ খায় তালৈ মন কৰে। গগনমণ্ডলে ভাবে বিচিত্ৰময়ী এনেয়ে মহিলা মহামণ্ডলৰ ঘাই সম্পাদিকা হোৱা নাই। গুণ আছে দেখিয়েই হে তেওঁক সেই পদত অধিষ্ঠিত কৰি ৰাখিছে। গুণ যে আছে গগনমণ্ডলে সদায় দেখিবই লাগিছে। বিচিত্ৰময়ী নথকা হলে ঘৰখন এনেকৈ কেতিয়াও নচলিলেহেঁতেন। টকা দিয়া মক্কেলতকৈ টকা নিয়া মক্কেলহে গগনমণ্ডলৰ বেছি।

বিচিত্ৰময়ীয়ে মাজে-সময়ে গগনমণ্ডলক কয়, "আপুনি ওকালতিৰ লগতে কিবা সভা-সমিতি এখনৰ ঘাই সম্পাদক হৈ নলয় কিয় ? নতুনকৈ মহাসভা মহা সম্মিলন এখনকে পাতি লব পাৰে দেখোন। ভালকৈ পাতি লব পাৰিলে পইচা আছে জানিছে ? সভা-সম্মিলন বুলিলেই বৰঙণি আৰু আপুনি কাৰ পৰা কিমান বৰঙণি আদায় কৰিলে মানুহে চাই থাকিবনে ? হিচাপটো ঠিক কৰি ৰাখিব মাথোন, লাগিলে ময়েই শিকাই দিম। দুৰ্নীতি-নিবাৰণী বা তেনে ধৰণৰ সম্মিলন এখনৰ সম্পাদক হলে গৱৰ্ণমেণ্টেও আপোনাক খাতিৰ কৰিব নহয়। ছেগ চাই চাই দিব ভালকৈ গৱৰ্ণমেণ্টক সমালোচনা কৰি বক্তৃতা বা খবৰ কাগজত দীঘলীয়া বিবৃতি। কিন্তু আপোনাক এইবোৰ কথা কোৱা মিছা, আপোনাৰ বুধিয়ে এইবোৰ ঢুকি নেপায়গৈ।"

( ৩ )

কুলিয়ে কু-উ-উ বুলি বিহুৰ জাননী দিলেহি। অশোক জোপা ফুলেৰে ৰমকজমক হৈ উঠিল। মদাৰজোপাৰ ফুলবোৰ সৰি কুঁহি পাত ওলাল। বৰষুণ পাই ডুবৰি বনেও ঠন ধৰিলে। গছৰ পাতে পাতে নতুনকৈ সেউজীয়া বোল লাগিল।

বিচিত্ৰময়ীয়ে মহিলা মহামণ্ডলৰ তৰফৰপৰা বিহু উপলক্ষে এখন

বিহু সন্মিলন আয়োজন কৰিছে। তাত মুখ্যমন্ত্ৰীয়ে সভাপতিত্ব কৰিব বুলি খবৰ-কাগজত প্ৰকাশো পাইছে, যদিও প্ৰকৃততে মুখ্য-মন্ত্ৰীলৈ আবেদন হৈ গৈছে তেওঁৰ সম্মতি এতিয়াও অহা নাই। কাগজত আৰু প্ৰকাশ পাইছে যে সন্মিলনখন উদ্বোধন কৰিব শ্ৰীযুতা সুচেতা কৃপালনীয়ে।

মহিলা মহামণ্ডলৰ সহকাৰী সম্পাদিকা ৰূপলাৰণ্যময়ীয়ে বিচিত্ৰময়ীক সুধিলে "সুচেতা কৃপালনীৰ নামটো নো কাগজত উলিয়াই দিলে কিয়? তেওঁ তো আহিব নোৱাৰোঁ বুলি লিখিলেই।"

বিচিত্ৰময়ী— বিহু-সন্মিলনৰ গুৰুত্ব বুজাবৰ কাৰণে উলিয়াই দিছোঁ, তাকো বুবুজিলা নে? আমি তিৰোতাবিলাকো যে পৰি মৰা নহওঁ মতাবিলাকে বুজক। চোচিয়েলিষ্ট বিলাকে সিবাৰ সন্মিলন পাতোঁতে নেদেখিলা নে অশোক মেহতা আহিব বুলি কাগজত উলিয়াই দিলে। পিছে আহিল জানো? ডিব্ৰুগৰত উকীলবিলাকে সন্মিলন পাতোঁতে সভাপতি হ'ব বুলি পোনতে কাৰ নাম উলিয়াইছিল মনত আছে নে? এতিয়াও সুচেতা কৃপালনী নাহিল কি হ'ল? কাগজত নাম ওলাই গ'ল তো?

ৰূপলাৰণ্যময়ী— আপুনি বহুত দূৰলৈ চায়। মই যে কথাটো ধৰিব পৰাই নাছিলোঁ।

বিচিত্ৰময়ী— ধৰিব পাৰিবা লাহে লাহে। তুমি নো মহিলা মহামণ্ডলত সোমাবৰ কিমান দিন হৈছে হে? পিছে বিহু সন্মিলন-খন সকলো ৰকমে জয়জয়কাৰ কৰি তুলিব লাগিব বুজিছা। চাহ-জলপানৰো আয়োজন কৰিম বুলি ভাবিছোঁ। তুমি কি বোলা?

ৰূপলাৰণ্যময়ী— মই কি বোলোঁ? বৰ বঢ়িয়া বোলোঁ। আপুনি কব আমি কি কৰিব লাগিব। টকা তুলিব নেলাগিব জানো? টকা নহলে চাহ-জলপান খুৱাব কেনেকৈ? মানুহ কিমান মাতিব খুজিছে?

বিচিত্ৰময়ী— মোৰ লিষ্টি মতে এশজনমানেই হৈছে। টকাও তুলিব লাগিব নিশ্চয়। মই কি ভাবিছোঁ জানা? টকা আমাৰ সভ্যসকলৰপৰাই তুলিম, আনৰ ওচৰত আৰু হাত নেপাতোঁ। মই ঠিক কৰিছোঁ প্ৰত্যেক সভ্যই কমেও তিনি টকাকৈ বৰঙণি দিব লাগিব আৰু দিব লাগিব কমকৈও পাঁচখন তিল-দিয়া পিঠা। তিল দিয়া পিঠা নহলে বহাগ বিহুটো নো পাতিবা কেনেকৈ? দোকানত তো আৰু তিল দিয়া পিঠা কিনিবলৈ নেপায়, সেইদেখি ঘৰৰপৰাই আমি আনিব লাগিব, নহয় জানো?

ৰূপলাৱণ্যময়ীয়ে "কেলেই নহয় আকৌ" বুলি কৈয়েই গালে, "অতিকৈ চেনেহৰ মুগাৰে মহুৰা তাতোকৈ চেনেহৰ বহাগৰ বিহুটি নেপাতি কেনেকৈ থাকোঁ।

সবৰ-ন পলাশবৰীয়া মুগাৰ ৰিহা-মেখেলাযোৰৰ খচখচনি তুলি লচপচকৈ আহি ময়ূৰভঙ্গী দেবীয়ে মাত লগালে, "টকাকে লাগিলে মই দুটামান বেছিকৈ দিম, তিল দিয়া পিঠা হলে এখনো দিব নোৱাৰোঁ! চাকৰটো বিহু বুলি ছুটী লৈ ঘৰলৈ গ'ল। পিঠাগুৰি মই খুন্দিম কেনেকৈ?"

বিচিত্ৰময়ী— আপোনাৰ ওজৰ-আপত্তি মই একো নুশুনো। পাঁচখন তিল দিয়া পিঠা আপুনি দিব লাগিবই। চাকৰ নেথাকিল কি হ'ল? মিষ্টাৰ ময়ূৰভঙ্গী আছে তো? তেৱেঁই পিঠাগুৰিখিনি খুন্দি দিব পাৰিব। আপুনি দেশৰ সেৱাত এনেকৈ লাগি ফুৰিছে, তেওঁ আপোনাক এইকণো সহায় কৰি দিব নোৱাৰিব নে? আপুনি মিষ্টাৰ ময়ূৰভঙ্গীক বুজাই কব, আৰু কব যে তেওঁ পিঠাগুৰি খুন্দি নিদিলে তেওঁৰ ওপৰত আমি গৰিহনাৰ প্ৰস্তাৱ দিম।

ৰূপলাৱণ্যময়ী— মিষ্টাৰ ময়ূৰভঙ্গী বোলাটো কিন্তু আপোনাৰ ঠিক হোৱা নাই, শ্ৰীমান ময়ূৰভঙ্গীহে বোলা উচিত। ইংৰাজৰ শাসন গ'ল যেতিয়া মিষ্টাৰ বোলাটো এতিয়া আৰু অকণো শোভা নেপায়।

বিচিত্ৰময়ীয়ে গগমনগুলক লগত লৈ ঘোঁৰা-গাড়ী এখনত উঠি হুকুমচান্দ গোৰেস্কাৰ দোকান ওলালগৈ। হুকুমচান্দ বাবুৱে গাদীত বহি খাতা এটা মেলি লৈ হিচাপ-পত্ৰ চাই আছিল। তেওঁলোকক দেখি তেওঁ বহাৰেপৰা "ৰাম ৰাম" বুলি নমস্কাৰ জনালে, আৰু চকী দুখনলৈ আঙুলিয়াই তেওঁলোকক তাতে বহিবলৈ কৈ অহাৰ কাৰণ সুধিলে।

বিচিত্ৰময়ীয়ে ক'লে, "আমাৰ বিহু সন্মিলনৰ নিমন্ত্ৰণ চিঠি পাইছে নহয়? আপুনি যাব লাগিব দেই। সভাপতিত্ব কৰিব মুখ্যমন্ত্ৰীয়ে নিজে। এশজন মানুহক নিমন্ত্ৰণ কৰা হৈ গৈছে, আৰু কৰিব লাগিব পঞ্চাছজনমান।"

প্ৰকৃততে ষাঠিজনমানক হে নিমন্ত্ৰণ কৰা হৈছে আৰু তাতকৈ বেছি মানুহ নিমন্ত্ৰণ কৰাৰ মতলব বিচিত্ৰময়ীৰ নাই। ছপা কৰা দুশখন চিঠিৰ ভালেমান নাম ঠিকনা পৰ্য্যন্ত লিখা হৈ তেওঁৰ মেজ-খনৰ দেৰাজটোতে যে পৰি আছে তাক তেওঁৰ বাহিৰে আন কোনেও নেজানে। ৰূপলাৱণ্যময়ীৰো ধাৰণা যে চিঠিবোৰ বিলি হৈ গ'ল, কাৰণ বিচিত্ৰময়ীয়ে তেওঁক তেনেকৈয়ে বুজাইছিল।

হুকুমচান্দ বাবুৱে খাতাটো জপাই চচ্‌মাযোৰ খুলি খাপটোত সুমুৱাই থৈ বিচিত্ৰময়ীৰ গালৈ এবাৰ, মুখলৈ এবাৰ চাই উছাহৰ সুৰেৰে ক'লে, "নিশ্চয় নিশ্চয়। মই যাম, জৰুৰ যাম।"

বিচিত্ৰময়ী— আপুনি অকল গলেই নহ'ব, চাহ-জলপানৰো আমি আয়োজন কৰিছোঁ নহয়। তাৰ খৰচখিনিও আপুনি দিব লাগিব। মহামণ্ডলৰ সকলো সভ্যৰে অনুৰোধ লৈ মই আপোনাৰ ওচৰলৈ আহিছোঁ।

হুকুমচান্দ বাবুৱে কাপোৰৰ পাৰমিটৰ কাৰণে টেণ্ডাৰ দিছে, আৰু যাতে তেওঁ পাৰমিট পায় তাৰ বাবে চেষ্টা কৰিবলৈ বাকী থোৱা নাই। এইখিনি খৰচো তাৰ লগৰে যেনিবা। কংৰেছী মহলে

মাজে সময়ে তেওঁৰপৰা এনেকৈ টকা আদায় কৰি থাকেই, কত বাৰ যে তেওঁ এনে চাহ-মেলৰ খৰচ বহন কৰিছে, মহিলা মহা-মণ্ডলক তেওঁ এতিয়া নিৰাশ কৰিবনে ? মহিলা মহামণ্ডলকো পাৰিলে হাতত ৰখা ভাল, সময়ত কামত আহিব পাৰে। তদুপৰি মুখ্যমন্ত্ৰীয়ে বিহু-সন্মিলনত সভাপতিত্ব কৰিব যেতিয়া তেওঁ পিছ হোঁহকা ঠিক নহ'ব।

হুকুমচান্দ বাবুৱে ক'লে, "আপুনি কৈছে যেতিয়া দিব লাগিব। কিমান টকা হলে হ'ব ?"

বিচিত্ৰময়ী— তিনিশৰ কমে কোনো ৰকমেই নহয়, মই হিচাপ কৰি চাইছোঁ।

হুকুমচান্দ বাবুৱে তিনিখন এশ টকীয়া নোট আনি বিচিত্ৰময়ীক দিলেহি। তেওঁৰ হাতৰপৰা নোট তিনিখন লৈ বিচিত্ৰময়ীয়ে গগনমণ্ডলক দিলত হুকুমচান্দ বাবুৱে সুধিলে, "এখেত কোন ? আপোনাৰ চেক্ৰেটেৰী নেকি ?"

বিচিত্ৰময়ী— মোৰ ঘৰৰ মানুহ। চেক্ৰেটৰীও বুলিব পাৰে অৱশ্যে। আপুনি আগেয়ে চিনি নেপায় নেকি ? তেখেত হিয়াৰে উকীল দেখোন, আপোনাৰ কিবা কৰিব লাগিলে কব।

হুকুমচান্দ বাবুৱে "জৰুৰ জৰুৰ" বুলি গগনমণ্ডলৰ ফালে চাই চকু দুটা ঘূৰাই আনি বিচিত্ৰময়ীৰ মুখখনত থলেহি। গগনমণ্ডলে হুকুমচান্দ বাবুলৈ পোন্দোৰাকৈ চালে, চায়েই ইফালে মুখ কৰি বিচিত্ৰময়ীক জনালে যে ইমানতেই উঠিবৰ হ'ল।

বিচিত্ৰময়ীয়ে হুকুমচান্দ বাবুক ক'লে, "আপুনি টকা দিয়া কথা যেন কোনেও গম নেপায়, আমাৰ মানুহৰ কথা জানেই নহয়। আপুনি কাৰবাৰী মানুহ। অনেকে অনেক অৰ্থ উলিয়াব। মানুহে কব আপোনাৰ কিবা স্বাৰ্থ আছে, নহলে ঘপকৰে আপুনি এনেকৈ চাহ-মেলৰ কাৰণে তিনিশ টকা দিব কিয় ? জানিলে মুখ্যমন্ত্ৰীয়েও বেয়া পাব। অৱশ্যে তেখেতক মই পিছত জনাম। মই বাক বেয়া কৈছোঁনে ?"

হুকুমচান্দ— আপুনি কেলেই বেয়া কব, আপুনি খুব ঠিক কৈছে। ঘূৰি আহোঁতে পাণবজাৰত সোমাই এশ টকীয়া নোট এখন ভঙাই বিচিত্ৰময়ীয়ে নিজলৈ ব্লাউজৰ কাপোৰ দুডোখৰ, জোতা এযোৰ, আৰু পাউডাৰ এটেমা, ল'ৰাটোলৈ চোলাৰ কাপোৰ আৰু কিবাকিবি খেলনা, আৰু গগনমণ্ডললৈ দুটা কামিজৰ কাপোৰ কিনিলে।

( ৫ )

মুখ্যমন্ত্ৰী বিহু-সন্মিলনলৈ আহিব নোৱাৰিলে। তেওঁ হঠাতে দিল্লীলৈ যাবলগীয়া হ'ল। সন্মিলনৰ কৃতকাৰ্য্যতা কামনা কৰি তেওঁ এটা বাণী পঠালে আৰু বিচিত্ৰময়ীয়ে তাক পাঠ কৰি সকলোকে শুনালে। মুখ্যমন্ত্ৰীৰ অনুপস্থিতিত হুকুমচান্দ বাবু কিন্তু বৰ নিৰুৎসাহ হ'ল।

যৌৱনবিলাসিনী দেৱীয়ে বিহু উপলক্ষে বিশেষকৈ লিখা দীঘলীয়া কবিতা এটা ঠেও লগাই লগাই আবৃত্তি কৰিলে। কৃষ্ণবিমোহন বৰুৱাই একেবাৰে ৰ লাগি শুনি আপোনা আপুনিয়েই কৈ উঠিল, "চমৎকাৰ।"

তেওঁৰ ওচৰতে বহি থকা তেওঁৰ বন্ধু ৰাধিকামনমোহন চক্ৰৱৰ্ত্তীয়ে মাত লগালে, "কি চমৎকাৰ? মানুহজনীনে কবিতাটো?"

কৃষ্ণবিমোহন— মানুহজনীও চমৎকাৰ, কবিতাটোও চমৎকাৰ। তুমি কি কোৱা?

ৰাধিকামনমোহন— মই কওঁ মানুহজনীহে চমৎকাৰ, কবিতাটো নহয়।

কৃষ্ণবিমোহন— কবিতাটো কেলেই নহয়?

ৰাধিকামনমোহন—কিবা বুজিব পাৰিলা জানো?

কৃষ্ণবিমোহন— ওখ খাপৰ কবিতা এনেকুৱাই হয়। মানুহে সততকাই বুজিব নোৱাৰাতে তাৰ বিশেষত্ব। তদুপৰি কবিতা বুজাৰ বস্তু নহয়, উপভোগৰ হে বস্তু। অসমীয়া ভাষাক নতুন ৰূপ দিছে

যৌৱনবিলাসিনী দেৱীয়ে জানা ? তেওঁৰ কবিতাৰ কিতাপখন পঢ়ি চাবাচোন। আ-হা-হা চমৎকাৰ !

হাত-চাপৰিৰ লগে লগে তেওঁলোক নিমাত হ'ল। এইবাৰ উঠিল নিৰ্দ্দিষ্ট বক্তা গন্ধমাদন তহবিলদাৰ। তেওঁ পুৰণি অসমৰ বিষয়ে অনুসন্ধান কৰি অনেক তথ্য আবিষ্কাৰ কৰিছে আৰু তাৰ সুখ্যাতিৰ সৌৰভে গোটেই অসম দেশ আমোলমোল কৰি তুলিছে। তেওঁক নিৰ্দিষ্ট বক্তা স্বৰূপে পোৱাটো মহিলা মহামণ্ডলৰ পক্ষে বৰ সৌভাগ্যৰ কথা।

গন্ধমাদনে তেওঁৰ বক্তৃতাত ক'লে, "অনেকৰ মতে, অনেক নহলেও কোনো কোনোৰ মতে, বিহু বিষুব শব্দটোৰ পৰা আহিছে। কিন্তু মই কওঁ যে সি ভুল। বিহু আহিছে সংস্কৃত বিহঙ্গম শব্দটোৰ পৰা। বিহঙ্গম মানে চৰাই। চৰাই উৰে, মুকলি মনেৰে আকাশত উৰে। বিহু আহিলে মানুহৰো মন উৰে। বিহঙ্গমৰ পৰা বিহু শব্দটো নোলোৱা হলে বিহুত আমাৰ মনে উৰোঁ উৰোঁ নকৰিলে-হেঁতেন, আমি সকলোৱেই ইমান মুকলিমূৰীয়া নহলোঁহেঁতেন। আপোনালোকে অৱশ্যে সুধিব পাৰে বিহঙ্গমৰ পৰা বিহ হে হ'ব লাগিছিল, বিহু হ'ল কেনেকৈ ? এই উটো কেনেকৈ লাগিল ? উত্তৰ নিচেই সহজ। এই উটো লাগিল কুলিৰ কু-উ-উৰ পৰা। বিহঙ্গমৰ পৰা যে বিহু ওলাইছে আপোনালোকৰ এতিয়াও সন্দেহ আছে নে ?"

হুকুমচান্দ বাবুৱে চিয়ঁৰি উঠিল, "নাই, নাই নাই"।

গন্ধমাদন বহাৰ লগে লগে হাত-চাপৰি গিৰগিৰাই গ'ল। বিচিত্ৰময়ীয়ে উপস্থিত সকলোলৈকে শলাগৰ শৰাই আগ বঢ়ালে। সভানেত্ৰী সুকোমলমতী হাজৰিকানী, যৌৱনবিলাসিনী, গন্ধমাদন আৰু আন দুই-চাৰিজনৰ লগতে হুকুমচান্দ গোৱেঙ্কালৈকো তেওঁ এখন শলাগৰ শৰাই বেলেগে আগ বঢ়ালে। বিচিত্ৰময়ীয়ে ক'লে যে হুকুমচান্দ বাবুৰ দৰে আন মাৰোৱাৰীসকলেও যদি অসমক মোৰ বুলি লয় তেনেহলে অসমৰ উন্নতি অনিবাৰ্য্য। হুকুমচান্দ বাবুক হাত বুলাই ৰাখিব পাৰিলে তেওঁৰ অনেক বিষয়ত যে সুবিধা হ'ব সেই কথা বিচিত্ৰময়ীৰ বুজিবলৈ বাকী নাই।

বিহু-সন্মিলনখন সুচাৰুৰূপে সম্পন্ন হৈ যোৱা বাবে মহিলা মহা-মণ্ডলৰ কাৰ্য্যকাৰিকাসকলৰ নথৈ ৰং, বিচিত্ৰময়ীৰ বিশেষকৈ। সকলোৰে শলাগ তেওঁ যে পালেই, লগতে তেওঁৰ দেখাদেখিকৈয়ে ত্ৰিনিশ টকা লাভ হ'ল।

আহিব লগীয়া অনেক মানুহ সন্মিলনলৈ নাহিল কিন্তু তাৰ প্ৰকৃত কাৰণ অজ্ঞাত হৈয়ে ৰ'ল। সেই বিষয়ে ভাবি মূৰ ঘমাবলৈ কোনেও ভাল নেপালে। নাহিল যদি, নাহিল, বিহু-সন্মিলন কিবা নোহোৱাকৈ থাকিল নে? গগনমণ্ডল নহাটো কিন্তু কাৰ্য্যকাৰিকাসকলৰ চকুত বৰকৈ পৰিল, বিশেষকৈ এই বাবেই যে তেওঁ বিচিত্ৰময়ীৰ গিৰিয়েক।

ৰূপলাৱণ্যময়ীয়ে সুধিলে, "শ্ৰীমান বিচিত্ৰময়ী নাহিল কিয়?"

বিচিত্ৰময়ীয়ে সোণৰ হাতঘড়ীটো চাবি দি দি ক'লে, "ময়ে ঘৰত থৈ আহিলোঁ দেও হে। ল'ৰাটোৰ গা ভাল নহয়, পানীয়েই লাগিছেনে কি হৈছে জানো? খাছীয়ানী আয়াজনীও ছিলঙলৈ গ'ল সিদিনা, কেই দিনমানৰ পাছত হে আহিব। তেখেতৰ হাততে সেই দেখি ল'ৰাটো দি আহিছোঁ। মই নহা হলে জানো হ'লহেঁতেন?"

ৰূপলাৱণ্যময়ী— আপোনালৈ মোৰ সঁচাকৈয়ে বৰ ঈৰ্ষা হয়। আমাৰজনক কিন্তু মই এতিয়ালৈকে এনেকৈ চলাব পৰা নাই। কালি মোক কি কৈছে জানে? কৈছে বোলে এই বাৰ বিহুতলীলৈ যাব বিহু মৰা চাবলৈ। ভালেমান বছৰ হেনো বিহু মৰা চোৱা নাই।

বিচিত্ৰময়ী— তুমি পিছে কি কলা?

ৰূপলাৱণ্যময়ী— মই কি কম আৰু মনে মনে থাকিলোঁ।

বিচিত্ৰময়ী— মই হোৱা হলে কি কলোঁহেতেন জানা?

ৰূপলাৱণ্যময়ী— কি ক'লেহেঁতেন?

বিচিত্ৰময়ী— কলোঁহেঁতেন যাব খুজিছে যক, ময়ো যাম বিহু-তলীলৈ বিহু মাৰিবলৈ।

ৰূপলাৱণ্যময়ী— ইস তেনেকৈ মই কেনেকৈ কম?

বিচিত্ৰময়ী— কব নোৱাৰা থাকাঁ। আনকগৈ বিহুতলীৰেপৰা এজনীক ধৰি। তেতিয়া পাবা মজাটো। ব'লা এতিয়া, বাকী বিলাকক দেখোন গলেই। ঘৰত বা কি হৈছে আকৌ ?

ৰূপলাৱণ্যময়ীৰ মটৰখনতে আহি বিচিত্ৰময়ী ঘৰৰ আগত নামি ভিতৰলৈ সোমাই গ'ল। পিছ ফালৰ বাৰাণ্ডাটোত্তে কান্ধত পেলাই ল'ৰাটো লৈ লাহে লাহে তাৰ পিঠিত চপৰিয়াই গগনমণ্ডলে তহলি তহলি যিমানে পাৰে লেনিয়াই মিহিকৈ গাইছে, "বাৰীতে বগৰি ৰুলে—এ, আমাৰে মইনাকণ শুলে—এ।"

তেতিয়া আকাশত দুটি এটি তৰা ফুটিছিল।

# পতিত আৰু পতিতা

ত্ৰৈলোক্যনাথ গোস্বামী

মনোৰমা পত্নী বাসন্তীৰ মৃতদেহ চিতাৰ ওপৰত তুলি নিজ হাতেৰে মুখত জুই লগাই দিয়াৰেপৰা মোৰ মন বিষাদৰ ঘন অন্ধকাৰেৰে আবৃত হৈ থাকিল। নিঃসঙ্গ জীৱন, নিভৃত চিন্তা, তাকেই সাৰটি লৈ দিন নিয়াব ধৰিলোঁ। পলে পলে মোৰ মনত পৰে বাসন্তীৰ বিশৃঙ্খল চুলিৰে আবৰা শেঁতা মুখখনি আৰু চকুৰ আগতে দপ্ দপীয়া জুয়ে গ্ৰাস কৰা শেষ মাধুৰ্য্য। মনক প্ৰবোধ দিব নোৱাৰি নিৰলে অকলে চকুপানী টোকোঁ। জীৱনৰ প্ৰাৰম্ভতে যি ধুমুহাই মোৰ প্ৰিয়তমা পত্নীক কাঢ়ি লৈ গ'ল সিয়েই মোৰ অন্তৰতো সিঁচি দি গ'ল গভীৰ নৈৰাশ্যৰ বীজ। সেই বাবে মূৰ শিতানতে থৈ দিয়া মোহমুদ্গৰখন উলিয়াই কেতিয়াবা কেতিয়াবা পঢ়োঁ। প্ৰায় সদায়েই এফেটা শ্লোক চকুত পৰে—

কা তব কান্তা কস্তে পুত্ৰঃ।
সংসাৰোহমতীৱ বিচিত্ৰঃ ॥

অলপ সময়ৰ কাৰণে বাসন্তীৰ চিন্তা তল পৰি স্বগত মহাপুৰুষৰ প্ৰতি ভক্তিৰ ভাবত মূৰ দোঁ খাই যায়। মনতে ভাবোঁ ত্ৰিকালজ্ঞ ঋষি-মুনি সকলৰ তথ্যবচন নোহোৱাহেঁতেন সংসাৰৰ সৰহ ভাগেই দুখ-শোক, জ্বালা-যন্ত্ৰণাত আত্মঘাতী হ'লহেঁতেন। আন দুটি এটি শ্লোকো পঢ়োঁ। কেতিয়াবা তাৰে মাজতেই "পুত্ৰ পৰিবাৰ সবহি অসাৰ, কৰবো কাহেৰি সাৰ" বুলি নজনাকৈ দুই এশাৰী বৰগীতো গুণগুনাই গাই পেলাওঁ। ক্ষণেকৰ বাবে মনৰ স্থৈৰ্য্য ফিৰে। উদাস দৃষ্টিৰে কোনো এফালে চাই থাকোঁ।

মনৰ এনে অস্থিৰতাৰ মাজতো সম্পন্ন কৰিবলগীয়া নানান কাজ

আছে। বামুণ কুলত জন্মিছোঁ যেতিয়া সংস্কাৰ আছে—বেদবিহিত কৰ্ম্ম কৰিব লাগিব, মন্ত্ৰ প্ৰভাৱত প্ৰেতাত্মাক মুক্তি দিব লাগিব।

লাহে লাহে দানোৎসৰ্গৰ দিন আহিল। মুকলি হাতে মোৰ যি আছিল সকলো উলিয়াই দিলোঁ। মানুহেই জীয়াই নাথাকিল যেতিয়া মোৰ একোৰে আৱশ্যক নাই—সংসাৰত্যাগী হম, মায়া জৰীৰ বান্ধোনত সোমাই দুনাই বিষময় জ্বালা ভোগ নকৰোঁ।

বাসন্তীৰ মৃত্যু উপলক্ষে কৰা কাজ-কামৰ সিদিনাই শেষ দিন। পুৰোহিতে হুকুম শুনালে, "বাপা সেৱা কৰা।" ডিঙিত গামোচাখন দুজাপ কৰি লৈ মই আঁঠু ললোঁ। পুৰোহিত দেৱে আশীৰ্ব্বাদ দিলে—প্ৰভুৱে মোক ধন সোণ, ঐশ্বৰ্য্য বিভূতিৰে বিভূষিত কৰক, মোক তেজস্বী, যশস্বী কৰক আৰু সোনকালে মোৰ বিয়াখন হৈ উঠক। পুৰোহিতৰ শেষ বাক্যত মই ধৈৰ্য্যচ্যুত হৈ চিঞৰি উঠিলোঁ, "দেউ মোক সেই আশীৰ্ব্বাদ নিদিব। সংসাৰত মোৰ আসক্তি নাই, মায়াডোলত বান্ধ খাবলৈ আকাঙ্ক্ষা নাই।" ব্ৰাহ্মণমণ্ডলীয়ে মোক বুজালে "পাহৰি যোৱাঁ বোপা। সকলো কচুপাতৰ পানী। এই আছে এই নাই। তুমি ডেকা মানুহ। কতই তিনিকুৰি চাৰিকুৰি বছৰতো নতুন সংসাৰ পাতিছে। তোমালৈ দিন উকলি গ'লনে? তোমাৰ মূৰৰ চুলিৰ সমান আয়ুস আছে। পাহৰি যোৱাঁ। তোমাৰ পত্নী তোমাৰ শত্ৰু আছিল। সেই বাবে তেওঁ তোমাক এৰি গ'ল। আকৌ নতুনকৈ ঘৰ পাতি সুখী হোৱাঁ।"

ব্ৰাহ্মণসকলে মোক নানাভাবে বুজালে যদিও মোৰ মনৰ গতি অলপো পৰিৱৰ্ত্তিত নহ'ল। আন হাতে তেওঁলোকৰ ওপৰত মোৰ খঙেই উঠিল কিন্তু সিদিনা তেওঁলোক মোৰ ঘৰত অতিথি। সেই বাবে প্ৰতিবাদ নকৰি মনে মনে থাকিলোঁ।

কাম-কাজৰ শেহত বাসন্তীৰ বিৰহ আগতকৈয়ো বেছিকৈ অনুভৱ কৰিব ধৰিলোঁ। ইমান দিন শ্ৰাদ্ধাদিৰ যোগাৰত ব্যস্ত আছিলোঁ। মনৰ দুখ-শোকো সেই বাবে অলপ পাতলি আছিল। এতিয়া কৰ্ম্মহীন জীৱন পাই চিন্তা ভাবনাই কেউপিনৰ পৰা জুমুৰি দি

ধৰিছে। সদায় মনটো সুদা সুদা লাগে। ঘৰটোৰ ভিতৰলৈ সোমালেই দেখিবলৈ পাওঁ বাসন্তীয়ে ব্যৱহাৰ কৰা আৰ্চি, ফণী, তেলৰ বোটল ইত্যাদি বস্তুবোৰ। এইবোৰে মনৰ যন্ত্ৰণা দুগুণে বঢ়াই দিয়ে আৰু লাহে লাহে এই ঘৰৰ প্ৰতি মোৰ মায়া মোহ টুটি আহিবলৈ ধৰে। অৱশেষত এদিন কোনো উদ্দেশ্য নোহোৱাকৈয়ে এই যন্ত্ৰণাৰ আকৰ ঘৰটোৰ পৰা ওলাই আহিলোঁ। হাতত যি অলপ টকা-পইচা আছিল সেয়ে মোৰ সম্বল হ'ল। বাকী বয়বস্তু য'তে যি আছিল ত'তেই এৰি আহিলোঁ। যাম ক'লৈ একো থিৰ কৰা নাই। তথাপি ওলালোঁ। মনত আশা এনে এখন ঠাই বিচাৰি উলিয়াম য'ত বিচ্ছেদৰ দাৰুণ মনস্তাপ নাই. বিৰহৰ তুষানল নাই।

দুবছৰ কাল এই দৰে ঘূৰি ফুৰিলোঁ। লুইতৰ কোবাল সোঁতত উঠি ভাহি যোৱা নল-খাগৰিৰ দৰে এঠাইপৰা আন ঠাইলৈ গৈছোঁ। ক'তো থিতাপি লগা নাই, লাগিবৰো ইচ্ছা হোৱা নাই। এইদৰে দীঘল দুটি বছৰ পাৰ হৈ গ'ল। তথাপি মনলৈ স্থিৰতা নাহিল, অন্তৰৰ গুপুত বেদনা সম্পূৰ্ণৰূপে আঁতৰি ন'গল। অৱশেষত এই উদ্দেশ্যহীন জীৱনৰ মাজতো দেখিবলৈ পালোঁ এটি গতানুগতিকতা— অস্থিৰ অথচ অভিনবত্বহীন। ইয়াতো আমনি লাগিল। আকৌ ঘৰলৈ উভতিলোঁ।

ঘৰৰ ধ্বংসাৱশেষ আছে মাথোন। খুৰাই মোক আদৰি তেওঁৰ ঘৰলৈ লৈ গ'ল, হয়তো মৰমত, হয়তো স্বাৰ্থতাড়নাত। তেওঁৰ ল'ৰা তেতিয়া নাবালক অথচ তেওঁ স্থবিৰ। এনে স্থলত মই তেওঁৰ লগত থাকিব লাগে, গুৱাহাটীৰ যজমানৰ ঘৰৰ শ্ৰাদ্ধাদি আৰু পূজা-পাটলত সহায় কৰিব লাগে। যজমানৰ ঘৰলৈ গৈ পূজা হোম কৰা মোৰ প্ৰতি নতুন কাম নহয়। এনেবোৰ কামত অভ্যাস আছে কিন্তু আজি দুবছৰ এইবোৰৰ পৰা আঁতৰত থকাত মন্ত্ৰবোৰ ঠায়ে ঠায়ে পাহৰিছোঁ। তথাপি তাক আয়ত্ত কৰাত বৰ বেছি দিন নালাগিল।

খুৰাৰ কথাত মই লাহে লাহে বান্ধ খাই আহিবলৈ ধৰিলোঁ। আগৰ কৰ্ম্মহীন জীৱনৰ তুলনাত এতিয়া প্ৰণালীবদ্ধ কৰ্ম্মৰ মাজেদি

মোৰ দিন যাবলৈ ধৰিলে। ৰাতিপুৱাতে ব্ৰহ্মপুত্ৰত গা-পা ধুই সন্ধ্যা আহ্নিক কৰা, দুপৰীয়া খাউন্দৰ ঘৰত শালগ্ৰাম পূজা কৰা আৰু আবেলি শ্ৰাদ্ধ-পদ্ধতি, বিবাহ-ব্যৱস্থা আদি পুথিবোৰৰপৰা মন্ত্ৰাদি মুখস্থ কৰাটো মোৰ নিত্য নৈমিত্তিক কামৰ ভিতৰত পৰিছে। ইয়াৰ উপৰিও মাজে সময়ে খুৰাৰ লগত যাব লাগে, তেওঁক সহায় কৰিব লাগে।

খাউন্দৰ ঘৰৰ সকলোৰেই আনক আপোন কৰি লব পৰা গুণ আছে। ধনী, মানী, পৰিয়াল হলেও মই তেওঁলোকৰ আদৰ, মৰম পাঁহৰিব নোৱাৰোঁ। অলপ দিনৰ ভিতৰতে তেওঁলোকে মোৰ মনৰ বিমৰ্ষতা ভালেমান আঁতৰাই দিছে। ময়ো সংসাৰৰ খেলিমেলিৰ মাজলৈ আহি তাৰ বিচিত্ৰতাৰ মাজত নিজকে বিলাই দিবলৈ চাইছোঁ।

খাউন্দৰ ঘৰত শালগ্ৰাম পূজা কৰিবলৈ সকলোৱে সাহ নকৰে। অনেকেই দেৱতাৰ কোপানললৈ ভয় কৰে। পূজা-অৰ্চ্চনাৰ দোষ ত্ৰুটিৰ ফলত দেৱতাৰ কোপানল জাগে আৰু তাত দগ্ধ হয় যথেচ্ছাৰী পূজাৰী। মানুহে কয় এই শালগ্ৰাম মূৰ্তিৰ দেৱশক্তিৰ বলতেই খাউন্দৰ ঘৰ জয় জয় ময় ময় হৈ আছে। এনে জাগ্ৰত দেৱতাৰ পূজা সেৱা ভালকৈ চলিলে খাউন্দৰ ঘৰৰ শ্ৰীবৃদ্ধি অটুট থাকিব।

এনে এটি কথা আনে ক'লেও খাউন্দৰ ঘৰৰ পৰিয়ালৰ প্ৰায় সকলোটিয়েই এই বিগ্ৰহৰ পূজা সেৱাৰ প্ৰতি উদাসীন যেন দেখা যায়। শালগ্ৰামৰ পূজা হওক নহওক ঘৰৰ আটায়ে এঘাৰমান বজাত খোৱাবোৱা শেষ কৰি বিচনাত দীঘল দিয়ে। শালগ্ৰামৰ পূজা হোৱা সময়ত অনেকৰেই অকৰ্ম্মণ্য শৰীৰৰ কৰ্ম্মঠ নাকে ঘোৰ্ঘোৰাবলৈ ধৰে।

দেৱতাৰ পূজা সেৱালৈ অপেক্ষা কৰে মাথোন একেজনী হতভাগিনীয়ে। বিধবা তেওঁ যৌৱনৰ আশা-আকাঙ্ক্ষা মুকুলিত হওঁ নোহওঁতেই তেওঁ ব্ৰহ্মচাৰিণী। তেৱেঁই মন্দিৰৰ সোঁফালে থকা চালিথনৰ তলতে দেৱতাৰ পূজালৈ অপেক্ষা কৰি নীৰৱে অকলে

বহি থাকে। ফুল বেলপাত যোগাৰ কৰোৱা, দেৱতাৰ বাবে ভোগ বন্ধা অকল যেন তেওঁৰেই কাম। তেওঁৰ শাহুৱেক আছে, বুঢ়ী। তথাপি তেওঁৰো এইবোৰত কিবা আস্থা আছে যেন অনুমান হোৱা নাই। মাজে সময়ে তেৱোঁ মন্দিৰলৈ আহে কিন্তু পূজাৰ যোগাৰ কৰিবলৈ নহয়, বোৱাৰীয়েকৰ কাৰ্য্যত হকা-বধা কৰিবলৈ নাইবা তাত খুঁত উলিয়াবলৈ। কথাই কথাই বিধবা বোৱাৰীয়েকক উপলক্ষ্য কৰি তেওঁ কয়, "পাপিনী, আহিয়েই মাজু বাপাৰ জীৱন খালে। আৰু বা কি কৰিব খুজিছে।" শাহুৱেকে বোধহয় কিবা উত্তৰ আশা কৰি মোৰ পিনে চায়। মোৰ খং উঠে, মনত দুখো লাগে। মূৰ তুলি চাই দেখোঁ বোৱাৰীয়েকৰ শুকান মুখৰ ওপৰেদি চকুপানী বাগৰিব ধৰিছে। মোৰ অন্তৰ কান্দি উঠে। তেওঁৰ মুখখনৰ দৃষ্টি করুণ—ঠিক বাসন্তীৰ মুখখনিৰ দৰে, অলপ শুকান অথচ মৰম লগা। শাহুৱেকৰ প্ৰতি মোৰ ঘৃণা ভাব ওপজে কিন্তু তাক প্ৰকাশ কৰিব নোৱাৰোঁ। কাঠৰ পুতলাৰ দৰে সকলো কাণ্ড কাৰখানা চাই থাকি অৱশেষত আঁতৰি গৈ বেদীৰ ওচৰত কুশাসন পাৰি বহোঁ। সিংহাসনৰ পৰা শালগ্ৰাম নমাই আনি গা ধুৱাওঁ আৰু ফুল তুলসীৰে পূজা কৰিবলৈ আৰম্ভ কৰোঁ। শাহুৱেক আঁতৰি যায়, বোৱাৰীয়েকে আঁতৰৰপৰা দেৱতাৰ পূজা চাই থাকে। ইয়াতেই বোধহয় তেওঁ অলপ শান্তি পায়। এঘণ্টা, ডেৰ ঘণ্টাৰ পিছত মোৰ পূজা শেষ হয়। সভক্তিৰে দুনাই বিগ্ৰহ সিংহাসনত তুলি থওঁ আৰু বিষ্ণু-পাদোদক গ্ৰহণ কৰি ঘৰলৈ উলটিব খোজোঁ। কেতিয়াবা বোৱাৰীয়েকে মাতে—"বাপু, ইয়াতেই ভাত খোৱাঁ। কালি একাদশী গ'ল—পাৰণ কৰিব লাগে।"

মই আপত্তি নকৰোঁ। বৰ আদৰ মৰমেৰে তেওঁ মোক খুৱায়। বোধহয় তেওঁ মনতে ভাবে মোক খুৱালে তেওঁৰ পূৰ্ব্বজন্মৰ পাপৰাশি ধ্বংস হ'ব। আলু পিটিকা, কচু শাক, টেঁকিয়া শাক আদি সাধাৰণ বস্তু হলেও মই খাই তৃপ্তি পাওঁ।

ইও এটা মোৰ জীৱনৰ অভিনৱ অভিজ্ঞতা, আগৰ জীৱনৰ আমূল

পৰিৱৰ্ত্তন। সংসাৰৰ মায়াপাশে মোক দুনাই মেৰাই ধৰিলে নেকি ?

এদিনাখন মন্দিৰত সোমাই পূজা কৰি আছোঁ। দেৱতাৰ পূজাৰ আয়োজন সিদিনা আগতকৈ বেছি অথচ উপলক্ষও নাই। চাৰিওফালে পৰিষ্কাৰ পৰিচ্ছন্নতা, বস্তুবোৰ পৰিপাটিকৈ সজোৱা। পূজা আৰম্ভ কৰাৰ আগৰেপৰা ধূপ ধূনাৰ গোন্ধত গোটেই মন্দিৰটো আমোলমোলীয়া। ইয়াৰ অৰ্থ কি মই বুজিব নোৱাৰিলোঁ। বোধ হয় ই এটা দুখুনী বিধবাৰ অহৈতুকী আনন্দ। বিধবাৰ সন্তান-সন্ততি নাই। আনৰ ল'ৰা-ছোৱালীৰ লগত বৰকৈ হলিগলি কৰিলেও শাহুৱেকে দোষ ধৰে জানোচা পাপিনীৰ পৰশত পোনাহঁতৰ অমঙ্গল হয়। সেই বাবে নিদ্ৰিত, মূক দেৱতাৰ পূজা-পাতলৰ যোগাৰত তেওঁৰ এই আনন্দ; অথবা নিদ্ৰিত দেৱতাক জাগ্ৰত কৰাৰেই কিজানি ই আকাঙ্ক্ষাৰ বিকাশ ?

চিন্তা নকৰি কুশাসনৰ ওপৰত বহি পূজা আৰম্ভ কৰিলোঁ। বেদীৰ চাৰিওফালে সুসজ্জিত নৈবেদ্যৰ মাজত শালগ্ৰাম মূৰ্ত্তি জিলিকি উঠিল। ই যেন ভগৱানৰ তেজোময় জাগ্ৰত অৱস্থা। ভালেখিনি সময় শালগ্ৰাম ধ্যান কৰি মূৰ্ত্তিৰ মুখলৈ চাই থাকিলোঁ। মোৰ মনত ভাব হ'ল "ভগৱান জাগ্ৰত হয়।" যথাবিহিত পূজা আৰম্ভ কৰিলোঁ। মোৰ এনে একাগ্ৰতাৰে কেনোদিন দেৱতাৰ পূজা শেষ কৰা নাই। মই নিজৰ অস্তিত্ব পাহৰি গৈছোঁ। স্বয়ং ভগৱানেই যেন মোৰ হৃদিত স্থিতি লৈছেহি। ঠিক এনে সময়তে মোৰ পাছ ফালে মাত শুনিলোঁ—"বাপু!"

মই উচাপ খাই উঠিলোঁ। মূৰ ঘৰাই দেখিলোঁ মোৰ পিছত আঁঠু লৈ সেই দুখুনী বিধবা। তেওঁৰ গালত চকুপানীৰ সোঁত, মুখত অস্থিৰতাৰ ক্ষীণ কম্পন। নিস্তেজ, কান্তিহীন চলচলীয়া চকু দুটাৰে তেওঁ শালগ্ৰাম মূৰ্ত্তিৰ পিনে একেথৰে চাই আছে। অন্তৰৰ পুঞ্জীভূত বেদনাবোৰ যেন তেওঁ হিয়াৰপৰা উবুৰিয়াই দেৱতাৰ আগত প্ৰকাশ কৰিব খুজিছে—সাক্ষী মই—অন্নহীন, ছালছিগা দৰিদ্ৰ

ব্ৰাহ্মণ। মই আচৰিত হৈ সুধিলোঁ—"আপুনি! কান্দিছে কিয় ?"

"মই পাপিনী, দুখুনী বাপু! মোক মৰিবলৈ আশীৰ্ব্বাদ দিয়া।" যন্ত্ৰণাপীড়িত তেওঁৰ মুখৰ ওপৰেদি চকুপানী বই গ'ল। মই ৰাম নাম উচ্চাৰণ কৰিলোঁ, ভাবিলোঁ বিলাসকক্ষ, প্ৰমোদ উদ্যানৰ মাজতো জ্বালা যন্ত্ৰণাৰ বৃশ্চিক দংশন আছে, তিল্ তিল্‌কৈ জীৱন-নাশৰ তীব্ৰ হলাহল আছে।

তেওঁ কৈ গ'ল, "সঁচাকৈয়ে মই পাঁপিনী। কালি ল'ৰা এটাৰ গাত চাপৰ মাৰিলোঁ। আজি তাৰ জ্বৰ উঠি ছটফটাব ধৰিছে আৰু আয়ে তিৰস্কাৰ আৰম্ভ কৰিছে। মোৰ হাতত বিষ আছে—তাৰ পৰশত সকলো বিষাক্ত হৈ উঠে। বাপু, ময়ো মানুহ, সকলো সহ্য কৰিব নোৱাৰোঁ। মই মৰি যোৱাই মঙ্গল। মোক আশীৰ্ব্বাদ দিয়া।"

"তেনে কথা নকব আই!" সান্ত্বনাৰ সুৰত মই লাহেকৈ মাত লগালোঁ। "আপুনি ৰজাৰ ঘৰৰ বোৱাৰী—পাপিনী নহয়। ভগৱানে আপোনাক শান্তি দিব। তেওঁৰ নাম লওক। তেৱেঁই সকলোৰে গৰাকী।"

আকৌ মুৰ ঘূৰাই আধা শেষ কৰা পূজাত মনোযোগ দিলোঁ। কিন্তু নাই মোৰ উদাসীনতাৰ বাবে যেন ভগৱানৰ জাগ্ৰত মূৰ্ত্তি অন্তৰ্ধান হৈ গৈছে। সেই তেজোময় দীপ্তিৰ পৰিৱৰ্ত্তে দেখিবলৈ পালোঁ এডোখৰ কান্তিহীন প্ৰস্তৰ! ভয় আৰু অস্থিৰতাত মোৰ অন্তৰ কঁপিবলৈ ধৰিলে। অগত্যা বাকী পূজা ভাগ শেষ কৰিবলৈ মন মেলিলোঁ। কিন্তু মুখেৰে মন্ত্ৰৰ ঠিক উচ্চাৰণ নহ'ল। তথাপি মোৰ অভ্যস্ত হাতে ক্ৰম অনুসৰি ফুল বেলপাত দি যাবলৈ ধৰিলে। চঞ্চল মনৰ অস্থিৰতাৰ মাজেদিয়ে পূজা ভাগ শেষ কৰি প্ৰণাম কৰোঁ বুলি পিছুৱাই যাওঁতেই অজ্ঞাতে তেওঁৰ ভৰিত গচক পৰিল। আথে বেথে ৰাম হৰি উচ্চাৰণ কৰি তেওঁৰ ভৰিখন চুবলৈ খোজোঁতেই তেওঁ মোৰ হাতত খাপ মাৰি ধৰি ক'লে "কি কৰা, কি কৰা বাপু। তুমি বামুণ—কুল দেৱতাৰ পূজক।"

তেওঁৰ চেঁচা হাতৰ পৰশত মোৰ গোটেই গাটোতে এটি শিহৰণ অনুভৱ কৰিলোঁ। মনত লাজো লাগিল। অৱশেষত ফুটাই কলোঁ, "আই, মই আপোনাৰ ঘৰৰ এজন ভৃত্যহে মাথোন।"

উত্তেজিতা হৈ তেওঁ উত্তৰ দিলে "তুমি ভৃত্য নোহোৱা বাপু! তোমাৰপৰা মই যি সহানুভূতি পাওঁ আনৰপৰা তাক পোৱা হলে মোৰ মনৰ দুখ পাতলি গ'লহেঁতেন। কিন্তু ঘৰৰ সকলোৰে মই চকুৰ হুল। দিনে ৰাতিয়ে মই কেৱল পাওঁ দুটা মাত; অসহনীয় তিৰস্কাৰ। মোৰ জীৱনৰ আৱশ্যক নাই। সংসাৰৰ কেউচুকে দেখিছোঁ হলাহল। মই মাজতে জ্বলি-পুৰি মৰিছোঁ, যাতনাত চিৎকাৰ কৰিছোঁ। আৰু কিমান জ্বালা সহিম—"

কথা কৈ থাকোঁতেই তেওঁ কান্দিবলৈ ধৰিলে। দয়া আৰু করুণাত মোৰ অন্তৰ উপচি পৰিল। তেওঁৰ দুখৰ চকুপানী মচি দিবলৈ মোৰ প্ৰবল ইচ্ছা হ'ল কিন্তু সাহ নকৰিলোঁ। মাথোন তেওঁৰ মূৰৰ ওপৰত সোঁ হাতখন থৈ আশীৰ্ব্বাদ দিলোঁ আৰু মূৰৰ চুলিৰ মাজত পূজাৰ নিৰ্ম্মালি পিন্ধাই দি গধুৰ মনেৰে মন্দিৰৰপৰা ওলাই ঘৰমূৱা হলোঁ।

সিদিনাও এটা মোৰ জীৱনৰ নতুন অভিজ্ঞতা। জীৱনৰ করুণ কাহিনীৰ দুটি আধাফুটা কথাৰেও আনৰ হিয়া জয় কৰিব পাৰি। বেদনাৰ তিক্ততাৰ ভাগ লবলৈকো কেতিয়াবা কেতিয়াবা মানুহ উত্‍ৰাৱল হৈ উঠে। কিন্তু মই নিৰন্ন, দুৰ্ব্বল, শক্তিহীন। মই, জানো খাউন্দৰ বোৱাৰীয়েকৰ দুখ মোচন কৰিবলৈ সক্ষম? মনত প্ৰশ্ন উঠে। কিন্তু মোৰ উদ্ধত প্ৰকৃতি, উদণ্ড চেতনা, তাৰো নিশ্চয় গুৰুত্ব আছে, মূল্য আছে। নিঃসহায় বিধবাৰ বিষাক্ত আবেষ্টনীৰ মাজত তিলে তিলে জীৱনী শক্তি লোপ পাব ধৰিছে। আঁতৰৰপৰা মই তাক দেখিবলৈ পাইছোঁ। এনেস্থলত মই নীৰৱ দৰ্শক হৈয়েই থাকিমনে? মোৰ প্ৰকৃতিয়ে এই দুখুনী বিধবাৰ দুখত সমবেদনা জনাবলৈ মোক উদগায়। সংসাৰত শ শ ছোৱালীৰ কপালৰ ফোঁট মচা গৈছে আৰু শ শ পুৰুষৰ পত্নী বিয়োগো ঘটিছে। তথাপি বাসন্তীৰ বিয়োগত মোৰ মনৰ যি অৱস্থা হৈছে তাৰপৰাই এই

বিধবাৰ মানসিক যন্ত্ৰণা মই বেছিকৈ উপলব্ধি কৰিব পাৰোঁ। বসন্তৰ ফুল কলিটি আধা ফুলা হওঁতেই সি লেৰেলি গ'ল। তাৰ মনৰ কল্পনা, হিয়াৰ অতৃপ্ত পিয়াহ হিয়াৰ মাজতে লয় পালে। অপূৰ্ব্ব সৌন্দৰ্য্যেৰে উপচি পৰা বুকুত কাঁইটৰ শেলে থকাসৰকাকৈ বিন্ধিলে। কুলিৰ পঞ্চম ৰাগিণী শুনি এই শুকান ফুলটিয়ে দুনাই পাহি মেলিবনে? বিধবাৰ দুখত মোৰ প্ৰাণ কান্দি উঠে। মনতে ভাবোঁ তেওঁৰ দুখ মোচন কৰিম কিন্তু আগ নাবাঢ়ো। এয়েই বোধহয় নিষ্ফল সহানুভূতি।

আগৰ দৰেই খাউন্দৰ ঘৰলৈ অহা যোৱা কৰি আছোঁ, ঠিক আগৰ দৰেই শালগ্ৰাম পূজাও কৰিছোঁ কিন্তু দুনাই ভগৱানৰ উজ্জ্বল মুৰতি আগত প্ৰতিভাত হোৱা নাই। তথাপি নিবিষ্টচিত্তে ভগৱানৰ পূজা কৰিছোঁ ধন-দৌলত কামনা কৰি নহয়,—সেই হতভাগিনী বিধবাজনীৰ সুখৰ নিমিত্তে, শান্তিৰ নিমিত্তে। তথাপি ভগৱান জাগ্ৰত হোৱা নাই, মূক প্ৰস্তৰৰ কঠিন হৃদয় ভেদি আশীৰ্ব্বাদ ওলাই পৰা নাই।

আন এদিন। পূজা কৰিবলৈ গৈ দেখোঁ পূজাৰ যোগাৰ নাই। ওচৰৰ চালিখনৰ তলত বিধবা বহি কান্দি আছে। মই আঁতৰৰ-পৰা মাত লগালোঁ—"আই, পূজাৰ ধূপধুনা নৈবেদ্য আদিৰ যোগাৰ—?"

তেওঁ থিয় দিলে আৰু চকুপানী মচি ক'লে, "কৰা নাই বাপু! কৰিয়েই বা কি হ'ব? মানুহৰ দৰে ভগৱানো মোৰ প্ৰতি বিৰূপ। তথাপি ব'লা। এতিয়াও যোগাৰ কৰি দিওঁ।" এই বুলি তেওঁ মন্দিৰৰ ভিতৰলৈ সোমাই আহিল। ময়ো কুশাসন পাৰি কোষাঅৰ্ঘ সজাই ল'বলৈ ধৰিলোঁ। তেওঁ নৈবেদ্য সাজি সাজিয়েই কৈ গ'ল, "বাপু, আজি দীঘল তিনি বছৰ কাল ভগৱানৰ আৰাধনা কৰিলোঁ। ফল নহ'ল। দুখহাৰী ভগৱানে দ্ৰৌপদীৰ দুখ মোচন কৰিলে সঁচা, কিন্তু এই পাপিনীৰ প্ৰতি এবাৰ মুৰ তুলিও নাচালে। এতিয়া দেখিছোঁ মোক মানুহৰহে সহায় লাগে। মোৰ আপোন কেৰে

নাই। আই-বোপাই, ভাই-ককাই থকাহেঁতেন কিবা উপায় হ'লহেঁতেন। কিন্তু সিও নাই। মোৰ দশা যে কি হয়"— বিধবাৰ বুকুৰপৰা এটি হুমুনিয়াহ বাগৰি আহিল। মই ইতিমধ্যে শালগ্ৰাম মূৰ্তি স্নান কৰাই চন্দন, তুলসীৰে ভূষিত কৰিছোঁ।

তেওঁ কৈ গ'ল, "আইৰ তিৰস্কাৰ অসহনীয় হৈছে। ইয়াৰপৰা আঁতৰিব পাৰিলে মোৰ ৰক্ষা, নহলে মোকো হেনো সীতাৰ দৰে বনবাস দিব, দুৰ্বৃত্ত নৰপিশাচৰ মাজত মোক এৰি দিব।"

মই গম্ভীৰভাৱে উত্তৰ দিলোঁ "বুঢ়ী আই খঙাল। তেওঁৰ কথা বৰকৈ নধৰিব।"

মোৰ কথাত তেওঁ সান্ত্বনা নাপালে। ময়ো দুনাই কথা-বতৰাত যোগ নিদি ঘৰলৈ আহিলোঁ।

ইয়াৰ পিছত সদায় পূজা কৰিবলৈ যাওঁ আৰু দিনে দিনে বিধবাৰ অশান্তি বঢ়াৰ গম পাওঁ। দেৱতাৰ পূজা-পাতলত থকা তেওঁৰ আস্থা যেন হ্ৰাস পাবলৈ ধৰিছে। তেওঁৰ প্ৰকৃতিও আগতকৈ গহীন হৈছে, এটি সংশয় ভাবে গোটেই শৰীৰটোকে যেন আগুৰি পেলাইছে। মই মাজে সময়ে কথা সোধোঁ। কিন্তু অতি দুখেৰে তেওঁ মোক জনায়, "বাপু, সঁচাকৈয়ে এওঁলোকে মোক বনবাস দিব?"

মোৰো বুকুখন আতঙ্কত শিঁয়ৰি উঠে। কেবাদিনো একেৰোহে এই একেটি কথাকেই তেওঁ মোৰ আগত ক'লে। মই প্ৰতিজ্ঞা কৰি কলোঁ, "যদি সেয়ে হয় মই আপোনাক উদ্ধাৰ কৰিম, আপোনাক আশ্ৰয় দিম।"

অলপ সময়ৰ কাৰণে বিধবাই একেথৰে মোৰ মুখলৈ চাই থাকিল। তেওঁৰ মুখৰপৰা লাহে লাহে ওলাই পৰিল, "তোমাৰ জীৱনো কণ্টকিত হ'ব।" তেওঁ মন্দিৰৰপৰা লাহেকৈ ওলাই আহিল।

পাঁচ দিন পিছত দেখিলোঁ শালগ্ৰাম পূজাৰ পাতি কৰি দিয়ে এজনী সৰু ছোৱালীয়ে আৰু কেতিয়াবা বুঢ়ী আয়ে নিজেই। পলে পলে মোৰ তেওঁলৈ মনত পৰে। মন্দিৰটো সুদা লাগে। শালগ্ৰাম

মূৰ্ত্তিটো তেনেই নিস্তেজ হৈ পৰিছে। মৰো পূজা-পাতলত মনোনিবেশ কৰিব পৰা নাই। দুখুনী বিধবাৰ অনুপস্থিতিত দেৱতাও বিৰূপ হৈ গৈছে। চকুপানীৰ অৰ্ঘ্য সাজি বিধবাই আকুল অন্তৰে দেৱতাক নিজৰ জীৱন, যৌৱন দান কৰিছিল। তেৱেঁই আছিল প্ৰকৃত পূজাৰিণী, মই উপলক্ষহে মাত্ৰ। তেওঁৰ অনুপস্থিতি-তেই নিশ্চয় দেৱতাৰ মুখখনি ম্লান হৈ গৈছে। বিধবাৰ আত্ম নিবেদনত দেৱতা জাগি উঠিল। তাৰ বাবেই হয়তো মনত এই অনুশোচনা।

বিধবাৰ খবৰ লওঁ কিন্তু সঠিক সম্ভেদ নাপালোঁ। কেই দিন-মান পিছত জানিব পাৰিলোঁ তেওঁক আশ্ৰমলৈ পঠাইছে, তেওঁৰ ওপৰত সন্দেহ কৰি। সেই সন্দেহৰ জীৱন্ত কাৰণ মই নিজেই। মনতে বৰ লাজ পালোঁ। এই অপযশে মোক পশুতকৈয়ো অধম কৰি তুলিলে বুলি মনতে ভাবিলোঁ। হঠাৎ মনত পৰিল মন্দিৰৰ দেৱতাক সাক্ষী কৰি কোৱা কথা। এই চিন্তাত মোৰ উদ্ধত মন জঁপিয়াই উঠিল। মই মনতে প্ৰতিজ্ঞা কৰিলোঁ—বিধবাক উদ্ধাৰ কৰি মই জগতক দেখুৱাম পীড়িতাৰ প্ৰতি স্নেহ দয়াত বাহিৰে মোৰ হিয়াত কামনাৰ লেশমাত্ৰ নাই।

সিদিনাই খাউন্দৰ ঘৰৰ লগত থকা সকলো সংশ্ৰৱ বলেৰে ছিঙি পেলালোঁ। অনুসন্ধান কৰি আশ্ৰমৰ ঠিকনা লৈ অৱশেষত গুৱা-হাটীৰ পৰা বাহিৰ হলোঁ।

আশ্ৰমত বহুতো যুৱতী আৰু বুঢ়ী আছে। শুনিলোঁ আগেয়ে হেনো আৰু বেছি আছিল কিন্তু এতিয়া কিছুমানক আনৰ হাতত সমৰ্পণ কৰিছে। আন কিছুমানে আজীৱন ব্ৰহ্মচাৰিণী ব্ৰত উদ্‌যাপন কৰিবলৈ ইচ্ছুক।

আশ্ৰমলৈ গৈ মোৰ ভাল লাগিল, দুখো লাগিল। ভাল লাগিল ইয়াৰ প্ৰণালীবদ্ধ নিয়মবোৰ দেখি আৰু দুখ লাগিল এই হতভাগিনী-হঁতৰ কথালৈ ভাবি। জীৱনৰ সামান্য পদস্খলনৰ হেতু সিহঁতৰ সৰহ ভাগেই হয়তো নিৰ্যাতন ভুগিছে, হয়তো কেৱে কেৱে বিনা

দোষতেই নিজৰ স্বজনৰপৰা বিতাড়িত হৈ কলঙ্ক কালিমাৰ চিনাকি দিছে। অথচ আমাৰ সমাজত কলঙ্কিতৰ বাবেও স্থান আছে, প্ৰবঞ্চকৰ প্ৰবঞ্চনাৰো বহল ক্ষেত্ৰ আছে। কেৱল কলঙ্কিতাৰ পৰশত ধূলিকণা কলুষিত হৈ উঠে, আকাশ বতাহত বিষ-বাষ্প উপঙি ফুৰে। লাঞ্ছিতা সেই বাবে সমাজচ্যুতা।

খাউন্দৰ বোৱাৰীয়েক লাঞ্ছিতা। তেওঁকেই মই দেখা কৰিম আৰু পাৰিলে তেওঁক নিৰ্যাতনৰপৰা মুক্তি দিম। এয়ে মনত আশা। পতিতাৰ সংস্পৰ্শই মোক কলুষিত কৰিব নোৱাৰে। মই সমাজৰ নৈতিক মানদণ্ডৰ বাহিৰত। সেই বাবে মই তেওঁক বিচাৰি উলিয়ালোঁ। মোক দেখিবলৈ পাই তেওঁ অবাক হ'ল আৰু আঁতৰতে থিয় দি থাকিল। আগবাঢ়ি গৈ মই মাত লগালোঁ "আপোনাক বিচাৰি আহিছোঁ। আপোনাৰ প্ৰতি সকলোৱে অবিচাৰ কৰিছে।"

তেওঁ মোৰ হাত দুখনত ধৰি মিনতি কৰিলে, "বাপু, যদি কিবা উপায়ে পাৰা মোক ইয়াৰপৰা উলিয়াই নিয়া। ইয়াত নানান ৰকমৰ মানুহ—সকলো অচিনাকি, সকলো পৰ; কেৱে কাৰো দুখ নুবুজে। ইয়াত থাকিলে মই মৰিম। মই ঘৰৰ বোৱাৰী ঘৰতে আছিলোঁ। এইবিলাকৰ লগত মই কোনোমতে মিলিব নোৱাৰোঁ। হিন্দুস্থানী, বঙালী—কত ৰকমৰ মানুহ ইয়াত আছে। সিহঁতৰ কথাকে মই বুজি নাপাওঁ। সদায় কিবা এটি অনিশ্চিত ভয়ে মোৰ অন্তৰত বাহ লৈছে। ইও এক নতুন শাস্তি। নাজানো কি অপৰাধৰ কাৰণে ভগৱানে মোৰ ওপৰত এই শাস্তি বিহিছে। মোৰ একো দোষ নাই বাপু।"

তেওঁৰ কথাত মোৰ হিয়া কুমলিল, প্ৰতিজ্ঞা দৃঢ় হ'ল। "আপোনাৰ উদ্ধাৰৰ অৰ্থে মই ইয়ালৈ আহিছোঁ। স্বয়ং ভগৱানক আগত ৰাখি মই কৈছিলোঁ আপোনাক উদ্ধাৰ কৰিম। সেই ভগৱানৰ আদেশ মূৰত লৈ মই আহিছোঁ। আপুনি মোক ভুল নুবুজিব।"

মোৰ কথাত, তেওঁ আশ্বস্ত হ'ল। তেওঁৰ চকু-মুখত মই বেদনা

লাঘৱৰ চিন দেখিবলৈ পালোঁ। তেওঁ আশ্ৰমৰ বাহিৰৰ জীৱন বিচাৰে, বন্ধনৰপৰা মুক্তি বিচাৰে। ইয়াৰ কাৰণে অনাগত ভৱিষ্যতৰ মাজত অন্ধৰ দৰে জঁপিয়াই পৰিবলৈকো তেওঁ কুণ্ঠা বোধ নকৰে।

মনেৰে তেওঁৰ সাহসৰ প্ৰশংসা কৰি মই আশ্ৰমৰপৰা ওলাই আহিলোঁ। তেওঁ নিজেই আশ্ৰমৰপৰা আহিবলৈ ইচ্ছা আৰু আগ্ৰহ প্ৰকাশ কৰিছে যেতিয়া তেওঁক তাৰপৰা লৈ অহাত একো বাধা নহ'ব বুলি ধাৰণা হ'ল। কিন্তু আমাৰ দুয়োৰো মাজত এটি দুৰ্লঙ্ঘ্য প্ৰাচীৰ থিয় হ'লহি! আমি দুয়ো বিবাহ বন্ধনত বদ্ধ নহলে আশ্ৰমৰ স্বামীয়ে তেওঁক মোৰ হাতত অৰ্পণ কৰিবলৈ ইচ্ছুক নহয়।

মই বিবুদ্ধিত পৰিলোঁ। এনে এটি জটিল সমস্যাৰ সন্মুখীন হ'ব লাগিব বুলি মই কল্পনাকে কৰিব পৰা নাছিলোঁ। কি কৰোঁ? দিন ৰাতি একে কথাকেই পাগুলিছোঁ, একে কথাকেই ভাবিছোঁ। তথাপি সমাধানৰ উপায় উলিয়াব পৰা নাই। এপিনে মুক্তিকামী বিধবাৰ করুণ অনুৰোধ, আন পিনে কামনাশূন্য কৰ্ম্মৰ নৈতিক আদৰ্শ। একালে জাগ্ৰত ভগৱানৰ নামত প্ৰতিজ্ঞা, আন ফালে লোক চক্ষুত স্বাৰ্থ আৰু লালসাৰ বিষ বাষ্প। দুটা বাট; কোন বাটে আগ বাঢ়িলে আদৰ্শ অটুট থাকিব, বিধবাৰো মুক্তিলাভ হ'ব। যিমানেই ভাবোঁ সিমানেই সমস্যা জটিলতৰ হৈ উঠে। তথাপি দুনাই ভাবোঁ। মুহূৰ্ত্তৰ আগত এটি সিদ্ধান্তত উপনীত হৈ মুহূৰ্ত্তৰ পিছতেই তাক দলিয়াই পেলাওঁ।

আজি চাৰিদিন তেওঁক দেখা কৰা নাই। তেওঁ চাগৈ ভাবিছে মই প্ৰবঞ্চনা কৰা বুলি। কিন্তু মোৰ মনৰ ওপৰত যি ধুমুহা বৈ গৈছে তেওঁ তাৰ সন্ধেদ পাইছে জানো?

পঞ্চম দিনা মন স্থিৰ কৰি আশ্ৰমত ওলালোঁ গৈ। তেওঁ মোৰ ওচৰলৈ লৰি আহি অতি আগ্ৰহেৰে সুধিলে, "মই কেতিয়া ইয়াৰপৰা ওলাব পাৰিম বাপু?"

ধীৰ, স্থিৰভাৱে মই উত্তৰ দিলোঁ "আপোনাৰ আগত দুৰ্লঙ্ঘ্য

বাধা। যদি এই বাধা আপুনি অতিক্ৰম কৰিব পাৰে তেন্তে মুক্তিলাভ সম্ভৱ, নহলে বন্ধন।”

তেওঁ মুখেৰে নামাতি তলমূৰকৈ থাকিল, আকাশ-পাতাল ভাবিলে।

আগৰ সুৰতেই মই সুধিলোঁ, “এই বাধা পাৰ হ'বলৈ আপুনি সক্ষম হ'বনে ?”

এটি হুমুনিয়াহেৰে বিধবাৰ বুকু ভাৰ হৈ গ'ল। ক্ষণেক আগতে জিল্‌মিলাই থকা চকুযুৰি কান্তিহীন আৰু স্থিৰ হৈ পৰিল। মই মনতে ভাবিছোঁ তুনাই তেওঁৰ আগত কি কম। এনেতে তেওঁ লাহেকৈ মাত লগালে “বাপু, মোৰ উদ্ধাৰৰ উপায় নাই!” তেওঁৰ চকু চল্‌চলীয়া হৈ উঠিল। “মই সকলো শুনিছোঁ। কিন্তু মোৰ যে মান, ইজ্জত গৈছে? মই যে অপযশৰ বোজা মূৰত লৈ আশ্ৰমবাসিনী হৈছোঁ। মই হে পতিতা?” তেওঁ হুকহুক্ কৰি কান্দিবলৈ ধৰিলে। “মোৰ সঙ্গ সকলোৱে ত্যাগ কৰিব—মোক ভৰিৰে ঠেলিব বাপু, সকলোৱে ভৰিৰে ঠেলিব।”

বিধবাৰ অশ্ৰুপাতত মোৰ তুথ নালাগিল। এদিন মন্দিৰত এওঁৰ চকুপানী দেখি মোৰ হৃদয়ত শেলে বিন্ধিছিল কিন্তু আজি বিদ্ৰোহৰ ভাবে মোৰ বুকু সবল কৰি তুলিলে। অকল নিষ্ফল সহানুভূতি নহয়—বিধবাৰ অন্তৰৰ এই শোকশেল বলেৰে উভাৰি বিদীৰ্ণ হিয়া গন্ধমাদনৰ বিশল্যকৰণীৰে যোৰা লগাই দিম।

বিধবাই মোৰ পিনে মূৰ তুলি চাই ক'লে, “যোৱা বাপু, মই পতিতা—চিৰজীৱন পতিতা হৈয়েই কটাম।”

উত্তেজিত হৈ মই উত্তৰ দিলোঁ, “আপুনি যদি পতিতা, ময়ো পতিত। প্ৰকৃত পতিতৰ সংখ্যাও আমাৰ সমাজত হাজাৰ হাজাৰ। এই পৃথিৱীত এইবোৰৰ বাবে স্থান হ'লে আপোনাৰ বাবে নহ'ব কিয় ?”

তেওঁ একেবাৰেই মোৰ কাষলৈ আহি ক'লে, “কিন্তু বাপু, মোৰ

সংস্পৰ্শত তোমাৰ অকল্যাণ হ'ব।" মই খপৰাই উত্তৰ দিলোঁ, "তালৈ ভৰা নাই। যদি নোৱাৰোঁ পলাম, আঁতৰলৈ পলাই যাম হিমালয়ৰ এচুকত নিশ্চয় আমালৈ স্থান হ'ব।"

আবেগপূৰ্ণ হৃদয়েৰে তেওঁ কৈ উঠিল, "মোৰ সন্মান আগেয়ে গৈছে। এতিয়া তাক ঘূৰাই নাপাওঁ। সেই বাবে ব'লা। বলিয়াৰ দৰে এই সমাজৰ হলাহলৰ মাজৰপৰা আঁতৰি পলাই যাওঁ। পৃথিৱীৰ বহল বুকুৰ ওপৰত আমালৈ নিশ্চয় এডুখৰি ঠাই হ'ব।"

পিছ দিনাখন কোনো আড়ম্বৰৰ আয়োজন নোহোৱাকৈ আশ্ৰমৰ স্বামী আৰু কৰ্ম্মচাৰীসকলৰ আগত আমাৰ এখনি বিয়া হৈ গ'ল। তাত ঢোল, খোল নাই, হোমৰ গন্ধ নাই—আছে কৰ্ত্তাৰ আশীৰ্ব্বাদ, নাৰায়ণ মূৰ্ত্তিৰ উপস্থিতি।

ভগৱানক সাক্ষী কৰি জাহ্নবীৰ হাতত ধৰি আশ্ৰমৰপৰা ওলাই আহিলোঁ। মোৰ মনত পৰিল মন্দিৰৰ ভিতৰত জাহ্নবীয়ে মোৰ হাতত ধৰা কথা। এয়েই বোধহয় ভগৱানৰ ইচ্ছা আছিল—নহলে সিদিনা জাগ্ৰত দেৱতাই চতুৰ্ভূ্জ মূৰ্ত্তি ধাৰণ কৰি দুয়োকো আঁতৰাই দিলেহেঁতেন।

ভগৱানৰ আশীষ আৰু মানৱৰ গৰিহণা মূৰত লৈ নতুন জীৱনৰ যাত্ৰী হলোঁ। খুৰাই মোক আদৰি নললে, আত্মীয়-স্বজনে দূৰতে বিদূৰ কৰিলে কাৰণ মই সমাজচ্যুত। সেই বাবে সকলোৰে মায়া-মোহ পৰিত্যাগ কৰি থিতাপি লৈছোঁহি এডোখৰ অচিনাকি ঠাইত, কিছুমান পিছ পৰা মানুহৰ মাজত। মোৰ সহায়, সম্পদ, ভাই-বন্ধু কেৰে নাই—এই অসভ্য লোকবিলাকেই মোৰ ইষ্ট মিত্ৰ, আত্মীয়-স্বজন। কেতিয়াবা সিহঁতে মোক সন্মান কৰে, সহায়ো কৰে। কিন্তু মদ খাই বলিয়া হলে সিহঁতেই মোক শাও দিয়ে অত্যাচাৰ কৰিবলৈকো উদ্যত হয়। তথাপি ইয়াতেই আছোঁ আৰু ইহঁতৰ সহায়তেই এডোখৰ মাটি ভাঙ্গি লৈ খেতি-বাতি আৰম্ভ কৰিছোঁ। এই অভাৱ-অনাটনৰ মাজতো জাহ্নবীৰ আশাবাদ দেখি মনত আশাৰ সঞ্চাৰ হয়। কিন্তু মাজে মাজে চোৰৰ দৰে নানা তৰহৰ

সন্দেহৰ ভাৱবোৰে আহি মোক বিব্ৰত কৰি তোলে। কেতিয়াবা মনতে ভাবোঁ আঁতৰি আন ঠাইলৈ যাওঁ। এতিয়াও ভালকৈ খিতাপি লাগিব পৰা নাই। তথাপি তুয়ো আশা কৰি আছোঁ—ভগৱানৰ আশীৰ্ব্বাদ লৈ আমাৰ মিলন যেতিয়া, তেওঁৰ শুভ ফল নিশ্চয় লাভ কৰিব পাৰিম।

# বৰ্ষা যেতিয়া নামে

ৰমা দাশ

জয়ন্ত এডমান্স কলেজৰ ৰাজনীতিৰ ডেকা অধ্যাপক।

সি এইমাত্ৰ কলেজৰ পৰা তিনিটাকৈ বিৰক্তিকৰ বক্তৃতা দি আহি, মথাৰৰ উদ্‌ভ্ৰা বোৰ্ডিংটোৰ তাৰ নিজৰ কোঠালীটোত সোমাই কেৱল আপোন মনে ছিগাৰেট পুৰিছে।

এটা পুৰি শেষ নোহওঁতেই জয়ন্তই আৰু এটা নতুন ছিগাৰেট জ্বলায়। যেন টেবিলৰ ওপৰত পৰি থকা প্লেয়াৰ্ছ নেভিকেটৰ টিপটো সি এই একে বহাই পুৰি শেষ কৰোঁ বুলি কিবা এটা দৃঢ় প্ৰতিজ্ঞা কৰিহে বহিছে।

শ্বিলঙৰ জুন মাহ।

ৰাতিপুৱাৰ পৰা লেথাৰি নিছিগা উদাস মনছুনৰ বৰষুণ। স্থিৰ, স্থবিৰ, পঙ্গু মনবোৰ তাৰ প্ৰভাৱত অলপ চঞ্চল, চপল হৈ কবিতাৰ কাৰণে লোলুপ হৈ উঠে। পূৰ্ণতাৰ পৰিপূৰ্ণ তৃপ্তিৰ মাজৰ পৰাও সিহঁতে যেন অনাস্বাদিত নতুন কিবা এটি অপূৰ্ণতাৰ অতৃপ্তিৰ মাজলৈ বাৰে বাৰে অবুজ হৈ লৰি যাবলৈ বিচাৰে।

খোলা সমুখৰ খিড়িকীখনেৰে বৰষুণৰ আছাৰেকণি আহি জয়ন্তৰ কোঠালীৰ মজিয়াখন তেনেই বুৰাই পেলায়। তাৰ কোঠালীৰ গাতে লাগি থকা কোঠালীটোৰ পৰা, ওৱান-নো-ট্ৰাম্প,টু-হাৰ্টছ, থ্ৰি ডাইমণ্ডচ, ফোৰ ক্লাবছৰ বিৰাট চিঞৰ, বৰষুণৰ শব্দও ভেদ কৰি তাৰ কাণত পৰে। ওচৰৰ কোনোবা এটি ঘৰত, ঘৰৰ সকলো অধিবাসীবোৰে একেলগে সুৰ মিলাই গ্ৰামোফোনৰ লগে লগে "আজি শাওন ঝৰে" গানটো বৰ বীভৎস

এটা কোৰাছ কৰি গায়। জয়ন্তই তথাপি একেদৰে আকাশৰ বুকুলৈ, বৰষুণবোৰলৈ চাই, নিৰৱচ্ছিন্নভাৱে কেৱল ছিগাৰেটকেই পুৰি যায়।

কেতিয়াবা সেই পোৰা ছিগাৰেটটোকে মুখত লৈ সি তাৰ বেৰত আঁৰি থোৱা জাপানিজ মিৰৰখনৰ সম্মুখত থিয় হয়গৈ। অস্পষ্ট কোঠালীৰ ক্ষীণ পোহৰত, তাৰ প্ৰায় ছফুট দীঘল সুগঠিত সুন্দৰ দেহৰ লগৰ সুন্দৰ মুখখনিৰ মাধুৰিমা থকা সুস্পষ্ট ৰেখাবোৰ বৰ আগ্ৰহেৰে নিৰীক্ষণ কৰি চায়। দীপ্ত গৌৰৱৰ এটি স্তিমিত হাঁহিৰ পোহৰ তাৰ ধুনীয়া ওঁঠৰ কোণেদি বেঙাই গায়। সি তাৰ পঢ়া কিতাপৰ ৰেকৰ পৰা বৰ আগ্ৰহেৰে অচ্কাৰ ৱাইল্ডৰ "ডোৰিয়াণ গ্ৰে" খন পঢ়িবলৈ উলিয়াই আনি, নপঢ়াকৈয়ে এনেয়ে আকৌ ৰেকত সুমাই থয়। অধ্বনিত এটা গানৰ সুৰ আপোনা আপুনি তাৰ ডিঙিৰ ভিতৰৰ পৰা মুঞ্জৰি উঠে। সি চাওঁ নাচাওঁকৈও আজি কলেজৰ পৰা আনি তাৰ টেবিলৰ ওপৰত পেলাই থোৱা, চিঠি তিনিখন আকৌ এবাৰ হাতত তুলি লয়।

ঠিক ছয় বজাৰ লগে লগে লেথাৰি নিছিগা বৰষুণ জাক হঠাতে অলপ অস্বাভাৱিক ধৰণে শাম কাটি আহে।

তাকে দেখি জয়ন্তই বৰ ব্যগ্ৰভাৱে কেইবেলিমান বাহিৰলৈ ভুমুকি মাৰি চাই, তাৰ হাতৰ আধা পোৰা ছিগাৰেটটো জোৰেৰে এবেলি দলি মাৰি বাহিৰলৈ পেলাই দিয়ে আৰু তৎক্ষণাৎ এনি তেনি সিচঁৰতি হৈ পৰা তাৰ মনটো সামৰি লৈ কোঠালীৰ চাকিটো জ্বলাই নিমিষতে আটাইতকৈ বাছকবনীয়া সাজযোৰ এপদ এপদকৈ গোটাই লৈ, বৰ যত্নৰে পিন্ধাত মনপুতি লাগি যায়।

কোঠালীৰ জ্বলা বিজুলী চাকিৰ পোহৰত, সুন্দৰ সাজপাৰ আৰু প্ৰসাধনৰ সৌজন্যত জয়ন্তৰ সুন্দৰ দেহ আৰু মুখখন আৰু বেছি কমনীয় হৈ আৰ্চীৰ বুকুত বিকশি উঠে। তাৰ ওঠৰ কোণত লাগি থকা মিচিকিয়া হাঁহিটো পাৰ ভাঙি গোটেই মুখতে

বিয়পি পৰে। সি কব নোৱাৰাকৈয়ে প্ৰাণৰ উচ্ছ্বাসত, তাৰ অতি প্ৰিয় শ্যেলীৰ "ৱেষ্ট উইণ্ড" টো একেবাৰে আগৰ পৰা গুৰিলৈ এবেলি আবৃত্তি কৰি গাই পেলায়। আৰ্চীৰ সমুখত শেষ বাৰলৈ থিয় হৈ এলযোৱাৰে সুন্দৰ কৈ লিপিত থুৱাই লোৱা চুলিকিডাল আৰু মিছাকৈ এনেয়ে ডুবেলি মান ব্ৰাছেৰে পিহি, বঢ়িয়াকৈ উঠা টাইৰ গাঁথিটো এনেয়ে আকৌ ডুবেলি মান টানি টুনি লৈ সুন্দৰকৈ টাই আৰু কোটৰ লগত ৰং মিলাই লোৱা বুকুৰ জেপৰ ৰুমালৰ আগকিটা আৰু বাটন হোলৰ বগা কাৰণেশ্যন ফুলপাহ, এনেয়ে আৰু কেইবেলিমান পৰীক্ষা কৰি চায়; জয়ন্তই বিপুল উল্লাসত পানী কোট আৰু ফেল্ট হেটটো হাতত তুলি লয়। আৰু ওলাই যোৱাৰ আগতে এনেয়ে উচ্ছ্বাসতে কোঠালীটোৰ চাৰিওপিনে এবেলি চকু ফুৰাই চায়। আগবাঢ়ি যাব খোজা তাৰ খোজ কেইটিক, এইমাত্ৰ কেবাবেলিও পঢ়ি অঁতাই টেবিলৰ ওপৰত পেলাই থোৱা চিঠি তিনিখনে আৰু এবেলি বলেৰে পাছলৈ টানি আনে। সি যোৱাৰ আগতে তাৰ উল্লাসৰ পাতল মনটো যেন আৰু বেছি উল্লসিত কৰি তুলিবলৈ, তিনিওখন চিঠিকেই আকৌ এবেলি এখন এখন কৈ পঢ়ি যায়।

বহুদিন আগেয়ে বিৱাহিতা অঞ্জলিয়ে আজিৰ ডাকত যোৰ-হাটৰ পৰা জয়ন্তলৈ লিখিছে :—

চিৰ আৰাধ্য প্ৰিয়তম মোৰ,

তোমাক যে আজিলৈকে মই পাহৰিব পৰা নাই, সেই কথা কিজানি তুমি ইমান দিনেও অকণো বিশ্বাস নকৰিলা। তুমি হয়তো ভাবা; বিয়া বাৰু কৰাই এতিয়া মই পৰম সুখী। কিন্তু, তুমি জানো ক'লে বিশ্বাস কৰিবা; মোৰ আটাইতকৈ নিবিড় জীৱনৰ তৃপ্তিৰ মুহূৰ্ত্তবোৰো এতিয়াও তোমাৰ অবিহনে সদায় অসম্পূৰ্ণ হৈ যায়।

তোমাৰ হৈ পৰা ক'লা চেলাউৰিৰ মাজৰ ধুনীয়া চকুযুৰি এতিয়াও ক'লা সন্ধিয়াৰ মেঘৰ বুকুত, সদায় মোৰ চকুৰ আগত

ভাহি ফুৰে। ৰাতিৰ ভাৰাক্ৰান্ত ৰতাহৰ বুকুত উঠি অহা ৰজনী-গন্ধাৰ সৌৰভত এতিয়াও মই তোমাৰ কণ্ঠৰ অপূৰ্ব সুৰ মাধুৰী শুনো, ৰাতিৰ জোনাকে এতিয়াও মোৰ অতৃপ্তদেহত তোমাৰ অঙ্গৰ শীতল পৰশ ঢালি দি যায়।

কিন্তু তুমি বাৰু খিলঙত ইমানেই শিপা পুতি বহিলানে যে মই ইমানকৈ মতাতো তুমি এবেলি আমাৰ ইয়ালৈ আহিব নোৱৰা হ'লা? বিয়া বাৰু নৌকৰাওঁতে তোমাক যেতিয়া ইমান পূজা পাতল দি মাতিব লাগিছে, বিয়া বাৰু কৰাই বহিলে চাগে, আজি তোমাৰ কাৰণে নাখাই সত্যাগ্ৰহ কৰি মৰিলেও আমাৰ পিনে উলটি নাচাবা। তোমাৰ কাৰণে মই বগা উনৰ শ্লিপ-ওভাৰ গুথিছোঁ। ডিঙিটো কৰিবলৈ এতিয়াও অলপ বাকী আছে।

আসন্না-বিবাহিতা আৰতিয়ে আজিৰ ডাকতেই নগাঁৱৰ পৰা জয়ন্তলৈ লিখিছে :—

প্ৰাণৰ দেৱতা মোৰ ;

যি ভাবিছিলোঁ সেয়ে হ'লগৈ। অৱশেষত আপুনিও মোলৈ উলটি নোচোৱা হ'ল। ইমান সৰলভাৱে আপোনাক বিশ্বাস কৰি, জীৱনৰ যথা সৰ্ব্বস্ব উচৰ্গা কৰি দিছিলোঁ কাৰণেই বোধকৰো আপুনি ইমান সহজতে মোক উপেক্ষা কৰি যাব পাৰিলে। আমি সদায় ইমান অকপটভাৱে আপোনালোকৰ হাতত আমাক উজাৰ কৰি দিওঁ কাৰণেই হবলা আপোনালোকে আমাক সদায় দুদিনীয়া সুখৰ সামগ্ৰী বুলি ধৰি লৈ, প্ৰয়োজনৰ শেষত, পথৰ ধূলিৰ বাহীফুলৰ দৰে ভৰিৰে ঠেলি থৈ যাব পাৰে।

য'ক যি হৈ গৈছে, সি আৰু কেতিয়াও নোহোৱা হ'ব নোৱাৰে। অকাৰণে তাক আজি দোঁহাৰি আপোনাৰ সুখৰ মুহূৰ্ত্তবোৰ বিষাক্ত কৰি নোতোলোঁ। নাভাবিব আপোনাৰ বৰ্ত্তমান জীৱনৰ গতিৰ বিষয়ে মই একো নাজানো বুলি। আপুনি ভাগ্যবান, আপোনাৰ জীৱনৰ সুখৰ পথ বিচাৰি লৈছে। মই দুৰ্ভাগ্যৱতী, সেই সুখ পাম ক'ত? কিন্তু তথাপি মই মোৰ নিজৰ পথ বিচাৰি ঠিক

কৰি লৈছোঁ। মোৰ ইচ্ছাৰ বিৰুদ্ধে মা দেউতাই হাজাৰ নিৰ্য্যাতন কৰিও মোৰ ওপৰত তেওঁলোকৰ ইচ্ছা কেতিয়াও খটুৱাব নোৱাৰিব। মইতো আৰু সেই সাতাৱন চালৰ ক-খ পঢ়িব নজনা অশিক্ষিতা গাঁৱৰ ছোৱালী নহওঁ।

কিন্তু হ'ব পাৰে মোৰ পথ সম্পূৰ্ণ ভুল আৰু কিছু কণ্টকৰো। হ'ব পাৰে, তাৰ কাৰণে ভগৱানৰ বিচাৰত মই পাপী বুলি সাব্যস্ত হম। কিন্তু সেই পাপৰ ভাগে আপেনাকো অলপ চুচুব নে ?

কিন্তু অস্বাভাৱিক হলেও, সম্পূৰ্ণ, অবিৱাহিতা জমিদাৰ দুহিতা বন্দনাই আজিয়েই দুই বজাত, নংথমাইৰ পৰা চাপ্ৰাচীৰ হাতত জয়ন্তলৈ লিখি পঠিয়াইছিল :—

প্ৰিয় প্ৰফেছৰ বৰুৱা,

কি সুন্দৰ বৰষুণৰ বতৰ, নহয়নে ? বঙালী হোৱাহেঁতেন হয়তো ৰবি ঠাকুৰৰ ভাষাৰে কব পাৰিলোহেঁতেন—

"এমন দিনে তাৰে বলা যায়,
এমন ঘনঘোৰ বৰিষায় !
এমন মেঘস্বৰে বাদল ঝৰ-ঝৰে,
তপনহীন ঘন তমসায়।
সে কথা শুনিবেনা কেহ আৰ,
নিভৃত নিৰ্জ্জন চাৰিধাৰ।
দুজনে মুখোমুখী গভীৰ দুখে দুখী
আকাশে জল ঝৰে অনিবাৰ।
জগতে কেহ যেন নাহি আৰ।
সমাজ সংসাৰ মিছে সব,
মিছে এ জীৱনেৰ কলৰৱ।
কেৱল আঁখি দিয়ে আঁখিৰ সুধা পিয়ে
হৃদয় দিয়ে হৃদি অনুভব
আধাৰে মিছে গেছে আৰ সব।

কিন্তু আজিকালি উৎকট সংৰক্ষিণীৰ দিন, কোনোবাই হয়তো বঙালী কৱিতা উদ্ধৃত কৰা বুলি জানিলে পৈতৃক প্ৰাণটোৰ ওপৰতে আহি হাত দিব পাৰে।

বাৰু, আপুনিতো এজন কাব্যিক মানুহ। সদায় কথাই কথাই আপোনাক কৱিতা আবৃত্তি কৰা শুনো। আপুনিয়ে বাৰু কওক চোন আমাৰ অসমীয়া কবি সকলে, কমাছিয়েল কোম্পানীয়ে গুৱাহাটী-শ্বিলং ৰোডৰ ওপৰত কিবা মন'পলি পোৱাৰ দৰে, ব্ৰহ্মপুত্ৰ নৈখন আৰু বসন্ত ঋতুটোৰ ওপৰত কিবা মন'পলি পাইছে নেকি? নাইবা আমাৰ সাধাৰণ অসমীয়া মানুহবোৰৰ দৰে আমাৰ অসমীয়া কৱি সকলৰো কাব্যিক অনুভূতিৰ পৰিধিটো অলপ ঠেক নেকি? আমাৰ কি কৱিতা, কি গান সকলোতে সেই লুইতৰ পাৰ; লুইতৰ বালি, লুইতৰ ঢৌৰ ওপৰত টলবল কৰা সেই সৰু নাওখন। আমি যেন সকলো অসমীয়া মানুহবোৰে কেৱল লুইতৰ ওপৰতে নাও মাৰি দিন কটাওঁ। সেই দৰে আমাৰ কি কৱিতা, কি গান সকলোতে কেৱল কুলি, কেতেকী আৰু মলয়াৰ ৰিব-ৰিব। যেন আমাৰ দেশত বসন্তৰ বাহিৰে আৰু আন কোনো ঋতুৱেই ভুলতো এদিনলৈকে ভুমুকি নামাৰে। কেলৈ? অসমৰ 'বৰ্ষা দেখোঁ লাহে লাহে জগতত এটা ডাঙৰ প্ৰসিদ্ধ বস্তু হৈ উঠিব লাগিছে! প্ৰতি বছৰে বাৰিষাৰ দিনত আমাৰ ইয়াত ফ্লাড ৰিলিফৰ কাৰণে কিমান হুলস্থূল লাগি পৰে। তথাপি দেখোঁ আমাৰ অসমীয়া কবি সকলে আজিলৈকে এই বৰ্ষাৰ বিষয়ে এটি প্ৰাণস্পৰ্শী কবিতা লিখিব নোৱাৰিলে। সেই মৈথিলি কবিৰ বৰ্ষাৰ বিষয়ে লাইন দুটি,

"এ ভৰা বাদৰ
মাহ ভাদৰ
শূন্য মন্দিৰ মোৰ।"

বাস্তৱিক কি অপূৰ্ব্ব মৰ্ম্মস্পৰ্শী।

সঁচাকৈয়ে বাৰু আজিৰ নিচিনা দিনত মনটো অকাৰণে বৰ

উকণ্ডা লাগি নাহেনে ? মই তাকেই বাৰে বাৰে ভাবিছোঁ, এনেকুৱা এটি উদাস বতৰত আপোনাৰ নিচিনা কবি প্ৰকৃতিৰ মানুহ এজনে কেনেকৈ সেই কলেজৰ হটঙা ল'ৰাবোৰৰ আগত (কটন কলেজ হোৱা হলেও অলপ ৰক্ষা আছিল) শুকান ৰাজনীতিৰ বক্তৃতা দিব লাগিছে!

দেউতা আজি ঘৰত নাই। হঠাতে জৰুৰী এখন টেলিগ্ৰাম পাই ধুবুৰীলৈ গ'লগৈ। মা আজি অসম ক্লাবত ৰাতি ফ্লাড ৰিলিফৰ চেৰিটি থিয়েটাৰ চাবলৈ যাব। নীলিও মাৰ লগত যাব বুলি কৈছে। মই আজি অসহনি মূৰৰ বিষ বুলি ফাঁকি দি কলেজলৈ যোৱা নাই। এই মাত্ৰ অলপ আগেয়ে, ৰেডিওটো খুলি লৈ, ফাৰপোৰ লাঞ্চৰ কেছানোভাৰ স্পেনিছ অৰকেষ্ট্ৰাটো শুনি শুনি একাপ গৰম শুদা চাহ খাই ললোঁ। এতিয়া চিমনীটো জ্বলাই লৈ আপুনি আনি দিয়া ছেইণ্ট মানদেৰ "ৱাৰ, ৱাইন এণ্ড উইমেন" খন মেলি লৈছোঁ।

আপুনি ক্লাছ শেষ কৰিয়েই বাহিৰে বাহিৰে ইয়ালৈ আহে যেন। নহলে মই সন্ধিয়া আজি বৰ অকশৰীয়া হম। আপোনাৰ কাৰণে মই এতিয়াই চিমনীৰ আঙঠাৰ ওপৰত চাহৰ পানী উতলিবলৈ দিলোঁৱেই। আপুনি ক্লাছ শেষ হলেই পলম নকৰি সোনকালে আহে যেন। মোৰে শপত।

তিনিওখন চিঠি একে উশাহতে পঢ়ি শেষ কৰি, আকৌ আগৰ দৰে টেবিলৰ ওপৰত দলি মাৰি পেলাই থৈ, জয়ন্তই ইবেলি ক'তো একো বাধা নোহোৱাৰ দৰে সম্পূৰ্ণ নিমুক্ত হৈ বিপুল উদ্দীপনাত কোঠালীটোৰ দুৱাৰখন বন্ধ কৰি পেলালে। আৰু সেই একেই উচ্ছ্বাসতে যেন এটি মিনিটো অপব্যয় নকৰি, বাটলৈ ওলাই আহি এটি পুলকৰ, আনন্দৰ, আগ্ৰহৰ দীঘল যাত্ৰা আৰম্ভ কৰি দিলে।

ৰবযুণত ভিজি নিকা হৈ থকা, বাট-পথ। গোটেই দিনটো গা ধুই ধুই পৰিষ্কাৰ হৈ উঠা আলিবাটৰ দুকাষৰ গছ-গছনি,

ফুল-ফল আৰু জিলিকি থকা বগা টিনৰ ঘৰৰ চালবোৰ। সকলোৰে ওপৰত কৰুণ হৈ আহি পৰা অস্ত ৰবিৰ সেই মিঠা হেঙুলীয়া আভাখিনি। মুখ, নাক আৰু দেহৰ সকলো অঙ্গতে চঞ্চল উত্তেজনা জগাই তোলা বতাহত ভাহি ফুৰা পাতল চেঁচা কুৰঁলীবোৰ আৰু সকলোৰে উপৰি, আলিবাটৰ ভিজা মাটিৰ পৰা বিদৰি ওলোৱা সেই উগ্ৰ মাদকতা থকা আদিম গোন্ধটো।

প্ৰকৃতিৰ এই বিচিত্ৰ আৰু উত্তেজনাপূৰ্ণ আস্বাদত জয়ন্তই উল্লাসত সবল আৰু লঘু মনটো আৰু বেছি লঘু হৈ একেবাৰে ওপৰলৈ উৰি যাব বিচাৰিলে। প্ৰতিটো ভৰিৰ খোজতে যেন জীৱনৰ একোটিকৈ বছৰৰ জড়তা গাৰ পৰা সোলোকাই থৈ, তাৰ আকৌ সেই তাহানিৰ ল'ৰালিৰ দায়িত্বহীন দিনবোৰলৈ উলটি যাবলৈ এটা দাৰুণ ইচ্ছা হ'ল। আৰু সেই অদম্য ইচ্ছাৰ লগে লগে, সি যেন সঁচাকৈয়ে এটি অবুজ শিশু হৈ, সেই শিশুৰ দৰেই উলাহৰ সৰু সৰু খোজবোৰ পেলাই, আনন্দত জপিয়াই জপিয়াই আগবাঢ়ি যাবলৈ ধৰিলে।

মনৰ এই অভূতপূৰ্ব উত্তেজনাত কিছুদূৰ খোজ কাঢ়ি যোৱাৰ পিছতেই, হঠাতে এটি জীৱনৰ নতুন সত্য উপলব্ধি কৰাৰ দৰে জয়ন্তই যেন এবেলি অলপ অস্থিৰ হৈ উচুপি উঠিল। সি যেন বাৰে বাৰে ভাবি পালে যে, আজিহে সি কেৱল ইমান দিন আগেয়ে পাঠ্য পুথিত পঢ়া আৰু আজিও তাকে ভালকৈ নুবুজি শ্ৰেণীত শিকাই অহা ফৰাছী মনীষী ৰুছোৰ সেই মানুহৰ দাসত্ব সম্বন্ধে গভীৰ তথ্যৰ কথাখিনি প্ৰাণেৰে প্ৰকৃতৰূপে হৃদয়ঙ্গম কৰিব পাৰিছে।

জয়ন্তই যিমানেই মানুহৰ অতীতৰ হেৰোৱা নিৰঙ্কুশ স্বাধীনতাৰ কথা বেছিকৈ ভাবিবলৈ ধৰিলে, সিমানেই তাৰ আজিৰ মানুহৰ চাৰিও পিনে বেঢ়ি উঠা সেই অন্যায় নিৰ্য্যাতনৰ প্ৰাচীৰবোৰৰ বিৰুদ্ধে এটা প্ৰৱল বিদ্ৰোহৰ স্পৃহা জাগি উঠিল। সি তাৰ প্ৰতিটো খোজতে সেই অহৈতুকী বাধাৰ প্ৰাচীৰবোৰ ভাঙি-ছিঙি

চুৰমাৰ কৰি, আকৌ সেই মানৱ সভ্যতাৰ প্ৰথম প্ৰভাতৰ মানৱ শিশুটোৰ যুগলৈ একেবাৰে আগুৱাই যাবলৈ বিচাৰিলে।

জয়ন্তৰ মনৰ ভিতৰৰ সেই অধৈৰ্য্য চিন্তাৰ, উত্তেজনাৰ লগে লগে তাৰ ভৰিৰ খোজবোৰ লাহে লাহে বৰ অদ্ভুত ৰকমে ক্ষিপ্ৰ আৰু উত্তেজিত হৈ উঠিল। আৰু সেই উত্তেজনাৰ ক্ৰিয়াতে এবেলি তাৰ মনৰ ভিতৰৰ ঢাকনিখন মেল খাই, এৰি অহা তাৰ অতীত জীৱন নাটকৰ পাতবোৰ আৰু এটি এটিকৈ মেল-খাই যাব ধৰিলে।

প্ৰথমতে তাৰ মনত পৰিল অঞ্জলিৰ কথা।

আজিৰপৰা কুৰিটি বছৰ আগেয়ে সি এদিন কৈশোৰৰ এটি অবোধ্য প্ৰাণৰ আকৰ্ষণ আৰু বহু তৃপ্তিৰ মুহূৰ্ত্তৰ খেলাৰ সঙ্গিনী অঞ্জলিক বিচাৰি পাইছিল! আৰু সেই আকৰ্ষণ আৰু তৃপ্তিয়ে এদিন গৈ সচৰাচৰ হোৱাৰ দৰে ক্ৰমিক যৌৱনৰ লগে লগে দুয়োৰো ভিতৰত উগ্ৰ আৰু অবাধ্য প্ৰণয়ত পৰিণত হৈছিলগৈ।

কিন্তু সমাজৰ চিৰাচৰিত, স্থৱিৰ, জীৰ্ণ পদ্ধতিৰ বিচাৰ মতে সেই প্ৰণয় সমাজত ৰীতি সিদ্ধ বুলি গণ্য নহ'ল। কিয়নো, অঞ্জলি আছিল এঘৰ সাত্বিক ৰাজগুৰু ফুকনৰ ঘৰৰ ব্ৰাহ্মণৰ ছোৱালী আৰু জয়ন্ত আছিল মাত্ৰ এঘৰ সাধাৰণ কলিতাৰ ল'ৰা।

সেয়ে সমাজৰ সকলো নিৰ্মম, হিংসুক আৰু ক্ৰূৰ শক্তিবোৰ একত্ৰিত হৈ জয়ন্ত আৰু অঞ্জলিৰ মিলনৰ বিৰুদ্ধে ঘোষণা কৰিলে আৰু তাৰেই অস্বাভাৱিক ফল স্বৰূপে আজিও অঞ্জলিয়ে প্ৰাণৰ সৈতে কোনো সজীৱ সম্বন্ধ নথকা 'মানুহ এজন'ৰ গৃহিণী হৈ তিনিটাকৈয়ে ল'ৰা-ছোৱালীৰ আদৰ যত্ন অৱহেলা কৰি, জয়ন্তৰ কাৰণে নতুন মোৰৰ বগা উনৰ স্লিপ ওভাৰ গুথিছে।

জয়ন্তৰ প্ৰথমতে জীৱনত আজি প্ৰথম বাৰলৈ—অঞ্জলিৰ সেই প্ৰতাৰিত, নিঃসহায়, মূঢ় 'মানুহজন'ৰ প্ৰতি অন্তৰত এটি ডাঙৰ পুতৌৰ সমুদ্ৰ হঠাতে উথলি উঠিল। জীৱনত প্ৰথমবাৰলৈ

সম্পূৰ্ণ নতুন এটা যুক্তিৰ বশবৰ্ত্তী হৈ, জয়ন্তই আজি যেন ভাবি পালে, অঞ্জলিয়ে সঁচাকৈয়ে সেই নিৰপৰাধী, 'অজ্ঞ মানুহজন'ৰ প্ৰতি তেনে নিষ্ঠুৰ ব্যাৱহাৰ কৰি বৰ ডাঙৰ অন্যায় কাম কৰিছে আৰু সেই অন্যায়ৰ সমৰ্থন হিচাপে অঞ্জলিৰ কোনো ডাঙৰ যুক্তি নাই।

কিয়নো, জীৱনৰ সকলো আকৰ্ষণকে জলাঞ্জলি দি অঞ্জলিক বুকুত সাৱটি লবলৈ জয়ন্ত নিজে সদায় প্ৰস্তুত আছিল। কিন্তু অঞ্জলিয়ে জয়ন্তৰ প্ৰাণৰ সেই একনিষ্ঠতা প্ৰাণে প্ৰাণে উপলব্ধি কৰিলেও স্বাভাৱিক নাৰীৰ দুৰ্বলতাৰ বশবৰ্ত্তী হৈ, পিতৃ, মাতৃ, আত্মীয়-স্বজনৰ স্নেহ আৰু আশ্ৰয় বিসৰ্জ্জন দি আহি, এটা বিপদ সঙ্কুল, অখ্যাত, অগৌৰৱৰ জীৱন সাৱটি লবলৈ সাহ কৰিব নোৱাৰিলে। আৰু অঞ্জলিৰ সেই দুৰ্বলতাৰ কাৰণেই, আজি সিহঁতৰ দুয়োৰো জীৱন দুটি বিস্ময়, দুৰন্ত এটি অতৃপ্ত ক্ষুধাৰ, দৈনিক ঘটনাৰ সমষ্টি হৈ উঠিছে মাথোন।

জয়ন্তই যিমানেই আজি অঞ্জলিৰ এই দুৰ্বলতাৰ কথা বেছিকৈ ভাবিবলৈ যত্ন কৰিছে, সিমানেই তাৰ অন্তৰত আজি জীৱনত প্ৰথম বাৰলৈ—অঞ্জলিৰ প্ৰতি এটা ক্ৰোধৰ উত্তাপ ক্ৰমে বাঢ়ি আহিল। আৰু তাৰ লগে লগে এটা সত্যই বিজুলীয়াই গ'ল যে অঞ্জলিৰ দৰে দুৰ্বল প্ৰকৃতিৰ ছোৱালীৰ কাৰণেই পৃথিৱীত পুৰুষৰ জীৱনবোৰ বেছি কষ্টকৰ আৰু দুখৰ হয়গৈ। সিহঁতৰ প্ৰণয়ত যথেষ্ট প্ৰশংসনীয় একনিষ্ঠতা আছে সঁচা, সিহঁতে জীৱনৰ শেষলৈকে স্বামীৰ ঘৰত সুখ স্বচ্ছন্দতাৰ মাজত থাকিও যৌৱনৰ প্ৰথম প্ৰিয়জনক পাহৰিব নোৱাৰে সচাঁ, কিন্তু তথাপিও সিহঁতে প্ৰকৃতিৰ কিবা এটা দুৰ্বোধ্য দুৰ্বলতাৰ কাৰণে সমাজ আৰু সংসাৰৰ বিৰুদ্ধে থিয় হৈ, যৌৱনৰ প্ৰথমতে এটা বিদ্ৰোহৰ উদ্দাম জীৱনত জঁপিয়াই পৰিব নোৱাৰে। দুৰ্ভাগ্যক্ৰমে এই দুৰ্বলমতী ছোৱালীৰ সংখ্যাই পৃথিৱীত সৰহ কাৰণেই, অতৃপ্ত প্ৰণয়ৰ দুৰ্বহ জীৱনৰ সংখ্যাও অতি সৰহ।

অঞ্জলিৰ প্ৰকৃতিটো জয়ন্তই যিমানে বিশ্লেষণ কৰি চাবলৈ বিচাৰিলে, সিমানেই তাৰ অঞ্জলিৰ প্ৰতি ক্ৰোধৰ উত্তাপটো লাহে লাহে বেছিকৈ বাঢ়ি আহিল। সেই অপ্ৰিয় অভিজ্ঞতাৰ পৰা সি মনটো আঁতৰাই আনিবলৈ নতুনকৈ আৰতিৰ কথা ভাবিবলৈ যত্ন কৰিলে।

আৰতি, উচ্চাশিক্ষাভিমানী, বি-এ পাছ, নগৰৰ ডাঙৰ হাকিমৰ ঘৰৰ ছোৱালী।

জয়ন্তৰ কলেজীয়া জীৱনৰ চাৰিটি বছৰৰ সতীৰ্থ বন্ধু আৰু সঙ্গী।

জয়ন্তৰ পক্ষৰপৰা কোনো সচেষ্ট প্ৰয়াস নথকাকৈয়ে আৰতি যেন কিবা ঘটনাচক্ৰত আহি পৰাৰ দৰে, জয়ন্তৰ জীৱনৰ লগত এই চাৰি বছৰে বৰ নিবিড়ভাবে সানমিহলি হৈ পৰিছিল।

আৰু সেই নিবিড়তাৰ দাবীতে আৰতিয়ে আজিও দূৰৰ পৰা জয়ন্তক আৰু বেছি কাষলৈ টানিবলৈ অহৰহ চেষ্টা কৰিব লাগিছে।

অলপ ভাবিয়েই জয়ন্তৰ মনটো আৰতিৰ ওচৰৰ পৰাও যেন এটি তীব্ৰ অশ্ৰদ্ধাত একেবাৰে আঁতৰি আহিবলৈ ভীষণ অধৈৰ্য্য হৈ উঠিল। জীৱনত বহুতদিন ভবাৰ দৰেই জয়ন্তই আজিও যেন এটি ঘোৰ বিতৃষ্ণাভাবে ভাবি পালে যে, আৰতিৰ প্ৰণয়ত অঞ্জলিৰ দৰে কোনো সৰলতা, নিস্বাৰ্থ একনিষ্ঠা নাই। বৰং তাৰ পৰিৱৰ্ত্তে তাত এটা হীন, স্বাৰ্থপৰৰ জঘন্য মনোবৃত্তি লুকাই আছে। জয়ন্তক নাপালে যে আৰতিৰ জীৱন মৰুময় হ'ব, সেই কাৰণেই আৰতিয়ে জয়ন্তক সিমান আকুলভাৱে বিচৰা নাই। আৰতিয়ে জয়ন্তক বিচাৰিছে এই কাৰণে যে, জয়ন্তৰ দহজনৰ চকুত পৰা দৈহিক সৌন্দৰ্য্য আছে, সন্মানকৰ উচ্চ পদবী আছে আৰু সাংসাৰিক সুখ স্বচ্ছন্দতাৰ কাৰণে আৰ্থিক ভৱিষ্যত আছে। আৰতি সেই তৰপৰ তৰল আভিজাত্যৰ ঘৰৰ ছোৱালী; যি প্ৰণয়ৰ ক্ষেত্ৰতো আন কি নীচ ব্যক্তিগত লাভা লাভৰ কথা পাহৰিব নোৱাৰে। জীৱনৰ জাগ্ৰত অৱস্থাতো যি ছোৱালীয়ে সদায় ভৱিষ্যতৰ সপোন দেখি ভাবে যে, তেওঁ-

লোকৰ ভাবী স্বামী একেলগে একোজন সৌন্দৰ্য্যত ৰবাৰ্ট টেইলৰ, উচ্চ পদবীত আই. ছি এছ. আৰু আৰ্থিক স্বচ্ছলতাত ৰক্‌ফেলাৰৰ একমাত্ৰ উত্তৰাধিকাৰী হ'ব। কথাই কথাই এওঁ-লোকে সদায় ডাণ্টে ব্যাত্ৰিছৰ প্ৰেমৰ জলন্ত কাহিনীৰ উদাহৰণ দিয়ে। ঠায়ে অঠায়ে সকলো সময়তে কেৱল বাইৰণ, শ্যেলী আৰু ব্ৰাউনিঙৰ গধুৰ গধুৰ মনস্তত্ত্বৰ প্ৰেমৰ কৱিতা আবৃত্তি কৰি শুনায়। কিন্তু প্ৰকৃত জীৱনৰ ক্ষেত্ৰত এওঁলোকে আনকি প্ৰেমাস্পদৰ বুকুত আত্ম-বিস্মৃতিৰ নিবিড়তম তৃপ্তিৰ মুহূৰ্ত্ততো, অন্ততঃ এজন এ-ছি-এছ, নৱতম আধুনিক ধৰণে সুসজ্জিত এটি ড্ৰইংৰুম আৰু অইন নহলেও "ভি-এইট" এখনৰ সপোনৰ কথা পাহৰিব নোৱাৰে।

যিমানেই বেছি আৰতিৰ কথা আহি জয়ন্তৰ মনত ঠাই লবলৈ বিচাৰিলে, সিমানেই জয়ন্তৰ মনটো, এটা তীব্ৰ বিৰক্তিত তেনেই তিতা হৈ উঠিল। সি কথমপি সেই অভিজ্ঞতাৰ পৰা মনটো উদ্ধাৰ কৰিবলৈ নতুনকৈ আকৌ বন্দনাৰ কথা ভাবিবলৈ যত্ন কৰিবলৈ ধৰিলে।

বন্দনা ?.........

বন্দনাও এঘৰ অতীতৰ সুখ্যাতি থকা উচ্চ আভিজাত্যৰ জমিদাৰৰ ঘৰত, অতিমাত্ৰা বিলাসৰ, অস্বাভাৱিক আবেষ্টনীৰ মাজত ওপজা ছোৱালী।

কিন্তু আভিজাত্যৰ তেজ ইমান অস্বাভাৱিক ভাৱে শৰীৰত বৈ থাকিলেও অতি আচৰিত ৰকমে বন্দনাৰ নিজৰ আবেষ্টনীৰ লগত প্ৰাণৰ কোনো সজীৱ সংস্পৰ্শ নাই।

লগৰ আৰু দহজনী ছোৱালীৰ দৰে কেৱল অনুকৰণ কৰি বন্দনাই ক্লাব, ঘোঁৰাদৌৰ, গল্‌ফ্‌, পিকনিক, মোটৰিং মাৰ্কেটিং কৰিয়েই নিজৰ সময়খিনি অকল কটাই নিদিয়ে নাইবা মাথোন ইংলিছ গভৰ্ণেছৰ লগত 'বল' আৰু 'এট হোম'-ৰ 'এটিকেট' শিকোঁতেই নিজৰ সকলো শক্তি অপব্যয় নকৰে।

বন্দনাৰ সেই স্তৰত বহুতৰে নথকাৰ দৰে, নিজস্ব এটি সজীৱ প্ৰাণৰ স্পন্দন থকা প্ৰগাঢ় অনুভূতিৰ জীৱন আছে। ভালপোৱা কি বস্তু, বন্দনাই সচাঁকৈয়ে তাক প্ৰাণৰ শ্ৰেষ্ঠতম নিবিড়তাৰে উপলব্ধি কৰে। আৰু সেই উপলব্ধি বেছি মধুৰ কৰিবলৈ সদায় তাত এটি অবাস্তৱ আদৰ্শবাদৰ আস্বাদ যোগ দি লয়।

বিংশ শতাব্দীৰ উগ্ৰ বস্তুতান্ত্ৰিকতাৰ মাজত উপজিও বন্দনাই অতি অদ্ভুত ৰকমে ভাৱে; জয়ন্ত যেন সঁচাকৈয়ে সেই সাধু কথাৰ যুগৰ সাত সমুদ্ৰ তেৰ নদীৰ সিপাৰৰপৰা এদিন মেঘৰ মাজেদি পক্ষীৰাজ ঘোঁৰাৰ ওপৰত উঠি অহা, এজন ৰাজকোঁৱৰ। আৰু নিজে যেন এটি ডাঙৰ দৈত্যৰ দুৰ্গৰ ভিতৰত বন্দী হৈ থকা অচেতনা এজনী ৰাজকুঁৱৰী। জয়ন্তই যেন সঁচা-কৈয়ে সেই সাধুকথা দৰে, সোণৰ কাঠিৰে ছুই বন্দনাক আকৌ এদিন জীয়াই তুলিব। আৰু জীয়াই তুলি সেই সাধুকথাৰ দৰেই ঘোঁৰাৰ ওপৰত তুলি, সাত সমুদ্ৰ তেৰ নদীৰ সিপাৰৰ সেই অদ্ভুত নতুন ৰাজ্যখনলৈ লৈ যাব।

অইন নহলেও বন্দনাৰ চৰিত্ৰৰ এই বিশিষ্টতাখিনিৰ কাৰণেই জয়ন্তৰ আজি কিছুদিন হ'ল হঠাতে বন্দনাৰ প্ৰতি এটি অস্বাভাৱিক দুৰ্বলতা আহি পৰিছে। আৰু এই দুৰ্বলতাৰ বান্ধোনত পৰি সি আজিকালি তাৰ বেছিভাগ সন্ধিয়াই, বন্দনাৰ মা দেউতাৰ সম্মিলিত আগ্ৰহত, বন্দনাৰ ড্ৰয়িংৰুমতে কটাই দিয়ে।

কিন্তু আজি?.........

এই অপূৰ্ব সুন্দৰ, উদাসৰ, উল্লাসৰ সন্ধিয়া? এই প্ৰকৃতিৰ আদিম মাৰাত্মক উত্তেজনা? এই অন্তৰৰ প্ৰতিটোপা তেজ উদভ্ৰান্ত কৰি জাগি উঠা বেছি নতুন, বেছি তীব্ৰ, বেছি বিপুল অভিজ্ঞতাৰ কাৰণে দুৰন্ত লিপ্সা?

জয়ন্তই যেন বাধ্য হৈ বন্দনাৰ কথাও আজি এটি সম্পূৰ্ণ নতুন ৰিজনিৰে তুলনা কৰি চাবলৈ কোনো কুণ্ঠাবোধ নকৰিলে। সেই যুক্তিৰ নতুন আলোকত জয়ন্তই আজি যিমানেই বন্দনাৰ

কথা ভাবিলে সিমানেই তাৰ কেৱল এটি মাথোন ধাৰণা বদ্ধমূল হৈ আহিল যে, বন্দনাৰ গোটেই ড্ৰইংৰুমৰ পৰিমণ্ডলতে এটা যেন বিষাক্ত প্ৰাণহীন বিৰাট অবাস্তৱতা লুকাই আছে।

সেই ওখ ওখ স্প্ৰিং দিয়া দাম্ভিক আৰামী চকী আৰু স্বেটিবোৰ। সেই ৰং-বিৰঙৰ শ্বেদ দি ঢকা ম্লান বিজুলী চাকিবোৰ! সেই ওখ পৰম আভিজাত্যময় মজিয়াত পৰা কাশ্মিৰী দলিচাখন! সেই ফ্লাৱাৰ ভেছত সজাই থোৱা বিদেশী ক্ৰিছেনথিমাম, এছটটি, ডালিয়া আৰু জিনিয়া ফুলবোৰ! সেই এনি তেনি পেলাই থোৱা বাঘ, ভালুক আৰু হৰিণাৰ বীভৎস মূৰ আৰু গাৰ শুকান ছালবোৰ! সেই মূৰৰ মগজ তিতা কৰি অক্লান্ত ভাৱে বাজি থকা কোলাহলপূৰ্ণ ফিলিপ ছ্‌ৰ ৰেডিও টো! সেই ঘৰৰ চাৰিওপিনে চাপ্ৰাচ আৰু উৰ্দিপিন্ধি ঘূৰি ফুৰা মূৰ্খ আৰু অকৰ্মণ্য মুখৰ চাকৰ বেহেৰাবোৰ! সেই বন্দনাৰ পাছে পাছে ফুৰা বিভীষিকময় প্ৰকাণ্ড এলছিছিয়ান কুকুৰটো!

জয়ন্তই যিমানেই আজি এই অদ্ভুত কৃত্ৰিমতাপূৰ্ণ পৰিমণ্ডলৰ কথা বেছিকৈ ভাবিবলৈ ধৰিলে, সিমানেই তাৰ প্ৰতি এটি প্ৰাণৰ তীব্ৰ বিতৃষ্ণা তাৰ প্ৰবলভাবে জাগি উঠিল; আৰু তাৰ পৰা গৈ গৈ সি এই দৃঢ় সিদ্ধান্তত উপস্থিত হ'ল যে, বন্দনাৰ ড্ৰইংৰুমৰ নিচিনা এটা নিষ্প্ৰাণ, নিৰস, বন্ধ্যা পৰিমণ্ডলৰ ভিতৰত থাকি, আৰামী চকীত আধা-শুই বা আধা-জাগি, টেনিছনৰ কৱিতাৰ "লোটাছ ইটাৰ"বোৰৰ দৰে কেৱল দূৰৰ পৰাই জীৱনৰ কোলাহল আৰু কলৰৱবোৰৰ মধুৰ সঙ্গীত কাণেৰে উপভোগ কৰিব পাৰি মাথোন। তাৰ ভিতৰত প্ৰকৃততে জাগি, আজিৰ নিচিনা উদ্দীপনাৰ এটি সক্ৰিয়া, জীৱনৰ কোনো এটি তীব্ৰ অনুভূতিকে অপৰিসীম ভাৱে উপলব্ধি কৰা নাযায়।

আগবাঢ়ি যোৱা প্ৰতিটো খোজৰ লগে লগে জয়ন্তৰ মনৰ ভিতৰত যিমানেই সেই সিদ্ধান্তটো বেছি দৃঢ় হৈ উঠিবলৈ

ধৰিলে, সিমানেই বন্দনাৰ ড্ৰয়িংৰুমৰ অভিমুখে চলা তাৰ ভৰিৰ ক্ষিপ্ৰ খোজ কেইটি ক্ৰমে বেছি আড়ষ্ট হৈ আহিল। আৰু নিমিষতে সেই আড়ষ্টতাত বন্দী হৈ পথৰ মাজত সম্পূৰ্ণ দিক্‌ভ্ৰষ্ট হৈ পৰাৰ দৰে সি একেবাৰে স্থিতিশীল হৈ থিয় দিলে। বন্দনাৰ নিজৰ ব্যক্তিত্বৰ আকৰ্ষণ, বন্দনাৰ আন্তৰিক চাহৰ নিমন্ত্ৰণৰ আকৰ্ষণ, মা দেউতাৰ অনুপস্থিতিৰ সুযোগৰ আকৰ্ষণ, বন্দনাৰ চিঠিৰ সেই প্ৰলোভনপূৰ্ণ ইঙ্গিতৰ আকৰ্ষণ, একোৱেই লগ লাগি জয়ন্তক আৰু তাৰ পিছত পুনৰ বন্দনাৰ অভিমুখে গতিশীল কৰি তুলিব নোৱাৰিলে।

ধান খেতি পাৰ হৈয়ে মাল্‌কিৰ সেই সৰু, ধুনীয়া চাপৰ পাহাৰটো। তাৰে ওপৰত নকৈ বহা অসমীয়া সেই সৰু ন-বস্তি-খন। তাৰে মাজত ধুনীয়াকৈ, আগত এখন ফুলনিৰে সজা, সেই ই-পেটাৰ্ণৰ টিঙৰ বঙলা ঘৰটো।

জয়ন্তই সম্পূৰ্ণ অনিশ্চিত গতিত লাহে লাহে খোজ কাঢ়ি আহি হঠাতেই এবেলি সেই ঘৰটো দেখি, অকস্মাতে কিবা এটি অতি লাগতিয়াল বস্তু আবিষ্কাৰ কৰাৰ দৰে, স্বস্তিৰ আনন্দত তলৰ বাটৰ পৰাই সম্পূৰ্ণ চঞ্চল হৈ উঠিল। আৰু তাৰ লগে লগেই অদ্ভুত ভাৱে অলপ আগেয়ে মাথোন একেবাৰে নিশ্চল হৈ পৰা তাৰ ভৰিৰ খোজ কেইটি আকৌ এবেলি সম্পূৰ্ণ সচল হৈ, সেই ঘৰটোৰ পিনে এটা উদ্দীপনাত চলিবলৈ ধৰিলে।

জয়ন্তৰ বহুদিনৰ সুহৃদ আৰু সহপাঠী হেমন্তৰ ভনীয়েক চিত্ৰা এজনী অতি জটিল চৰিত্ৰৰ বৰ অদ্ভুত ছোৱালী।

বুকুৰ ভিতৰত প্ৰৱল আৱেগৰ ডকা-চাকনৈয়া ফুটিলেও, চিত্ৰাৰ নিচিনা ছোৱালীয়ে মুখৰ অভিব্যক্তিত তাক পৰাপক্ষত ফুটাই নুতুলিবলৈ আপ্ৰাণ চেষ্টা কৰে আৰু ফুটাই তোলাটোও এটা ডাঙৰ দোষণীয় দুৰ্বলতা বুলি ভাবে।

কলেজলৈ যোৱাৰ আগতে চিত্ৰাই প্ৰায় অতি কমেও দু-ঘণ্টা সদায় প্ৰসাধনৰ টেবিলৰ ওচৰত থাকে। সম্ভৱপৰ হলে দিনটোৰ

প্ৰায় প্ৰতি ঘণ্টাতে ৰং সলাই সলাই কাপোৰ পিন্ধিবলৈ বিচাৰে। খোজ কাঢ়োঁতে প্ৰতিটো খোজকেই অতি সাৱধানে জুখিঁ মাখি মাটিত পেলায়। বাটত তাকে কোনোবাই লক্ষ্য কৰা দেখিলে আত্ম প্ৰসাদত অলপো মুলুকাই হাহেঁ। তথাপি সেই বিষয়ে কোনোবাই কিবা ক'লে চিত্ৰাই ভীষণ প্ৰতিবাদ কৰে আৰু কয়, সাজপাৰৰ বিষয়ে তেওঁ সদায় বৰ অমনোযোগী। আৰু কোনোবাই বেছি মনোযোগী হোৱাটোও চিত্ৰাই বৰ ভাল নোবোলে।

আনৰ নহলেও জয়ন্তৰ সান্নিধ্য চিত্ৰাই বৰ তৃপ্তিৰে উপভোগ কৰা যেন দেখা যায়। কেতিয়া বা ভুলত এদিন নগলে, দহ দিনলৈ ওফন্দ পাতি নমতা হয়। আৰু গলেই সদায় কিবা এটা বুজাৰ ছল কৰি নিজৰ পঢ়া কোঠালীলৈ মাতি নি আৰু এঘণ্টা বেছিকৈ ৰাখে। কোন সময়ত কোন যোৰ সাজে জয়ন্তক বেছি শুৱায়, নিজেই তাৰ উপযাচি মতামত দিয়ে। আৰু নিজৰ সম্বন্ধেও সেই কথাটো জয়ন্তৰ পৰা বৰ কৌশলেৰে জানি লয়। জয়ন্তৰ লগত চিনেমালৈ গলে চিত্ৰাই মাক নবৌৱেকৰ লগ এৰি, সদায় জয়ন্তৰ লগত আহি বহিবলৈ পাৰ্য্যমানে চেষ্টা কৰে। আৰু ছবিত কিবা এটি উত্তেজক বস্তু দেখাৰ লগে লগেই জয়ন্তৰ চকুলৈ ভুলতে চোৱাৰ দৰে এবেলি চাই আকৌ লাজতে তলমূৰ কৰে। জয়ন্তই যাব খুখুজিলে গাল্‌ফ লিঙ্কলৈ জোনাক চাবলৈ ওলায়। আৰু জোনাকত বহুপৰ জয়ন্তৰ গাত গা লগাই ফুৰি ফুৰি ক্লান্ত হৈ বহি জয়ন্তৰ কোলাৰ ওপৰত সদায় বিষোৱা মূৰটো নিশ্চেষ্টৰ দৰে পেলাই থয়।

তথাপি জয়ন্তই নিজৰ পক্ষৰ পৰা কেতিয়াবা কিবা অলপ উচ্ছ্বাস দেখুৱাব খুজিলেই, চিত্ৰাই ভয়ানক বাধা দিয়ে আৰু কয় যে, কোনো পুৰুষৰে প্ৰতি চিত্ৰাৰ প্ৰাণত এধানিমানো ক'তো আসক্তি নাই আৰু থকাটো তেওঁ এক অমাৰ্জ্জনীয় দুৰ্বলতা বুলি ভাবে।

কোনোদিনে কোনো প্ৰতিবাদ নকৰাকৈ সহি থাকি জয়ন্তৰ এদিন হঠাতে অদ্ভুত ৰকমে প্ৰতিবাদৰ লিপ্সাটো বৰ বেছিকৈ বাঢ়ি উঠে। আৰু চিত্ৰাই সেই দৰে কৈ শেষ কৰাৰ লগতেই বৰ নিৰ্মল কুটিল হাঁহি এটি মাৰি, বৰ ৰূঢ়ভাৱে কৈ পেলায় যে কাৰবাৰ প্ৰতি কাৰবাৰ প্ৰাণত আসক্তি থকাটো দুৰ্বলতা হয়নে নহয় সি ভালকৈ কব নোৱাৰে। কিন্তু কাৰবাৰ প্ৰতি প্ৰাণত কাৰবাৰ আসক্তি থাকিলে সদায় অস্বীকাৰ কৰিবলৈ চেষ্টা কৰাটো সি এটি ডাঙৰ দুৰ্বলতা বুলি ভাবে।

হঠাতে জয়ন্তৰ পৰা সিদিনা ইমান নিষ্ঠুৰ আৰু প্ৰত্যক্ষ আক্ৰমণত চিত্ৰাই একেবাৰে শূন্যত কক্ষচ্যুত হৈ উফৰি পৰাৰ দৰে উফৰি পৰে। আৰু কোনো প্ৰকাৰে প্ৰকাণ্ড এটি লাজ, অপমান আৰু ক্ৰোধৰ উত্তাপ চম্ভালি নিজকে সমৰ্থন কৰিবলৈ আকৌ চেষ্টা কৰি কয় যে, সঁচাকৈয়ে কোনো পুৰুষৰ প্ৰতি চিত্ৰাৰ অন্তৰত কোনো আসক্তি নাই। আৰু জয়ন্তই যদি নিজে তেওঁৰ প্ৰতি আসক্তি থকা বুলি ভাবে, তেওঁ এটি প্ৰকাণ্ড ভুল কৰিছে।

কথাখিনি কৈয়েই কষ্টত, অসহায়তাত আৰু খঙতে বৰ দুৰ্বল ভাৱে কঁপা চিত্ৰাৰ মুখখনি আৰু শৰীৰটোলৈ চাই, জয়ন্তৰ হঠাতে এটি প্ৰাণত ডাঙৰ পুতৌ উথলি উঠিল। সি সম্পূৰ্ণ সজ অভিপ্ৰায়েৰে চিত্ৰাৰ অলপ গাৰ কাষ চাপি, অতি সহজ ভাৱে চিত্ৰাক নিজৰ বুকুৰ মাজত সুমাই লয়গৈ। আৰু অলপ প্ৰগাঢ় মৰমৰ আস্বাদেৰে বুৰাই কয় যে, জীৱনক প্ৰকৃত জীৱন হিচাপে লোৱাত ক'তো অকণো দুৰ্বলতা নাই। বৰং তাক লব নোৱাৰি অস্বীকাৰ কৰিবলৈ গলেহে নানা দুৰ্বলতা আহি পৰে।

কিন্তু জয়ন্তৰ সকলো শুভ প্ৰচেষ্টাৰ উত্তৰত সম্পূৰ্ণ অশুভ এটি ফলে দেখা দিয়ে। চিত্ৰাই তথাপি জীৱনৰ প্ৰকৃত সত্যটো মানি লবলৈ টান পায়। বৰং পৰাজয়ত আৰু বেছি

মৰ্মাহত হোৱাৰ দৰে অদ্ভুত উন্মাদনা আৰু অধৈৰ্য্যত জয়ন্তৰ আলিঙ্গনৰ পৰা নিজক বলেৰে এৰুৱাই লৈ যায়গৈ। আৰু কুংচিত এটি অসংযমত কৈ পেলায় যে, চিত্ৰাৰ প্ৰতি জয়ন্তৰ সিদিনাৰ আচৰণ সচাঁকৈয়ে অতি অন্যায় হৈছে। চিত্ৰাই জয়ন্তক সমূলি ভাল নাপায়। বৰঞ্চ ঘৃণা কৰে।

তাৰ পছত কোনো কথাই বা কাৰ্য্যই সমীচীন ন'হব জানি জয়ন্তই কেৱল অসংযমত বৰ বিকৃত হৈ উঠা চিত্ৰাৰ মুখখনলৈ এটা পুতৌৰ দৃষ্টিৰে বহুপৰ একে থৰে চাই থাকে। আৰু তেনেকৈয়ে চাই থাকি চিত্ৰাক নিজকে নিজে সুস্থ হ'বলৈ দি, এবেলি মুখেৰে একো নামাতি লাহে লাহে এখোজ দুখোজকৈ ওলাই গুচি যায়গৈ।

সেই গুচি অহাই আৰু জয়ন্তই আজি পূৰা দুইমাহে কেতিয়াও এবেলি ভুলতেও চিত্ৰাহঁতৰ ঘৰমুৱা হোৱা নাই। সদায় অন্ততঃ দুইবেলিকৈয়ো এই বাটেৰে বন্দনাহঁতৰ তালৈ গলেও, কেতিয়াও ইচ্ছা কৰিয়েই এই ঘৰটোৰ পিনে চোৱা নাই। এই দুই মাহে সি কেৱল বন্দনাৰ তালৈকে যায়। বন্দনাক লগত লৈ ফুৰিছে আৰু ফুৰোঁতে কেতিয়াবা হঠাতে চিত্ৰাক বাটতে লগ পালে একেবাঁৰে নেদেখাৰ ভাও জুৰি গুচি যায়। কিয়নো জয়ন্তই এইখিনি ভালকৈ জানে যে চিত্ৰাৰ নিচিনা চৰিত্ৰৰ ছোৱালীক ঈৰ্ষাই পৰাস্ত কৰিব নোৱাৰিলে আৰু আন একোৱেই পৰাস্ত কৰিব নোৱাৰে। আৰু বন্দনাৰ প্ৰতি চিত্ৰাৰ ঈৰ্ষা চিৰদিনে চলি অহা এটি সকলোৱে জনা বস্তু। চিত্ৰাই জীৱনৰ সকলো বিষয়তে কেৱল বন্দনাৰ লগত এটি প্ৰতিদ্বন্দ্বিতা চলাবলৈ বিচাৰে। আৰু যেতিয়াই অলপ হৰা যেন পায়, তেতিয়াই কয় যে, বন্দনা জনী, এৰিষ্টোক্ৰেছিৰ এটা পাৰ-ফেক্ট টাইপ—এজনা ডাঙৰ স্নব,—হোপলেছ ফ্লাৰ্ট।

আজি পূৰা দুমাহ পিছত, মনৰ এই অস্থিৰ উত্তেজনাৰ মাজত হঠাতেই চিত্ৰাহঁতৰ ঘৰটো দেখি জয়ন্তৰ মনৰ ভিতৰত এটা

অদ্ভূত জয়ৰ তীব্ৰ লালসা বৰ তীব্ৰভাৱে জাগি উঠিল। ইমান দিনে কৰা এটা ডাঙৰ পৰীক্ষাৰ ফলাফল কৌতূহলৰ আকৰ্ষণে কব নোৱাৰাকৈয়ে তাৰ ভৰি দুখন কেৱল সেই ঘৰটোৰ পিনে টানি লৈ গ'ল।

একে উশাহতে যেন মাল্‌কিৰ থিয় পাহাৰটো উঠি, বাহিৰৰ পৰা দেখোঁতে কোনো জন-প্ৰাণীৰেই সঁহাৰি নথকা, ভিতৰৰ পৰা বন্ধ প'টিকৰ দুৱাৰখনত টুকুৰিয়াই টুকুৰিয়াই জয়ন্তই বিপুল উচ্ছ্বাসত মাতিলে।

—হেমন্ত! হেমন্ত! হেমন্ত!

বহু পৰলৈ জয়ন্তৰ মাতৰ ঝঙ্কাৰ এনেয়ে বাহিৰৰ বতাহৰ লগত মিহলি হৈ যোৱাৰ দৰে হৈ গ'ল। সি গৈ ভিতৰ পৰশি কোনো জাননী দিয়াৰেই সন্তেদ নিদিলে।

জয়ন্তই তথাপি অকণো নিৰুৎসাহ নহৈ সেই একে আগ্ৰহেৰে মাতিলে।

—হেমন্ত! হেমন্ত! হেমন্ত!

ইবেলি কিছু পৰৰ পিছত ঘৰৰ ভিতৰেদি এযোৰ ছেণ্ডেল চুচৰি অহাৰ সহাৰি পোৱা গ'ল। কোনোবাই আহি তাৰ লগতে প'টিকৰ ছুইছটো টিপি চাকিটোও যেন জ্বলালে। আৰু তাৰ প্ৰায় লগে লগেই চিত্ৰাই দুৱাৰখন মেলি, বাহিৰলৈ ভুমুকি মাৰি চায়েই, মুখত এটি অদ্ভুত আগ্ৰহৰ হাঁহি লৈ ক'লে।

—অ, আপুনি?

বিনা নিমন্ত্ৰণেই জয়ন্তই তাৰ উচ্ছ্বাসত উপচি পৰা দেহটো ভালেখিনি ঘৰৰ ভিতৰলৈ সুমুৱাই নি, চিত্ৰাৰ চকুলৈ চাই এটা প্ৰাণস্পৰ্শী হাঁহি মাৰি ক'লে,

—এৰা ময়েই। মোৰ ভুত বুলি ভাবি একেবাৰে ভয়ত উঠলি উঠা নাইতো?

জয়ন্তৰ সেইকণ সান্নিধ্যতে যেন চিত্ৰাৰ উচ্ছ্বাসৰ মাত্ৰা

ভালেখিনি চৰি গ'ল। চিত্ৰাই অস্থিৰ ভাৱে অলপ পৰ জয়ন্তৰ চকুলৈ চাই, প'টিকৰ টেবিলখনৰ দাঁতিত ধৰি বৰ ধুনীয়াকৈ থিয় দি, মুখৰ হাঁহিটো অতিশয় আহ্বানপূৰ্ণ কৰি ক'লে,

—উচপি নুঠিলেও মনে মনে অলপ আচৰিত হৈছোঁ, এই বৰষুণৰ দিনৰ বোকা পানীৰে লেতেৰা বাট-পথ। ভাবিছোঁ এনেহেন এটা কুৎচিত বতৰতো কিহে আজি আপোনাক ছমাহৰ মূৰত এইপিনে আচৰিত ৰকমে টানি আনিলে।

জয়ন্তই আৰু উচ্ছ্বাসত উথলি উঠি, হাতৰ পানীকোট আৰু হেট্‌টো টেবিলৰ ওপৰত থৈ, অকণো নঘমা কপালখন এনেয়ে জেপৰ সুগন্ধি ৰুমালখনেৰে ছবেলিমান মচি, চকু আৰু মুখৰ হাঁহিটো অসম্ভৱ ৰকমে জীৱন্ত কৰি ক'লে,

—আচৰিত হ'লেও এই কুৎচিত বতৰেই, চিত্ৰা, আজি তোমাৰ ওচৰলৈ টানি আনিছে। তুমি হয়তো ঘৰৰ ভিতৰত বহি থাকি তাক কুৎচিত বুলি কব পাৰা। হয়তো তোমাৰ নিচিনা আস্বাদ নোপোৱা আৰু দহজনে তাক কুৎচিত বুলি কব। কিন্তু মই আজি তাৰেই উন্মাদনাতে যেন গোটেই সন্ধিয়াটো কস্তুৰী মৃগৰ দৰে নিজেই বলিয়া হৈ ক'তো অকণো শান্তি পোৱা নাই'।

জয়ন্তৰ কথাৰ ৰাগীত চিত্ৰাৰ পুলকৰ মাত্ৰা যেন অলপ ওপৰলৈ উধাই গ'ল। আৰু সেই পুলকৰ সোঁতত যেন ঘৰৰ কিছু ভিতৰলৈ সোমাই আহি, ভিতৰদুৱাৰৰ পৰ্দাখন আজুৰি গাত মেৰিয়াই লৈ, মুখৰ হাঁহিটো আৰু বেছি অসহনীয় ধুনীয়াকৈ ক'লে,

—তেনেহলে মই আপোনাক অতি দুখেৰে জনাবলৈ বাধ্য হম যে আপুনি আজি অতি অসময়ত এই ওখ পাহাৰখন ডেই শান্তিৰ কাৰণে ইয়ালৈ কষ্ট কৰি আহিছে। অশান্তিৰ যন্ত্ৰণাত মই নিজেই জৰ্জৰিত হৈ ক'লৈ যাম অকণো উৱাদিহ পোৱা নাই। আজি এসপ্তাহ হ'ল, ককাইদেউ নবৌক থবলৈ

তেজপুৰলৈ গৈছে। আজি তিনি দিন হ'ল মা বিচনাত পৰি ইনফ্লুৱেঞ্জাত ভুগিছে। মই মাত্ৰ আপোনাৰ মাত শুনি, দালিৰ কেৰাহীটো মাটিত নমাই থৈ, ৰান্ধনি ঘৰৰ পৰা ওলাই আহিছোঁ।

তাৰ প্ৰায় পোন্ধৰ মিনিট মান পিছত।

দুদণ্ড চিত্ৰাৰ মাকৰ খবৰ লৈ, কাঞ্চীজনীক ৰান্ধনি ঘৰৰ পৰা মতাই আনি বুঢ়ীৰ কুমত অলপ উইণ্ডোজেন ঘঁহিবলৈ লগাই থৈ, একে উশাহে প্ৰায় পঞ্চাছটিমান ইনফ্লুৱেঞ্জাৰ দৰবৰ ব্যৱস্থা দি, জয়ন্তই সম্পূৰ্ণ এটি নতুন বন্ধুত্বৰ সম্বন্ধত, চিত্ৰাৰ লগত হাঁহি-মাতি, ৰং ধেমালি কৰি আহি ৰান্ধনি-ঘৰৰ ভিতৰত সোমাল আৰু নিজে নিজেই ক'ৰবাৰপৰা মূঢ়া এটা বিচাৰি আনি বহি, ঘৰটোৰ চাৰিওপিনে এবেলি বৰ আগ্ৰহেৰে লক্ষ্য কৰি চালে। তাৰ সম্মুখত দহদহাই জ্বলা দুটা কয়লাৰ ডাঙৰ চৌকা। নমাই থোৱা সিজা দালিৰ আৰু ভাতৰ দুটা কেৰাহী। আৰু তাৰে কাষত নঢকাকৈ ৰখা এখন কাঁহীৰ ওপৰত কেডোখৰমান ভজা ৰৌ-মাছ আৰু বেচন দি ভজা কেচকলমান বেঙেনা।

তাৰ ভৰিৰ নিচেই ওচৰত চালনী এখনত এফালি আধা কটা বন্ধা কবি, কেআজলিমান বাকলি ফুগুছোৱা কেঁচা মটৰ-মাহ আৰু গোটাচেৰেক আলু আৰু পিয়াজ। আৰু তাৰে কিছু নিলগত পৰি শিল্‌পতা এখনৰ ওপৰত এই মাত্ৰ পিহি এৰি থৈ যোৱা কেবিধমান পিহা মচলা। এটা প্ৰকাশ্য অধীৰতাত জয়ন্তই চাৰিও কাষৰ এই সম্পূৰ্ণ নতুন আৰু অপৰিচিত পৰিমণ্ডলটোৰ পিনে কেৱল বাৰে বাৰে বৰ আগ্ৰহেৰে চাই গ'ল। ভজা-মাছ, ভজা বেঙেনা সিজা দালি, পিছা-মচলা, পোৰা কয়লাৰ এটা অদ্ভুত সানমিহলি গোন্ধে তাৰ অতিশয় উত্তেজিত অনুভূতিবোৰক আৰু যেন কিবা এটি নতুন আদিম উত্তেজনাৰে বেছিকৈ উত্তেজিত কৰি তুলিলে।

সেই উত্তেজনাতে যেন জয়ন্তই বহা মূঢ়াটোৰে সৈতে চিত্ৰাৰ

গাৰ ওচৰলৈ আগবাঢ়ি গৈ, চিত্ৰাক বৰ মনোযোগেৰে কবিৰ পাত কুটা দেখি, নিজেও চালনীৰ পৰা দুটা মান মটৰমাহ তুলি লৈ তাকে চোবাই মাতটো যথেষ্ট কোমল কৰি সুধিলে,

—চিত্ৰা, সিদিনাৰ পাছত তুমি আকৌ মোক আজি এই দৰে দেখি অলপ আচৰিত হৈছা নহয় নে ?

চিত্ৰাই প্ৰথম প্ৰথম জয়ন্তৰ কথা একো নুশুনাৰ দৰে কেৱল মনপুতি কবিৰ পাতকে কুটি যাবলৈ বিচাৰে। কিন্তু বেছি পৰ তাকে কৰিব নোৱাৰি, এবাৰ হঠাতে জয়ন্তৰ চকুলৈ চকু তুলি চাই বৰ নিমজ এটি হাঁহি মাৰি কয়,

—আচৰিত হ'বলৈ যথেষ্ট কাৰণ আছে কাৰণেই অলপ আচৰিত নোহোৱা নহয়।

জয়ন্তই উচ্ছ্বাসত আৰু অলপ চিত্ৰাৰ গাৰ কাষলৈ মূঢ়াটোৰে সৈতে আগবাঢ়ি যায়। আৰু আগতকৈও বেছি তৃপ্তিৰে এমুঠা-মান মটৰগুটি মুখলৈ দলিয়াই, মুখত এটা প্ৰস্ফুটিত হাঁহিৰে কয়,

—কিন্তু তুমি যদি ভালকৈ ভাবি চোৱা, তাত আচৰিত হ'বলৈ কোনো কাৰণেই নাই। মানুহে নানা কাৰণত কেতিয়াবা হঠাতে একোটি ডাঙৰ ভুল কৰি পেলায়। মোৰ বোধেৰে, সেই ভুলৰ বাবে ভুল কৰা মানুহজনক সদায় আঁতৰাই নথৈ তেওঁক সেই ভুল শুধৰাই লবলৈ সুযোগ দিয়াটো বেছি ভাল কথা।

চিত্ৰাই কুটি শেষ কৰা কবিৰ কাঁহীখন এফলীয়াকৈ থৈ, হাতৰ ওচৰলৈ আলুগুটি গোটাচেৰেক চপাই নি, জয়ন্তৰ চকুলৈ চাই বৰ অৰ্থপূৰ্ণ চোকা এটি হাঁহি মাৰি ক'লে,

—কিন্তু সেই ভুল কৰা মানুহজন যে সিদিনা অকল মৱেই আছিলোঁ, আপুনি ইমান সহজতে তাক ধৰি ললে কেনেকৈ ?

চিত্ৰাক আলুৰ বাকলি গুছোৱা দেখি, জয়ন্তয়ো হাতৰপৰা মটৰ মাহবোৰ নমাই থৈ, এনেয়ে আলুগুটি নচুৱাই, চিত্ৰাৰ হাঁহিটোৰ চকুৰেই এটা সমুচিত উত্তৰ দি ক'লে,

—মই কেতিয়াও সিদিনা অকল তুমিয়েই ভুল কৰিছিলা বুলি ধৰি লোৱা নাই চিত্ৰা। আৰু লোৱা নাই এই কাৰণেই যে সিদিনাৰ ভুল অকল তোমাৰো নহয়, মোৰো নহয়, ভুল আমাৰ দুয়োৰো সিদিনাৰ সমানে প্ৰতিকূল অৱস্থাৰ—

জয়ন্তৰ কথাৰ ইঙ্গিতটো চিত্ৰাই সম্পূৰ্ণভাৱে নুবুজিলেও, বুজাৰ এটি ভাও কৰি, জয়ন্তৰ চকুলৈ বৰ আবেগেৰে চাই হাঁহি লাহে লাহে উঠি থিয় হ'ল। আৰু সাময়িক অলপ অইন ধৰণৰ ব্যস্ততাৰ পিছত, কুটি থোৱা কৰি আৰু আলুখিনি সশব্দে কেৰাহীৰ ওপৰত পেলাই দি, বৰ ঘন ঘনকৈ তাকে লাৰি ক'লে—

—কথাৰ এই অদ্ভুত পাকবোৰ আপোনাৰ এটি সম্পূৰ্ণ নিজৰ বস্তু। শুনি গলে প্ৰথমে তাক বেছ বুজা যেন লাগে; কিন্তু পিছলৈ গৈ একোটো নুবুজি।

জয়ন্তই ভীষণ স্ফূৰ্তি পোৱাৰ দৰে আত্ম প্ৰসাদৰ এটা দীঘল সৰু হাঁহি মাৰি, হাঁহিৰ লগে লগে মুঢ়াৰ পৰা উঠি থিয় হ'ল। আৰু লাহে লাহে চিত্ৰাৰ আথাৰ ওচৰলৈ খোজ কাঢ়ি গৈ, মুখৰ পিনৰ বন্ধ খিড়িকীখন খুলি দি, হঠাতে বাহিৰত প্ৰবল ধুমুহা এটাৰ আয়োজন দেখি অলপ তন্ময়ৰ সুৰত কোৱাৰ দৰে ক'লে,

—অকল কথাৰেই নহয়, চিত্ৰা। কাৰ্য্যৰ অদ্ভুত পাকবোৰ মোৰ এটি সম্পূৰ্ণ নিজস্ব বস্তু। যদি তুমি আজি জানিলা-হেঁতেন, মই কাৰ ব্যাকুল নিমন্ত্ৰণ উপেক্ষা কৰি, এই দৰে বিনা নিমন্ত্ৰণে উপযাচি তোমাৰ ওচৰলৈ আহিছোঁ, বোধ কৰো মোৰ প্ৰতি তোমাৰ কৌতূহলৰ মাত্ৰাটো আৰু কিছুদূৰ চৰি গ'ল-হেঁতেন।

চিত্ৰাই জয়ন্তৰ ইঙ্গিতটো সম্পূৰ্ণভাৱে সুন্দৰকৈ বুজিলেও সমূলি নুবুজাৰ দৰে, এটা সুন্দৰ প্ৰশ্নবোধক ভঙ্গীত, জয়ন্তৰ চকুলৈকে বৰ কৌতুকেৰে চাই ৰ'ল।

জয়ন্তই সেই দৃষ্টিৰ আকৰ্ষণতে যেন আগবাঢ়ি অহাৰ দৰে

আহি, আখাৰ জুইৰ তাপত ৰঙা পৰা চিত্ৰাৰ মুখখনিলৈ আৰু কপালৰ চুলিখিনিলৈ বৰ লোভেৰে চাই, এটা ব্যথাৰ অভিনয়ত কোৰাৰ দৰে ক'লে,

—চিত্ৰা, মই আজি যাৰ নিমন্ত্ৰণ উপেক্ষা কৰি তোমাৰ ইয়ালৈ আহিছোঁ, তেওঁ কেতিয়াও আজিৰ নিচিনা এটা সন্ধিয়া এই দৰে মোক কেৱল কেৰাহীৰ ওপৰত ভজা কৰি আৰু আলুবোৰ চাবলৈ দি থিয় কৰাই নাৰাখিলেহেঁতেন। হয়তো ঠিক এই মুহূৰ্ত্ততে তেওঁ মোৰ লগত একেখন স্বেটিতে গাতে গা লগাই বহি, ৰেডিওৰ আৱহ সঙ্গীতৰ লগত, তেওঁ নিজে হাতে কৰা একাপ কোকো মোৰ হাতত আনি তুলি ধৰিলেহেঁতেন।

অন্তৰত আৱেগৰ অত্যধিক উদ্বুলি-মদ্বুলিত চিত্ৰাই কি কব একো ঠিক কৰিব নোৱাৰি, কেৱল বাৰে বাৰে অতি খৰকৈ কেৰাহীৰ ৰঙা পৰা তৰকাৰী খিনি লৰাই দি গ'ল। আৰু এবেলি হঠাতে তাৰ ওপৰত কিছু পানী ঢালি ঢাকনী এখন দি, লাহে লাহে হাত ধুই এখোজ দুখোজ কৈ আহি, জয়ন্তই অলপ আগেয়ে খুলি দিয়া খিড়িকীখনৰ ওচৰত থিয় হ'ল। আৰু বৰ তৃপ্তিৰে বাহিৰত ধুমুহাৰ আজোৰণিত অসহায় ভাৱে লৰা সবল গছবোৰলৈ চাই, এটা প্ৰাণৰ স্পষ্ট আনন্দত কৈ যোৱাৰ দৰে কৈ গ'ল ;

—সেই কাৰণেই ভাবিছোঁ, আজি ৰাতিপুৱা মানুহে বিচনাৰ পৰা মাটিত ভৰি দিওঁতে কি এনে ডাঙৰ অশুভ বস্তুটো দেখি ভৰি দিছিল। বন্দনাৰ কথা বাৰু এৰি দিলোঁৱেই, তথাপি ক'ত সেই আৰামী চোফা পৰা ড্ৰয়িংৰুম, ৰঙা ম্লান বিজুলী-চাকি, ৰেডিওৰ গান, আভিজাত্যৰ আৰু কত কি আনন্দৰ উপাদান আৰু ক'ত এই ভঙা ছিঙা, খৰি-খেৰ, চাউল-দালি, শাক-পাচলিৰে জাবৰ হৈ থকা লেতেৰা ৰান্ধনি ঘৰটো। মোৰ যেন নিজৰেই বিজাই চাই বৰ ডাঙৰ এটি পুতৌৰ ভাৱ হৈছে।

চিত্ৰাই শ্লেষৰ উত্তৰ দিয়াৰ ছলতে, জয়ন্তই একেবাৰে উচ্ছ্বাসত চিত্ৰাৰ গাৰ কাষলৈ গৈ, চিত্ৰাৰ লগত একেলগে খিড়িকীৰ চৌকাঠত ভেজা দি থিয় হ'ল। আৰু বাহিৰৰ এন্ধাৰলৈ আকুলভাৱে চাই থকা চিত্ৰাৰ চকুত দৃষ্টিটো ধৰিবলৈ আপ্ৰাণ চেষ্টা কৰি ক'লে,

চিত্ৰা, তেনেহলে তুমি মোৰ প্ৰাণৰ অদ্ভুত আকুলতাখিনি আজি অলপ বুজি পোৱা নাই। মই যদি আজি কিবা এটি কাৰণে বন্দনাৰ তালৈ যাব নোৱাৰিলোঁ, তেনেহলে অকল সেই বন্দনাৰ আভিজাত্য ভৰা ড্ৰয়িং ৰুমটোৰ কাৰণেই—

তাতে জয়ন্তই অলপ বৈ বাহিৰৰ উত্তেজক ধুমুহাৰ দৃশ্যটোলৈ বৰ আৱেগেৰে চাই, চিত্ৰাৰ মনোযোগ সেই পিনে আকৰ্ষণ কৰিবলৈ যেন এটা স্পষ্ট চেষ্টা কৰি আৰু বেছি প্ৰাণৰ উত্তাপেৰে কৈ গ'ল ;

আজিৰ নিচিনা বিপুল উন্মাদনা ভৰা ধুমুহাৰ ক'লা আকাশ, বতাহত অসহায় ভাৱে বাগৰি পৰিব খোজা এই গছবোৰৰ অপূৰ্ব শোভা। সিহঁতৰ পাতৰ মাজেদি বতাহত ভাঁহি অহা এই গোটেই প্ৰকৃতিৰে যেন ব্যথা ভৰা মৰ্মটান। মোৰ দৃঢ় বিশ্বাস বন্দনাৰ ড্ৰয়িং ৰুমৰ নিচিনা এনে এটি নিষ্প্ৰাণ কৃত্ৰিমতাপূৰ্ণ আৱেষ্টনত, এনে এটি উদ্দাম মধুময় পুলকৰ সক্ৰিয়াও চৰম তৃপ্তিৰে উপভোগ কৰা সম্ভৱপৰ নহয়।

বন্দনাৰ ড্ৰয়িংৰুমৰ নিন্দাত বাহিৰৰ প্ৰকৃতিৰ উন্মাদনাত আৰু জয়ন্তৰ কথাৰ ৰাগীত চিত্ৰাৰ শৰীৰত অধৈৰ্য্যৰ মাত্ৰা কানে কানে উপচি পৰিল। চিত্ৰাই বাহিৰলৈ উলিয়াই ৰখা মুখখন ভিতৰলৈ সুমাই আনি, খিড়িকীৰ চৌ-কাঠৰ এফালে মূৰটো বৰ বিহ্বলৰ দৰে পেলাই দি, জয়ন্তৰ চকুলৈ চাই কেৱল ক্ষুধিত ভাৱে হাঁহিলে। চিত্ৰাৰ ৰুক্ষ চুলিৰ মাজত, কৰ্মকান্ত মুখখনৰ সেই ক্ষুধাৰ ভঙ্গীটো, বাহিৰত বাৰে বাৰে চমকি উঠা বিজুলীৰ পোহৰে আৰু অসহনীয় উত্তেজক কৰি তুলিলে।

জয়ন্তই সেই উত্তেজনাতে যেন নিমিষতে দ্বিধা, দ্বন্দ্ব, সঙ্কোচ সকলো পাহৰি গৈ, চিত্ৰাৰ আৰু বেছি গাতে গা লগাই থিয় হৈ চিত্ৰাৰ কপালৰ ওপৰত পৰি থকা অসংযত চুলি কেই ডালি-মান মৰম কৰি হাতেৰে আঁতৰাই দি, এবেলি হঠাতে উচ্ছ্বাসত কৈ উঠিল,

—চিত্ৰা, তুমি সচাঁকৈয়ে আজি বৰ অপূৰ্ব ধুনীয়া হৈছা।

—চিত্ৰাই জয়ন্তৰ কথাত বা কাৰ্য্যত কোনো প্ৰকাৰেই কোনো বিৰক্তি নেদেখুৱাই, বৰং আগতকৈয়ো বেছি বিহবলতাৰে মুৰটো খিড়িকীৰ কাঠত পেলাই, এটা পৰম তৃপ্তিৰ ঈৰ্ষাৰ হাঁহি মাৰি ক'লে,

—বোধকৰো বন্দনাৰ তালৈ যোৱাহেঁতেনো আপুনি ঠিক এইষাৰ কথাকে ক'লেহেঁতেন।

জয়ন্তই উচ্ছ্বাসত যেন ভাঙি পৰি, নিজৰ অথিৰ দেহটো সম্পুৰ্ণভাৱে চিত্ৰাৰ দেহৰ উত্তপ্ততাৰ ওপৰত পেলাই দি, বৰ লোভনীয় হৈ খিড়িকীৰ চৌ-কাঠত পৰি থকা চিত্ৰাৰ মুৰটো দুয়ো হাতেৰে তুলি ধৰি, কথাত প্ৰাণৰ সকলো সঞ্চিত আবেগ ঢালি দি ক'লে,

—চিত্ৰা, তুমি অকাৰণে মোক জব্দ কৰিবলৈ এই মিছা কথাষাৰি কৈছা। তুমি নিজে জানা, মই আজি বন্দনাৰ তালৈ যোৱাঁহেঁতেন কেতিয়াও বন্দনাক তোমাৰ দৰে সম্পুৰ্ণ নতুন আৱেষ্টনৰ মাজত, এই সম্পুৰ্ণ অসাধাৰণ ভূমিকাত কেতিয়াও দেখা নাপালোহেঁতেন। তুমি সঁচাকৈয়ে বিশ্বাস কৰা, জুইৰ তাপত ৰঙা পৰা তোমাৰ ক্লান্ত মুখখনত, সামান্য ঘামত ভিজি থকা তোমাৰ কপালৰ এই সৰু সৰু ৰুক্ষ চুলিখিনিত, তোমাৰ নিৰাভৰণা, মুক্ত, গোটেই উদাৰ দেহতে আজি মই এটি অসংযত ৰূপৰ উন্মাদনা দেখিছোঁ।

চিত্ৰাই জয়ন্তৰ কথাৰ উত্তেজনাৰ সোঁতত, আনকি জয়ন্তৰ দুয়ো হাতৰ মাজতো মুৰটো কোনো প্ৰকাৰে থিৰেৰে ৰাখিব

নোৱাৰি, কেৱল জয়ন্তৰ চকুলৈ চাই পৰিপূৰ্ণ ঈৰ্ষা আৰু কামনাত জ্বলা এটা তীক্ষ্ণ হাঁহি মাৰি ক'লে ;

—নাৰীৰ সৌন্দৰ্য্য বৰ্ণনা কৰাত আপুনি সদায় সিদ্ধহস্ত বুলি জানো। ধুনীয়া ধুনীয়া শব্দেৰে শুনি বেছ ভাল লগাকৈ কথা কেইটি অনৰ্গল কিতাপৰ পৰা মুখস্থ মতাৰ দৰে কৈ যাব পাৰে। কিন্তু এইখিনিয়েই মাত্ৰ ভয় হয়, জানোচা এই একে কথাকেই আপুনি জীৱনত ইয়াৰ আগেয়ে আৰু বহু ঠাইতে কৈ আহিছে।

সকলো সঙ্কোচ এৰি দি জয়ন্তৰ হাতৰ ওপৰত পেলাই থোৱা চিত্ৰাৰ মুৰটো, তথা দেহৰ সকলো ভাৰ, জয়ন্তই আৰু বেছি আকুলতাৰে নিজৰ ওচৰলৈ চপাই আনি প্ৰাণৰ সকলো আৱেগ যেন একেৱাৰে নিঃশেষ কৰি দি ক'লে,

চিত্ৰা, জীৱনত যদি কোনো নাৰীৰ আগত তেওঁৰ ৰূপৰ প্ৰশংসা কৰি অহা নাই বুলি, আজি তোমাৰ আগত কওঁ, তেনেহলে সঁচাকৈয়ে তোমাক এটি প্ৰকাণ্ড প্ৰৱঞ্চনা কৰা হ'ব। সিমান ডাঙৰ প্ৰৱঞ্চনা ত্ৰুটিৰ কাৰণে সঁচাকৈয়ে মোৰ অন্তৰত কপটতা আৰু কাপুৰুষালি নাই। কিন্তু তুমি বোধকৰো মোৰ পৰা এই খিনি কথা শুনি অনায়াসে বিশ্বাস কৰিব পাৰা যে, জীৱনত মই কোনো নাৰীকেই কোনোদিনে তোষামোদৰ বাবে অপ্ৰাপ্ৰ্য বা অসত্য ৰূপৰ প্ৰশংসা দি অহা নাই।

চিত্ৰাই আত্মনিৰ্ভৰৰ কাৰণে সম্পূৰ্ণ অসমৰ্থ হৈ পৰা নিজৰ মুৰটো জয়ন্তৰ বুকুৰ ওপৰত থৈ, জয়ন্তৰ কামিজৰ আঁৰত মুখখনি লুকাবলৈ ব্যৰ্থ প্ৰয়াস কৰি, ডিঙিৰ মাতটো অসম্ভৱ ৰকমে আৱেগত গধুৰ কৰি ক'লে ;

—আপোনাৰ কথাবোৰত সঁচাকৈয়ে কিবা এটি ডাঙৰ অদ্ভুত মাদকতা আছে। অবিশ্বাস কৰোঁ বুলি আগৰ পৰা হাজাৰ চেষ্টা কৰি থাকিলেও এবেলি শুনিলে যেন তাক আৰু অবিশ্বাস কৰিবলৈ সমূলি মন নাযায়।

জয়ন্তৰ বিপুল গৌৰৱত সম্পূৰ্ণ অপ্ৰস্তুত আৰু লুব্ধ হৈ উঠা জয়ন্তৰ মনটো জয়ন্তই আৰু তাৰ পিছত কোনো প্ৰকাৰেই সংযত কৰি বান্ধি ৰাখিব নোৱাৰিলে। তাৰ বুভুক্ষু দেহৰ আলিঙ্গনৰ মাজত চিত্ৰাৰ তৃষিত দেহটো নিমিষতে একেবাৰে লুকাই নেদেখা হ'ল।

জয়ন্তৰ দৃঢ় বাহু বন্ধনৰ পৰা নিজৰ দেহটো লাহে লাহে এৰুৱাই আনি, এটা গধুৰ ক্লান্তিত আকৌ আগৰ দৰে খিড়িকীৰ চৌ-কাঠৰ আশ্ৰয় লৈ, চিত্ৰাক একেথৰে বহুপৰ আকাশৰ বুকুত অস্থিৰ হৈ লৰি ফুৰা ধুমুহাৰ মেঘবোৰলৈ চাই থকা দেখি, জয়ন্তই আকৌ এবেলি গভীৰ আত্মীয়তাত চিত্ৰাৰ গাৰ কাষলৈ গৈ আদৰ কৰি সুধিলে;

-চিত্ৰা, তুমি হঠাতে এই মেঘবোৰলৈ চাই ইমান ভাবুকৰ দৰে ভাবিবলৈ আৰম্ভ কৰি দিলা যে?

চিত্ৰাই অকণো নলৰি বা লৰিবলৈ কোনো উদ্যোগ নেদেখুৱাই আকাশত ক'লা মেঘৰ বুকত বিজুলীয়াই যোৱা বগা পোহৰবোৰলৈ একেথৰে কিছুপৰ তন্ময় হৈ চাই থাকি, এবেলি হঠাতে মুখখনি ঘূৰাই জয়ন্তৰ চকুলৈ চাই এটা অতি ক্ষীণ শেঁতা হাঁহি মাৰি ক'লে;

—অইন একো ডাঙৰ কথা ভবা নাই। অকল ভাবিছোঁ, সচাঁকৈয়ে আপুনি কি? স্বয়ং ঈশ্বৰেই নে কোনোবা এজন ডাঙৰ অপদেৱতাৰ অৱতাৰ।

জয়ন্তই চিত্ৰাৰ ওচৰৰপৰা ক্ষন্তেকৰ কাৰণে আঁতৰি গৈ প্ৰাণ খোলা এটি তৃপ্তিৰ দীঘল হাঁহি মাৰি সোলোকাই থোৱা গাৰ কোটটো বিচাৰি আনি আকৌ পিন্ধিলে। আৰু লগে লগে যোৱাৰ এটা ব্যস্ত আয়োজন কৰি, হঠাতে এবেলি চিত্ৰাৰ ওচৰলৈ যোৱাৰ দৰে কাষ চাপি গৈ, ক্লান্তিত বেছি ম্লান হৈ উঠা চিত্ৰাৰ মুখখনিৰ পৰা আৰু এবেলি চুডালিমান স্থান চ্যুত চুলি মৰমেৰে আঁতৰাই দি এটা সম্পূৰ্ণ উল্লাসৰ বক্তৃতাৰ ভঙ্গিমাত কোৱাৰ দৰে ক'লে;

—চিত্ৰা, তুমি, মই, জগতৰ কোনো মানুহেই—আমি ঈশ্বৰৰ বা কোনো অপদেৱতাৰ অৱতাৰ নহয়। আমি সকলোৱে নিখুঁত তেজ মঙহৰ কেৱল সাধাৰণ মাটিৰ মানুহ। আৰু সেই কাৰণেই আমাৰ কথা-বতৰা, কাৰ্য্য-কলাপ সকলো সাদায় মাটিৰ মানুহৰ দৰেই। আমি ভুল কৰি বা সুবুদ্ধি অকাৰণে তাক বেছি জটিল কৰিবলৈ গৈ আমাৰ জীৱনৰ দুখ, কষ্ট, সন্তাপ আৰু নিৰ্য্যাতনৰ মাত্ৰা কেৱল বঢ়াই তোলোঁ মাত্ৰ।

জয়ন্তৰ কথা শেষ হোৱাৰ লগে লগেই চিত্ৰাই খিড়িকীৰ চৌকাঠৰ পৰা নিজৰ শৰীৰটো কোনো প্ৰকাৰে তুলি আনি, অলপ স্বাভাৱিকভাৱে মজিয়াত খোজ কাঢ়িবলৈ চেষ্টা কৰি, নীৰবে আহি ৰান্ধনি ঘৰৰ দুৱাৰ মুখত থিয় হ'ল। জয়ন্তই মুখেৰে আৰু দুনাই কোনো কথা নকৈ, কেৱল চিত্ৰাৰ চকুলৈ তীব্ৰ আন্তৰিকতাৰে এবেলি চাই, ভীষণ বেগেৰে ধুমুহাৰ মাজতেই ৰান্ধনি ঘৰৰ পৰা ওলাই আহিল।

অলপ পিছতেই বৰষুণৰ পানী জয়ন্তৰ গাৰ পানী কোট আৰু হেটৰ কানেদি বাগৰি ঝৰণাৰ পানীৰ ধাৰৰ দৰে, কেৱল আপোন মুখে বাগৰি পৰিবলৈ ধৰিলে। উজটিত বাৰে বাৰে বোকা পানীৰ লগত লেটি-পেটি হৈ তাৰ পেণ্টৰ তল দুখন ভৰিৰ লগত লিপিত খাই পৰিল। আনকি ডাঠ জোতাৰ সিয়নিৰ মাজেদিও বৰষুণৰ পানী নিজৰি গৈ ভৰিৰ মোজাৰ তলত একেবাৰে ডোঙা বান্ধিলে।

জয়ন্তই তথাপি একোলৈকে ভ্ৰূক্ষেপ নকৰি, একে উল্লাসতে তাৰ বোৰ্ডিং অভিমুখে আগুৱাই যাব ধৰিলে। তাৰ যেন দেহৰ সকলো সিৰা উপসিৰা অধৈৰ্য্য কৰি উথলি উঠিছে অভূতপূৰ্ব আনন্দৰ উদাত্ত এটি জয়গান। তাৰ যেন শৰীৰৰ প্ৰতি অনু-পৰমাণুকে, বিদ্ৰোহিত কৰি ঝঙ্কাৰি উঠিছে অপৰিসীম যৌৱনৰ এটি তুমুল শঙ্খ নাদ।

এই অস্থিৰ পুলকৰ উদ্দীপনাতে যেন জয়ন্তই নিজৰ শৰীৰৰ

ওপৰত সকলো সংযম হেৰুৱাই কেৱল একে গতিৰেই ধুমুহা আৰু বৰষুণৰ বুকু ফালি আগবাঢ়ি যাব ধৰিলে আৰু প্ৰতি খোজতে আগতকৈ বেছি উন্মাদনাত আগুৱাই গৈ ভাবিবলৈ ধৰিলে সি যেন নিজেই এই ধুমুহা। এই ধুমুহাৰেই এটা মূৰ্ত্ত প্ৰতীক। এই ধুমুহাৰেই বুকুত লুকাই থকা বিদ্ৰোহৰ সেই জ্বলন্ত প্ৰাণটো। সিও যেন নিজেই এদিন এই ধুমুহাৰে দৰে ধৰণীৰ সকলো বাধা-বান্ধোন, নিৰ্য্যাতন নিষ্পেষণ ভাঙি-ছিঙি চূৰমাৰ কৰি উৰুৱাই লৈ যাব। আৰু তাৰ পৰিৱৰ্ত্তে সম্পূৰ্ণ নতুন মানৱৰ সম্পূৰ্ণ নতুন এখনি পৃথিৱী গঢ়ি তুলিব; য'ত হ'ব মানুহ সেই সৃষ্টিৰ আদিম প্ৰভাতৰ সমুদ্ৰ বক্ষৰপৰা আপোনা-আপুনি উদ্বেলি উঠা ঢৌকিটিৰ দৰে, চিৰ মুক্ত চিৰ স্বাধীন—চিৰ নিষ্কলঙ্ক।

# অলপ ভাৱৰ অলপ পোহৰ

চৈয়দ আবদুল মালিক

বিদায় দিয়াৰ পাছতো যাবলৈ উচপিচাই আকৌ এবাৰ অমৃতৰ মুখলৈ চোৱাৰ কাৰণে অমৃতো অলপ ৰ'ল, তাৰ পিছত ক'লে, "কোনো চিন্তা কৰিব নেলাগে, অহা সপ্তাহত তোমাৰ ল'ৰাটো নিব পাৰিবা। সি সম্পূৰ্ণ ভাল হৈ গৈছে।"

"ভাল চাব"— চকুৰ শ্ৰদ্ধাখিনি অমৃতৰ কাষত এৰি, এটা প্ৰণাম জনাই মানুহজনী লাহে লাহে কম্পাউণ্ডৰ পৰা বাহিৰ ওলাই গ'ল।

এনেয়ে অকণমান পৰ অমৃতে মানুহজনীৰ ফালে চাই ৰ'ল। চিগাৰেটটো শেষ হৈছিল। তেওঁ অন্য এটা চিগাৰেট জ্বলালে। কিবা এটা কাৰণত মনটো পাতল লাগিল অমৃতৰ। ল'ৰাটো বচাৰ আশা নাছিল, কিন্তু সি ভাল হৈ উঠিছে।

দুখীয়া বাঁৰী মানুহজনীৰ একেটি ল'ৰা। তাইৰ জীৱনৰ সকলো আশাৰ কেন্দ্ৰ।

অমৃতে অনুভৱ কৰিলে যে তেওঁ মাক-পুতেক দুয়োৰো জীৱন দান কৰিলে।

ঘড়ীলৈ চালে— পাঁচ বাজি গ'ল।

অমৃতে পশ্চিমৰ আকাশখনৰ ফালে চালে, মুকলি আৰু ফৰকাল আকাশ, বেলিটো নিস্তেজ হৈ পৰিছে। এপ্ৰিল মাহৰ এনেকুৱা আবেলিবোৰ— কেতিয়াবা ভাল লাগে। 'টাই'ডালৰ গাঁঠিটো এনেই এবাৰ চুই চাই অমৃতে সাধাৰণভাৱে অনুভৱ কৰিলে যে তেওঁ অলপ চাহ খাব— পিয়াহ লাগিছে। আঢ়ৈ বজাৰ পৰা তেওঁ এতিয়াহে অলপ আজৰি পাইছে।

ধুনীয়া নতুন এম্বেচেড়ৰ গাড়ী এখন আহি ব'লহি। মুখ ঘূৰাব

খুজিও অমৃত বৈ গ'ল আৰু অন্যমনস্কভাৱে লঘু দৃষ্টিৰে গাড়ীখনৰ ফালে চালে।

এজন ভদ্ৰলোক আৰু এজনী তিৰোতা গাড়ীৰপৰা নামি কম্পাউণ্ডলৈ সোমাই আহিল।

মানুহজনীয়ে চেপা মাতেৰে লগৰ মানুহজনক ক'লে— "সেইজনেই। আছে, ব'লক।"

দুয়ো আহি অমৃতৰ সন্মুখত ৰ'লহি।

মানুহজনে এটা ৰাছিয়ান কৰ্ডৰ বহল পেণ্ট আৰু এটা পাতল নীলাভ হাৱাইন শ্বাৰ্ট পিন্ধিছে— চকুত চচ্‌মা। মানুহজনীয়ে পিন্ধিছে এখন পাটৰ মেখেলা আৰু তাৰ ওপৰত এখন পাতল কপাহী চাদৰ।

হাত দুখন কপাললৈ নি প্ৰণাম জনালে অমৃতেই,— দুয়ো প্ৰতি নমস্কাৰ জনালে।

মানুহজনীয়ে অমৃতৰ মুখলৈ তীব্ৰ সন্দেহৰ চকুৰে এবাৰ চালে।

"ভিতৰলৈ আহক"— অমৃতে ক'লে, আৰু অভ্যাগত দুজনক তেওঁৰ ক্লিনিকৰ ৰিচেপশ্বন ৰুমলৈ মাতি নিলে। তিনিও বহিল।

"আপোনালোক"? অমৃতে সাধাৰণভাৱে দুয়োৰে মুখলৈ চাই সুধিলে।

মানুহজনে ক'লে— "আপোনাৰ ওচৰলৈকে আহিলোঁ। মোক আপুনি চিনি নাই পোৱা বোধহয়, মোৰ নাম ৰঞ্জিত চৌধুৰী।"

অমৃতৰ মুখৰ ৰঙ সামান্যভাৱে পৰিৱৰ্ত্তন হ'ল, কিন্তু অভ্যাগত দুজনৰ চকুত নপৰিল হয়তো।

"আৰু এওঁ— মোৰ ৱাইফ্— গায়ত্ৰী চৌধুৰী"।

এবাৰ গায়ত্ৰীৰ মুখৰ ওপৰেদি চকু ফুৰাই আনি অমৃতে ক'লে, "চিগাৰেট খাওক"।

চিগাৰেটৰ টিং আৰু দিয়াচলাই আগবঢ়ালে অমৃতে। দুৱাৰ-মুখত আহি এটা ইউনিফৰ্ম পিন্ধা দাৰোৱানে চালাম দিলে। কোনোবা মানুহ আহিলে আজ্ঞা পালনৰ কাৰণে সাজু থাকিবলৈ তাৰ ওপৰত নিৰ্দেশ আছে।

অমৃতে কিন্তু তাৰ পিনে নাচালে।

চালে সম্মুখৰ চকীখনত বহা মানুহজনৰ ফালে। পঁয়ত্ৰিছ-ছয়ত্ৰিছ বছৰৰ এজন মানুহ। দেখাত সুশ্ৰী, নাকটো মাত্ৰ জোঙা নহয়। মানুহজন মিঠাবৰণীয়া, গাল দুখন পুৰঠ, শকত ফ্ৰেমৰ চচ্মা পিন্ধিছে।

মানুহজনৰ মুখখন আৰু চকু দুটা অলপ ৰুক্ষ আৰু বিমৰ্ষ যেন লাগিল অমৃতৰ।

ৰঞ্জিতে এটা চিগাৰেট জ্বলালে।

নিৰ্লিপ্ত ব্যৱসায়ী সুৰত সামান্য অন্তৰঙ্গতা সানি অমৃতে ক'লে, "কিয় আহিল, কওকচোন।"

ৰঞ্জিতে এবাৰ গায়ত্ৰীৰ মুখলৈ চালে, তাৰ পাছত দৃষ্টি অলপ কোমল কৰি লাহে লাহে ক'লে,— "মোৰ— আমাৰ ছোৱালীজনীৰ বৰ অসুখ। আজি প্ৰায় ছমাহেই হ'ল। চিকিৎসাৰ বাকী ৰখা নাই। কিন্তু অকণো ভাল হোৱা নাই।

"ছোৱালীজনী ক'ত আছে এতিয়া ?"

আমাৰ লগতে আছে। চাৰি বছৰ হৈছে। আগতে তাইৰ হেলথ বৰ ভাল আছিল।

"এতিয়া লগত লৈ আহিছে নেকি ?"

"লগত নাই অনা। আপোনাৰ পৰামৰ্শ এটা পালেহে যি কৰিব লাগে কৰিম বুলি ভাবিছোঁ।"

"ইয়াত আপোনালোক ক'ত আছেহি, মানে ইয়াতে থাকে জানো আপোনালোক ?"

"নাথাকোঁ। মই চিলঙত থাকোঁ। ইয়াত গায়ত্ৰীৰ মাজু মামাক থাকে— আপুনি চিনি পায় কিজানি"—

আকৌ এবাৰ অমৃতে গায়ত্ৰীৰ মুখলৈ চালে, গায়ত্ৰীয়ে নিষ্পলক দৃষ্টিৰে অমৃতৰ মুখলৈ চাই আছিল। অলপ তলমূৰ কৰিলে।

থিয় দি থকা দাৰোৱানটোৰ ফালে নোচোৱাকৈয়ে অমৃতে ক'লে,

"ৰঘুনাথ, আমি চাহ খাম— তিনিজন—" তাৰ পিছত ক'লে,— "ছোৱালীজনীয়েই আপোনালোকৰ প্ৰথম সন্তান ?"

"নহয়, তৃতীয়। আগতে দুটা ল'ৰা হৈছিল, দুয়োটা ঢুকাই থাকিল। এটা ঢুকাল জন্মৰ এবছৰৰ পাছত, আনটো দুবছৰৰ পাছত। এই ছোৱালীজনীও যদি—"

অমৃতে ৰঞ্জিত আৰু গায়ত্ৰী দুয়োলৈকে এবাৰ চালে আৰু এটা চিগাৰেট জ্বলালে।

"আপোনালোকে ছোৱালীজনীৰ চিকিৎসাৰ কাৰণেই আহিছে নেকি ?"

"হয়, মই প্ৰায় আশা এৰি দিছিলোঁ। কিন্তু চিলঙৰ মোৰ এজন বন্ধুৰে— আপোনাৰো বন্ধু তেওঁ— আগুৱাৰ চেক্ৰেটাৰী আহমদ্— তেওঁ আপোনাৰ ওচৰলৈ এবাৰ আহিবলৈ ক'লে; দহ দিনৰ 'চি এল' লৈ আহিছোঁ।"

চকীখনৰ পৰা উঠি অমৃতে ক'লে, "ঘৰলৈকে যাওঁ আহক, এপিয়লা চাহ খোৱা যাওক।"

তিনিও উঠিল আৰু ৰিচেপ্শ্বন ৰুমৰপৰা ওলাই আহিল।
ক্লিনিক আৰু অমৃতৰ ঘৰৰ মাজৰ বহল ল'নখন পাৰ হৈ তিনিও অমৃতৰ ঘৰৰ ভিতৰলৈ সোমাই গ'ল।

নতুনকৈ সজোৱা ৰীইনফৰ্চড্ কংক্ৰীটৰ ধুনীয়া সৰু এটা ক্ৰীম ৰঙৰ দুমহলীয়া ঘৰ।

অত্যন্ত পৰিষ্কাৰ আৰু পৰিপাটি। ক'তো ধূলিকণা এটা নাই। বেৰত কোনো কেলেণ্ডাৰ ফটো আদিও নাই।

অমৃতৰ পাছে পাছে ৰঞ্জিত গায়ত্ৰীও ওপৰলৈ উঠি গ'ল।

ওপৰৰ বহা কোঠাটোও অত্যন্ত পৰিপাটি, তাৰে এখন খিৰিকীত এডাল লতা বগাইছে। চকী-মেজবোৰ বৰ পৰিপাটিকৈ থোৱা আছে। দামী কাঠৰ চিক্‌চিকীয়া মেহগনি ৰঙৰ ফাৰ্নিচাৰবোৰ দেখিলে দুই এদিনতে কৰাই অনা যেন লাগে।

মজিয়াত নীলাভ এখন কার্পেট পৰা আছে। নীলাৰ মাজে মাজে একোপাহি বগা সৰু ফুল।

এই কোঠাটোত আৰু একোৱেই নাই।

তিনিও বহিল। ৰঞ্জিতৰ মুখামুখিকৈ বহিল অমৃত। গায়ত্ৰী বাঁওফালে।

অমৃতে আকৌ এটা চিগাৰেট জ্বলালে।

ৰঞ্জিতে ক'লে— "আপুনি জানো বাসনাক— মানে— আমাৰ ছোৱালীজনীক এবাৰ চাই আহিব পাৰিব?"

অমৃতে যেন অলপপৰ কথাষাৰ ভাবিলে, তাৰ পিছত লাহে লাহে ক'লে, "ক্লিনিকটো নতুনকৈ কৰিছোঁ। কাম এতিয়াও বহুত বাকী আছে। ইপিনে পেচেণ্ট আহিবই লাগিছে। ভাল এজন এচিষ্টেণ্ট বিচাৰিছোঁ, পোৱাই নাই। কেৱল নাৰ্চকেজনী আৰু কম্পাউণ্ডাৰৰ ওপৰতে নিৰ্ভৰ কৰিবলৈ ভয় লাগে।

গায়ত্ৰীয়ে নীৰৱে কথাবোৰ শুনি গৈছিল। ৰঞ্জিতে ক'লে, "অৱশ্যে দেখিছোঁৱেই, আপুনি বৰ বিজি থাকিব লাগে। তেন্তে আমিয়ে লৈ আহিম ছোৱালীজনী।"

"সেইটোৱেই বেছি সুবিধা হ'ব বোধহয়। অলপ লৰি-চৰি ফুৰে নহয় ছোৱালীজনীয়ে।"

খুব বেছি নোৱাৰে। কিন্তু গাড়ীতে লৈ আহিব পৰা যাব। চিলঙৰপৰা গাড়ীতে অনা হ'ল নহয়।"

"মই এখন এম্বুলেন্স গাড়ীৰ অৰ্ডাৰ দিছোঁ। কেতিয়া পাবহি নাজানো—" অমৃতে ক'লে।

খোৱা কোঠাত চাহ দি ইউনিফৰ্ম পিন্ধা খানচামাই চালাম দিলে।

অমৃতৰ কথামতে তিনিও চাহৰ মেজৰ কাষত বহিলগৈ। তেতিয়াও অমৃত ৰঞ্জিতৰ সমুখ হৈয়ে বহিল, আৰু গায়ত্ৰীৰ ফালে নাচালেই। অৱশ্যে সহজ নম্ৰ ভাবেই অমৃতে দুয়োকো চাহ খাবলৈ ক'লে।

ৰঞ্জিতে ক'লে, "মই আৰু দুদিনহে থাকিব পাৰিম। ছুটী নাই। গায়ত্ৰী অৱশ্যে থাকিব।"

অলপ ভাবি অমৃতে ক'লে, "আৰু পাঁচদিনৰ পিছত মোৰ ইয়াত এটা চীট খালি হ'ব। মাত্র ছটা চীট্‌হে আছে। এই কেইদিন ছোৱালীজনীক ইয়ালৈ নানিলেও হ'ব, আপোনালোকৰ অসুবিধা হ'ব নেকি?"

ৰঞ্জিতে গায়ত্ৰীৰ মুখলৈ চালে।

গায়ত্ৰীয়ে চাহ বাকিছিল তিনিওৰে কাৰণে। একো নক'লে।

অম্‌লেট্‌খিনিৰ ওপৰত জালুকৰ গুড়ি অলপ ছটিয়াই লৈ অমৃতে ক'লে, "যদি ছোৱালীজনীক ইয়াত নাৰাখিলে হয়— চাব লাগিব সেইটো— তেতিয়াহ'লে আপোনালোকে লগত লৈয়ে যাব পাৰিব। নহলে হয়তো কিছুদিন ইয়াত ৰাখি চিকিৎসা কৰিব লাগিব, যদি আপোনালোকে ভাল দেখে।"

"কালিলৈ এবাৰ লৈ আহিম জানো? আপুনি এবাৰ চাব।"

"কালিলৈ? আনিব পাৰে। বাৰু, কালিলৈ এবাৰ আনিব। আগবেলা আনিব, আঠটাৰ পৰা দহটাৰ ভিতৰত।"

চাহ খোৱা শেষ কৰি তিনিও ওলাই আহিল। চকীদাৰ এটাই আহি চালাম দিলে।

কোনোবা মানুহ আহিছে—অমৃতক বিচাৰিছে। ৰঞ্জিতে ক'লে, "আপোনাক আৰু আমনি নকৰোঁ এতিয়া।"

অমৃতে খিৰিকীখনেদি বাহিৰলৈ চালে। ক্রমে সন্ধিয়া নামি আহিছে। গেটৰ মুখত কাৰোবাৰ গাড়ী এখন আহি ৰৈছেহি।

অমৃতে ক'লে, "ছোৱালীজনীক ইয়াত কিছুদিন ৰাখিবলগীয়া হ'লে আপোনালোকৰ একো অসুবিধা নহয়তো?

ৰঞ্জিতে ক'লে, "চিকিৎসাৰ কাৰণেই চিলঙৰপৰা ইয়াত ওলাইছোঁহি। দৰকাৰ যেন দেখিলে যিমান দিন লাগে থাকিব।"

তিনিও তললৈ নামি গ'ল। বিদায় লবৰ সময়ত অসহায়ভাৱে ৰঞ্জিতে ক'লে, "বহুত আশা কৰি আপোনাৰ ওচৰলৈ আহিছোঁ কিন্তু—"

অলপ হাঁহি অমৃতে ক'লে "আগেয়ে মই ৰোগীক চাওঁ বাৰু—"

বিদায় লৈ ৰঞ্জিত আৰু গায়ত্ৰী গ'লগৈ। নমস্কাৰ জনালে যদিও অমৃতে গায়ত্ৰীৰ মুখলৈ এবাৰো নাচালে; কোনো কথাও গায়ত্ৰীৰ লগত নাপাতিলে।

ৰঞ্জিতে অৱশ্যে কথাটো লক্ষ্য কৰিলে। কিন্তু একো নক'লে।......

বাসনাৰ বৰ বেয়া ৰকমৰ অসুখ। চাবি বছৰীয়া এজনী সৰু ছোৱালীৰ এনে ধৰণৰ বেমাৰ কিয় হ'ল, বুজিবলৈ অমৃতৰো টান লাগিল। কিছু দীঘলীয়া চিকিৎসাৰ প্ৰয়োজন হ'ব। খুব সাৱধানে, প্ৰতিদিনে মনোযোগেৰে ছোৱালীজনীৰ চিকিৎসা কৰিব লাগিব। ৰোগ জটিল হৈ পৰিছে।

অমৃতৰ ক্লিনিকলৈ এনে ৰোগী ইয়াৰ আগতে অহা নাই।

তিনি দিন নানা পৰীক্ষাৰ পিছত চিন্তিতভাৱে অমৃতে ৰঞ্জিত-হঁতক ক'লে, "বেমাৰটো বৰ কমপ্লিকেটেড হৈ গ'ল, চিন্তাৰ কাৰণ নোহোৱা নহয়। আপোনালোক মান্তি হ'লে মই দায়িত্ব ল'ব পাৰোঁ।"

অসহায়ভাৱে ৰঞ্জিত আৰু গায়ত্ৰীয়ে অমৃতৰ মুখলৈ চালে।

লাহে লাহে ৰঞ্জিতে ক'লে, "বাসনাক লৈ আমাৰ কি দুশ্চিন্তা হৈছে, আপুনি কি জানি বুজিবলৈ টান পাব। আগৰ ল'ৰা দুটাই বিদৰে ঠগিলে। হাতত হেৰাব বুলি আমি স্বপ্নতো ভবা নাছিলোঁ। কেৱল দায়িত্বই নহয়, বাসনাৰ জীৱনটোৱেই আপোনাৰ হাতত। তাই ভাল নহ'বলৈ হ'লে আমাৰ জীৱন যে কি হৈ যাব, ভগৱানেহে জানিছে।"

গভীৰ উদ্বেগেৰে কোৱা ৰঞ্জিতৰ কথাখিনিৰ মাজৰ বেদনাখিনি অমৃতে উপলব্ধি কৰিলে। কিন্তু পৰিস্থিতিটো লঘু কৰিবৰ মনেৰেই তেওঁ ক'লে, "আপোনালোক নিৰাশ হ'বৰ কোনো কাৰণ নাই। সৰু-ছোৱালী—হয়তো সোনকালেও ভাল হৈ যাব পাৰে আৰু মোৰ ওপৰত বিশ্বাস ৰাখিব পাৰে, আপোনালোকৰ ছোৱালীক মই কেতিয়াও অৱহেলা নকৰোঁ।"

ৰঞ্জিতৰ চকুত যেন আশা জিলিকি উঠিল। তেওঁ ক'লে, "গায়ত্ৰী থাকিব। কি লাগে, কি নালাগে, আপুনি ক'লে গায়ত্ৰীয়ে দিহা কৰি দিব, মোৰ ছুটী নাই, মই যাবগৈ লাগিব। মোৰ হৈ আপুনিয়ে বাসনাক চাব। গায়ত্ৰী আৰু আপুনিয়েই কিন্তু বাসনাক বচাব লাগিব।"

ৰঞ্জিতৰ কথাত গায়ত্ৰীয়ে এবাৰ অমৃতৰ আৰু এবাৰ ৰঞ্জিতৰ মুখলৈ চালে। গায়ত্ৰী যেন অলপ বভা পৰিছে।

অমৃতে লাহে লাহে ক'লে, "আপোনালোক নাথাকিলেও মোৰ ৰোগীক মই চাম। সেইবোৰ আপোনালোকে ভাবিব নালাগে।" অৰ্থাৎ গায়ত্ৰীকো চিলঙলৈ লৈ যাব পাৰে, ইয়াত তেওঁৰ কোনো কাম নাই।

কথাষাৰ বুজি ৰঞ্জিতে ক'লে, "নহয়, বাসনাই কেতিয়াবা বিচাৰিব পাৰে; গায়ত্ৰী থাকক। আৰু তেওঁৰ ইয়াত থকাৰ কোনো অসুবিধাও নাই। মোৰ গাড়ীখন থৈ যাম। ড্ৰাইভাৰটোও থাকিব। দৰকাৰমতে তেওঁ আহি থাকিব পাৰিব;"

ৰঞ্জিত বাসনাক ৰখা চিঙ্গল চিটেড্ৰ ৰুমটোলৈ গ'ল, আৰু খীণাই যোৱা শেঁতা পৰা বাসনাৰ কাষতে বহিল।

বাসনাৰ চুলিবোৰত হাত ফুৰাই ফুৰাই ৰঞ্জিতে মাতিলে, "বাসনা, ভাল লাগিছে নহয়? ওঁ, ডাক্তৰে কৈছে তুমি খুব সোনকালে ভাল হৈ যাবা। মই আকৌ চিলঙৰপৰা আহিমগৈ দেই। মা আছে নহয়—আৰু ডাক্তৰ খুব ভাল মানুহ। তোমালোকক খুব মৰম কৰিব—যাওঁ দেই"—

ৰঞ্জিতে বাসনাৰ কপালত চুমা খালে, হাত দুখন অলপ পৰ নিজৰ হাতৰ মাজত ধৰি থাকিল। তাৰ পিছত হাতৰ পিঠিৰে চকুলো দুটোপাল মোহাৰি কোঠাৰপৰা ওলাই আহিল।

পিছদিনা ৰঞ্জিত গ'লগৈ। যাবৰ সময়ত অমৃতক ক'লে, "গায়ত্ৰী আপোনাৰ ওচৰত এতিয়াও সহজ হ'ব পৰা নাই। আগৰ চিনাকি নাই নহয়। কিন্তু বাসনাৰ লগতে গায়ত্ৰীকো

আপোনাৰ আশ্ৰয়তে থৈ গলোঁ। আপুনি কেনে মানুহ মই দুদিনতে বুজিছোঁ ডাক্তৰ। আপুনি থাকিলে মোৰ আৰু কোনো চিন্তা নাই।

অমৃতে নম্ৰভাৱে হাঁহিলে।

গায়ত্ৰীয়ে অমৃতৰ হাঁহিটোৰ অৰ্থ বুজিবৰ এটা ব্যৰ্থ চেষ্টা কৰিলে।

তাৰ পাছত বঞ্চিত আৰু গায়ত্ৰী গ'লগৈ।

অকলশৰে এনেয়ে এবাৰ অমৃতে হাঁহিলে।

আবেলি চাহ খাই উঠাৰ পিছত অমৃতে ঠিক কৰিলে যে আজি তেওঁ আৰু কেনিও ওলাই নাযায়। তেওঁ দাৰোৱানটোক ক'লে যে কোনোবাই বিচাৰিলে আজি তেওঁ দেখা কৰিব নোৱাৰে বুলি ক'ব। আজি তেওঁ ৰাতিহে এবাৰ ৰোগী চাবলৈ যাব।

অৱশ্যে এনে কৰাৰ কোনো প্ৰয়োজন নাই বুলিও অনুভৱ কৰিছিল অমৃতে। তথাপি অমৃতে এটা নিঃসঙ্গ আবেলি আছুতীয়াকৈ পাবলৈ হেঁপাহ কৰিলে।

আঠ বছৰৰ মূৰত অপ্ৰত্যাশিত ভাৱে আহি ওলালহি গায়ত্ৰী, এসময়ৰ কুমাৰী গায়ত্ৰী চলিহা। ইতিমধ্যে অৱস্থাৰ অভাৱনীয় পৰিৱৰ্ত্তন হৈছে।

আঠোটা বছৰতে মানুহৰ জীৱনত কিমান পৰিৱৰ্ত্তন ঘটে।

এই কম সময়ৰ ভিতৰতে অমৃতে এম-বি-বি-এচ পাছ কৰিলে। হেজাৰ হেজাৰ টকা কৰিলে। জাৰ্ম্মেনীৰ পৰা নতুন ডিগ্ৰী ল'লে— শিশুৰ ৰোগ চিকিৎসাৰ বিশেষজ্ঞ হ'ল। চাকৰি কৰিবলৈ অস্বীকাৰ কৰি নিজৰ ফাৰ্মেচী খুলিলে, তাৰ পাছত এই ক্লিনিক খুলিলে। আঠসত্তৰ হাজাৰ টকা খৰচ কৰি এই নতুন প্ৰতিষ্ঠানটো কৰা দেখি বহুতেই আচৰিত হ'ল, কিন্তু সাফল্যই সকলোৰে মুক্তি। আজি অমৃতক নিচিনা নজনা মানুহ অসমত নাই। শিশুৰ দুৰাৰোগ্য ব্যাধি অভাৱনীয় ভাৱে আৰোগ্য কৰাত আজি ডাক্তৰ অমৃতৰ নাম অসমত অদ্বিতীয়।

দামী মাইক্ৰ'স্কপকে আদি কৰি বিভিন্ন সৰঞ্জাম, নাৰ্চ, কম্পাউণ্ডাৰ আৰু ঔষধ পাতিব এটা বহুমূলীয়া ষ্টক লৈ তেওঁ সম্পূৰ্ণ স্বাৱলম্বী। জাৰ্মেনীতে তেওঁ এটা শিকি কথা আহিল—জীৱনত সফলতা লাভ কৰিবলৈ হ'লে শ্ৰম কৰিব লাগে। অসাধাৰণ শ্ৰম নকৰিলে অসাধাৰণ কাম কৰিব নোৱাৰি।

আৰু কিছু কথা অমৃতৰ মনত পৰিল।

তিনি বছৰৰ ঘনিষ্ঠ চিনা-পৰিচয়ৰ মাজেদি অমৃতৰ মনৰ মাজত গায়ত্ৰী চলিহাই এখন ঠাই কৰি লৈছিল। একজিকিউটিভ ইঞ্জিনীয়াৰ চলিহাৰ জীয়েক গায়ত্ৰী—দেখা-মেলা, পঢ়া শুনা কোনোফালে গায়ত্ৰীৰ কোনো দোষ দুৰ্বলতা নাই।

আৰু বিখ্যাত ব্যৱসায়ী সদানন্দ ফুকনৰ একমাত্ৰ পুত্ৰ অমৃতো কোনো বিষয়ত গায়ত্ৰীৰ লগত তুলনাত কম নাছিল। ধুনীয়া স্বাস্থ্যবান ডেকা, পঢ়া শুনাত ভাল, ডাক্তৰিৰ প্ৰতি এটা বিশেষ অনুৰক্তি আছে। তদুপৰি আছে বাপেকৰ লাখৰো ওপৰ নগদ টকা আৰু অজস্ৰ সম্পত্তি।

তাতোকৈ মূল্যবান বস্তু অমৃতৰ আছিল—অটল আত্ম-সম্মানবোধ আৰু চৰিত্ৰগুণ। এই কাৰণেই কোনো কোনোৱে অমৃতক গপাল বুলি ভুল কৰিছিল, কিন্তু অমৃত আছিল স্বভাৱনম্ৰ।

গায়ত্ৰীৰ লগত অমৃতৰ নিবিড় ঘনিষ্ঠতা গঢ়ি উঠিছিল—গায়ত্ৰীক তেওঁৰ ভাল লাগিছিল—দুয়ো দুয়োকো নিজৰ কৰি লবলৈ প্ৰতিজ্ঞাবদ্ধ হৈছিল।

অমৃতে এম-বি-বি-এচ পাছ কৰিব, নিজে প্ৰেকটিচ্ আৰম্ভ কৰিব—গায়ত্ৰী আৰু অমৃতে এটা মধুৰ দাম্পত্য জীৱন আৰম্ভ কৰিব। মৰম আৰু শান্তিৰ, প্ৰেম আৰু ঐশ্বৰ্য্যৰ মাজত এটা মধুৰ জীৱন যাপন কৰিব দুয়ো।

—অমৃতে স্বপ্ন ৰচনা কৰিছিল।

গায়ত্ৰীৰ ৰৰদেউতাকৰ জীয়েকৰ বিয়াৰ কাৰণে গায়ত্ৰী গ'ল চিলঙলৈ।

তাৰ পাছত গায়ত্ৰী ঘূৰি আহিল এজনী বেলেগ ছোৱালী হৈ

নতুন ডেকা ৰঞ্জিতক গায়ত্ৰীয়ে বিয়াত লগ পালে। ৰঞ্জিতৰ কিবা এটা আকৰ্ষণত গায়ত্ৰীৰ সকলো অতীত, সকলো প্ৰতিজ্ঞা উটি গ'ল।

অমৃতক জনাবলৈও অপেক্ষা নকৰি গায়ত্ৰীয়ে মাকক জনাই দিলে, তেওঁ ৰঞ্জিতক বিয়া কৰাব।

মাক অলপ বিস্মিত হ'ল। কিন্তু ৰঞ্জিত অমৃততকৈ বেয়া নহয় বুলি প্ৰত্যয় গৈ ৰঞ্জিতৰ লগতে বিয়া পাতি পেলালে গায়ত্ৰীৰ।

অমৃতে আঘাত পালে, এজনী চঞ্চল ছোৱালীয়ে চটুল প্ৰৱঞ্চনা কৰাৰ কাৰণে নহয়, তেওঁৰ ব্যক্তিত্বক অপমান কৰাৰ কাৰণে।

এদিন বিয়াৰ আগতে গায়ত্ৰী আহিছিল—ৰঞ্জিতক বিয়া কৰিবলৈ লোৱা সিদ্ধান্তৰ কিবা যুক্তি দাঙি ধৰি অমৃতক সান্ত্বনা দিবলৈ।

কিন্তু কথা কবলৈ সুযোগ নিদি অমৃতে ক'লে, "তুমি কি কবলৈ আহিছা, মই বুজিছোঁ গায়ত্ৰী। কিন্তু মোক আন দহোটা ডেকাৰ নিচিনা দুৰ্বল বুলি যদি ভাবিছা, ভুল কৰিছা। তোমাৰ নিচিনা এজনী ছোৱালী নহ'লে, মই ভাত কাপোৰ এৰি সন্ন্যাসী হৈ নাযাওঁ। শিক্ষিতা ছোৱালী সম্পৰ্কে মোৰ এটা অন্য ধাৰণা আছিল। সেই ধাৰণাটো তুমি ভাঙি দিলা। মই বেয়া পাইছোঁ, কিন্তু মই অকণো অনুতাপ নকৰোঁ। এটা কথাতহে মই আমোদ পাইছোঁ—ইমান শিক্ষা দীক্ষায়ো ছোৱালী-বোৰক অকণো পৰিৱৰ্ত্তন কৰিব নোৱাৰিলে।"

অমৃতৰ কথাৰ শেষত গায়ত্ৰীয়ে কোনোমতে কৈছিল, "মোক বুজিবৰ চেষ্টা কৰা অমৃতদা। ৰঞ্জিতক মোৰ ভাল লাগিছে। তোমাক মই সদায় শ্ৰদ্ধা কৰিম।"

"আৰু তাৰ বিনিময়তে যদি মই তোমাক সদায় ঘৃণা কৰোঁ?

তুমি যোৱাঁ গায়ত্ৰী, তোমাক মোৰ অসহ্য লাগিছে। তোমাক ভাল পাইছিলোঁ বাবে এই অপমান কৰিলা। তোমাৰ ওপৰত প্ৰতিশোধ লোৱাৰ সমান নীচতা মোৰ নাই। ৰঞ্জিতক মই নিচিনো। ভয় নকৰিবা, কেতিয়াবা ক'ৰবাত তেওঁক লগ পালেও, তোমাৰ অতীতৰ কথা তেওঁৰ আগত লগাই দি তোমাক। আমনি নকৰোঁ, মই তোমাক চিনি নাপাওঁ বুলিয়েই ক'ম……”

কথাবোৰ মনত পৰি অমৃতৰ হাঁহি উঠিল। ধেৎ, গায়ত্ৰীৰ নিচিনা এজনী চঞ্চল ছোৱালীক ইমানবোৰ গৰম কথা কোৱাৰ জানো কিবা দৰকাৰ আছিল ? গায়ত্ৰী এজনী সাধাৰণ ছোৱালী।

ডাক্তৰিৰ শেষ পৰীক্ষা পাচ কৰি অমৃতে কিছুদিন প্ৰাইভেট প্ৰেকটিচ কৰিলে। পৃথিৱীৰ অন্য সকলো কথা বাদ দি একাণ-পতীয়াকৈ ডাক্তৰিত মনোযোগ দিলে।

তাৰ পিছত এদিন সিদ্ধান্ত কৰিলে যে শিশুৰ ৰোগৰ চিকিৎসা কৰাত এটা সুকীয়া আনন্দ আছে। নিজৰ অসুখ ভালকৈ বুজি নোপোৱা এটা শিশুক আৰোগ্য কৰিলে তাক জীয়াই থকাৰ নতুন প্ৰেৰণা দিয়া হ'য়। আৰু ভাল হৈ সিহঁতে ডাক্তৰক কৃতজ্ঞতা জনাবলৈ কোনো দিন নাহে।

গায়ত্ৰীৰ বিয়া হৈ গৈছে। গায়ত্ৰী তিনিটা ল'ৰা-ছোৱালীৰ মাক হৈছে। ইতিমধ্যে গায়ত্ৰীৰ দুটা সন্তানৰ মৃত্যুও হৈছে। কিন্তু গায়ত্ৰী আগৰ নিচিনাই হৈ আছে। ধুনীয়া, আটিল গাটোৱে এতিয়াও গায়ত্ৰীক এজনী ছোৱালী যেনেই লাগে। ক'তো বয়সৰ আঁচোৰ লগা নাই। মাত্ৰ সামান্য বেদনাৰ ছায়া পৰিছে, কিন্তু তাৰ কাৰণে গায়ত্ৰী আগতকৈ ধুনীয়াহে হৈছে দেখিবলৈ।

অমৃত বহাৰপৰা উঠিল।

“একেবাৰে অদৰকাৰী কথাবোৰ কিয় ভাবিছোঁ আজি। গায়ত্ৰী ধুনীয়া হোৱা নোহোৱাৰপৰা মোৰ কোনো লাভ-ক্ষতি নাই। মই গায়ত্ৰীহঁতৰ জীৱনৰ বাহিৰত আছোঁ, একেবাৰে বাহিৰত।”

গায়ত্ৰীৰ ছোৱালী বাসনা—তাইক চিকিৎসা কৰাৰ, ভাল

কৰাৰ দায়িত্ব লৈছোঁ। বাসনা যাৰেই জীয়েক নহওক, বাসনা মোৰ চিকিৎসাধীন ৰোগী—মোৰ ক্লিনিকত পৰি আছে ; ভাবিব-লগীয়া হ'লে বাসনাৰ কথাকে ভাবিম। গায়ত্ৰীৰ কথা নাভাবোঁ, বিশ্বাসঘাতক গায়ত্ৰীক আজিও মই আগৰ দৰেই ঘিণ কৰোঁ। গায়ত্ৰীয়ে মোৰ পৰা ঘৃণাৰ বাহিৰে অন্য একো পাবলৈ আশা কৰা অনুচিত।"

বাহিৰলৈ চাই অমৃতে দেখিলে, সন্ধিয়া নামি আহিছে বেলিটোৰ শেষ পোহৰকণ আহি তেওঁৰ ঘৰটোত পৰিছেহি।

বৰ উদাসীন লাগিল অমৃতৰ।

অমৃতৰ আজি কোনো নাই। দেউতাক ঢুকাল, মাকতো আগতে ঢুকাইছে। আজি মাত্ৰ আছে তেওঁৰ এই নতুনকৈ পাতি লোৱা ক্লিনিকটো আৰু ৰোগীকেটা, আৰু দৰমহা খোৱা চাকৰ-বাকৰকেটা।

অমৃতে অনুভৱ কৰিলে যেন সন্ধিয়াৰ আন্ধাৰৰ লগে লগে চাৰিউফালৰপৰা মৃত্যুৱে তেওঁক আবৰি আহিছে। ঘৰ বাৰীবোৰৰ চুকে কোণে যেন মৃত্যু সোমাই পৰিছে। আৰু অকলশৰে অমৃতে সেই মৃত্যুৰ লগত অসহায়ভাবে যুঁজিছে।

দাৰোৱানটোৱে আহি চালাম দিলে।

"এগৰাকী মাইকী মানুহ আহিছে। গাড়ী লৈ আহিছে। আপুনি দেখা নকৰে বুলি ক'লেও নামানে। কৈছে বৰ জৰুৰী কাম আছে। আপোনাক এবাৰ দেখা কৰিহে যাব।"

অমৃত অকণমান পৰ মনে মনে থাকিল। তাৰ পিছত ক'লে, "লৈ আহ—"

চুইচ্‌টো টিপি অমৃতে লাইটটো জ্বলালে, আৰু চিগাৰেট এটা জ্বলাই অভ্যাগতৰ কাৰণে অপেক্ষা কৰি সহজভাৱে বহি থাকিল।

গায়ত্ৰী সোমাই আহিল।

বহাৰপৰা অকণো লৰচৰ নকৰাকৈ অমৃতে এবাৰ চকু তুলি

গায়ত্ৰীৰ মুখলৈ চালে। গায়ত্ৰী আহি তাৰ সমুখত থিয় হ'লহি।

আকৌ এবাৰ গায়ত্ৰীলৈ চাই অমৃতে ক'লে, "বহঁা"।

চকীখনত বহি তেওঁৰ মুখলৈ চাই গায়ত্ৰীয়ে ক'লে, "মোক আহিবলৈ নিদিছিল—জোৰ কৰি আহিছোঁ।"

অমৃতে চিগাৰেটটো হুপিব ধৰিলে একান্তভাৱে।

"অহাৰপৰা তুমি মোৰ লগত এষাৰো কথা পতা নাই। সেই কাৰণে আজি মই অকলে আহিছোঁ, তোমাৰ লগত কথা পাতিম বুলি"—গায়ত্ৰীয়ে ক'লে।

কলিংবেলটো টিপি বয়টোক মাতি অমৃতে ক'লে, "ছুগিলাচ চৰ্বত আন।"

চালাম দি বয়টো তললৈ নামি গ'ল।

অলপ উদ্বিগ্নভাৱে অলপ চিঞৰিয়ে গায়ত্ৰীয়ে ক'লে, "অমৃতদা, তুমি ইমান গহীন হৈ আছা কিয়? মোৰ লগত কথা নাপাতা কিয়?"

খিৰিকীখনেদি বাহিৰৰ ফালে চাই লাহে লাহে অমৃতে ক'লে, এই সময়ত মই অলপ নিৰ্জনতা ভাল পাওঁ। কাৰো লগত কথা নাপাতোঁ।"

"কিন্তু, সেইবুলি মোৰ লগতো নাপাতিবা নে?"

গায়ত্ৰীৰ মুখলৈ চাই অমৃতে ক'লে, "তোমাক মই বেলেগ বুলি ধৰাৰ কোনো কাৰণ দেখা নাই।"

গায়ত্ৰীয়ে অপমানবোধ কৰিলে।

"তেন্তে মই যাওঁ, তুমি অকলে থাকা—মনে মনে।"

গায়ত্ৰী বহাৰ পৰা উঠিব খুজিলে।

এনেতে বয়টোৱে এখন ট্ৰেত ছুগিলাচ চৰ্বত, এখন প্লেটত কিছু কিচমিছ্ আখৰোট আৰু অলপ টফী আনি মেজৰ ওপৰত থলেহি।

প্লেটখন গায়ত্ৰীৰ ফালে আগ বঢ়াই অমৃতে ক'লে "খোৱাঁ! অন্য কিবা দিব জানো?"

কিচ্ মিছ্ এটা মুখত দি গায়ত্ৰীয়ে ক'লে, "মই তোমাৰ কি কৰিলোঁ যে এইদৰে মোক নিষ্ঠুৰ অপমান কৰিছা! তুমি ভাবিছা, তুমি মোক এবাৰো নমতাৰ কথা তেখেতে লক্ষ্য কৰা নাছিল? তেখেতে নিজেও বেয়া পাইছে মোক তুমি নমতাৰ কাৰণে।"

টফী এটাৰ ওপৰৰ কাগজখন গুচাই গুচাই অমৃতে ক'লে, "এখেত তেখেতৰ ভালপোৱা, বেয়াপোৱা লৈ মোৰ কোনো ভাবিব লগা নাই। তোমালোকতো অমৃত ফুকনৰ বিয়ালৈ অহা নাছিলা যে সাদৰৰ অভ্যৰ্থনা নজনালে বেয়া পাব লাগিব। তোমালোক আহিছিলা অমৃত ডাক্তৰৰ ওচৰলৈ—তোমালোকৰ বাসনাৰ চিকিৎসাৰ কাৰণে। বাসনাৰ চিকিৎসাৰ দায়িত্ব মই লৈছোঁ। আৰু মোৰপৰা কি আশা কৰা?"

চৰ্বত এঢোকা খাই গায়ত্ৰীয়ে মাতত উষ্ণতা সানি ক'লে, "আৰু আশা কৰিবলৈ তেন্তে মোৰ একোৱেই নাই? এজন ভদ্ৰলোকে এজনী চিনাকি ভদ্ৰ-মহিলাৰ প্ৰতি দেখুৱাব লগা ভদ্ৰতাখিনিও তোমাৰ পৰা মোৰ পাব লগা নাইনে?"

কিচ্ মিছ্ এটাৰ ঠাৰিডাল গুচাই অমৃতে—গায়ত্ৰীলৈ নোচোৱা-কৈয়ে ক'লে, "কিহৰ দাবীত?"

"অমৃতদা"—গায়ত্ৰীয়ে চিঞৰি উঠিল।

"ৰৰকৈ নিচিঞৰিবা, ৰোগীবিলাকে আমনি পাব।" ইমান নিৰ্লিপ্তভাৱে কথাষাৰ অমৃতে ক'লে যে গায়ত্ৰী হতভম্ব হৈ গ'ল।

"মই তোমাৰ সমুখতে বহি আছোঁ, আৰু তেতিয়াও তুমি ৰোগীৰ কথা ভাবি আছা?"

ডাক্তৰে ভালে থকা মানুহৰ কথা নাভাবিলেও চলে, বাসনাৰ কথা যদি মই নাভাবোঁ ভাল কথা হ'ব জানো?"

আকৌ এবাৰ তীব্ৰভাৱে অমৃতৰ চকুলৈ চালে গায়ত্ৰীয়ে। হঠাৎ যেন অমৃতক টান কথা কোৱাৰ কাৰণে তেওঁ নিজেই

লাজ পালে, এইজন বিখ্যাত ডাক্তৰ অমৃত ফুকন—এই ক্লিনিকৰ গৰাকী, লাখ টকাৰ মালিক, শিশু ৰোগৰ বিশেষজ্ঞ, অমৃত ডাক্তৰ, তেওঁৰ ঘৰলৈ আহি এইদৰে টান কথা শুনোৱাটো অশোভনীয় হৈছে।

অমৃত কাৰণেই এতিয়াও ওলাই যাবলৈ কোৱা নাই।

গায়ত্ৰীয়ে অলপ লাজ পালে, নিজকে অপৰাধী যেন অনুভৱ কৰিলে।

তলমুৰ কৰি গায়ত্ৰীয়ে ক'লে, "মোক বেয়া নাপাবা অমৃতদা, মই যে তোমাৰ ঘৰত আছোঁ কথাষাৰ পাহৰি গৈছিলোঁ।"

একো নকৈ চৰ্বত গিলাচ শেষ কৰি অমৃতে এটা চিগাৰেট জ্বলালে।

গায়ত্ৰীয়ে অনুভৱ কৰিলে যে অমৃতৰ ওচৰলৈ তেওঁ পুৰণি ইতিহাসৰ পুনৰাবৃত্তি বিচাৰি অহা নাছিল, আহিছিল বাসনাৰ চিকিৎসাৰ কাৰণে। আজি অমৃতে একমাত্ৰ অমৃতে—বাসনাক জীয়াব পাৰে। সেই অমৃতৰ লগত তৰ্কবাদ কৰাৰ কোনো অৰ্থ নাই।

দুয়ো কিছুপৰ নীৰৱে ৰহি থাকিল।

পৃথিৱীৰ বুকুলৈ তেতিয়া ৰাতিৰ ঘন আন্ধাৰবোৰ নামি আহিছে।

বাহিৰৰ ফালে চাই অমৃতে ক'লে, "ৰাতি হ'ল।"

গায়ত্ৰীক অমৃতে বিদায় দিব খুজিছে নেকি কথাষাৰ গায়ত্ৰীয়ে বুজিবৰ চেষ্টা নকৰিলে, অমৃতৰ মুখলৈ চাই গায়ত্ৰীয়ে সুধিলে, "বাসনাক কেনেকুৱা দেখিছা? তাই ভাল হ'বনে অমৃতদা?"

অলপ হহাঁৰ নিচিনা কৰি অমৃতে ক'লে, "এই কথাষাৰকে সুধিবৰ কাৰণে ইমানখিনি ভূমিকা নকৰা হ'লে নহ'লহেঁতেন জানো?"

হঠাৎ গায়ত্ৰী বহাৰপৰা উঠিল আৰু অতি উচ্চ মাতেৰে ক'লে, "হ'ল, হ'ল, বহুত অপমান কৰিলা, বাসনাক তোমাৰ

ওচৰত দিছোঁ, পাৰা যদি বচাবা, নহ'লে মাৰি পেলাবা। মই জানো, মোৰ ওপৰত প্ৰতিশোধ নোলোৱালৈকে তুমি শান্তি নোপোৱা।"

গায়ত্ৰীৰ কথাটোত অকণো কাণ নিদি অমৃতে ক'লে, "তুমি ইয়াত আৰু কিমান দিন থাকিব।"

"যিমান দিনেই থাকোঁ এইদৰে আহি তোমাক আৰু আমনি নকৰোঁহি। তুমি বহুত ডাঙৰ ডাক্তৰ হ'ব পাৰা, কিন্তু মোক ইমান অপমান নকৰিও পাৰিলা হেঁতেন।"

গায়ত্ৰীৰ মুখলৈ চাই কঠিনভাৱে অমৃতে ক'লে, "তুমি মোৰ জীৱনটোক আৰু মোৰ ভালপোৱাক যিদৰে অপমান কৰিলা সিমান মই নিশ্চয় নাই কৰা।"

হঠাৎ গায়ত্ৰী বহি পৰিল। তেওঁ যেন একেবাৰে দুৰ্বল হৈ পৰিল কস্মাৎ।

"তোমাৰ ভালপোৱাক মই অপমান কৰিলোঁ অমৃতদা?" নিজকে কোৱাৰ দৰে গায়ত্ৰীয়ে ক'লে।

অমৃতে হাঁহিলে, "বাৰু যাবলৈ দিয়া সেইবোৰ কথা, গায়ত্ৰী। সেইবোৰ পুৰণি কথা, তুমি যিদৰে সেইবোৰ কথা আৰু কোনোদিন ভবা নাই, ময়ো নাই ভবা। তোমালোকক দেখা পাইহে মোৰ পুৰণি কথাবোৰ মনত পৰিছিল।"

"মোৰ কথা তুমি কোনোদিন নাভাবা?"

"তোমাৰ কথা মনত পৰিলেই মোৰ তোমাৰ ওপৰত ঘৃণা হয়। গতিকে নভবাকৈ থাকোঁ। তোমাক ঘিণ কৰিয়েইবা মোৰ কি লাভ?"

গায়ত্ৰীয়ে বুজিলে অমৃতে তেওঁক অপমানৰ শেষ আঘাত হানিছে। আজি অমৃতে গায়ত্ৰীক ঘৃণাৰেও নোসোঁৱৰে।

কি ভাবি গায়ত্ৰী বহি আছে, নিজেই বুজিব নোৱাৰিলে। গভীৰ ঘৃণা জানো গভীৰ ভালপোৱাৰেই প্ৰতিক্ৰিয়া নহয়? আজিও তেন্তে অমৃতে জানো মোক ভাল পাই আছে?"

"অসম্ভৱ! মোক ভালপোৱা হ'লে ইমান অপমান কেতিয়াও নকৰিলেহেঁতেন। অমৃতে আজি মোক প্ৰাণেৰে ঘৃণা কৰে। কিন্তু মোৰ ওপৰত থকা খঙৰ প্ৰতিশোধ অমৃতে যদি বাসনাৰ ওপৰত লয়?"

গায়ত্ৰীয়ে অমৃতৰ মুখলৈ চালে, ইমান গহীন আৰু শান্ত এই অমৃতটো। যেন কাকো ভাল পাবও নাজানে, ঘৃণা কৰিবও নাজানে! অমৃতলৈ গায়ত্ৰীৰ ভয় লাগি গ'ল। 'তেওঁ মোক হত্যা কৰিব নেকি? বাসনাক মাৰি পেলাব নেকি?"

লাহে লাহে গায়ত্ৰীয়ে ক'লে, "তুমি মোক ক্ষমা নকৰা, জানো। আৰু মই তোমাৰ ওচৰত ক্ষমা বিচাৰি অহাও নাই। কিন্তু অমৃতদা, যেনে তেনে তুমি বাসনাক ভাল কৰি দিব লাগিব। তুমি ডাঙৰ, ডাক্তৰ, তুমি পাৰিবা। মোৰ আগৰ ল'ৰা দুটাক ৰাখিব নোৱাৰিলোঁ, বাসনাও যদি নাবাচে আমাৰ যে কি হ'ব ভাবিবই নোৱাৰোঁ। বাসনাক ভাল কৰি দিয়া অমৃতদা, যি লাগে মই তোমাক দিম—"

অমৃতে গায়ত্ৰীৰ কথাত এজনী অসহায়, দুৰ্বল, সাধাৰণ তিৰোতাৰ কণ্ঠস্বৰ শুনিবলৈ পালে। পুত্ৰৌ জন্মিল অমৃতৰ।

মাতটো অকণো নকঁপাই অমৃতে ক'লে, "মোক দিবলৈ আজি তোমাৰ কি আছে গায়ত্ৰী?"

গায়ত্ৰীয়ে অমৃতৰ মুখলৈ চালে—কি বিচাৰে অমৃতে গায়ত্ৰীৰ পৰা?

হঠাৎ গায়ত্ৰীয়ে ক'লে, "তুমি যি বিচৰা মই সকলো দিম অমৃতদা। কিন্তু বাসনাক তুমি বচাই দিয়া—কোৱাঁ, দিবা?"

অমৃতে লাহে লাহে ক'লে, "বাসনা ভাল নহ'বৰ কোনো কাৰণ নাই যেন লাগে। মই ভালকৈয়ে চাম বাৰু। ৰোগীক আৰোগ্য কৰাটোৱেই মোৰ কাম।"

অলপ ৰৈ অমৃতে আকৌ ক'লে, "এই হস্পিটাল, ফাৰ্মেচী আৰু ক্লিনিকটো কৰাওঁতে ভালেমান টকা খৰচ হৈছে।

তোমালোক টকা থকা মানুহ, বাসনাক ভাল কৰি দিলে, বিলখন সোনকালে পে' কৰি দিবা—যদি পাৰা, আৰু অন্য একো তোমাৰপৰা মই নিবিচাৰোঁ।"

অমৃতৰ কথাত গায়ত্ৰী একেবাৰে নিৰুৎসাহ হৈ পৰিল। গায়ত্ৰীৰ পৰা অমৃতে বিলৰ টকাৰ বাহিৰে একো নিবিচাৰে। অমৃত এটা কচাই। মানুহ নহয়, ডাক্তৰ নহয়, এটা বেপাৰী!

কিন্তু গায়ত্ৰীয়েও এই অপমান বিনা প্ৰতিবাদে মানি নললে। গায়ত্ৰীয়ে ক'লে, "লবা, যিমান লাগে। টকাকে লবা। টকাৰ কাৰণেইটো ক্লিনিক খুলিছা।

অলপ হাঁহি অমৃতে ক'লে, "ডাক্তৰ মানুহ, ক্লিনিক নুখুলি স্বয়ম্বৰ সভা পাতিলে জানো ভাল দেখাব?"

"তাৰ মানে তুমি ক'ব খোজা যে মই টকাৰ কাৰণে চৌধুৰীক বিয়া কৰালোঁ?"

"সেইটো তুমিয়ে জানা। তুমি ৰঞ্জিতক কিয় বিয়া কৰালা, সেই বিষয়ে ভবাৰ প্ৰয়োজন মই কোনো দিনে অনুভৱ কৰা নাই।"

ইয়াৰ পিছত আৰু অমৃতৰ সমুখত বহি থকা গায়ত্ৰীৰ অসম্ভৱ যেন লাগিল। দুৱাৰ খিৰিকী মুকলি হৈ থকা কোঠাটোৰ ভিতৰতো উশাহ বন্ধ হোৱা যেন অনুভৱ কৰিলে গায়ত্ৰীয়ে।

অমৃতে গায়ত্ৰীৰ অৱস্থাটো বুজিলে। তেওঁ বহাৰপৰা উঠিল আৰু খিৰিকী এখনৰ কাষত থিয় হৈ বাহিৰৰ আন্ধাৰবোৰৰ ফালে চাই চাই সৰু মাতেৰে লাহে লাহে ক'লে, "পুৰুষে নাৰীক খেলাৰ বস্তু হিচাপে লোৱাটো যেনেকৈ অন্যায়, নাৰীয়ে পুৰুষক তেনেকৈ খেলাৰ বস্তু হিচাপে লোৱাটোও অন্যায় গায়ত্ৰী। কোনো নাৰীয়ে তেনে অন্যায় কৰিবলৈ আগবঢ়া দেখিলে বাধা দিয়া মই মোৰ কৰ্ত্তব্য বুলি ভাবোঁ। বাসনাৰ স্বাৰ্থত, তুমি ৰঞ্জিতৰ মৰমক অপমান কৰি হয়তো মোৰ ওচৰত নিজক বিলাই দি অকণো অনুতাপ নকৰিব পাৰা! মই দুৰ্বলতাৰ অকণো সুযোগ লবলৈ নিবিচাৰোঁ। এজন স্বামীক

তুমি বিশ্বাসঘাতকতা কৰিব পাৰা, কিন্তু মই নোৱাৰোঁ। ৰঞ্জিত মোৰ শত্ৰু হলেও নোৱাৰোঁ।”

“তুমি এইবোৰ কি কৈছা অমৃতদা ?” ভয়ে ভয়ে গায়ত্ৰীয়ে ক’লে।

“তুমিয়েইতো ক’লা, মই যি বিচাৰোঁ তাকে তুমি আজি দিবৰ কাৰণে প্ৰস্তুত।”

হঠাৎ গায়ত্ৰীৰ গাল মুখ ৰঙা পৰি উঠিল, লাইটটোৱে যেন চকুৰ আগত নাচিব ধৰিলে, মূৰটো ঘূৰোৱা যেন লাগিল গায়ত্ৰীৰ !

খিৰিকীৰ কাষত বাহিৰৰ ফালে চাই ৰৈ থকা অমৃতক গায়ত্ৰীৰ বৰ ওখ এটা শিলামূৰ্ত্তি যেন লাগিল, অকণো প্ৰাণ নোহোৱা এটা শিলামূৰ্ত্তি যেন অমৃত নামৰ এই ডেকা মানুহজন।

গায়ত্ৰী বহাৰপৰা উঠি আহিল।

“অমৃতদা”—তেওঁৰ মাতটো অলপ কঠিনকৈয়ে গুলাল। মোৰ ফালে চোৱাঁ।”

“কোৱাঁচোন বাৰু”—ঘূৰি নোচোৱাকৈয়ে অমৃতে ক’লে।

“তুমি যদি মোক ইমানেই ভাল পাইছিলা, চৌধুৰীৰ লগত মোৰ বিয়া হ’বলৈ মোক এৰি দিলা কিয় ? মোক বাধা নিদিলা কিয় ?”

ঘূৰি নোচোৱাকৈয়ে অমৃতে ক’লে, “তোমাৰ নিচিনা এজনী ছোৱালীক সিমানখিনি মূল্য দিয়াৰ কোনো প্ৰয়োজন মই নেদেখিলোঁ।”

“তোমাৰ ভালপোৱাৰ কোনো শক্তি নাছিল তেনেহলে ?”

অমৃত ঘূৰিল, আৰু গায়ত্ৰীৰ সমূখলৈ আহিল।

“তোমাৰ মুখত মোৰ ভালপোৱাৰ সমালোচনা শুনিবৰ মোৰ অকণো ইচ্ছা নাই গায়ত্ৰী।”

অলপ ৰৈ অমৃতে ক’লে, “বাসনাক মই ভাল কৰি দিবৰ চেষ্টা কৰিম, তোমালোকে চিন্তা নকৰিবা, তাৰ কাৰণে মই তোমাৰপৰা কোনো ত্যাগো নিবিচাৰোঁ। মই ডাক্তৰহে, মানুহ বুলি নধৰিলেও তোমাৰ চলিব।”

গায়ত্ৰীয়ে অনুভৱ কৰিলে অমৃতৰ মাতটোত কিবা এটা অকথিত কৰুণ দুৰ্বলতা আছে। কিন্তু সেই বেদনাত সান্ত্বনা দিবৰ চেষ্টা আজি গায়ত্ৰীৰ কাৰণে অপচেষ্টাহে হ'ব।

"আৰু অলপ বহঁা, ভাত খাই যাবা।"

"কিন্তু তুমিতো মানুহ নহয়, ডাক্তৰহে।"

"ভাত নোখোৱা যদি এনেয়ে বহঁা। বহুত দিন মই কাৰো লগত কথা পতা নাই।"

"মোৰ লগত এইয়া কথা পাতিছা নে মোক গালি পাৰিছা ?"

"শুনিব নোখোজা সঁচা কথাবোৰ কেতিয়াবা আমাৰ গালি যেন লাগে। বাৰু আহঁা, তোমাক মোৰ ঘৰটো দেখুৱাওঁ। আজিলৈকে মোৰ ঘৰটোৰ ভিতৰলৈ কোনো সোমোৱা নাই।"

একো কথা নকৈ অমৃতৰ পাছে পাছে গায়ত্ৰী ইটো কোঠাৰপৰা সিটো কোঠালৈ আগবাঢ়িল।

"তুমি এটা মানুহৰ কাৰণে ইমান ডাঙৰ ঘৰ আৰু ইমানবোৰ কোঠা কেলেই অমৃতদা ?"

"মানুহৰ এটা মনৰ ভিতৰতে দেখোন বহুত কোঠা থাকে, এটা ঘৰৰ ভিতৰত বহুত কোঠা থাকিলে জানো কিবা হানি আছে ?"

আহি দুয়ো তলৰ মহলাৰ মজিয়া পালেহি।

"ঘৰটোৰ নাম 'Retreat' (ৰিট্ৰিট) কিয় দিলা ?"

"শেষত ইয়ালৈকেতো ঘূৰি আহিলোঁ।"

"কিন্তু ইয়াতেই জানো চিৰদিন থাকিবা ?" দুয়ো চোতাললৈ ওলাই আহিল।

"এইখন—এইটো কোঠাৰ মুখত,—কিহৰ চাইনব'ৰ্ড আকৌ ?"

"পঢ়ি চোৱাঁচোন।"

গায়ত্ৰীয়ে পঢ়িলে। 'No admission for angels and women !"

"কি যে ল'ৰা ধেমালি কৰিছা। দেৱদূতো যদি আহিবলৈ নিদিয়া, কোনো তিৰোতাকো আহিবলৈ নিদিয়া—তেন্তে কোন আহিবনো ?"

অমৃতে হাঁহিলে, Angel আৰু woman ৰ কাৰণে কিয় প্ৰৱেশ নিষেধ কৰিলোঁ জানা? ছুয়োৰে পাখি আছে। উৰণীয়া বস্তুৰ কাৰণে ঘৰ সজাৰ কোনো অৰ্থ নহয়। অ' ৰাতি হ'ল, ভাত নোখোৱা যদি যোৱাঁগৈয়ে গায়ত্ৰী।"

গায়ত্ৰীয়ে ক'লে, "এৰা যাওঁ। এই চাইনৰ'ৰ্ডখন গুচাই পেলাবা।"

"কিয়?"

"Woman তো আহিলেই, হয়তো কোনোবা Angel ও আহি যাব কোনো দিনা।"

"অন্য angel নাহে, আহিলে যমদূত আহিব পাৰে। কিন্তু নাৰীতকৈ যম দূত কেতিয়াও বেছি মাৰাত্মক নহয়।"

গায়ত্ৰী যোৱাৰ পিছত অমৃতে ভাবিলে শেষত জানো গায়ত্ৰীয়েই জয়ী হৈ গ'ল? গায়ত্ৰীয়ে ভাবিছে নেকি এতিয়াও মই তেওঁক ভাল পাই আছোঁ?

'যদি তেনেদৰে ভাবিছা—ভুল ভাবিছা গায়ত্ৰী, নিজৰ ব্যক্তিত্বৰ বিনিময়ত অমৃতে এজনী চঞ্চলা ছোৱালীক ভাল পাই ছুৰ্বলতা প্ৰকাশ নকৰে।'

'ছোৱালীবোৰে পুৰুষৰ ভালপোৱাক ছুৰ্বলতা বুলি ভাবি ভাল পায়। যেন এজনী ছোৱালীৰ ভালপোৱা নহ'লে পুৰুষৰ জীৱন উচ্ছন্ন যাব। বেয়া নাপাবা গায়ত্ৰী, অমৃত সিমান ছুৰ্বল নহয়। এদিন ভাল পাইছিল বুলিয়েই অমৃতে বঞ্চিতৰ অঙ্কশায়িনী, তিনিটা ল'ৰা-ছোৱালীৰ মাক প্ৰগল্‌ভা গায়ত্ৰীৰ কাৰণে অন্তৰত ছুৰ্বলতা অনুভৱ নকৰে।'

'গায়ত্ৰী আজি মোৰ ওচৰলৈ আহিল, মোৰ শক্তি আৰু প্ৰতিভাৰ ওচৰত নতশিৰে আত্মসমৰ্পণ কৰিলে, কিন্তু মোৰ পুৰণি প্ৰেমৰ প্ৰতি কৃতজ্ঞতাত নহয়, নিজৰ জীয়েকৰ প্ৰাণৰ প্ৰয়োজনত। ৰাসনা নাবাচিলে গায়ত্ৰী আৰু বঞ্চিত ছুয়োৰে জীৱন ছুঃসহ হৈ উঠিব—তাৰ কাৰণেই আজি অমৃতৰ প্ৰয়োজন।'

অন্য কথা অদৰকাৰী আড়ম্বৰ মাত্ৰ ।

কিন্তু বাসনাক লৈ বঞ্চিত আৰু গায়ত্ৰীয়ে সুখে সন্তোষে ঘৰ সংসাৰ কৰি থাকিলেই জানিবা, তাৰপৰা মোৰ কি লাভ হ'ব ? গায়ত্ৰীৰ সুখে অকলশৰীয়া অমৃতৰ প্ৰাণত জানো নতুন বত্তি জ্বলাই তুলিব ?'

'যি স্বাৰ্থই এদিন গায়ত্ৰীয়ে মোৰ ভালপোৱাক বাটৰ কাষলৈ দলিয়াই পেলাই বঞ্চিতক বুকুত সাৱটি লৈছিল, সেই একেই স্বাৰ্থত আজি গায়ত্ৰী আহিছে মোৰ কাষত তেওঁলোকৰ ৰক্ত সন্তান বাসনাৰ জীৱন বিচাৰি । এটা সাধাৰণ প্ৰাণীৰ সমান স্বাৰ্থপৰ এই গায়ত্ৰী ।'

নাভাবিবৰ চেষ্টা কৰিও বহুত ৰাতিলৈকে অমৃতে গায়ত্ৰীৰ কথাকে ভাবিলে, যিমানেই ভাবিলে, সিমানেই তেওঁৰ গায়ত্ৰীৰ ওপৰত খং উঠি গ'ল । গায়ত্ৰী স্বাৰ্থপৰ, গায়ত্ৰী প্ৰবঞ্চক, গায়ত্ৰী বিশ্বাস-ঘাতিনী । যদি এটা সুযোগ পাই অমৃতে গায়ত্ৰীৰ ওপৰত এটা মাৰাত্মক প্ৰতিশোধ লয়, অকণো অন্যায় নহয়, যি আমাৰ লগত নীচ ব্যৱহাৰ কৰে, তাক আমিও নীচ ব্যৱহাৰ কৰি নিজৰ চিনাকি দিব লাগে ।

অমৃতৰ বহুত ৰাতিহে টোপনি আহিল ।...

কেইবাদিনো পাৰ হৈ গ'ল । প্ৰত্যেক দিনেই আবেলি গায়ত্ৰী একোবাৰ আহে আৰু বাসনাৰ খবৰ কৰি চাই মেলি যায়গৈ । কেতিয়াবা অমৃতৰ লগতো কথা পাতে, কিন্তু দুয়ো দুয়োকে এৰাই চলিবৰ চেষ্টা কৰে । আৰু কথা পাতিলেও বৰ সংযতভাৱে পাতে, যাতে তৰ্কৰ সৃষ্টি নহয় ।

এই কেইদিন অমৃতে গায়ত্ৰীক নতুন আঘাত আৰু অপমান কৰিবৰ চেষ্টা কৰিলে আৰু বুজি পায়ে হয়তো গায়ত্ৰীয়ে তাৰ সুযোগ অমৃতক নিদিবৰ চেষ্টা কৰিলে ।

বাসনাৰ বৰ দুৰাৰোগ্য বেমাৰ, এজনী চাৰি বছৰীয়া ছোৱালীৰ এনে বেমাৰ কিয় আৰু কেনেকৈ হ'ল অমৃতে বুজিবলৈ টান পালে কিন্তু বেমাৰটো দুৰাৰোগ্য হোৱাৰ কাৰণেই চিকিৎসা কৰিবলৈ লৈ

অমৃতৰ ভাল লাগিল, অন্য ডাক্তৰ য'ত পৰাজিত হ'ল, তাত অমৃতে নিজৰ দক্ষতা প্ৰতিষ্ঠা কৰিব। গায়ত্ৰীয়ে বুজিব বিশল্যকৰণীৰ অধিকাৰী কোন—অমৃত নে ৰঞ্জিত।

এসপ্তাহ পাৰ হৈ গ'ল।

বাসনাৰ অৱস্থাৰ কোনো চকুত পৰা পৰিৱৰ্ত্তন হোৱা নাই। অমৃত অলপ বিমোৰত পৰিছে। ৰোগ চিনাক্ত কৰাত ভুল হোৱা নাইতো? নিশ্চয় নাই হোৱা—সময় লাগিব—হয়তো দুমাহ, তিনিমাহ বা তাতোকৈ বেছি। কিন্তু বাসনাক অমৃতে ভাল কৰিবই। নহলে যে অমৃতে গায়ত্ৰীক যিদৰে পৰাজিত কৰিব খুজিছে, সেইদৰে কৰিব নোৱাৰিব। বাসনাক বচাই দি অমৃতে গায়ত্ৰীক তেওঁৰ ওপৰত চিৰ জীৱনৰ বাবে কৃতজ্ঞ কৰি ৰাখিব, সেয়ে হ'ব অমৃতৰ চৰম জয়।

অমৃতে আশা কৰা নাছিল—গায়ত্ৰী সোমাই আহিল তেওঁৰ কোঠালৈ।

"অমৃতদা আছা—"

"বহাঁ গায়ত্ৰী"।

গায়ত্ৰী বহিল আৰু অমৃতৰ মুখলৈ চাই ক'লে, "বাসনাক কেনেকুৱা দেখিছা বাৰু? অলপ ভাল হোৱা যেন পাইছা নে?"

লাহে লাহে অমৃতে ক'লে, "বাসনা খুব লাহে লাহে ভাল হ'ব। আমি ধৈৰ্য ধৰিব লাগিব।"

গায়ত্ৰী মনে মনে থাকিল।

অমৃতে আকৌ ক'লে, "ৰঞ্জিতৰ চিঠি পাইছা?" "পাইছোঁ। তেখেতৰো বোলে অলপ অসুখ হৈছে। মোক পাৰিলে যাবলৈ কৈছে।"

"তেন্তে তোমাৰ যোৱাই ভাল হ'ব গায়ত্ৰী। বাসনাক চকুৰে চাই থকাৰ বাহিৰেতো তুমি একো কৰিব নোৱাৰা। তুমি নাথাকিলে ৰঞ্জিতৰ অসুবিধা নহ'ব জানো?"

গায়ত্ৰীয়ে একো নামাতিলে।

অমৃতে এটা চিগাৰেট জ্বলাই গায়ত্ৰীৰ ফালে চালে। গায়ত্ৰীৰ চকুমুখবোৰ আগৰ নিচিনাই ধুনীয়া হৈ আছে।

অমৃতে অন্যফালে চালে।

"খং নকৰা যদি কথা এটা কওঁ, অমৃতদা" —অমৃতে গায়ত্ৰীলৈ চকু তুলি চালে।

"এই কেইদিন মই অকল বাসনাকে চাই যাবলৈ অহা নাই, তোমাকো চাই যাবৰ কাৰণেই আহোঁ। মই বুজিছোঁ তোমাৰ এই অকলশৰীয়া জীৱনটো লৈ তুমি অকণো সুখী নহয়, তাৰ বাবে হয়তো ময়েই দায়ী। কিন্তু এতিয়া তোমাক সুখী কৰিবৰ কোনো উপায় মোৰ ওচৰত নাই। কেৱল চিগাৰেট হুপি আৰু ৰোগীৰ লগত লাগি থাকি কোনো মানুহ সুখী হ'ব নোৱাৰে।"

অমৃতে ক'লে, "মইযে জীৱনত সুখকে বিচাৰি ফুৰিছোঁ, সেই কথা তোমাক কোনে ক'লে?"

আগয়ে মোক কৈ লবলৈ দিয়া। মই তোমাক বুজোঁ। সুখ নিবিচৰা মানুহৰ জন্ম আজিও হোৱা নাই। মোৰ ওপৰত খং কৰিয়ে তুমি গোটেই জীৱন অকলশৰে অসুখীয়া হৈ কটাবা, তাৰ কি অৰ্থ আছে।"

"আৰু কিবা কবা?" অমৃতে সুধিলে।

"আজি তোমাৰ সকলো আছে—ধন ঐশ্বৰ্য্য, খ্যাতি যশস্যা, ঘৰ-বাৰী আৰু অটুট স্বাস্থ্য। তোমাৰ ইমান ডাঙৰ ঘৰটোৰ ভিতৰত এজনী ছোৱালীৰ কাৰণে ঠাই কৰি দিবৰ বাবে তোমাৰ অসম্মতিৰ কোনো কাৰণ মই দেখা নাই।"

অমৃতে নাহাঁহিলে। গায়ত্ৰীৰ মুখলৈ চাই গহীন হৈ ক'লে, "মইনো কেতিয়া কলোঁ যে মই বিয়া নকৰাম? বিয়া কৰাবৰ কাৰণেইতো ঘৰ-বাৰী কৰাইছোঁ। সেই বিষয়ে সিদ্ধান্ত লবলৈ অন্যৰ উপদেশ নহলেও পাৰিম।"

গায়ত্ৰী ৰঙা পৰিল, অমৃতে গায়ত্ৰীক কুটা এগছৰ সমানো মূল্য নিদিয়ে। অমৃতে গায়ত্ৰীৰ কথা সুঁৱৰি বিয়া নকৰাই নাথাকে।

অমৃতৰ জীৱনত গায়ত্ৰীৰ ক'তো ঠাই নাই। তেওঁক অমৃতে একেবাৰে পাহৰি গৈছে।

গায়ত্ৰীয়ে অনুভৱ কৰিলে ডাক্তৰ অমৃত ফুকন তেওঁৰ একেবাৰে অচিনাকি এজন বেলেগ মানুহ। ডাক্তৰৰ ঘৰৰ ভিতৰত গায়ত্ৰী একেবাৰে অবাঞ্ছনীয় অতিথি।

তেতিয়াই তেওঁৰ তাৰপৰা ওলাই যাবৰ মন গ'ল।

বহু কষ্টে গায়ত্ৰীয়ে অলপ পৰৰ পাছত ক'লে, "তোমাৰ কথা শুনি ভাল পালোঁ। মই তোমাৰ বিষয়ে অন্য ৰকমে ভাবি আছিলোঁ।"

অমৃতে ক'লে, "এতিয়া বোধকৰো বাসনাক চাবলৈ নাহিলেও হ'ব আৰু নহয়? ৰঞ্জিতে তোমাক কাষত বিচাৰিছে, তুমি পাৰিলে যোৱাঁগৈ।"

"যাম, আৰু তোমাক আমনি নকৰোঁ। কিন্তু তুমি বিয়া কৰাব খোজা ছোৱালীজনী কোন, কবা জানো?"

অলপ হহাঁৰ নিচিনা কৰি অমৃতে ক'লে, "অৰুণা নামে মোৰ হস্পিটালতে নাৰ্চ এজনী আছে—ছোৱালীজনী বেয়া নহয় যেন লাগে।"

গায়ত্ৰী শেঁতা পৰি গ'ল।

ডাক্তৰ অমৃত ফুকনে এজনী সামান্য নাৰ্চক বিয়া কৰাব? পাগল নেকি?

কোনোমতে আত্মসম্বৰণ কৰি গায়ত্ৰীয়ে ক'লে, "কেতিয়া হ'ব বিয়া?"

"কথাটো অৰুণাই এতিয়াও কব নোৱাৰে। অলপ দিন বাট চাওঁ। যদি ইতিমধ্যে কাৰোবাৰ লগত অৰুণা পলাই নাযায়, তেন্তে অহা বছৰমানলৈ বিয়াখন পাতিম বুলি ভাবিছোঁ।"

এইবাৰ আৰু গায়ত্ৰীৰ কথা নাছিল।

গায়ত্ৰীৰ ওপৰত প্ৰতিশোধ লবৰ কাৰণেই এই সকলো ব্যৱস্থা অমৃতে কৰিছে—গায়ত্ৰীয়ে ভাবিলে।

হাঁহিবৰ এটা করুণ চেষ্টা কৰি গায়ত্ৰীয়ে ক'লে, "যি ঠাই মোৰ হ'ব পৰিলেহেঁতেন, সেই ঠাইত এজনী নাৰ্চক তুমি ঠাই দিব পাৰিবা অমৃতদা ?"

"তুমি যিটো পাৰিলা" সেইটো মই নোৱাৰিম বুলি কিয় ভাবিছা ? অৰুণাৰ কিবা অপযশ ওলাইছিল—ঘৰ আৰু সমাজৰ পৰা খেদা খাই নাৰ্চ হৈছে। নাৰ্চবোৰ ভাল মানুহ, নে বেয়া মানুহ সেইটো বিচাৰ অন্যে কৰিব। কিন্তু যদি মোৰ এটা কোঠাত অৰুণাই ঠাই কৰি লয়, মই তুৰাৰ বন্ধ কৰাৰ কোনো কাৰণ নেদেখোঁ।"

"তেন্তে চাইনৰ'ৰ্ডথন কিয় দিলা—angels and womenৰ ঠাই নাই বুলি ?"

হাঁহি অমৃতে ক'লে, "A nurse is neither an angel nor a woman'

অমৃতে গায়ত্ৰীক গেটৰ মুখত আগবঢ়াই দিলে। অৰুণা নামৰ কোনো নাৰ্চকে ক'তো অমৃতে দেখা নাই। কিন্তু গায়ত্ৰীক আঘাত দিবৰ কাৰণে এটা মিছা কথা সাজি কোৱাত কোনো দোষ নাই বুলিয়ে অমৃতে ভাবিলে।

হয়তো গায়ত্ৰীয়ে আশা কৰিছিল যে তেওঁৰ কথা সুঁৱৰি আজীৱন অমৃতে অবিবাহিত হৈ থাকিব, অমৃতে বিৰহী হৈ দুখ-বেদনাৰ মাজেদি জীৱন কটাব, আৰু এদিনৰ কাৰণে হলেও গায়ত্ৰীক আহ্বান জনাব—"আজিৰ ৰাতিটো তুমি ইয়াতেই থাকি যোৱা। গায়ত্ৰী, কত কথা মোৰ তোমাক ক'ব লগীয়া আছে।' কিন্তু অমৃতে নিজে আনি গায়ত্ৰীক গেটৰ মুখত থৈ গ'লহি।

বিদায় দিবৰ সময়ত কেৱল ক'লে, "বাসনাৰ কাৰণে তুমি চিন্তা নকৰিবা। তুমি চিলঙলৈকে যাবগৈ পাৰা। বাসনা কেনে আছে মই বাৰু চিঠিৰে বঙ্গিতলৈ লিখিম।"

চৰম অপমান লৈ গায়ত্ৰী গুচি আহিল।

অমৃতে আত্মপ্ৰসাদ অনুভৱ কৰিলে—গায়ত্ৰীৰ নিচিনা এজনী

ছোৱালীয়ে এনে ব্যৱহাৰেই পোৱা উচিত। কথাষাৰ ভাবি অমৃতৰ ভাল লাগিল।

ভাত খাই উঠি ভালেমান পৰ অমৃতে ঘৰৰ সম্মুখৰ ল'নখনতে পায়চাৰি কৰি ফুৰিলে। আকাশত কিছুমান অনুজ্জ্বল তৰা। নিৰ্জন ৰাতিৰ এটা মোহনীয় আবেশ বিয়পি পৰিছে চাৰিউফালে।

কিন্তু অমৃতৰ মনটো শান্ত নহ'ল। হয়তো কালিলৈ, নাইবা পৰহিলৈ গায়ত্ৰী গুচি যাব—চিলঙলৈ—ৰঞ্জিতৰ কাষলৈ। আজি যি অপমান আৰু আঘাত অমৃতৰপৰা লৈ গ'ল গায়ত্ৰীয়ে, সি ৰঞ্জিতহঁতৰ দাম্পত্য সুখক অকণো নোছোৱেগৈ। চিলং পায়ে গায়ত্ৰীয়ে সকলো পাহৰি যাব আৰু ৰঞ্জিতৰ বুকুত সোমাই গায়ত্ৰীয়ে ক'ব, 'বাসনা যদি ভাল নহয়ো বেজাৰ নকৰিব; আজিৰ ৰাতিয়ে বাসনাৰ ঠাই পূৰাবৰ কাৰণে নতুন আলহীক আহ্বান জনাওঁ আহক।'

অকাৰণত অমৃতৰ আকৌ খং উঠি গ'ল। বাসনাতকৈ ৰঞ্জিত বেছি আপোন গায়ত্ৰীৰ কাৰণে। বাসনা মৰি গলেও গায়ত্ৰীয়ে ৰঞ্জিতক একেদৰেই ভাল পাই যাব। গায়ত্ৰীৰ জগতত অমৃত ডাক্তৰৰ কোনো ঠাই নাই। গায়ত্ৰীৰ নিচিনা এজনী স্বাৰ্থপৰ ছোৱালীয়ে হাঁহি হাঁহি অমৃতৰ সমগ্ৰ ব্যক্তিত্বক, সমগ্ৰ হৃদয়ানুভূতিক অপমান কৰি গুচি গ'ল, আৰু এজন বৰ দানী ভদ্ৰলোকৰ দৰে অমৃতে নিজৰ সকলো বিদ্যা বুদ্ধি, পাৰদৰ্শিতা খটুৱাই সেই গায়ত্ৰীৰে ছোৱালী বাসনাক জীৱনৰ মাজলৈ ঘূৰাই অনাৰ সাধনা কৰিছে।

'কি ভাবিব মোক গায়ত্ৰীয়ে? যি অমৃতক মই মুকলিভাৱে অপমান কৰিলোঁ, সেই অমৃতেই আজি টকাৰ কাৰণে, মোৰ ছোৱালীজনীক চিকিৎসা কৰি আৰোগ্য কৰিবলৈ অস্বীকাৰ কৰা নাই। গায়ত্ৰীয়ে ভাবিব মই অমানুহ, মই অপমান বুজি নাপাওঁ, মোৰ আত্মসন্মান বোধ নাই, মই মানুহ নহয়। মই এখন টেক্সি, যেয়ে ভাৰা দিব তাকে তুলি য'লৈ নিবৰ মন যায়, তালৈ যাব লাগিব। নিজস্ব কোনো অভিমত নাই।

'নাই, বাসনাৰ চিকিৎসা কৰিবলৈ লৈ মই ডাঙৰ ভুল কৰিছোঁ।
গায়ত্ৰী আৰু ৰঞ্জিতক মই ফিৰাই পঠাব লাগিছিল—তেতিয়া
গায়ত্ৰীয়ে বুজিলেহেঁতেন অমৃত ডাক্তৰ টেক্সি গাড়ী নহয়, তেওঁৰ
ব্যক্তিত্ব আছে।'

'ভুল হৈ গ'ল। মোৰ বিদ্যা বুদ্ধিক গায়ত্ৰীৰ স্বাৰ্থত খটুওৱা
নিজ ব্যক্তিত্বৰ অৱমাননা কৰা।'

যিমানেই ভাবিলে সিমানেই অমৃতৰ খিঙাৰ লাগিল, নিজৰ
ওপৰতে এটা অকাৰণ খং উঠিল। অসহিষ্ণুভাৱে অমৃতে পায়চাৰি
কৰি ফুৰিব ধৰিলে। কিন্তু কি কৰিব একো ঠিক কৰিব নোৱাৰিলে।

ইতিমধ্যে অমৃতে কেইবাটাও চিগাৰেট জ্বলালে, অলপ শুহুৰিয়াবৰ
চেষ্টা কৰিলে, মাজে মাজে থমক খাই ৰ'ল, আৰু কেতিয়াবা খৰ
খৰকৈ খোজ কাঢ়িলে। কিন্তু অমৃতে অশান্ত মনটো বৰ অধৈৰ্য্য
হৈ উঠা যেন অনুভৱ কৰিলে।

অমৃত ভিতৰলৈ অহা দেখি খানচামাই সুধিলে, ভাত দিব নেকি ?

ভাত খাবৰ মন নগ'ল অমৃতৰ। তথাপি এনেয়ে দুগৰাহমান
খালে। তাৰ পিছত চিগাৰেটৰ পিছত চিগাৰেট পুৰি যাব ধৰিলে।
ফেনখন খুলি ৰখা সত্বেও অমৃতৰ গৰম লাগিল।

আকৌ অমৃত বাহিৰলৈ ওলাই আহিল।

চাৰিওপিনে নীৰৱতা। অমৃতৰ জগৎখনৰ মানুহবোৰো শুই
পৰিছে। দূৰৰ বহুত লাইট নুমাই গৈছে— দুই এটা জ্বলি আছে দূৰে
দূৰে।

আৰু জ্বলি আছে ৰোগী থকা কোঠাবোৰৰ কম পোহৰৰ লাইট-
কেইটা।

লাহে লাহে অমৃত তেওঁৰ ৰোগী থকা চেম্বাৰলৈ সোমাই গ'ল।

ৰাতি তেতিয়া প্ৰায় এঘাৰ বাজিছে।

দাৰোৱানটোৱে চালাম কৰি অমৃতক বাট এৰি দিলে। এজনী
নাৰ্চ ডিউটিত আছিল— তায়ো ইমান ৰাতি অহা দেখি অলপ
বিস্ময়েৰে অমৃতৰ মুখলৈ চালে।

প্ৰায় আটাইকেইটা ৰোগী নিটাল মাৰি পৰি আছে— দুই এটাৰ হয়তো টোপনিও আহিছে। আটাই কেইটা ৰোগীয়েই ল'ৰা-ছোৱালী।

খুব সন্তৰ্পণে খোজ দিছিল অমৃতে— যেন কাৰো শান্তিত ব্যাঘাত নহয়। টোপনিয়েই ৰোগীৰ ডাঙৰ ঔষধ। লাহে লাহে ৰোগীবোৰৰ ওচৰে ওচৰে অমৃত আগ বাঢ়ি গ'ল। নাৰ্চজনী অলপ বিব্ৰত হৈ, আৰু একো কথা সুধিবলৈ সাহ নকৰি অমৃতৰ পাছে পাছে গ'ল।

অমৃত বাসনা থকা কোঠাটোলৈ সোমাই আহিল। লগে লগে নাৰ্চজনীও আহিল— কাৰো মুখত কথা নাই। ভৰিৰেও তেওঁলোকে কোনো শব্দ কৰা নাই। কেৱল শুই থকা ৰোগীৰ উশাহ-নিশাহৰ ক্ষীণ শব্দই ৰাতিৰ নীৰৱতাকে সামান্যভাৱে কঁপাইছিল।

অমৃত আহি বাসনাৰ কাষত থিয় হ'ল। ধক্ ধক্ কৰে বগা বিচনাখনত এজনী শেঁতাপৰা চাৰি বছৰীয়া বেমাৰী ছোৱালী পৰি আছে— তাইৰ টোপনি অহা নাই, ছটফটাই আছে। কাষলৈ আহি নাৰ্চজনীয়ে আঁঠুৰাখন তুলি দি কাষতে থিয় দি ৰ'ল।

কেইমিনিটমান অমৃতে বাসনাৰ মুখৰ ফালে যথেষ্ট মনোযোগেৰে চাই ৰ'ল। বাসনাৰ মুখত কেৱল গায়ত্ৰীৰে নহয়, ৰঞ্জিতৰো আকৃতি-প্ৰকৃতিৰ স্পষ্ট চিন লাগি আছে। এইজনী এজনী সৰু গায়ত্ৰী। তাই ভাল হ'ব, ডাঙৰ হ'ব এজনী নতুন গায়ত্ৰী হ'ব, আৰু কোনোবা অমৃতক বঞ্চনা কৰি কোনোবা ৰঞ্জিতক নিজৰ কৰি লব।

আৰু কিছুপৰ একেথৰে চাই থাকি অমৃত লাহে লাহে সেইখিনিৰ পৰা আঁতৰি আহিল। নাৰ্চজনীয়ে আকৌ আঁঠুৰাখন ভালকৈ খুচি দিলে।

আগতকৈ বাসনাই অলপ ভাল পাইছে, টোপনি যদিও অহা নাই তথাপি বাসনা নীৰৱে আছে। আগৰ নিচিনাকৈ চিঞৰ-বাখৰ কৰি থকা নাই। বাসনা ভাল হ'ব।

অমৃত বাৰাণ্ডালৈ ওলাই আহিল। লগে লগে নাৰ্চজনীও আহিল।

"নাৰ্চ"—

"চাৰ— ?"

"বাসনাই— মানে এই ছোৱালীজনীয়ে কিবা খাইছে নে ?"

"অলপ বার্লি খাইছে চাৰ। খাব নোখোজে।"

"বাৰু, তুমি অন্য ৰোগীৰ ওচৰত থাকাগৈ। মই আজি অলপ অৱজাৰ্ভ কৰিম।"

"এতিয়া চাৰ ?"

"ওঁ। তুমি যেষ্টো লব পাৰা। আজি মই কিছুপৰ থাকিম।"

"আগৰাতি মোৰ ডিউটি আছে চাৰ।"

"বাৰু, মোৰ লগত আৰু আহিব নালাগে, তুমি ৱাৰ্ডলৈ যোৱাঁ।"

'গুড নাইট' দি নাৰ্চজনী লাহে লাহে আঁতৰি গ'ল।

অলপ পৰ কিবা ভাবি অমৃত বাৰাণ্ডাত থিয় দি থাকিল। তাৰ পিছত ক্লিনিকৰ লেবৰেটৰীলৈ সোমাই গ'ল।

লেবৰেটৰীৰ এটা কোঠাত দামী ঔষধৰ আলমাৰিবোৰ শাৰী শাৰীকৈ সজোৱা আছে। এইটো ষ্টক্ ৰুম।

অমৃতে কোঠাটোৰ দুৱাৰৰ অৰ্গল লগাই ভিতৰৰপৰা বন্ধ কৰিলে, তাৰ পিছত অতি সন্তৰ্পণে আলমাৰিত থকা ঔষধৰ বটল আৰু পেকেটবোৰৰ ওপৰত চকু ফুৰাই যাব ধৰিলে।

এটা আলমাৰিৰ ওপৰত কাগজৰ এখন লেবেল মৰা আছিল— Poison— বিহ। আলমাৰিটোৰ ওচৰতে অমৃত অলপ পৰ ৰ'ল। তাৰ পিছত চাবিকোছাৰপৰা এটা চাবি উলিয়াই আনিলে।

হাতত বটলটো লৈ অমৃতে কোঠাটোৰ কেউপিনে চালে— কোনো নাই। দুপৰ ৰাতি, নিস্তব্ধ পৃথিৱী, মূৰৰ ওপৰৰ লাইটটোৰ পোহৰত অমৃতে পকা মজিয়াৰ ওপৰত নিজৰ ছাঁটো দেখিলে, ছাঁটো বৰ চুটি হৈ গৈছে।

মেজখনৰ কাষৰ টুলখনতে অমৃত বহিল, আৰু Poison বটলটো মেজখনৰ ওপৰতে থলে।

'এনেকুৱা এটা ৰাতিতে বাসনাৰ মাক গায়ত্ৰীয়ে মোক বিশ্বাস-ঘাতকতা কৰি ৰঞ্জিতক বুকুত সাৱটি লৈছিল, আৰু তাৰেই জীৱন্ত সাক্ষী বাসনা। ময়ো বিশ্বাসঘাতকতা কৰিম, গায়ত্ৰী আৰু ৰঞ্জিতৰ

মিলনৰ জীৱন্ত সাক্ষী বাসনাৰ জীৱন মোৰ হাতৰ মুঠিত। শান্তিৰে টোপনি যাওক গায়ত্ৰী, শান্তিৰে টোপনি যাওক ৰঞ্জিত, মই বাসনাৰ চিৰশান্তিৰ ব্যৱস্থা কৰিম। এবাৰ গায়ত্ৰীয়ে বুজক, মই টেক্সিগাড়ী নহয়, মই মানুহ— অপমানৰ প্ৰতিশোধ ময়ো লব জানো।'

'পাপ হ'ব নেকি?'

'কিন্তু বাচি থাকি ডাঙৰ হৈ বাসনাই যে কাৰবাক মোৰ দৰেই বঞ্চনা নকৰিব, তাৰ কি নিশ্চয়তা আছে? আৰু হলেই বা পাপ— গায়ত্ৰীৰ দৰ্পচূৰ্ণ কৰিবৰ কাৰণে মই কাম কৰিবই লাগিব।'

'গায়ত্ৰীয়ে কান্দিলে বাসনাৰ প্ৰাণহীন দেহটো আগত লৈ আউলী-বাউলী হৈ কান্দিব। ৰঞ্জিত লৰি আহিব— আৰু মই গোপনে প্ৰাণভৰি আনন্দ কৰিম।'

অমৃত বহাৰপৰা উঠিল। আৰু বিহৰ বটলটো হাতত ললে।

'মাত্ৰ দুটা সৰু টোপাল— সেয়ে যথেষ্ট হ'ব বাসনাৰ কাৰণে। খাই থকা ঔষধৰ লগত দুটা টোপাল মিলাই দিম, আৰু সি জিভাত পৰাৰ লগে লগে বাসনাৰ জিভা কোঁচ খাই যাব।'

শটোৰ প'ষ্ট-মৰ্টেম হ'ব। কিন্তু ধৰিবৰ শক্তি কাৰো নহ'ব। অমৃত ডাক্তৰৰ প্ৰেচক্ৰিপশ্বনত ভুল ধৰোঁতা মানুহ এতিয়াও ওলোৱা নাই।'

দুৱাৰ খিৰিকী বন্ধ কোঠাটোত অমৃতৰ বৰ গৰম লাগিল, যেন উশাহ বন্ধ হ'ব। দুৱাৰখন মেলি অমৃত বেগাবেগিকৈ তাৰপৰা ওলাই আহিল।

বাহিৰৰ পৃথিৱীখন আগতকৈও বেছি নীৰৱ হৈ পৰিছে। তৰা-বোৰো যেন আৰু নিষ্প্ৰভ হৈ পৰিছে।

অমৃতে বাহিৰৰ ফালে চালে, আকাশখন বহুত দূৰলৈ আঁতৰি গৈছে। বৰ পাতলকৈ এজাক বতাহ উৰি আহিছে। ক'ৰবাৰপৰা আন্ধাৰবোৰ ঘন হৈ দূৰৰ লাইটবোৰৰ পোহৰৰ ওপৰত খহি পৰিছে।

অমৃতে বেছি জোৰেৰে বিহৰ বটলটো মুঠি মাৰি ধৰি বাৰাণ্ডাৰপৰা বাসনা থকা কোঠাটোলৈ আহিল।

বিহৰ বটলটো হাতত লৈ অমৃত আকৌ বাসনাৰ বিচনাৰ কাষতে ৰ'ল। সৰু মেজখনৰ ওপৰত বাসনাই খোৱা ঔষধৰ বটল, পিয়লা, চামুচ, এডাল থাৰ্মমিটাৰ নীৰৱে পৰি আছে।

অমৃতে কোঠাটোৰ কেউপিনে চালে, খিৰিকী খোলা আছে— কিন্তু পাতল পৰ্দাখনৰ সিপাৰে আন্ধাৰৰ বাহিৰে আৰু একো নেদেখি।

'উদ্দেশ্যহীনভাৱে জীয়াই থকাৰ কোনো অৰ্থ নাই। মই কিয় জীয়াই আছোঁ? কাৰ কাৰণে জীয়াই আছোঁ? পৃথিৱীৰ চিনাকি অচিনাকি বেমাৰীবোৰক আৰোগ্য কৰিবৰ কাৰণে? টকাৰ কাৰণে? কেৱল টকা ঘটিবৰ কাৰণেই মানুহ জীয়াই থাকে নে? কিমান সহজ আৰু সাধাৰণ টকা ঘটা কথাটো।'

'জীয়াই থাকিবৰ কাৰণে মানুহৰ ইমান হেপাঁহ কিয়? মোৰতো আজি জীয়াই থাকি বিস্বাদ লাগিছে। কি অৰ্থ আছে মোৰ নিচিনা এটা লক্ষ্যহীন মানুহ জীয়াই থকাৰ? কি অৰ্থ আছে বাসনাৰ নিচিনা এজনী ছোৱালী জীয়াই থকাৰ!'

অমৃতে বৰ আচৰিত ৰকমে অনুভৱ কৰিলে যে আজি তেওঁৰ মৰিবৰ মন গৈছে! 'বাচি থাকক গায়ত্ৰী— বাচি থাকক ৰঞ্জিত। কিন্তু বাসনা!'

মেজৰ ওপৰত থকা ঔষধৰ বটলটো অমৃতে কাষ চপাই আনি লৈ, আৰু কি কৰিছে কব নোৱাৰাকৈয়ে কাগটো খুলি পেলালে। 'এই ঔষধৰ লগত দুটোপাল বিহ মিহলাই দিম। শেষ হৈ যাব বাসনাৰ অকণমান জীৱনটো। গায়ত্ৰীয়ে মোৰ সমগ্ৰ সত্তাটোক অপমান কৰিলে, তাৰ প্ৰতিশোধ আজি মই লম।'

তত্তাতৈয়াকৈ আনটো বটলৰ কাগটো খুলি অমৃতে বাসনাৰ ঔষধৰ বটলটোত কেইটোপালমান বিহ ঢালি দিলে। গায়ত্ৰী, তুমি অমৃত ডাক্তৰক কৰা অপমানৰ এয়া প্ৰতিফল।'

হঠাৎ অমৃত বৈ গ'ল।

'অমৃত ডাক্তৰ। অমৃততো মানুহ নহয়, ডাক্তৰ। মই ডাক্তৰ। ৰোগীক জীৱন দিয়া মোৰ কাম, মৰণৰপৰা মানুহক ৰক্ষা কৰা মোৰ

ধৰ্ম। নহয়, নহয়, মই মানুহ নহয়। মই ডাক্তৰ, মই ডাক্তৰ বাসনা গায়ত্ৰীৰ জীয়েক নহয়, বাসনা ৰোগী। ডাক্তৰ অমৃতে অসহায় মানৱ-শিশু বাসনাক জীৱনদান কৰিব। এই দানৰ কি মহত্ত্ব।'

'ডাক্তৰ অমৃতক গায়ত্ৰী বুলি কোনো ছোৱালীয়ে অপমান কৰা নাই, কৰিব নোৱাৰে। ডাক্তৰ অমৃতে কোনো গায়ত্ৰীক চিনি নাপায়— চিনি পায়— বাসনাক। ডাক্তৰ মানুহ নহয়, ডাক্তৰৰ শত্ৰু-মিত্ৰ নাই, আপোন পৰ নাই।'

দুৱাৰখন নীৰৱে মেলি নাৰ্চজনী সোমাই আহিল। বাসনাৰ বিচনাৰ কাষত হাতত দুটা বটল লৈ অমৃতক থিয় হৈ থকা দেখি নাৰ্চজনী অলপ স্তব্ধ হৈ ৰ'ল।

অবোধ্য, অবাক দৃষ্টিৰে অমৃতে নাৰ্চজনীৰ চকুলৈ চালে, যেন তাইক চিনিকে পোৱা নাই।

অলপ ভয়ে ভয়ে নাৰ্চজনীয়ে ক'লে "চাৰ"—

"হু— ?" অমৃতে যেন চেতনা ঘূৰাই পালে।

"বাসনাক এপালি ঔষধ খুৱাবৰ হ'ল চাৰ! চাৰে বাৰটাত খুৱাব লাগে।"

নাৰ্চজনীয়ে বাসনাৰ বিচনাৰ আঁঠুৱাখন তুলিলে। বাসনাৰ টোপনি অহা নাছিল। তাই চকু দুটা মেলি চালে। পাতিহাঁহৰ চকুৰ নিচিনা দুটা সৰু, অজলা, নিস্তেজ চকু।

অমৃতৰ এবাৰ বাসনাক ওচৰৰপৰা চাবৰ মন গ'ল। তেওঁ অলপ কুঁজা হৈ বাসনাৰ মুখৰ ওচৰলৈ মুখখন চপাই নিলে।

বাসনাই অমৃতক চিনি পালে।

ক্ষীণ দুৰ্বল মাতেৰে তাই মাতিলে, "মামা— মামা!"

অমৃতৰ গাৰ নোমবোৰ শিয়ৰি উঠিল।

ঔষধ খুওৱা পিয়লাটো আৰু চামুচখন হাতত লৈ নাৰ্চজনীয়ে ক'লে, "ঔষধৰ বটলটো দিয়ক চাৰ, এপালি খুৱাই দিওঁ।"

নাৰ্চজনীৰ মাতত অমৃত চঁক খাই উঠিল। ঔষধটো নাই— বিহ হৈ গৈছে সকলো।

এবাৰ এটা অবোধ্য তীব্র চাৱনিৰে নাৰ্চজনীৰ মুখলৈ চাই ক'লে, "এইটো ঔষধ আৰু খুৱাব নালাগে নাৰ্চ। কালিলৈ পুৱা মই নতুন ঔষধ দিম বাসনাৰ কাৰণে।"

নাৰ্চজনীয়ে পিয়লা চামুচ থৈ অকৌ এবাৰ অমৃতৰ মুখলৈ চালে, তাৰ পিছত আঁঠুৱাখন পেলাবৰ কাৰণে বাসনাৰ বিচনাৰ কাষলৈ আহিল।

"আঁঠুৱা পেলাব নালাগে নাৰ্চ। তুমি যোৱা, মই আছোঁ—"

একো নকৈ নাৰ্চজনী নিশব্দে কোঠাটোৰপৰা ওলাই গ'ল।

অমৃতে বাসনাৰ কপালত হাত এখন থৈ মাতিলে, "বাসনা।"

"মামা—"

মাকে শিকাই দিয়া সম্বোধন।

কিন্তু ইমান স্নেহ গভীৰ।

ভালেমান পৰ অমৃতে বাসনাৰ মুখলৈ একেথৰে চাই থাকিল।

তাৰ পিছত বটল দুটা মেজৰ ওপৰত থৈ খিৰিকীখনেদি বাহিৰৰ ফালে চাই নিজকে ক'লে, "বাসনা সম্পূৰ্ণ ভাল হ'বলৈ তিনি-চাৰিমাহ লাগিব। এই সময়খিনিৰ ভিতৰত হয়তো জীয়াই থকাটো মোৰ কাৰণে সহজেই হৈ পৰিব।"

তাৰ পিছত অমৃতে বাসনাৰ আঁঠুৱাখন পেলাই দিলে, আৰু বিচনাৰ কাষৰপৰা খিৰিকীৰ কাষলৈ আঁতৰি আহিল।

দূৰত জিলিকি থকা অকলশৰীয়া তৰাটোৰ ফালে চাই চাই অমৃতে এনেয়ে ক'লে, "ৰাতি কিজানি বহুত হ'ল, ইমান নিজম লাগিছে।"

তাৰ পিছত অমৃতে বিহৰ বটল দুটা আঁতৰৰ ডাষ্টবিনটোলৈ দলিয়াই পেলাই দি লাহে লাহে ঘৰলৈ খোজ ললে।

হস্পিতেলৰ ৰোগীবোৰৰ অসহায় নিশ্বাসবোৰ গভীৰ হৈ মাজৰাতিৰ বুকুত মিলি পৰিছে। তেতিয়া সেই ৰতাহত, অমৃতে অনুভৱ কৰিলে, জীৱনৰ এটা অক্ষয় প্ৰতিশ্ৰুতি। অমৃতৰ মনটো বৰ পাতল লাগিল।

# কলং আজিও বয়

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য

সোণৰ কলং, ৰূপৰ কলং— সোঁতৰ ছেৱে ছেৱে নাচে। ৰূপে তিৰেবিৰাই, জোনে ভুমুকিয়ায়, নিশা কেতেকীয়ে মাতে। পাৰৰ বালি জুৰি পোহৰে উমলি নাচে। নিয়ৰত কুমলি ধৰণী শীতলি পৰে। শীতলা ধৰণীৰ এপাৰে দূৰণিত গাঁৱৰ ঘৰবোৰে মাতে। ঘৰৰ আশে-পাশে সেউজী গছনিত হেজাৰ বছৰে হাঁহে। ইপাৰে কাষতে বহল ৰাজআলিয়ে নগৰ বিচাৰি লৰে।

মাজতে কলঙে অকে ৱা-পকোৱা পানী বাট বাগৰি বয়। মনিছৰ পাৰঘাট পুৰা বা গধূলি কথাৰে মুখৰিত হয়। পুৱাৰে কলঙত গঞাই গায়ে ধোৱে, গধূলি কলহৰ বুৰ। ভৰ দুপৰীয়া অতীতে ৰিঙিয়ায় কতনো উতলা সুৰ......

মোৰ পাৰে পাৰে ৰজাৰ ৰাজচকী, হেজাৰ বাহুৰে বল ?
কলঙৰ পাৰৰে দ'লে দেৱালয় মনিছৰ গঢ়নৰ ধন।"
কলঙৰ ক'লীয়া বৰ
তাৰে তলতে গদাধৰ হেজাৰৰ ঘৰ।"
কলং আজিও বয়, অতীত পিছতে থৈ।

... ... ...

বুঢ়া ঠগীৰামৰ মনত বাৰে বাৰে ভাবৰ ঢৌ উঠে— কলং আজিও বয়। সক কালৰেপৰা আজি তিনিকুৰি আঠবছৰে সি কলঙৰ বেহৰূপ দেখিছে; এনে এটি দিন, এনে এটি মাহ নাই, এনে এটি বছৰ নাই, যেতিয়া কলঙৰ কথা এবাৰ নহয় এবাৰ মনত নপৰে। বাহিৰলৈ দুটি দিন ওলাই গলেও চেবেং চেবেংকৈ মনত পৰে পাৰ-ঘাটৰ পাৰৰে তামোল-পাণৰ মৰমৰ বাৰীখন, মনত পৰে বাপেক

মাক ককাক আৰু ওচৰ চুবুৰীয়া শয়েক গঞ্জাৰ দিন ধৰি লুবালুবি আৰু নাতি পুতিৰ দিনলৈকে দেখি অহা, পাই অহা, ফিটিয়াই অনা, বুৰ দি ফুৰা কলঙৰ পুৱা গধূলিৰ পানী। পানীৰ চৌদাঁতিয়ে থকা কলঙৰ ফুৰ্‌ফুৰীয়া বতাহৰ গা জুৰ কৰা পৰশ। পুৱাতে হাল লৈ গৈ লুংলুঙীয়া গাঁৱলীয়া বাটেৰে গৈ থাকোঁতে সাউৎ কৰে হাবিডৰাৰ মাজৰপৰা ভুমুক কৰে কলঙে দেখা দি, মিচিক কৰে হাঁহিটি মাৰি আকৌ হাবিৰ আঁৰ হ'য়।

হালৰ কালেৰে মাটি চহাই তাত সি ৰস সঞ্চাৰ কৰে। আথে বেথে তাত বীজ বপন কৰা হয় আৰু কাতি বিহুৰ লগে লগে ন ধানৰ গজালিয়ে সজাল ধৰে। কলং পৰীয়া মাটিত অমিয়া সুৰভি ফুটি ওলায়। লখিমীয়ে আঘোণৰ বতাহৰ ছেৱে ছেৱে নাচে। গঞ্জাসকলে লখিমী চপাই ভঁৰালে ভঁৰালে সুমায়। আনন্দত ঘৰে ঘৰে, নামঘৰে নামঘৰে মেজি জ্বলে, ভোজ হয়, ভোগৰ মাজত মনিছৰ জীৱন ৰঙে-ৰসে ভৰপূৰ হৈ উঠে। ডেকা ঠগীৰামে হাঁহে, নাচে, গীত গায়।

কেঁচুৱা কালৰেপৰা বুঢ়া কাললৈকে তাৰ গোটেই জীৱনটো মৌ-মিঠা স্মৃতিৰে ভৰপূৰ; কলঙৰ পাৰৰ আম-জামু-কঠাল, লেতেকু পনিয়লৰ সোৱাদত তাৰ লুভীয়া জিভাৰপৰা সদায় পানী পৰিছিল, পঁইতা ভাত এমুঠি খাই গৰু চৰাবলৈ যাওঁতে সি সদায় চাই যায় কাৰ বাৰীত আম পকিছে, কাৰ বাৰীত জামু। ম'হৰ পিঠিত উঠি কেতিয়াবা ম'হ চৰায়। কেতিয়াবা বাপেকৰে সৈতে নগাঁও চহৰলৈ গৰুগাড়ীত উঠি যায়। কেতিয়াবা—

শৈশৱ তেনেকৈয়ে পাৰ হয়। তাৰ পিছত কলঙৰ বান অহাদি শৰীৰত যৌৱনৰ এছাটি বান উঠে; গা মন নতুন উছাহত নাচি উঠে। দা লৈ বাঁহনিত বাঁহ কাটিবলৈ সোমালেও, ভাগৰলৈ আওকাণ কৰি সি একান্তমনে গীত জোৰে—

> "বাঁহৰে আগলৈ চাইনো পঠিয়ালোঁ।
> বাঁহৰ কোন ডালি পোন

শপত দি সুধিলোঁ।,      কোন্না প্ৰাণেশ্বৰী
তোমাৰ মৰমিয়াল কোন ?”

বাঁহ কাটোঁতেই কিয়, গৰু চৰাবলৈ যাওঁতে, নিশা পেঁপা বজাওঁতে ঘাটত গৈ বুৰ মাৰোঁতে মনৰপৰা আপোনা আপুনি কত গীত ওলাই আছে, কত গীত ওলাওঁ ওলাওঁ বুলি মনতে মাৰ যায়। থাওকাল চেহেৰা গাঠলু শৰীৰ, মুখত, সবল, সুস্থ হাঁহি লৈ ঠগীৰাম যেনি যায় তেনিয়ে গাঁৱৰ গাভৰুহঁতৰ মন জিনি যায়। গাভৰু মেলত, পানী অনা ঘাটত সোণপাহী পত্নমীহঁতে এবাৰ নহয় এবাৰ তাক দিনটোৰ ভিতৰত দেখা পাবই। কলঙৰ সাক্ষী ৰাখি সিহঁতে মৰমৰ খনীয়া বয়; খেনোয়ে বনকৰা ফুল বাছে। খেনোৰ আকৌ আউল লাগে।

কিন্তু ঠগীৰাম আউল লগা বিধৰ ডেকা নহয়। ৰূপত যেনে ধুনীয়া মনটোও তাৰ তেনে কৰকাল। গাঁৱৰ যিজনী চকুত লগা গাভৰু, সেইজনীকে সি জালত পেলাবৰ বাবে মনত পাঙিছে। তাইৰ নাম সোণপাহী। সোণপাহী আহোঁতে, যাওঁতে, গা ধোওঁতে, কলহ বুৰাওঁতে, এচমকা নিৰ্জন ঠাই পালেই সি ভমক কৰে ক’ৰবাৰ ডাৱৰ এছাটি অহাদি সোণপাহীৰ আগত ওলাবহি। কোনোবা দিনা কলঙৰ ঘাটত, কোনোবা দিনা বাটৰ মূৰত কোনোবা দিনা আকৌ ভাৱনা ঘৰত। সোণপাহীক সি নানা ৰকমে জোকাব, ঠাঁৰে-চিঞাৰে নানা ৰকমে সুধিব, “হয়নে অ’ সোণপাহী, ইমান লৰালৰিকৈ কাৰ গুৰিলৈ যায় ? আমাকো এবাৰ মাত দেচোন।”

সোণপাহীয়ে খঙত মুখখন ওন্দোলাই কব, “নিধক্‌টো ক’ৰবাৰ, বাটৰ ভূতৰ দৰে য’তে পাই ত’তে ধৰিবহি।”

ঠগীৰামে খিলখিলকৈ হাঁহি কব, “এই সোণপাহী, তোক নেদেখিলে দিনটো ভালেই নালাগে, বুইছনে ?”

“ইহ মৰাটো ক’ৰবাৰ। চুপতি মাৰিবলৈ আৰু ঠাই নাপালে।” এই বুলি খং লাজ অভিমান আৰু বোধহয় বুজিব নোৱৰা কিবা এটা প্ৰাণময় আনন্দতে মিচিকিয়া হাঁহিৰে ৰং-বেৰং আবেগৰ ছবি

দেখুৱাই সোণপাহী লাহে লাহে চকুৰ আগৰপৰা আঁতৰ হৈ যায়গৈ। ঠগীৰামে আকৌ কোনোবা ফালে লৰ ধৰে, যাওঁতে গাই যায়—

"বৰ ধান লেচিয়া বানিবি কেতিয়া
ডলাৰ আগত উৰিব তুঁহ
তোমাক খুজিবলৈ গলোহেঁতেন লাহৰী
মই হলোঁ। ছুখীয়াৰ পো।"

...... দিন যায়। এদিন সোণপাহীয়ে নৈৰ ঘাটত সঁচাকৈয়ে সুধি পেলালে, "হয়নে অ' ঠগী, সদায় যে মোক বাটে ঘাটে দিগদাৰি কৰ, তই জানো মোক বিয়া কৰাবি ?"

ঠগীয়ে ছুষ্টালি কৰি অভিমানৰ সুৰেৰে ক'লে "ইঃ এইৰ কথা-বোৰ! তোৰ চকু বা আকৌ কোন কোন পিলিঙা ডেকাৰ ওপৰত।"

"ধেৎ এৰি। গোসাঁইৰ শপত, কচোন ক!"

"সঁচাকৈ কৈছ নে ?" ঠগীয়ে আশা দাশাৰে সুধিলে।

"কলঙক সাক্ষী কৰি কৈছোঁ।"

"কৰাম"— সি একেষাৰেই ক'লে। আৰু কৈয়েই কুমলীয়া গৰু পোৱালিৰ দৰে আনন্দত জপিয়াই জপিয়াই সোণপাহীৰ চকুৰ আঁৰ হৈ কোনোবাখিন পালেগৈ।

ছুমাহৰ ভিতৰতে বিয়া হৈ গ'ল।

বিয়াৰ পিছতো সি সোণপাহীক ৰক্ষা নিদিয়ে। মাক বাপেক মোহোৱাত ছল চাই বৰ ঘৰৰ ভিতৰলৈ সোমাই গৈ সি সোণপাহীক জোকাই জোকাই গাব—

"চাউল ছিটা মাৰি পাৰ বন্দী কৰোঁ।
শালত বন্দী কৰোঁ৷ হাতী
বৰ ঘৰৰ ভিতৰত মইনাক বন্দী কৰোঁ।
দেহে কৰে উজনি-ভাটী।"

সোণপাহীয়ে ৰঙত আৰু খঙত অধীৰ হৈ মুখৰ আকাশখনত ভতালিকে ৰ'দ-বৰষুণৰ সৃষ্টি কৰে। ঠগীৰামে মনৰ আনন্দত মুকলি মনেৰে হাত চাপৰি বজাই হাঁহে।

সিহঁতৰ কালত যৌৱনৰ বতৰ মুকলি মুৰীয়া আছিল, মৰমত কোনো মিল নাই, হাঁহি আৰু সম্ভোগৰ এটি বৈ-থকা স্ফূৰ্তি। ইটোৱে সিটোক এৰি থকাৰ কথা ভাবিবকে নোৱাৰে।

এনেদৰেই আনন্দত জীৱনৰ একুৰি দহোটা আঘোণ পাৰ হৈ গ'ল। ঠগীৰামে জীৱনৰ আধা কাল পাৰ কৰিলে। কলঙৰ পাৰৰ এজাৰ ফুল তাৰ মৰমত, তাৰ হাঁহিত, তাৰ চাৱনিত নাচে। তাৰ কোপত অথিৰ অৱিৰ হৈ সৰি পৰে। কলঙৰ পাৰত বুৰ দি নিতৌ আনন্দৰ সপোন দেখে।

কিন্তু হঠাতে এদিন কলঙৰ ৰূপ সলনি হ'ল। তাৰ ঘৰখনৰ বুকুৱেদি এটি মৰণৰ ধুমুহা বৈ গ'ল। তাৰ বাপেক, মাক, ৰককায়েক আটাই কেউজন হাইজা লাগি মৰিল। অকল এঘৰতে নহয়, গাঁৱৰ শ ঘৰত, ওচৰৰ গাঁওবোৰৰ পৰাও হাইজা লগাৰ কথা সিহঁতে শুনিবলৈ ধৰিলে। কলঙৰ চেঁচা পানী বৰ বিহৰ দৰে হ'ল, বাট-পথুলি নিজান নিজান যেন লগা হ'ল, সকলোৰে ঘৰত একোটি কান্দোনৰ দীঘলীয়া বাউচি শুনিবলৈ পোৱা গ'ল। ঠগীৰামে ঘৰে ঘৰে গৈ যাক য'ত যিমান দূৰ পাৰে সহায় কৰিলে; মৰা শ শ্মশানলৈ নি খৰি দিয়াৰেপৰা আৰম্ভ কৰি নগৰীয়া ডাক্তৰৰ হতুৱাই বেজী দিওৱাৰ ব্যৱস্থা কৰালৈকে সকলোতে সি আগ ভাগ লৈ কাম কৰিবলৈ ধৰিলে।

এদিন সন্ধিয়া দূৰণিবটীয়া গাঁও এখনৰপৰা চহৰীয়া ডাক্তৰ মণি বৰাক লগত লৈ ঠগী কলঙৰ পাৰে পাৰে আহি থাকোঁতে নিশা ভালেখিনি হ'ল।

ঘৰ সোমাই ডাক্তৰক চ'ৰা ঘৰতে পাটী চৰা এখন দি বহুৱাই ঠগী ভিতৰলৈ সোমাই গ'ল। কেৱোকালে আন্ধাৰ······

"সোণ পাহী!"

কাৰো উত্তৰ নাপালে।

"অ' মালী!" বুলি ল'ৰাটোক মাতিলে।

এইবাৰো কাৰো মাত নাই।

কি হ'ল ? এবাৰ পাছ ফালে ওলাই পিছ চোতালৰপৰা খুব ডাঙৰকৈ বিঙিয়ালে, "হেৰ, ক'লৈ গলিহঁক ঐ ?"

হুৰাৰমান চিঞৰাৰ পাছত কোনোবা এফালৰপৰা কোনোবাই তাক জনালে সহাঁৰি। অলপ পৰ বৈ সি বুজিব পাৰিলে যে সোণপাহীৰ মাতেই হয়। সোণপাহী অন্ততঃ নমৰি জীয়াই আছে বুলি জানিবলৈ পাই তাৰ অন্তৰ শাঁত পৰিল। ভিতৰত চাহৰ জুহালত জুইকুৰা ধৰি থৈ সি টিপ চাকি এটা হাতত তুলি ললে আৰু লাহে লাহে ডাক্তৰক শুশ্ৰূষা কৰিবলৈ গ'ল।

ডাক্তৰৰ বৰ ভাগৰ লাগিছিল, সেই কাৰণে পাটীঢৰাতে টোপ-নিয়াবলৈ ধৰিলে। ঠগীয়ে ভাবিলে, মানুহটো ভাগৰত লাল কাল দি আছিছে, অলপ শোৱক। এই ভাবি পছুলি মুখলৈ ওলাই গৈ সোণপাহী আহিছেনে নাই চালে। কিছুপৰ বোৱাৰ পিছতেই সোণপাহী ওলালহি।

তাই উধাতু খাই অহা যেন দেখি ঠগীয়ে ধৰম কৰি সুধিলে। "কি হ'ল অ' তোৰ ? আদ বয়স গ'ল, এতিয়াও ভয় নুগুচিল।"— এই কাল সন্ধিয়াৰ অন্ধকাৰত ঘৈণীয়েকৰ মুখখনলৈ চাই সি গৌৰৱৰ এটি হাঁহি মাৰিলে।

কিন্তু সোণপাহীয়ে তাক দেখিয়েই, "আইঔ, ক'তনো মৰিবাগৈ ঐ" বুলি ডাঙৰ ডাঙৰকৈ বিননি জুৰিবলৈ আৰম্ভ কৰিলে। তাকে দেখি ঠগীয়ে তাইক সুধিলে, "কি হ'ল ?"

"কি হ'ব আৰু ?" মৌজাদাৰৰ টেকেলা আহি আমাৰ মণিপুৰী গৰুহাল লৈ গ'ল।" সোণপাহীয়ে কথা কোৱাৰ লগে লগে কান্দিবলৈ ধৰিলে।

"কেতিয়া আহিছিল টেকেলা ?"

"দুপৰীয়া।" সোণপাহীয়ে উচুপি উচুপি কান্দি আছিল। ঠগীৰ টিঙিচ কৰে খং উঠি গ'ল।" কিন্তু কাৰ ওপৰত খং কৰিব, সি একো ঠিক কৰিব নোৱাৰিলে। মৌজাদাৰে বোৱা দুবছৰৰ খাজনা দিব নোৱৰা বাবে আগতেই নটিছ দি থৈছিল। আচলতে টেকেলা

ক্রোক কৰিবলৈ আহিব বুলি সি সদায় সন্দেহ কৰি আছিল। সেই কাৰণে সি নগৰৰ কোনোবা উকীলৰপৰা বা কেঞা মহাজনৰ পৰা টকা অলপ ধাৰলৈ আনিবলৈ যাম বুলি ঠিক কৰিছিল; কিন্তু তেনেতে কেউ ফালে হাইজা হ'ল।

এই মহামাৰীৰ মাজত যে মৌজাদাৰৰ টেকেলাই ক্রোক কৰিবলৈ আহিব পাৰে, তাক সি সপোনতো ভাবিব পৰা নাছিল। মৌজাদাৰ-বোৰ ইমান নিৰ্দয় হ'ব নোৱাৰে, অন্ততঃ সিহঁতো মানুহ। মানুহৰ কাৰণে সিহঁতৰ প্ৰাণে জানো অকণো নাকান্দে? কিন্তু তাৰ আশা অথলে গ'ল। তাৰ খেতিৰ সম্বল আচল গৰুহালিও মৌজাদাৰৰ মানুহে লৈ গুচি গ'ল।

খণ্ডত তাৰ মন বিদ্ৰোহী হৈ উঠিল। ডুবছৰৰ খাজনা ধৰিলে মুঠতে একুৰি দহ টকা হয়গৈ। তাৰ দায়ত মাৰি গৰুহাল কিয় লৈ যাব মৌজাদাৰে? কিয়? সি বুজি নাপায়, কি যুক্তিৰ বলত এই শাসন চলিছে? আজি গৰুহাল ক্ৰোক কৰি লৈ যোৱাৰ ফলত তাৰ খেতি কৰাৰে মূৰ মৰিল। আকৌ গৰু কিনিবলৈ আৰু কি শক্তি আছে?

সি কেউফালে আন্ধাৰ দেখিবলৈ ধৰিলে। নিমিষতে তাৰ মন বিষাদেৰে ভৰি পৰিল। কলঙৰ বতাহত যেন ক'ৰবাৰ কিছুমান দুখৰ সুৰ উটি ফুৰিছে।

... ... ...

টিপ চাকিৰ পোহৰত ঠগীৰ ভাতৰ মজিয়া বৰ ভালকৈ পোহৰ হোৱা নাই। সদায় নগৰীয়া পোহৰত থাকি মণি বৰাই এনে কম পোহৰ ভাল পোৱা নাছিল। তাতে কলেৰা লাগি গাঁৱৰ মানুহ বোৰ যেন মৰি আছিল। সন্ধিয়াৰ পৰা লাহে লাহে যেতিয়া নিশাৰ বুকুলৈ পৃথিৱীখন সোমাই গৈ আছিল, তেতিয়া লগে লগে বিষাদৰ এটি সুৰো ক'ৰবাৰপৰা ক্ৰমে ডাঙৰ হৈ আহিছিল। গাঁৱলীয়া চৰাইৰ মাত, ক'ৰবাৰ দূৰত কাৰোবাৰ চিঞৰ, শিয়ালৰ হোৱা,— এই সকলোবোৰ মিহলি হৈ যেন এটি, অনন্ত ক্রন্দনত পৰিণত হৈ গৈছিল; ডাক্তৰৰ তেনেই অনুমান হ'ল।

ভাতৰ গৰাহ মুখত লৈ ঠগীৰামে ক'লে, "বুজিছেনে ডাক্তৰ, আজি ৰৰ ডাঙৰ অঘটন এটি ঘটিল।"

ডাক্তৰে ভাবিলে কোনোবা কলেৰা বেমাৰীৰ কথা কব, সেইবাবে লাহেকৈ সুধিলে, "কিনো হ'ল ?"

ঠগীৰামে এটি হুমুনিয়াহ ছাৰি ক'লে তাৰ মণিপুৰীয়া গৰুহাল নিয়াৰ সকৰুণ কাহিনী। খেতি কৰি পোৱা ধনেৰে যোৱা বেলি সি সেই গৰুহাল কিনিছিল; চেঙা গৰু, বয়সো কম, সেই ভাবি সি গাঁৱৰে এজনৰপৰা ধাৰ কৰি তিনি কুৰি ৰূপত গৰুহাল কিনিলে। কিন্তু কি হ'ব সাঁচতিয়াৰ ধন আৰু এটিও নৰ'লগে। বৰং পিছৰ বছৰটো ধান বেচি পোৱা ধনেৰে ধাৰৰ শোধ কৰিব লগাত পৰিল। সেই কাৰণে ৰজাৰ খাজনা দুয়ো বছৰ শোধাব নোৱাৰিলে। মৌজাদাৰে বাৰে বাৰে টেকেলা পঠাই শেহত এমাহ মানৰ আগতে ক্ৰোকৰ নোটিচ জাৰি কৰিলে। আৰু তাৰ পিছতেই এই দুৰ্ঘটনা। লগতে মৌজাদাৰৰ নিৰ্দয়তাৰ বিষয়ে দুষাৰ কথা কৈ সি তাৰ কাহিনীৰ সামৰণি মাৰিলে।

ডাক্তৰে খন্তেকপৰ ঠগীলৈ চাই কিবা এটা ভাবিলে; তাৰ পিছত ক'লে, "এতিয়া টকা পালে গৰুহাল মোকলাব পাৰিবা নে নোৱাৰা ?"

ঠগী আচৰিত হ'ল। তথাপি ক'লে, "পাৰি। এনেয়ে নোৱাৰিলে নিলামতো ল'ব পাৰিম।" তেন্তে মই টকা দিম বুলি ডাক্তৰে খোৱা শেষ কৰি মুখ ধুবলৈ গ'ল। ঠগীৰামে আৰু আচৰিত হ'বলৈ বাধ্য হ'ল।... গাঁও এৰি যাবৰ দিনা ডাক্তৰে ঠগীৰামক নগৰলৈ লৈ গ'ল আৰু ঘূৰি আহোঁতে হাতত এশ টকাৰ নোট এখন দি পঠালে।

... ... ...

উভতি আহোঁতে, কলঙৰ পাৰত কলহ বুৰাই থকা অৱস্থাতে সোণপাহীক সি লগ পালে। নিমিষতে তাৰ অন্তৰলৈ আনন্দ ঘূৰি আহিল।

... ... ...

কিন্তু আগৰ জীৱন আৰু ঘূৰি নাহিল; মনৰ আনন্দত এবছৰ

খেতি কৰাৰ পাছত হঠাতে বানপানী আহিল। কলঙৰ ৰূপ দেখি গঞাই ভয় খালে। বানপানী উঠি ঘৰ-দুৱাৰবোৰ তল নিয়ালে, ভঁৰালত ধান তিতিল, খেনোৰ গৰু-ম'হ উটি গ'ল। সকলো মানুহৰে অন্তৰ নিৰাশাৰে ভৰি পৰিল।

... ... ...

ঠগীৰামৰ ঘৰখনো পানীৰে বুৰ গ'ল। কিন্তু সি নিৰাশ নহ'ল; সোণপাহীহঁতক লৈ পানীয়ে নোপোৱা ঠাই এটুকুৰাত উঠিলগৈ। যাওঁতে মোকলোৱা গৰুহালো কোনোৰকম খেদি লৈ গ'ল। অলপ শুকান ঠাই পায়েই ঠগীৰামে ওচৰৰ গাঁৱলৈ গৈ সহায় খুজিলে আৰু বাঁহ খেৰ আনি এটুকুৰা ছালি দিলে;—তাতে পুনৰ নতুনকৈ তাৰ এখন ঘৰ আৰম্ভ হ'ল। তাৰ কাম দেখি বানপানীত ভাগি অহা মানুহবোৰেও উছাহ পালে। সিহঁতেও সেই দৰে এটুকুৰা ছালি সাজি তাতে বহিল।

দিনে দিনে মানুহ বাঢ়ি অহাত খোৱা-বোৱা লৈ মহা সমস্যাই দেখা দিলে। কলঙৰ বান তেতিয়াও শাম কটা নাই। ওচৰৰ গাঁৱৰ মানুহে যিমান পাৰে চাউল-পাত দি সহায় কৰিলে, কিন্তু সেই দৰে বেছি দিন চলা টান হৈ উঠিল।

পোন্ধৰ দিন মানৰ মূৰত বানপানীৰ বুকুত এখন নাও দেখা গ'ল। দেখা মাত্ৰকে ৰাইজে হৈ ধ্বনি দি নাওখনক বিঙিয়াই মাতিলে। লাহে লাহে নাওখন ওচৰ চাপি আহিল।

নাওখনৰ পৰা পোন প্ৰথমে নামি আহিল ডাক্তৰ মণি বৰা আৰু কেইজনমান চহৰীয়া ডেকা ল'ৰা। ডাক্তৰে ঠগীৰামক দেখিয়েই হাঁহি মাৰি ক'লে "আকৌ আহিলোঁ।"

ঠগীৰামে আথে বেথে এটি প্ৰণাম জনাই ক'লে "চাউল-পাত কিবা আনিছেনে ?" ডাক্তৰে উত্তৰ দিলে, "আনিছোঁ"। গঞাৰ মুখলৈ পানী আহিল। ডাক্তৰে ঠগীৰামক আকৌ সুধিলে, "কাৰোবাৰ বেমাৰ-আজাৰ হৈছে নেকি ?"

ঠগীৰামে উত্তৰ দিলে, "নাই হোৱা।"

ডাক্তৰে অলপ সকাহ পালে। ডেকা কেইজনক চাউল বিতৰণ কৰিবলৈ কৈ, কোন ক'ত কেনি যাব, সেই বিষয়ে এটি দিহা পৰামৰ্শ দি ডাক্তৰে হঠাতে ক'লে, "ব'লাচোন ঠগীকাই, কথা আছে।" দুয়ো লাহে লাহে গৈ এটি টিপত বহিলগৈ।

কলঙৰ বানপানীত উটি অহা এডাল জ'াজৰি ধৰি ডাক্তৰে ক'লে, "কলঙৰ এইবাৰ বৰ খং।"

ঠগীৰামে শলাগিলে। কলঙৰ পাৰত তাৰ আজি একুৰি দহবছৰ বাস। অকল বাসেই কিয়, ইয়াৰে পাৰতে তাৰ জীৱনৰ সকলো ঘটনা ঘটিছে। কলঙৰ সিপাৰ হৈ সি মাজে মাজে নগৰলৈ যায়। কিন্তু সি নগৰৰ কথা নুবুজে ; নগৰৰ চাল-চলন বেলেগ ; সিহঁতৰ কথাত ভ'াজ আছে, কলমত বিহ ওলায়। কলঙৰ পাৰলৈ ঘূৰি নহালৈকে তাৰ প্ৰাণত শান্তি নালাগে।...

ভাবৰ জুমুৰি ভাঙি দি ডাক্তৰে মাত লগাব লগা হ'ল, "তোমালোকৰ এই ধূনীয়া গাঁও খনিলৈ এবাৰ আহিয়েই ভাল লাগি গৈছিল। কিন্তু এইবাৰ আহোঁ আহোঁ বুলি থাকোঁতেই চৈধ্য দিন লাগিল। দেখিছোঁ কলঙে তোমালোকক নকৰিবৰ চকৰি কৰিছে। মোৰ অহা যথেষ্ট পলম হ'ল, কি কৰিবা ?"

"কেলেই ?" ঠগীয়ে সৰল ভাৱে সুধিলে।

"চৰকাৰী কৰ্মচাৰীবোৰৰ লগত কাজিয়া কৰি কৰিও চাউল-পাত আৰু কাপোৰ নাপালোঁ সোনকালে। কি কৰিম ? কোনোবা মানুহ মৰিছেনেকি ইয়াত ?"

"নাই মৰা। কিন্তু চৰকাৰী কৰ্মচাৰীয়ে কিয় নিদিয়ে ? আমাৰ দুখৰ কথা সিহঁতে গম নাপায়নেকি ?"

"নাপায়। সিহঁত বিদেশী মানুহ, আমাৰ মানুহৰ কথা কি বুজিব ?" ঠগী স্তব্ধ হৈ গ'ল। ৰজাই প্ৰজাৰ কথা নুবুজিলে, কোনে বুজিব ? তাৰ সন্দেহ মাৰ নগ'ল, "আপোনালোকে এইবোৰ চাউল-পাত ক'ত পালে ?"

"ঘৰে ঘৰে, দোকানে দোকানে তুলি আনিছোঁ।"

"মানুহবোৰে কি বুলি কৈছে আমাৰ কথা ?" ডাক্তৰ এই সৰল প্ৰশ্নটোৰ উত্তৰত হাঁহিলে। তাৰ পিছত ক'লে, "তোমালোকে বহুত কথা নাজানা। গাঁৱৰ মানুহে নগৰৰ কথা নাজানে, নগৰৰ মানুহে গাঁৱৰ কথা নাজানে। কিন্তু এটা কথা বুজিবা, মানুহৰ দুখ দেখিলে মানুহৰ অন্তৰ ৰ'ব নোৱাৰে।" ঠগীৰামে মানৱতাৰ এই বক্তব্য পাই বৰ ভাল পালে। অন্ততঃ দেশৰ মানুহে সিহঁতক মৰিবলৈ এৰি দিব নোৱাৰে।

ডাক্তৰে ইতিমধ্যে নৈৰ পানীত উটি অহা একোচা আধা তিতা খেৰ ধৰি তুলি আনি ক'লে, "কাৰোবাৰ ঘৰৰপৰা খহি আহিছে চাগৈ নহয়নে ?"

"নহয়, কোনোবাই ঘৰ সাজিবলৈ থোৱা খেৰ এই কোচা। দেখাতে চিন"। এই কথা কোৱাৰ লগে লগে ঠগীৰ মনত পৰি গ'ল ঘৰ সজাৰ কষ্টবোৰ, খেৰ কাটি অনাৰেপৰা আৰম্ভ কৰি ন ঘৰ লোৱা-লৈকে কত কষ্ট যায়, কৈ থাকিলে অন্ত নপৰে। গঞাৰ ভাগি পৰা সেইহেন ঘৰবোৰ আকৌ সাজিবলৈ কত কষ্ট হ'ব। বছৰেকলৈ গঞাৰ আৰু আন কাম নহ'বই। আনকি খেতিও নহ'ব।

"খেতি !" বুলি ঠগীয়ে এটা হুমুনিয়াহ ছাৰিলে। ডাক্তৰে চঁক খাই উঠিল।

... ... ...

হাইজা হওক, বানপানী হওক, খেতি হওক, নহওক ৰজাৰ খাজনা শোধাবই লাগিব। বানপানীৰপৰা উঠা বাইজৰ ভগা ঘৰৰ-দুৱাৰে দুৱাৰে গৈ টেকেলা থিয় হ'ল। ক্ৰোকত খেনোৰ মণি কেৰু, খেনোৰ লোটা-বাটি, খেনোৰ গৰু-ছাগলী নি গাঁওবোৰ লাওলোৱা কৰিলে। ঠগীৰামৰ মোকলোৱা মণিপুৰী গৰু হাল পুনৰ লৈ গ'ল। ঠগীৰাম খঙত জ্বলি গ'ল, "আমাৰ দুখত হ'লে কুকুৰহঁত নাহে, খাজনা নিবৰ বেলিকা চাহাবৰপৰা টেকেলালৈকে সকলো জাপ মাৰি পৰিবহি। ইহঁতক......বুলি সি দাঁত কৰচিবলৈ ধৰিলে। গঞাই তাৰ কথাতে হয় ভৰ দিলে, কিন্তু উপায় কি ?

মনৰ খণ্ডত ঠগীৰাম এদিন ডাক্তৰৰ ঘৰ ওলালগৈ। ডাক্তৰে দুপৰীয়া ভাত খাই শুবলৈ ধৰিছিল, সুধিলে, "কি হ'ল হে ঠগী কাই ?"

ঠগীয়ে সংক্ষেপে সিহঁতৰ দুখৰ কথা বৰ্ণাই গ'ল—। ডাক্তৰে মন দি শুনিলে। তাৰ পিছত হাঁহি হাঁহি ক'লে, "বিদেশী ৰজাই আমাৰ দুখ নুবুজে, ঠগীৰাম।"

ঠগীৰামে মনৰ খণ্ডত কৈ পেলালে, "এনে ৰজাৰ তলত থকাতকৈ মৰাই ভাল। গৰু নাই, ম'হ নাই, খেতি কৰোঁ কিহেৰে ? আনকি বছৰেকৰ বিহুৰ দিনা ছোৱালীহঁতৰ কাণত পিন্ধিবলৈ থুৰীয়া এযোৰা নোহোৱা হ'ল।" খন্তেক বৈ সি আকৌ আৰম্ভ কৰিলে, "আমি আৰু নিগমে মৰিলোঁ, ডাক্তৰ দেউতা। আপোনালোকে কিবা এটা উপায় কৰক।"

ডাক্তৰে খন্তেক পৰ বৈ ভাবিলে। তাৰ পিছত লাহে লাহে ক'লে, "তোমালোকে এখন সভা পাতাঁ। তালৈ বুদৰাম উকীলক মাতাঁ। আৰু তাত তোমালোকৰ অভাব-অভিযোগৰ বিষয়ে এটি প্ৰস্তাৱ লৈ চৰকাৰৰ ঘৰলৈ পঠোৱাঁ। তেনে কিবা এটা কৰি চোৱাঁচোন, কি হয় দেখা যাওক।"

তেতিয়া অসহযোগৰ দিন। কেউফালে সভা-সমিতি হৈছে, কাগজে পত্ৰই অভাব-অভিযোগৰ নানাবিধ প্ৰস্তাৱ প্ৰকাশ হৈছে। সেইবাবে ডাক্তৰে তাকে কৰাটো উচিত বুলি ভাবি ঠগীৰামক পেটৰ কথা ক'লে।

ঠগীৰামে হাততে সৰগ চুকি পোৱাদি পালে। "আপুনিও যাব লাগিব আকৌ দেই ডাক্তৰ দেউতা। জানেই নহয় আমি নিছলা মানুহ। নগলে শয়েক বাইজৰ শাও লাগিব। সভাৰ খবৰ মই আপোনাক দি যামহি।"

ডাক্তৰৰ কপালত চিন্তাৰ ৰেখা ফুটি উঠিল।

... ... ...

সভা হৈ গ'ল। চৰকাৰৰ ঘৰত প্ৰস্তাৱো গ'ল। কিন্তু একোটো

নহ'ল। মাথোন মৌজাদাৰে মাতি আনি ঠগীৰামক ক'লে, "তোৰ নাম চৰকাৰৰ ঘৰত উঠিছে। দিন-কাল বৰ বেয়া। শুনা নাইনে, হালে হালে সাঙুৰি নি জেলত সুমাই থৈছেগৈ? সাৱধানে চলিবি।" ঠগীৰামে আচৰিত হৈ সুধিলে, "মোক আকৌ কিয় জেললৈ নিব?" "মিটিং কৰা বাবে। স্বৰাজৰ মিটিং কৰা মানা।"—মৌজাদাৰে ক'লে। "কিয় দেউতা? আমি খাজনাৰ মিটিংহে কৰিছিলোঁ।"

মৌজাদাৰে চকু পোন্দোৰাকৈ ক'লে, "খাজনাৰ মিটিং আৰু স্বৰাজৰ মিটিং একে।"

ঠগীৰামে সেইদিনা ঘৰলৈ ঘূৰি আহোঁতে আগৰ দৰে আৰু সাধাৰণ ভাব লৈ উভতিব নোৱাৰিলে। খেতি কৰিব নোৱাৰি গঞাৰ সকলোৰে অন্তৰত ৰোষ-দ্বেষ, খং-বেজাৰৰ ঢউ উঠি থৌকি বাথৌ লাগি আছিল। সকলোৰে মুখত ৰজাৰ বিৰুদ্ধে গালি-শপনি ওলাবলৈ ধৰিলে। এনে অৱস্থাত ঠগীৰামৰ মনত কি কৰোঁ কি নকৰোঁ ভাব হ'ল। যেনিয়েই চাই তেনিয়েই যেন আন্ধাৰে পৃথিৱী খন আগুৰি থোৱা আছে। কলঙৰ উছুগুলিও কমি গ'ল, নৈত আগৰদৰে সোঁত নাই, শুকাই খীণাই যেন চেৰেলা গৰু পোৱালিৰ দৰে যাওঁ নাযাওঁকৈ খোজ বোলাইছে।

ঘৰ সোমায়েই সি দেখিলে, ডাক্তৰে একান্ত মনে বহি কিবা এখন কাকত পঢ়ি আছে আৰু সোণ পাহীয়ে বহি বটাত তামোল কাটিছে। "আপুনি—আপুনি কেতিয়া আহিল।"

ডাক্তৰে ঠগীৰামৰ মোলান মুখখনিলৈ চাই হাঁহিলে, ক'লে, "ঠগী কাই, বৰ ডাঙৰ কাম এটাৰ নিমিত্তে আহিলোঁ, মুখ হাত ধুই কিবা ভুটামান খাই বৈ আহাঁ, বহি কথা পাতোঁ।"

নিশা ভালেমান পৰলৈ সিহঁতৰ মাজত মেল চলিল। স্বৰাজৰ মেল। ডাক্তৰে উজনি আৰু নামনি অসমৰ গাঁৱত হোৱা সভা-শোভাযাত্ৰা বোৰৰ কথা সাধুকথাৰ দৰে কৈ গ'ল। মাজতে জেপৰ-পৰা ভাৰতৰ সৰু মেপ এখন উলিয়াই আঙুলি দি দি, প্ৰথমতে বিচাৰি বিচাৰি নগাঁওখন উলিয়ালে, তাৰ পিছত ক্ৰমে গুৱাহাটী,

কলিকতা, পাটনা, এলাহাবাদ, পঞ্জাব, (বোম্বাই আৰু মাদ্ৰাজৰ গাঁৱে গাঁৱে হোৱা সভা-শোভাযাত্ৰাৰ কথা বৰ্ণনা কৰিলে। বৰ্ণনাৰ শেষত যোৰহাট, গুৱাহাটী আদি ঠাইৰ আন্দোলনৰ বিষয়ে এটি চমু আভাস দিলে। তাৰ পিছত ডাক্তৰে হাঁহি আৰম্ভ কৰিলে, "এইবাৰ আমাৰ পাল, কলংপৰীয়াহঁতৰ।" এই বুলি কলঙৰ পাৰে পাৰে মেপখনত আঁকি থোৱা এডাল ৰেখা দেখুৱাই কৈ গ'ল "কলিয়াবৰৰ পৰা নগাঁও, নগাঁৱৰ পৰা গুৱাহাটী।"

ঠগীৰাম আচৰিত হ'ল। ওচৰতে সোণপাহীয়েও বৈ বৈ কথা-বতৰা শুনি আছিল। পুতেক মালীয়েও ওচৰতে বহি বাপেকহঁতৰ কথা-কাণ্ড নিৰীক্ষণ কৰিছিল। সিহঁতো ডাক্তৰৰ কথাত আচৰিত হ'ল।

"কি কৰিব লাগিব, ডাক্তৰ দেউতা?"

"শোভাযাত্ৰা। কলিয়াবৰৰ ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোৱে হৈ-ধ্বনি কৰি আগবাঢ়ি যাব প্ৰথমতে নগাঁৱলৈ আৰু নগাঁৱৰ পৰা গুৱাহাটীলৈ।" ডাক্তৰে ক'লে—"গুৱাহাটীতে গোটেই অসমৰ প্ৰজা গোট খাব।"। "তাৰ পৰা কি হ'ব।" "কি হ'ব? বগা বঙালৰ ৰাজ্যৰ সাঁফি লৰিব। খেতিয়কৰ সমাৰোহ দেখি সিহঁতে ভয় খাব। স্বৰাজৰ বাট মুকলি হ'ব।"—ডাক্তৰে উত্তৰ দিলে।

"আমাৰ খাজনা মাফ হ'বনে?"

ডাক্তৰে ঠগীৰামৰ বাউসি দুটাত চপৰিয়াই দিলে, "সকলো কথা বাউসিৰ ওপৰত নিৰ্ভৰ কৰে। আগেয়ে কাম কৰোঁ, তাৰ পিছত ফল বিচাৰিম।"

... ... ...

কলিয়াবৰৰ খেতিয়ক ৰাইজৰ সমদলৰ কোবত কলঙৰ পাৰৰ বাজআলি কঁপি গ'ল। "স্বৰাজ আমাৰ জন্ম স্বত্ব", "সাম্ৰাজ্যবাদ ধ্বংস হওক" আৰু "মহাত্মা গান্ধীজীৰ জয়" আদিৰ কঁপনিত কলঙৰ বায়ু-মণ্ডল নাচি উঠিল। কলঙৰ পাৰ বহুত দিনৰ মূৰত-ৰণৰ ধ্বনিৰে মুখৰিত হ'ল। সেইদিনা কাৰো চকলৈ জুই নগ'ল, গাভৰুৰ কাষৰ কলহ কাষতে ৰ'ল; গৰখীয়াই গৰু বান্ধি লৰি আহিল; বাজ-

আলিৰ কাষে কাষে ৰাইজৰ জুম। হৈ-ধ্বনি। নতুন ভাবত মনিছৰ মন-প্ৰাণ হেন্দোলি উঠিল। ঘৰৰ মানুহ আহি গাঁৱত মিলিল, গাঁৱৰ মানুহ আহি নগৰত মিলিল, আৰু নগৰৰ মানুহ জিলা-প্ৰদেশত মিহলি হৈ এক অপূৰ্ব জনসোঁতৰ সৃষ্টি কৰিলে। গুৱাহাটী চহৰৰ অভিমুখে কলঙৰ প্ৰাণ চৰাই হৈ উৰি গ'ল, কলঙৰ ভাষা বতাহ হৈ ঢাপলি মেলিলে, কলঙৰ আশা উথলি উঠিল। গাঁৱে গাঁৱে ৰাইজ উঠিল। গাঁৱে গাঁৱে স্বৰাজৰ হেজাৰ-বিজাৰ সেনা ওলাল ; গুৱাহাটীত স্বৰাজৰ নেতা সকলে ৰিঙিয়াই মাতিলে, কলিয়াবৰ সেই ৰিঙণিত জাগিল, ধীৰে ধীৰে খোজ দিলে ; খোজ লাহে লাহে প্ৰৱল বেগত পৰিণত হ'ল, জনতাৰ জীৱন নতুন তেজেৰে নাচি উঠিল।... কলং গৈ লুইতত মিলিলগৈ। লুইতৰ পাৰত নতুন মনিছৰ সৃষ্টি হ'ল। সোণৰ লুইত ৰূপৰ লুইত সোঁতৰ ছেৱে ছেৱে নাচে। ঠগীৰামৰ বুকুত নতুন কঁপনি লাগে। সি অনুভৱ কৰে গুৱাহাটীত গোটখোৱা বিৰাট ৰাইজৰ আশাৰ কথা।......

ওৰে বাটটোত ডাক্তৰে তাক কৈ গ'ল স্বৰাজৰ কথা। ভাৰতৰ বুকুত হোৱা হেজাৰ হেজাৰ সমদলৰ লক্ষ্যৰ কাহিনী। সকলো মানুহৰ জীৱনৰ স্মৃতি যেন আজি এটাই। আজি কলং আৰু লুইতৰ মাজত একো ভেদাভেদ নাই। স্বৰাজৰ সঙ্গমত দুয়ো ধাৰে আজি মিলি গ'ল।

ঠগীৰামে বুজিলে গাঁৱে গাঁৱে মানুহৰ দুখ হৈছে, খাজনা ভৰি সৰ্বস্বান্ত হোৱা মানুহ অকল সিঁহতেই নহয়, কলঙৰ দূৰে ওচৰে, ইমূৰে সিমূৰে আজি দুখত ৰাইজ জুৰুলা, সেই কাৰণেই সিঁহতে বিচাৰিছে স্বৰাজ।

এইবাৰ ঠগীৰামে জন-লুইতৰ মাজত নতুন জীৱন-সোঁত বিচাৰি পালে।

... ... ...

লুইত বৈ ৰ'ল। আৰু দহোটি আঘোণো গ'ল। কিন্তু প্ৰতি আঘোণতে গঞাৰ ধান কমি আহিবলৈ ধৰিলে। গৰু-ম'হ কিনিবলৈ

টকা নাইকিয়া হ'ল। প্ৰায়বোৰৰেই টেঁটুৰ গুৰিলৈকে ধাৰ লাগিল। অথচ ৰজাৰ খাজনা নকমিল। ঠগীৰামৰ ঘৰত আৰু মানুহ বাঢ়িল। মালীলৈ ছোৱালী আনিলে আৰু নিজৰো এজনী ছোৱালী উপজিল। মালীৰ ছোৱালী অনাৰ কাহিনী ঠগীৰামৰ দৰে ধুনীয়া নহয়। হ'বই বা কেনেকৈ ? আগৰ দৰে ধনেই আছে নে ধানেই আছে ? মণি-কেৰুৰেই আছে নে ছোৱালীয়েই আছে। সকলোবোৰ বস্তুৰে মোহ আৰু গুণ কমি আহিল। পুৱা-গধূলি জা-জলপান নপাই মালীয়ে কেতিয়াবা ঘৈণীয়েকক মাৰ-ধৰো কৰে আৰু কেতিয়াবা গালিৰ কোবত বাপেক-মাকৰ সাত-পুৰুষ উদ্ধাৰে। আগৰ দিন, আগৰ মৰম-ধৰম সকলোবোৰ আঁতৰি গ'ল। ঠগীৰাম আৰু সোণপাহীৰ মনত দুখৰ ডাৱৰে দেখা দিলে।··· আগৰ দৰে মাত্ৰ চলি ৰ'ল ক্ৰোক, মাটি নিলাম, কাবুলী আৰু মহাজনৰ অত্যাচাৰ।···

ঠগীৰাম এতিয়াও ডাক্তৰৰ ওচৰলৈ যায়। বুদৰাম উকীল আজিকালি আগৰ দৰে নহয়, গাঁৱৰ সভালৈ মাতিলে নাহে। একমাত্ৰ ডাক্তৰেহে তাক সদায় হাঁহি মুখে মাতে, দৰৱ-জাতি দিয়ে, সভা-সমিতি পাতিবলৈ কয় আৰু স্বৰাজৰ বিষয়ে নতুন কথা পাতে।

যৌৱন গ'ল দুখ নাই; কিন্তু জীৱনত যে সুখ নাই; ল'ৰা-ছোৱালীহঁতৰ নিমিত্তে ধন-সম্পত্তি নটা হ'ল। সোণপাহীৰ কেৰু-মণিও ক্ৰোকত শোধাব লগা হ'ল। তথাপি তাৰ মনৰ আশা মাৰ নাযায়। এদিন আকৌ ভাল দিন আহিব, মাটিত আগৰ দৰে খেতি হ'ব, গৰুৰ দাম কমিব, খাজনা মাফ দিব, কলঙৰ পাৰৰ মাটি আকৌ শস্যেৰে নদন-বদন হৈ পৰিব। ধুনীয়া আশা, কিন্তু কেতিয়া ফলিয়াব ? কেতিয়া খাজনা মাফ দিব ? ৰজাৰ মন কেতিয়া সলনি হ'ব ? আকৌ কেতিয়া খেতি কৰিবলৈ স্বৰাজ পাব সিহঁতে ? কেতিয়া ? . .

এবেলি আঘোণত ধান চপাই উঠোঁতেই হঠাতে এদিন নগৰৰপৰা ডাক্তৰ ওলালহি। ৰাইজ বহুৱাই খাজনাৰ কথা আলোচনা কৰিলে। গঞাই স্পষ্টভাৱে জনালে, আৰু ৰ'ব নোৱাৰি; খাজনা মাফৰ

আবেদন জনোৱা আজি দহবছৰ হৈ গ'ল। ক'তা ৰজাঘৰৰ একো দেখোন সাৰসুৰেই নাই। নাই, এই দৰে আৰু আশা পালি পালি বৈ থাকিব নোৱাৰি, খাজনা বন্ধ আন্দোলন চলাব লাগে।

ডাক্তৰে ৰাইজৰ কথাত হয়ভৰ দিলে। সেইদিনা গধূলি। জেপৰ পৰা ভাৰতৰ যেপথন উলিয়াই তেওঁ আকৌ নগাঁও, গুৱাহাটী, কলিকতা, বোম্বাই, পঞ্জাব, সকলো ঠাইত আঙুলি দি খেতিয়কৰ আন্দোলন হোৱাৰ কথা কৈ গ'ল; ঠগীৰামৰ মনত পৰিল আগৰ সমদলৰ কথা, মনত পৰি আকৌ এবাৰ আশাৰে অন্তৰ ভৰি পৰিল।

ঠিক কথা, খাজনা দিয়া বন্ধ কৰিব লাগিব। ডাক্তৰে সন্তোষেৰে হাঁহিলে।

কলং পৰীয়া ৰাইজ আকৌ এবাৰ জ'কি উঠিল। আকৌ এবাৰ কলঙৰ মাটিত স্বৰাজ-সেনাৰ জন্ম হ'ল। ৰণ-শিঙা বাজি উঠিল।

... ... ...

কলং পাৰ শুদা হৈ পৰিল। ঘৰত থাকিল কেৱল সোণপাহী আৰু সোণপাহীৰ দৰে গৃহিণীসকল। ভঁৰালবোৰত ধান নোহোৱাই হ'ল। ধনো ৰজাই হৰি নিলে। এইবাৰ হৰি নিলে কলংপৰীয়া তেজী খেতিয়ক সকলক। ঠগীৰাম, মালীৰ দৰে কেইবা যোৰা বাপেক পুতেকো গৈ চৰকাৰৰ পোতাশালত বন্দী হ'লগৈ। ৰজাৰ টেকেলাইতে পুলিচ-মিলিটেৰী আনি আনি ৰাইজৰ পৰা খাজনা তুলিলে। ঠগীৰামৰ ঘৰত এইবাৰ বোৱাৰীয়েকৰ যৌতুকত অহা অয়-অলংকাৰ সোপাকে টেকেলাক গতাই দিব লগা হ'ল।

কলঙত আগৰ দৰে ৰঙৰ সুৰ শুনা হ'ল। বিহু-সংক্ৰান্তিয়ে ৰাইজে আগৰদৰে ৰং-ৰহইচ নকৰে। কেয়োফালে বেজাৰেৰে ভৰা।

... ... ...

জেলৰপৰা ওলাই আহি ঠগীৰামে গঞ্জাৰ মন দেখি আকৌ নিৰাশ হৈ পৰিল।

মালীয়েও যৈণীয়েকৰ কাণ শুদা দেখি কান্দিবলৈ ধৰিলে।

সোণপাহীয়ে বাপেক-পুতেক হালৰ মন মৰা দেখি অস্থিৰ হৈ পৰিল। ভাবিলে এই পৃথিৱীখনত আৰু ধৰ্ম নাই, অধৰ্মৰ ৰাজত্বে ভৰি পৰিছে। ইয়াত দুখ কৰিলে পেট নভৰে। ঈশ্বৰবে কিবা শাওপাত। কেৱল সিহঁতৰ আজলী সক জীয়েক কাচনমতীয়ে তেতিয়াও দুখ-সুখৰ কথা ভালদৰে গম ধৰিব পৰা নাছিল।

... ... ...

তথাপি ঠগীৰাম নিৰাশ নহ'ল। যিমানে কলঙৰ পাৰ শুদা হৈ আহিল, সিমানে তাৰ অন্তৰত চিন্তা লাগিল মালীৰ কথা, বোৱাৰী-য়েকৰ কথা, জীয়েকৰ কথা আৰু সিহঁতৰ দৰে গাঁৱৰ ডেকা-গাভৰুৰ কথা, কি হ'ব সিহঁতৰ? খেতি কৰিবলৈ গৰু-ম'হ নাই, ধন নাই, বহুতবে ঘৰত বছৰেক জোৰাকৈ ধান নোলায়। মায়াৰাম ওজাৰ দৰে মানুহবোৰৰ আৰু চিন্তা হ'ল, মায়াৰামে পকী ঘৰ-দুৱাৰ সাজি ধনী গঞাৰ পৰা দুই-এপইচা পাইছিলে। তাৰেই কোনোৰকম পেট প্ৰৱৰ্ত্তাইছিল, খেতিত মন নাছিল আৰু মাটিও নাছিল। কিন্তু গঞাৰ ভঁৰালত ধন-ধান নাইকিয়া হোৱাত, পকী ঘৰ-দুৱাৰ সজা মানুহ নাইকিয়া হ'ল। লগে লগে মায়াৰামৰো দুৰ্ভিক্ষ উপস্থিত। উপায় নাপাই সি টোকাৰী এখন লৈ গীত গাই গাই মাগি খুজি ফুৰিবলৈ ললে।—মায়াৰামক দেখিলে ঠগীৰামে বৈ বৈ হুমুনিয়াহ ছাৰে; ইমান গুণী ল'ৰাটোৰ কি অৱস্থা হ'ল দেহি!...

তথাপি খেতি কৰিব লাগিব যেনেতেনে। লোকৰ গৰুৰে মৰকীয়া বাই মালীয়ে সিয়ে দুয়ো মিলি খেতি কৰে, কিন্তু আগৰ সমান মাটিও কৰ নোৱাৰে আৰু ধানো কম পায়; যিখিনি পাই তাৰে আধা আকৌ খেতি কৰিবই লাগিব। ঠগীয়ে আৰু মালীয়ে মাজে মাজে বহি ডাক্তৰৰ কথা পাতে। তেওঁ আকৌ কেতিয়াবা গাঁৱলৈ আহিবনে? শুনিছিল বোলে চৰকাৰে তেওঁকো জেলত ভৰাইছিল, আই-ঐ দেহি, বেচেৰাৰ কি কষ্ট আমাৰ লগত লাগি।

আৰু কেইবাটাও আঘোণ গ'ল। ধন-ধান কমি গ'ল। ইতিমধ্যে মালীৰো এটা ল'ৰা হ'ল। নাতিনিয়েকক পাই ঠগী—সোণপাহীৰ মৰম

ওপজক চাৰি ওলটাটোহে হ'ল। ল'ৰাহঁতৰ কাৰণেই দিন-কাল বেয়া হ'ল, আকৌ নাতিনিয়েকৰ কাৰণে কি কৰা হয়? দিনক দিনে কাপোৰ-কানি, লোণ-তেলৰ দাম বাঢ়ি গৈ আছে—বহুতো সময়ত তেল নিমখৰ বাবে ভাতবো লঘোন হয়।

সোণপাহীয়ে এদিন জুহালৰ গুৰিত বহি দুখৰ কথা পাতি থাকোঁতেই বাহিৰত কোনোবাই "ঠগী-কাই" বুলি মাত দিলে। ঠগীৰামে মাততেই ধৰিলে ডাক্তৰ বুলি। ঠগীহঁতৰ ঘৰৰ সেইদিনা নিমখ-তেলৰ অভাৱত ভাতো লঘোন হৈছিল।

ডাক্তৰে ভিতৰলৈ সোমায়েই ক'লে, "কেনে আছা?"

ঠগীৰামে মুখেৰে একো নকৈ কপালত হাত দি বহিল। সোণ-পাহীয়ে ডাক্তৰলৈ এখন পীৰা আগবঢ়াই দিলে। ডাক্তৰে বহি ক'লে, "ঠগীৰাম, মূৰে-কপালে হাত দিবৰ সময় নহয়। দেশ মিলি-টেৰীৰে ভৰি পৰিল। বস্তুৰ দাম জুই-ছাই। চৰকাৰক ধ্বংস কৰিব নোৱাৰিলে নহৈছে। ময়ো ওলাইছোঁ, তুমিও ওলোৱাঁ, সকলোকে ওলাবলৈ কোৱাঁ।" ডাক্তৰৰ কথাৰ সুৰ দেখি ঠগীৰাম সোণপাহী আচৰিত হ'ল। কোনোবা তলকত মালী আৰু বোৱাৰীয়েকো আহি সিহঁতৰ কাষত থিয় দিলেহি। মাত্র ঠগীৰ জীয়েক কাচন-মতীয়েহে ভিতৰত বহি চাইপানী তপতাবলৈ ধৰিলে।

ডাক্তৰে আকৌ ক'লে, "বোম্বাইত স্বৰাজৰ সভা বহিছিল, বুজিছা। তাত ঠিক হৈছে এইবাৰ আমি যেনে তেনে ফিৰিঙ্গিহঁতক দেশৰপৰা খেদিব লাগিব। মাৰিয়ে হওক বা তাৰিয়ে হওক।"

ঠগীৰামে একো নামাতিলে। মালীয়ে ডাক্তৰক সুধিলে, "সিহঁতক কেনেকৈ খেদাব?" ডাক্তৰে মালীৰ মুখলৈ খন্তেকপৰ ৰ লাগি চালে। তাৰ পিছত ক'লে, "মোক কিয় সুধিছা? নিজকে সোধাঁ; তোমালোকৰ মাটি, তোমালোকৰ দেশ। তোমালোকে কাৰো-বাক থানা পাতি, কাছাৰী পাতি থাকিবলৈ দিলে কোনোবা থাকিব পাৰিব, নহলে নোৱাৰে।" "কিন্তু সিহঁতে জানো আমাৰ কথা শুনিব?"—মালীয়ে আকৌ সুধিলে। "নুশুনিব? কিয় নুশুনিব?

দেশত পুলিচ-মিলিটেৰী কেইটা আছে? সিহঁতৰ এটা হ'লে তোমা লোকৰ হেজাৰটা হ'ব; দিশে দিশে যোৱাঁ, থানা দখল কৰা। স্বৰাজ তেতিয়াহে স্থাপন হ'ব। তেতিয়াহে আপোন খুচিত খেতি কৰিবলৈ পাবা।"—ডাক্তৰে উত্তেজিত স্বৰেৰে কৈ গ'ল।

মালীয়ে এপৰ ঠগীৰামলৈ চাই মাতিলে, "পিতাই কি কৰিবি?"

ঠগীৰামে ভয়ঙ্কৰ স্বৰেৰে ক'লে, "কি কৰিবি? আজি যদি বিদেশী নেখেদ, কাইলৈ কি খাবি?"—বুলি ডাক্তৰৰ ফালে চাই ক'লে, "ডাক্তৰ দেউতা, এই বজাৰ লগত এনেকৈ যুযুঁজিলে উপায় নাই। দুৰ্ভিক্ষত মৰিব নোৱাৰি। কি কৰিব লাগে আমাক কওক। অকল মই নহয়, মোৰ ল'ৰা-লুৰি, ঘৈণী সকলোৱে যুঁজিব।"

ডাক্তৰৰ মুখত নতুন সংকল্পৰ ৰেখা ফুটি উঠিল। ঠগীৰ ঘৰৰ জুহালৰ চাৰিওফালে এটি নতুন পোহৰ জিলিকিল। সকলোবোৰৰে মুখ গহীন, সিহঁতৰ সকলোৰে মুখত এক মহান কৰ্ত্তব্যৰ দায়িত্ব……

… … …

পাঁচোটা মৰাশ। আন্ধাৰ নিশা। প্ৰথমটোৰ ওচৰত ডাক্তৰে থিয় হৈ লিখিলে, "মালীৰাম, ঠগীৰামৰ পুতেক' ঠাই কলিয়াবৰ; নগাঁও থানাত পতাকা তুলিবলৈ যাওঁতে পুলিচৰ গুলীত মৰিল। মৃত্যু বাহিনীৰ দ্বাৰা মৰাশ অপসাৰণ; বয়স ২৬; ৫০০০ মানুহৰ শোভাযাত্ৰাৰ নেতৃত্ব কৰি গৈছিল।"

তাৰ পিছত দুজন মৃত্যু-বাহিনীৰ মানুহে মৰাশটো দাঙি লৈ গ'ল।

দ্বিতীয়টোৰ ওচৰত থিয় হৈ ডাক্তৰে খন্তেক পৰ ভালকৈ মুখখন চালে, তাৰ পিছত লাহে লাহে ক'লে, "মালীৰামৰ ঘৈণীয়েক; বয়স কুৰি; ফিৰিঙি মিলিটাৰীয়ে পাশৱিক অত্যাচাৰ কৰোঁতে ছুৰীৰ আঘাতেৰে এটা সৈন্যক মাৰে; তাতে খং খাই কেপ্টেইন ব্ৰিষ্টলৰ গুলী বৰ্ষণ।"

তাৰ পিছত মৰাশটো মৃত্যু-বাহিনীৰ দ্বাৰা স্থানান্তৰিত হয়।

তৃতীয় মৰাশটোৰ ওচৰত থিয় হৈ ডাক্তৰে দেখিলে, এটা সৰু ল'ৰা, বয়স প্ৰায় ১৪ মান হ'ব। খুব ওচৰলৈ টৰ্চটো দি মুখখন

চাই ডাক্তৰৰ গাৰ নোম শিয়ৰি উঠিল। "ই দেখোন সূৰ্য্য"—অস্ফুট স্বৰেৰে ডাক্তৰে ক'লে।

হঠাতে আন্ধাৰৰ মাজেদি মাত আহিল, "কি হ'ল ডাক্তৰ?" ডাক্তৰে ক'লে, "ই দেখোন মোৰ ল'ৰা।"

মৃত্যু-বাহিনীৰ ল'ৰা এজনে ক'লে. "সি আমাৰ সদস্য আছিল; যোৱা নিশা টাউনৰ পৰা বাইকত কামপুৰৰ দলং অতিক্ৰম কৰোঁতে মিলিটেৰীৰ গুলীত মৰিছে।"

ডাক্তৰৰ চকুৰপৰা টোপাটোপে পানী পৰিবলৈ ধৰিলে; তথাপি তেওঁ লিখি গ'ল— "ডাক্তৰ মণি বৰাৰ ল'ৰা; বয়স চৈধ্য; দশমমান শ্ৰেণীৰ ছাত্ৰ; মিলিটেৰীৰ গুলীত প্ৰাণ-নাশ।

চতুৰ্থ আৰু পঞ্চম দুয়োটা মৰাশ কলিয়াবৰৰ দুজন খেতিয়কৰ। ডাক্তৰে কোনোৰকমে সিহঁতৰ নাম ধাম লিখিলে।

তেতিয়া ৰাতি পুৱাবলৈ অনেক দেৰি বাকী। মৃত্যুবাহিনীৰ ল'ৰা-বোৰে সুধিলে, "খৰি দিম নে পুতিম?"

খৰি দিলে মিলিটেৰীৰ চকুত পৰিব পাৰে; তেতিয়া কথা ভয়ানক হ'ব, "নাই, পোতাই ভাল হ'ব।" ডাক্তৰৰ চকুৰপৰা তেতিয়াও চকুপানী পৰি আছে। "কিন্তু, ঠগীৰামৰ মতামত—" বুলি ডাক্তৰ হঠাৎ বৈ গ'ল। তেনেতে ডাক্তৰৰ কান্ধত হাত দি কোনোবাই ক'লে, "ডাক্তৰ দেউতা, আপুনি যি কৰিছে সেয়ে ভাল, খৰি দিলে শত্ৰুৱে আমাৰ পুং পাব, পোতাই ভাল," ডাক্তৰে বুজি পালে, ই ঠগীৰামৰ মাত। ঠগীৰামৰ স্থিৰ মাত শুনি সমদুখী ডাক্তৰৰ পিতৃ-প্ৰাণে অলপ সান্ত্বনা পালে।

শেহ নিশা কলঙৰ পাৰত আটাই কেউটা মৰাশ পোতা হ'ল। শ্বহীদৰ মৰণ-ভূমিত লাহে লাহে নতুন দিনৰ তেজীৰঙা পোহৰৰ ৰেখা পৰিলহি।

ঠগীৰাম আৰু ডাক্তৰ দুয়ো শ্বহীদৰ শয়নভূমিত আঁঠু কাঢ়ি দু-আঁজলি ফুল দিলে, তাৰ পিছত পাঁচ গছি ধূপ জ্বলালে।

ঠগীৰামে চকু পানী টুকি টুকি ক'লে, "আমাৰ আবাল-বৃদ্ধ-বনিতাই

আমাৰ কাৰণে কেঁচা তেজ দান কৰিছে। আমাৰ যিবোৰৰ শৰীৰত এতিয়াও তেজ বলি আছে, সেইবোৰৰ এইবাৰ মৰিবৰ পাল, আহক সকলোৱে আজি ইয়াতে সংকল্প লওঁ— কৰিম কিম্বা মৰিম।"

ৰঙা বেলিৰ প্ৰথম পোহৰ আহি শ্বহীদস্থানৰ ওপৰত ফুলবোৰ উজ্বলাই দিলে। মৃতকসকলৰ উদ্দেশ্যে মৃত্যু বাহিনীয়ে এটি ছেলিউট দিলে, তাৰ পিছত সিহঁত তাৰপৰা আঁতৰি গ'ল।... আৰু পাচঁোটি আঘোণ গ'ল। ঠগীৰামৰ ঘৰত কাচনমতী, সোণপাহী আৰু নাতিনি ল'ৰাটো, বাকী দুয়োটো স্বৰাজৰ শ্বহীদ হৈ গ'ল।

হঠাতে এদিন মাজ নিশা গাঁৱৰ নাম ঘৰত বৰকাঁহ বাজি উঠিল; ঠগীৰামে সাৰ পাই সুধিলে, "কি হ'ল।"

সোণপাহীয়ে ক'লে, "কেলেই, কালি নগৰৰ সেই মানুহজনে স্বৰাজ হ'ব বুলি জানো কৈ যোৱা নাই? সেয়া স্বৰাজৰে সবাহ।"

ঠগীৰাম শোৱাৰ পৰা উঠি বহিল; বুঢ়াৰ বয়স তিনিকুৰি আঠৰো ওপৰত; তাতে স্বৰাজৰে ৰণত মাৰ খাই কঁকালৰ বিষ হ'ল। তথাপি স্বৰাজৰে নামত সি উঠি বহিল। কাচনমতী আৰু অকণমান নাতি-নিয়েকটোক জগালে। বাহিৰৰ জুইকুৰা ধৰি লৈ বুঢ়াই ঘৈণীয়েক, জীয়েক আৰু নাতিনিয়েকৰ আগত স্বৰাজৰ কথা ক'বলৈ আৰম্ভ কৰিলে। কলিয়াবৰত সেই বিৰাট সমদল হ'বৰ দিনাৰে পৰা আৰম্ভ কৰি খাজনা বন্ধ আন্দোলনৰ কথা আৰু মালীৰামহঁতৰ ৰণৰ কথা কঁওতে কওঁতে ঠগীৰামৰ চকুৰ পৰা চকুপানী টপৰ টপৰ্ কৈ পৰিবলৈ ধৰিলে।

কাচনমতীয়ে ঠগীৰামক সুধিলে, "আজিৰ পৰা আমাৰ তেনে সুখ হ'ব পিতা?"

ঠগীৰামে ক'লে, "হ'ব, হ'ব, আই এতিয়াৰে পৰা খাজনা মাফ হ'ব, গৰু-ম'হৰ দাম সস্তা হ'ব। কাপোৰ-কানি-নিমখ-তেলৰ দাম কমিব আৰু আমি মনৰ সুখত খেতি কৰিবলৈ পাম।"

তাৰ পিছতে বুঢ়াই ক'লে, "মই এতিয়া অকলেহে খেতি কৰিব লাগিব। কৰিম, তথাপি ধান পালে, কোনে খেতি নকৰিব?"

মালীৰামৰ কথা মনত পৰি সোণপাহীৰ চকুৰ পৰা পানী পৰিবলৈ ধৰিলে।

... ... ...

তিনিটি আঘোণ আকৌ পাৰ হৈ গ'ল ; ক'তা খাজনাও নকমিল, গৰু-ম'হ, বয়-বস্তুবো দাম নকমিল। ঠগীৰামহঁতৰো মন মৰি গ'ল। অতবোৰ ৰণ কৰিও শেষত একো নহ'ল। হায়, হায়, আমাৰ বোপাহঁতে আইদেউহঁতে মিছাতে প্ৰাণ দিলে।... ঘৰে ঘৰে দুখ-কষ্ট বাঢ়িল। বেছিভাগৰ ঘৰতে গৰু-ম'হ নাই, ধানৰ ভঁৰাল শুদা ; তাতে আকৌ খাওঁতাৰ সংখ্যা বাঢ়ি গ'ল। ঠগীৰামে এতিয়া নিজেই খুজি মাগি খাব লগা হ'ল। কিন্তু খুজিলেও কোনে দিব, আটাইৰে সেই একে অৱস্থা......

মায়াৰাম ওজাই এদিন ঠগীৰামৰ চোতালত বহি বহি ক'লে, "বান্ধ, কি কৰা, আমাৰ গাঁৱতে তিনি কুৰি ডেকা ল'ৰা খেতি কৰিব নোৱাৰি বহি আছে। মাটিও নাই, গৰু-ম'হো নাই, কি কৰিবা ? মোৰে তিনিটা ল'ৰা আছে নহয়, সিহঁতে বুজিছা, সাত পুৰুষত নকৰা কামত ধৰিছে।" বুলি সৰুকৈ ঠগীৰামৰ কাণৰ গুৰিত ক'লে, "চুৰ কৰিবলৈ লৈছে, বুজিছা ? তোমাৰ আগত লুকাবলৈ আৰু কি আছে ?"

ঠগীৰামে তৎক্ষণাৎ মায়াৰামৰ পুতেকহঁতক মতাই আনি বঢ়াই বুজাই ক'লে "বোপাইহঁত এইবোৰ স্বভাৱ এৰ। আমি খেতিয়কৰ ল'ৰা, খেতি কৰ।" ল'ৰাহঁতে ঠগীৰামক সেৱা এটি জনাই উত্তৰ দিলে, "দদাই ; সেইবোৰ কথা জানো আমি নুবুজোঁ। কিন্তু কি কৰিম, মাটি-বাৰীও নাই। গৰু-ম'হো নাই। উপায় নাপাই নগৰৰ ধনী কেঞা মহাজনৰ তাত চুৰি-চাপ্ৰাচীকে কৰিছোঁ।" ঠগীৰামে ক'লে, "বোপাইহঁত চুৰি-চাপ্ৰাচী কৰিব নাপায় নহয়, বিশেষকৈ আমাৰ মানুহ নহয় জানো সেইবোৰ।"

ল'ৰাহঁতে এইবাৰ পোনকোৱেই উত্তৰ দিলে, "ইহঁতকে লুটি নাখালে আমাৰ একো উপায় নাই। তেহেলৈ যি হওক"...

ঠগীৰামৰ অন্তৰ বিষাদেৰে ভৰি গ'ল, কি, কৰিব কি নকৰিব

ভাবি বুঢ়াই নিতৌ গঞাৰ ঘৰে ঘৰে গৈ আলোচনা কৰেগৈ। সকলোৱে কয়, "স্বৰাজৰ ৰণ কৰি কি হ'ল আমাৰ? নাই খাজনাই কমিল নে বস্তুৰ দামেই কমিল।" কোনোৱে ক'লে, "মাটি দিয়া, চুৰি-চাপ্ৰাচী এদিন বন্ধ হৈ যাব।" ঠগীৰামে নিৰাশ মনে ঘৰলৈ উভতিল। আকৌ এইবোৰ বিষয়ে চিন্তা কৰিবলৈ ধৰিলে...

হঠাতে এদিন ডাক্তৰ ওলালহি। ঠগীৰামে হাতত সৰগ চুকি পোৱাদি পালে। বহুৱাই লৈ সকলো কথা কৈ অঁতাই শেষত লাহে লাহে সুধিলে, "ক'তা ডাক্তৰ দেউতা, এয়া জানো স্বৰাজ? ইয়াৰ কাৰণেই জানো আমাৰ ল'ৰাহঁত মৰিল।

ডাক্তৰে হঠাতে ক'লে, "নাই, এয়া স্বৰাজ নহয় ককাইটি। স্বৰাজ হ'বলৈ আৰু দিন আছে।"

ঠগীৰামৰ মুখখন শেঁতা পৰি গ'ল। "কেতিয়া স্বৰাজ হ'ব ডাক্তৰ দেউতা? গাঁৱে গাঁৱে দুৰ্ভিক্ষ। ডেকা ল'ৰাবোৰ সকলো চোৰ হৈছে। কি যে কৰিম, একো কৰ পৰা নাই। নিজৰো একো কৰিব নোৱাৰিলোঁ; লোকৰো একো কৰিব নোৱাৰিলোঁ।"

ডাক্তৰে উত্তৰ দিলে, "তথাপি আমাৰ ল'ৰাহঁতৰ আধকৰা কাম আমি কৰিবই লাগিব। আনে যি নকৰক, মই মৰালৈকে স্বৰাজৰ বাবে যুঁজিম।"

ঠগীৰামে ডাক্তৰৰ মুখলৈ চাই অকণমান পোহৰ দেখা পালে। হঠাতে ডাক্তৰে ক'লে, "আমি আকৌ স্বৰাজৰ মেল পাতিব লাগিব।" ঠগীৰামে সুধিলে, "ক'ত?"

ডাক্তৰে উত্তৰ দিলে' "ইয়াত, কলঙৰ পাৰত, ঠিক সেই শ্বহীদভূমিৰ ওচৰতে। আমি পাতিবই লাগিব; নহলে," ডাক্তৰৰ চকুমুখ হঠাতে কঠোৰ হৈ উঠিল। "তিনি বছৰে আমাৰ দেশত ধনীৰ ৰাজত্ব চলিছে। দুখীয়াৰ ক'তো মাত নাই।" তাৰ পিছত অলপ পৰ ৰৈ ক'লে, "তুমি ভয় নাখাবা ককাইটি, এইবাৰ আমি নিশ্চয় জিকিম। এক শত্ৰু গ'ল, ইবোৰ শত্ৰুও যাব।"

ঠগীৰামৰ বুকুত আকৌ আশাৰ সপোন ফুটি উঠিল।

... ... ...

ন স্বৰাজৰ মেলৰে সদৌ অসমৰ বহুতো মানুহ আহি কলঙৰ পাৰত গোট খালেহি, সভা পাতিলে, নতুন সংকল্প গ্ৰহণ কৰিলে, স্বৰাজৰ নতুন আন্দোলনৰ সূচনা হ'ল।

সভাৰ পিছত শ্বহীদ-ভূমিত আঁঠুলৈ গঞাই আৰু স্বৰাজৰ মেলুৱৈ সকলে শপত খালে, "যেতিয়কে যেতিয়ালৈকে স্বাধীনতা নাপায়, যিদিনালৈকে খাজনা মাফ নহয়, যিদিনালৈকে গাঁৱৰ ডেকা ল'ৰাবোৰে মাটি নাপায়; সেইদিনালৈকে আমাৰ স্বৰাজৰ আন্দোলন শেষ নহয়। যেতিয়ালৈকে তুবেলা-তুমুঠি সুখেৰে খাবলৈ ববলৈ ব্যৱস্থা নহয়, তেতিয়ালৈকে আমাৰ ৰণ চলি থাকিব। তেতিয়ালৈকে আমাৰ পিতা-মাতা, বাই-ভনী, ভাই-ককাইহঁতৰ আধৰুৱা কাম সম্পূৰ্ণ কৰিবলৈ আমি যত্ন কৰিম।"

ঠগীৰামে নতুন পথ দেখা পালে। বয়স ভাটী দিলেও বুঢ়াৰ শৰীৰত স্বৰাজৰ তেজ ব'বলৈ নেৰিলে। সি ভাবিলে, সি মৰি যোৱাৰ পিছত নাতিনি-জীহঁতৰ কি হ'ব? গাঁওখনৰ অৱস্থা যদি এনেদৰেই বেয়া হৈ গৈ থাকে তেন্তে সিহঁত জীয়াই থাকিব কেনেকৈ? "পাৰোঁ নোৱাৰোঁ, মৰালৈকে যুঁজিম; স্বৰাজৰ বাবে যুঁজিম। আমাৰ গাঁৱৰ উন্নতি আমাত বাদে কোনে কৰিব?"

... ... ...

ঠগীৰামে ডাক্তৰৰপৰা বিদায় লৈ লাহে লাহে সভাৰ শেষৰ জোনাক নিশা, হাতত লাখুটি ডাল লৈ কলঙৰ পানীঘাটত নামিলহি। হঠাতে সি শুনিলে:

"কলঙত নচলে নাও মোৰ ভৈয়াই ঐ
বাইজৰ নচলে পাও;
সন্ধিয়া আন্ধাৰত বস্তি নজ্বলে
বুকু শুদা শুদা পাওঁ।"

ঠগীৰামে অধৈৰ্য্য হৈ মাতিলে, "মায়াৰাম বান্ধ, এই ফালে মাত দিয়া।" মায়াৰাম ওচৰৰ পজা এটাৰপৰা লাহে লাহে ওচৰ চাপি আহিল। "বান্ধ, এইবোৰ গীত নাগাবা।"

"কেলেই ?"—মায়াৰাম সুধিলে।

"ৰাইজৰ পাও চলিব লাগিব, কলঙতো নাও চলিব লাগিব। মই কৈছোঁ; শুনা,—নহলে আমাৰ গাঁৱৰ উন্নতি নহয়।" ঠগীৰামে কলঙৰ পানীত লাখুটিডাল জোৰেৰে কোবালে।

মায়াৰাম একো উত্তৰ নিদিলে; ঠগীৰামে আকৌ ক'লে, "বান্ধ, আজি ডেৰকুৰি বছৰৰ মূৰত গম পাইছোঁ আমাৰ স্বৰাজ আমিয়ে লব লাগিব।" মায়াৰামে এইবাৰ সুধিলে, "কেনেকৈ ?" ঠগীৰামে একো নকৈ লাহে লাহে মায়াৰামক মাতি নিলে শ্বহীদৰ শয়ন ভূমিলৈ। "মোৰ বোপাইহঁত ইয়াতে আছে; ইহঁতৰ কথা নোগোৱা কেলেই বান্ধ ?" মায়াৰামৰ গা ৰোমাঞ্চিত হৈ পৰিল। "বান্ধ, এইবোৰ মালীহঁতৰ মৰিশালী নহয়নে ?"

"হয় বান্ধ। সিহঁতৰ শপত দিছোঁ বান্ধ; বেজাৰৰ গীত নাগাবা। সিহঁতৰ আত্মাই শান্তি নাপাব।"—ঠগীৰামে ক'লে।

মায়াৰামে শয়ন-ভূমিৰপৰা এমুঠি ধূলি তুলি মূৰত ললে। ঠগীৰামৰ চকুত পানী বিৰিঙিবলৈ ধৰিলে।

... ... ...

ঠগীৰামে কলঙৰ পাৰে পাৰে জোনাকত লাহে লাহে খোজ কাঢ়িবলৈ ধৰিলে। লগে লগে তাৰ গোটেই জীৱনৰ কাহিনী মনত পৰি গ'ল। কলঙৰ বালিত, কলঙৰ পাৰত আজি জীৱনৰ তিনি কুৰি আঠটা বছৰ অতিবাহিত হৈছে। গঞাৰ সুখৰ-দুখৰ কলং সাক্ষী। কত দিনৰ পৰা এই কলং বৈ আহিছে। কত যুগলৈ ব'ব। গাঁৱৰ বুকত হেজাৰ ঠগীৰাম যাব, হেজাৰ ঠগীৰাম আহিব, কিন্তু কলঙৰ পাৰৰ মাটিতে নতুন খেতিয়ক ওলাবই। বাপেকহঁত গলে পুতেকহঁত আহিব; পুতেকহঁত গলে নাতিয়েকহঁতে হাতত নাঙল তুলিব। তাৰ জীৱনৰ ত্ৰিছটি আঘোণত হয়তো লখিমীৰ আৱিৰ্ভাৱ হোৱা নাই। কিন্তু পুতেক-নাতিনিয়েকহঁতৰ জীৱনত আৰু কত ত্ৰিছ আঘোণ আহিব লাগিছে, সেইবোৰ আঘোণত যাতে লখিমী আৱিৰ্ভাৱ হয়, তাৰ বাবে যত্ন কৰিব লাগিব, প্ৰাণ থাকে মানে, জ্ঞান থাকে মানে।

জীৱন এটা নহয়, শটা কলঙৰ দৰে বহুত পানীৰ কণিকাৰ দীঘলীয়া সুঁতি— এই কলংপৰীয়া জীৱন।···

তাৰ পিছত বুঢ়াৰ অন্তৰত এটা নতুন আহিব লগা আনন্দৰ সপোন জিলিকি উঠিল।···

··· ··· ···

সোণৰ কলং, ৰূপৰ কলং, সোঁতৰ ছেৰে ছেৰে নাচে। কলং আজিও বয়, অতীত পিছত থৈ।......

১৯৪৬ চন

# কলপটুৱাৰ মৃত্যু

যোগেশ দাস

কৃষ্ণ কৃষ্ণ! থুঃ থুঃ! গেটতে ধনীৰাম ৰয়। দিনে পোহৰেই এই প্ৰকাণ্ড ঘৰটো গহীন গম্ভীৰ হৈ থাকিব পায়নে? পুৰণি ছমহলীয়া কাঠৰ ঘৰ, পিছত পকী কৰা এবুকুৱা ভেটিটোত শেলাই গজিছে। ওপৰলৈ যোৱা খটখটিডাল পৰি যাওঁ পৰি যাওঁকৈ আছে। দুৱাৰ-খিৰিকী সকলো খোলা। কিন্তু মানুহৰ নাম-গোন্ধেই নাই। ফুল গছবোৰ বেছ কেঁচাই, ফুলো ফুলিছে, কিন্তু থম থমকৈ বৈ আছে। বতাহ এছাটিও মাৰিব নাপায়নে? বহল গেট খনৰ কাঠ এছটা এৰি আছে, দাঁত নিকটাই থকাৰ দৰে দেখি। অমঙ্গলৰ চিন বুলি ভাবিবলৈ তাৰ ভয় লাগে। বুকুখন কঁপি উঠে। কৃষ্ণ কৃষ্ণ! থুঃ থুঃ!

তথাপি সি আগবাঢ়ে, যাবই লাগিব। হোঁহোঁকা-পিচলা কৰিলে নচলিব। মৌজাদাৰ দেউতাক লগ ধৰিবই লাগিব। মৌজাদাৰ দেউতাক নহলেও বৰ বোপাক। মৌজাদাৰ দেউতা বৰ মৰমিয়াল, হিচাপী অৱশ্যে হয়, অবাবত ফুটা পইচা এটাও খৰচ নকৰে। কিন্তু এতিয়া বৰ বুঢ়া হৈছে, সেই দেখি মৌজা বৰ বোপায়েই চলায়। বৰ বোপা বৰ খঙাল। এইখন ঘৰৰপৰা তাক তেওঁৱেইতো খেদি দিলে। এদিন বিৰি খাই নিজৰে আঁঠুৱা গাক পুৰিলে; বৰ বোপাৰ কি খং! এদিন ফুলনিত গৰু সোমাল; বৰ বোপাই মাৰে আৰু! এদিন পুৱা সি জগাই নিদিয়াত তেওঁ গাড়ী ধৰিব নোৱাৰিলে; উভতি আহি ধনীৰামে পালে, এক চৰ, এমাহৰ দৰমহা আৰু জবাব।

বৰ বোপাৰ আচল খং অৱশ্যে অন্য কথাতহে। সি জানে কিন্তু কাকো কোৱা নাই। ৰূপেক অৰ্থাৎ ৰূপেচৰীক অৰ্থাৎ ৰূপেশ্বৰীক বিয়া কৰাবলৈ ধনীৰামে পাঙিছিল। বৰ বোপাৰ ল'ৰা-ছোৱালী

হৈছিল ; সেই দেখি ধনীৰামে সিহঁতৰ গাঁৱৰ ওচৰৰ মাউৰী ৰূপেক বিচাৰি আনি দিছিল। দিন যোৱাৰ লগে লগে ৰূপেচৰী হৈ অপে-চৰীজনী হৈ আহিব ধৰিলে। ধনীৰামৰ চকু জলক-তবক লাগি যায়। হাত-ভৰিবোৰ কেনে চিকণ চিকণ হৈছে, বুকু লৰা লৰা যেন দেখি, চকু দুটা বৰ দ দ যেন লাগে, মুখৰ হাঁহিটোত যে মৰি যাওঁ মৰি যাওঁ লাগে। সি গোটেই মানুহটো কঁপি উঠে। ৰূপে গাভৰু হৈছে। গাভৰু। তাইক বিয়া কৰাই থবৰ মন যায়। কিন্তু বৰ বোপাই এদিন তাক অকলশৰে মাতি নি আঙুলি জোকাৰি জোকাৰি ক'লে, খবৰদাৰ আকৌ যদি ৰূপেৰ ওপৰত চকু দিয় তোৰ প্ৰাণ নাথাকে।

ধনীৰামে প্ৰাণটো ৰাখি ৰূপেচৰীক এৰি দিছিল।

এবুকুৰা ভেটিটোত গুঠি সি দাঁতিয়েদি আগচোতালৰ ফাললৈ ভয়ে ভয়ে যায়। বৰ বোপাই জানো দয়া কৰিব ? সৰু বোপা থকা হলেও এক কথা আছিল ; ক'লে মনে মনে টকা দিছিল। পিছে তেওঁ বিলাতত। অ' নহয় আমেৰিকাত। তথাপি সি যাব লাগিব। খাজনা মাফ নাপালে সি মৰিল, বেচাৰী ভনীয়েকজনী বিধৰা হৈ, বেমাৰী হৈ তাৰ লগতে আছেহি, ল'ৰা-ছোৱালীও দুটা। মাকতো একেবাৰে বুঢ়ী, তিনি মুৰীয়া, লাখুটি লয়। ভনীয়েকে দুদিন যদি ভাত ৰান্ধি খুৱালে তেন্তে চাৰিদিন বিচনা লয়। তাক সহায়কে কৰিব নোৱাৰে, একোতে। কিন্তু কি কৰা যায় ? ভনী ছোৱালী-জনীকনো ক'ত পেলাই দিয়ে ? দুখীয়া গিৰিয়েকৰ লগত কোনো মতে চলিছিল, সিও মৰিল। বিয়া হোৱাৰ আগতে তাই সৰু ছোৱালীৰ দৰে তাৰ পৰা কিমান বস্তুৰ আশা কৰিছিল। ককায়েকে চহৰত চাকৰি কৰে, মৌজাদাৰৰ ঘৰত, কিমান ভাল ভাল বস্তু পায়, আনি দিব। সিতো একোকে দিব নোৱাৰিলে। চৰ, দৰমহা আৰু জবাব লৈ এদিন ভুতুংকৈ ঘৰ ওলাওঁতে তাই গিৰিয়েকৰ ঘৰত ; তেতিয়ালৈকে তাইক সি একো দিব নোৱাৰিলে। ছি ছি ছি ! বৰ লাজৰ কথা।

তাতে এইবাৰ বানপানীয়ে শালি খেতি তেনেই মাৰিলে। আহু-ধান বৈছে। ঈশ্বৰে কৰিলে হ'ব। কিন্তু ধান বেচি খাজনা দিয়া আৰু নহৈছে। ইফালে ভনীয়েকৰ বাবে ডাক্তৰ লগাই সাঁচতীয়া টকাও শেষ কৰিলে। খাজনা নিদিলেও নচলে। বানপানীয়ে ধান মাৰিব বুলিনো কোনে জানিছিল ? খাজনা অন্ততঃ কিছুদিনলৈ মাফ নাপালে মৰণ। বৰ বোপাই ইচ্ছা কৰিলে মাফ দিব পাৰে। মণি আৰু টুনি, ভনীয়েকৰ ল'ৰা-ছোৱালী দুটা স্কুলত নাম লগাই দিছে, নোখোৱা নোবোৱাকৈ যাবনে ? আঐ দেহি ! মণিকনো হাল বাবলৈ লগাই দিব পাৰিবনে ? আৰু দুটামান টকা খৰচ কৰিলে তাহাঁতৰ মাকো ভাল হৈ উঠিব। ৰূপেক তো সি বৰ বোপাৰ ওচৰত গতাই থৈ গৈছিল। ৰূপেক সি নাপালে। ৰূপেক বৰ বোপাক লাগে। তাইৰ লগত নিজ্জানত কিমান দিন দেখিছে বৰ বোপাই চুপতি কৰি থকা। মৌজাদাৰ দেউতাক খবৰৰ কাগজখন ওচৰৰ পৰা আনি দিবলৈ যাওঁতেও দেখিছে, বৰ বোপাক বজাৰ খৰচ খুজিবলৈ যাওঁতেও দেখিছে, মুচিয়ে মেৰামত কৰিবলৈ আইদেউৰ চেণ্ডেলযোৰ বিচাৰি যাওঁতেও দেখিছে। ৰূপেই বঙা-চিঙা পৰি ভালকৈ থকা চেলেংখন বুকুৰ ওপৰত ভালকৈ দিয়ে, বৰ বোপাই সেমেনা সেমেনি কৰি কৰি হাঁহে, তাৰ বুকুখনৰ ভিতৰত কোনোবাখিনিত বৰ বিষায়।

ভিতৰ চোতালতো কোনো নাই। আচৰিত। আঠ বছৰ চাকৰালি কৰা ঘৰটো একে দৰেই আছে। তেওঁৰ কিবা অচিনাকি যেন লাগে। বাহিৰ ফালৰ দৰে এইফালেও দীঘল দীঘল কাঠৰ খুটাবোৰ আৰু পৰি যাওঁ পৰি যাওঁকৈ থকা খটখটিডাল আগৰ দৰে আছে, ধোঁৱা আৰু এলান্ধু লগা পাকঘৰটো ঠিক আগৰ দৰেই বৰ এলাহত থিয় হৈ থকাৰ দৰে আছে। ঘাই ঘৰ আৰু পাক ঘৰৰ মাজত আঁৰি দিয়া কাপোৰ মেলা তাঁৰডালো আছে। তথাপি কিবা নথকা কিবা নথকা যেন লাগে।

সি বাৰান্দাত উঠে। ভয়ে ভয়ে ৰেলিঙত চাপৰ এটা মাৰি শব্দ কৰে। কাৰো সঁহাৰি নাই। সি বৰ বিমোৰত পৰে। খটখটিয়েদি

চাই পঠিয়ালে ওপৰ মহলাৰ বাৰান্দা এখন দেখি, বৰ বোপাৰ কোঠাৰ দুৱাৰখন দেখি। কিন্তু ধনীৰামে বভাহ নলগা ডাঠ কলপতীয়া পৰ্দাখন দেখিলে। আৰু কোনো নাই।

ৰেলিঙত ধৰি সি চোতাললৈ মুখ কৰি থাকিল। কাৰোবাক লগ পাবই লাগিব। শালিধান। আহুতলী। বেমাৰী ভনীয়েক। মণি। টুনি—খাজনা।

অ' সৌজনী কোন? পাক ঘৰটোৰ পাছফালৰপৰা কোনোবা ছোৱালী এজনী আহিছিল, তাক দেখি থতমত খাই বৈ গ'ল, আকৌ উভতি পাছফাললৈ বেগাবেগিকৈ গ'লগৈ। ৰূপে নহয় জানো? পাছফালে কাঁহী বাটি ধোৱা পকা ডোখৰ আছে, ওচৰত খাবৰ দ'ম এটা আৰু পানী থোৱা পিপা এটা, ওচৰতে খেৰী ঘৰটো, লগালগিকৈ অকণমানি এডৰা শাকনি বাৰী, সিফালে এজোপা কৰ্দৈ, এজোপা পাণ বগোৱা মদাৰ,দেখৰ তামোল গছ, তলত বাঁহবন আৰু বিহলঙনি, অ' লেতেকু জোপাও আছে, আৰু দাঁতিয়ে দাঁতিয়ে মাটি কঁঠালৰ গছ। সেইজনী ৰূপেই হয়। গোটেইজনী ৰঙা হৈ আছে। হ'বই, সুখত আছে। বুকু বেছ ডাঙৰ হৈছে, ব্লাউজৰ চেপাতো বুজিব পাৰি। আগতকৈ শকত হৈছে নেকি? কি জানি, শকত শকত যেন লাগেতো।

তাক দেখি পলাই ফাট মাৰিলে। পলাবই। বৰ বোপাই খং কৰিব। তাই অৱশ্যে তাৰ লগত হাঁহি-ধেমালি কৰছিল। ঠাট্টা মস্কৰাও কৰিছিল। মদাৰতলত সি পৰা পাণ বুটলোঁতে তাইক্ হাতত ধৰিছিল এদিন, তাই লাহেকৈ একৰাই ৰঙা পৰি কৈছিল, যা মৰাটো। সি আৰু এদিন কৈছিল, তোক ঘোঁৰাবাগীত তুলি একেবাৰে পলুৱাই ঘৰ পামগৈ ব। তাই চলিথৰি এডাল তাৰ গালৈ দলি মাৰি পঠাইছিল। পাক ঘৰৰ খিৰিকীয়েদি অকস্মাৎ দেখি আইদেৱে মিচিক কৰে হাঁহি দিলে। তাৰ এনে লাজ লাগিল। তাই পলাল।

বিয়া কৰোৱাৰ কথা অৱশ্যে কোৱা নহ'ল। তাৰ আগতে বৰ বোপাই

প্ৰাণ নাথাকে বুলি কৈ দিলে, দৰমহা দি জবাব দি পঠাই দিলে। [illegible] কি দৰকাৰ ছোৱালী এজনী লৈ বৰ লোকৰ লগত কেঁপেৰি পতা[illegible] কত আছে গাভৰু ছোৱালী। ৰূপেৰ দৰে, ৰূপেতকৈ ভাল, ৰূপেতকৈ বেয়া। আৰু চাকৰি এৰি গাঁৱলৈ গৈ সি দেখিলে, ছোৱালীৰ কথা ভাবিবলৈ তাৰ সময় নহ'ব, ঘৰটো ভাগি গৈছে বুঢ়া নাই। বুঢ়ীয়ে লাখুটি লৈছে। খেতি কৰিব লাগিব। চাকৰাজি আৰু নকৰে। লোকক আধি দিয়া মাটিখিনি লব লাগিব, নিদিওঁ নথওঁ কৰিছে। কি ছোৱালীৰ কথা ভাবিবা? বাদ দিয়া। বিধবা ভনীয়েক জনীও চাপিলহি, বেমাৰ, ভোক, মণি আৰু টুনিক লৈ।

তথাপি সি ৰূপে যোৱাৰ ফালে চাই থাকে। মাইকী মানুহবোৰ বৰ আচৰিত বস্তু। যিমানেই বিপদ-আপদ নহওক, চাবলৈ সময় ওলাবই; চাবলৈ মন যাবই।

খটখটিয়েদি ধুম ধুমকৈ শুদা ভৰিৰে কোনোবা নামি আহে। সি চঁক খোৱাৰ দৰে ঘূৰি চায়। আইদেউ! চকুৰে চকুৰে পৰে। ওৰণিখনত এনেয়ে হাত দিয়ে কিয় জানো তাক দেখি খপ কৰে খটখটিৰ বেলিঙত ধৰি বৈ যায়। ওপৰলৈ উভতি যাব খোজা যেনো লাগিল, অৱশ্যে নগ'ল। 'আইদেউ' বুলি মাতোঁ মাতোঁ বুলিও সি মাতিব নোৱাৰিলে, ডিঙিটো শুকাই কৰ্কৰীয়া মৰা যেন পালে। এবাৰ তালৈ আৰু এবাৰ খটখটিৰ খাপবোৰলৈ চাই আইদেউ লাহে লাহে নামি আহিল। পুৰঠ মুখখন অলপ শেঁতা পৰা যেন লাগে নেকি? বৰ গহীন কিন্তু। তাক মতা নাই। হঁহাও নাই। এই ঘৰৰ চাকৰি এৰাৰ পিছত সি কেবাবাৰো আহিছে, আইদেৱে তেতিয়া বেছ হাঁহি মাতি কথা কৈছিল, চাহ-বসকৰা দিছিল আৰু নিজে কাটি তামোল এখন দিছিল, ধপাত একণো, আনকি এবাৰ ঘৰ নাপাতা নেকি বুলিও সুধিছিল। আই দেউৱে তাক ভুমি তামাকৈহে মাতে।

আজি জকল কিবা এটা হৈছে। অ' আই, আইদেউৰ চকু দুটা চোন ঢুলঢুলীয়া! চকুৰ দীঘল নোমবোৰ সেমেকি আছে। ডাঙৰ চকু

হুটাৰ দাঁতিবোৰ ৰঙা। নিশ্চয় কান্দিছিল। আই ঐ দেহি! আজি বেয়া লগাতহে সি জানিলে আইদেউজনীক কিমান ভাল পায়।

আইদেউ তল পোৱাহিৰ লগে লগে সি মাত লগালে, আইদেউ! আইদেউৰে হাঁহিবলৈ যত্ন কৰি ক'লে, কি হে ধনী? ওহোঁ সেইটো আইদেউৰ হাঁহি হ'বই নোৱাৰে। কি হৈছে বাৰু? মস্কিল, সুধিবও নোৱাৰি নহয়।

আইদেৱে ক'লে, বহাঁ। কেতিয়াবাই আহিলা নেকি?

বেঞ্চখনত লাহেকৈ বহি সি ক'লে, নাই আইদেউ এইমাত্ৰ আহিচোঁ দেউতাহঁত নাই নেকি?

আইদেৱে ৰেলিঙত ধৰি তাৰ দৰেই চোতাললৈ চাই আছিল। একো নক'লে। সি মাতিলে, আইদেউ!

হেঁ? অ' আছে আছে ধনী। দেউতাহঁত আছে, কিবা দৰকাৰত আহিছিলা?

সি বৰ আচৰিত হয়। আইদেৱে কেনেকুৱাখন কৰিছে। কি হৈছে বাৰু? মস্কিল, সুধিবও নোৱাৰি নহয়। সি ক'লে, হওঁতে অলপ দৰকাৰ আছিলতো। হঠাৎ তাৰ ল'ৰা-ছোৱালী কেইটাৰ কথা মনত পৰিল। আচৰিত, ইমান পৰে সি পাহৰি আছিল। সি টপৰাই সুধিলে, মইনাহঁত ক'ত আইদেউ? দেখা নাইচোন?

আইদেৱে ক'লে, কালি নবৌ আহিছিল। লগতে গ'লগৈ। তুমি তামোল খোৱা, সেয়া বটাতে আছে, কাটি খোৱা। মই দেউতাক কওঁগৈ বাৰু। সি বহা বেঞ্চখনতে থকা বটাটোলৈ এবাৰ চাই তেওঁ ওপৰলৈ লাহে লাহে উঠি যায়। তামোল কাটিবলৈ ধৰি সি ভাবে মইনাহঁতেনো লোকৰ ঘৰত কালিৰপৰা থাকিব পাৰিছে নে। পাৰিবও পাৰে, ডাঙৰ হৈছে। আৰু মামীয়েকৰ ঘৰো কিবা দূৰত নে? সোৱাহে।

তামোলখন খাই শেষ হ'বৰ হ'লহি, তথাপি ওপৰৰ পৰা কোনো নাহিল। আনকালে মৌজাদাৰ দেউতাই তাক ওপৰলৈ মাতি নিয়ে নহলে বৰ বোপা নামি আহি মাতি লগায়। আজি আইদেৱো ঘূৰি

নহা হ'ল। ৰূপেনো বাৰু ক'ত অন্তৰ্দ্ধান হ'ল ? ইমান পৰে কোনেও বাচন মাজি নাথাকে। 'খৰি ঘৰ'তো কৰিবলৈ একো নাই। বাৰীতো তাইৰ কোনো দৰকাৰেই নাই। নে মাটিকঁঠাল বিচাৰি ফুৰিছেগৈ ?

ওপৰৰ কাঠৰ মজিয়াত খৰমৰ গহীন শব্দ শুনি ধনীৰাম জাপ মাৰি উঠিল। মৌজদাৰ দেউতা! ওখই-পাখই বেছ সুন্দৰ মানুহজন। চকুত শকত ফ্ৰেমৰ চশ্‌মা। গাত সেই ছুটা পকেট থকা লংক্লথৰ চোলাটো, ধপধপীয়া, হাতত এই মস্ত বেঁকা ৰাইডাং বেতডাল। খটখটিৰ চাৰি খাপমান আহি তেখেত ৰ'ল। থিৰ চকুৰে তাৰ ফালে চাই থাকিল। তলত দুৰৰপৰা ধনীৰামে বেঁকা হৈ সেৱা এটা জনালে। আজিয়েই সি প্ৰথম জনাইছে, আগতে আহিলে ঘৰৰ পুৰণি চাকৰ হিচাপে সেৱা নকৰাকৈয়ে চলিছিল। কিন্তু আজি ঘৰটো কিবা ভয় লগা ভয় লগা হৈ আছে। আইদেউ-জনীয়ে কেনেকুৱা কৰিছে। বৰ বেপাৰ ভয়ত ৰূপেও নোলোৱা হ'ল ; তদুপৰি সি খাজনা মাফ বিচাৰি আহিছে।

মৌজাদাৰ দেউতাই ক'লে, ওপৰলৈ আহ। তেখেত আকৌ উঠি গ'ল। খৰমৰ গহীন শব্দ কেইটা সি শুনিলে। তেখেতে নিজৰ বহা কোঠালৈ গৈছে। দৰকাৰী কথা তাতে পাতে। সি ভয়ে ভয়ে আগ বাঢ়িল। মৌজাদাৰ দেউতা গহীন মানুহ হয়, কিন্তু আজিৰ দৰে কম কথা কাহানিও কোৱা নাই। চিৰিত ভৰি দিয়াৰ আগতে এবাৰ সি ঘূৰি চায়। সি মানুহটো ঘামিছিল। নাই, কোনেও দেখা নাই ৰূপেও।

খাপ কেইটা ভাঙি সি ওপৰ পায়গৈ। বৰ বোপাৰ কোঠাটো বন্ধ। আইদেউ ক'ত লুকাল বাৰু ? বৰ বোপা ঘৰতে আছে নেকি ? মইনাইত নাথাকিলে ঠিক নালাগে। সিহঁতক মৰম কৰি মনটোকে পাতলাই লব পৰা গ'লহেঁতেন।

মৌজাদাৰ দেউতাৰ বহা কোঠাৰ দুৱাৰ মুখত সি থিয় হয়গৈ। বেতৰ চকী এখনত বহি তেখেতে একেথৰে খিৰিকী এখনেদি বাহিৰলৈ

চাই আছে। ৰাইডাং বেতডাল তেখেতৰ কোলাতে আউজি আছে। সেইফালৰপৰা সি মাত লগালে, দেউতা! তেখেতে তাৰ ফালে ঘূৰি চাই আকৌ খিৰিকীলৈ চকু দিলে। এক মিনিটমান একো কথা নাই। ধনীৰামে ভীষণ ধৈৰ্য্যেৰে বৈ থাকে।

তই আহিবি বুলিয়েই ভাবি আছিলোঁ। কেলৈ আহিলি ক।

তাৰ প্ৰথমে অলপ খোকোজা লাগে। কিন্তু লাহে লাহে সকলো কথা কয়। অতি হিচাপী মৌজাদাৰ দেউতাই কি কয় কি ঠিক! তাৰ ভয় লাগে। তাৰ কোৱা হ'লত দুয়ো কিছু সময় আকৌ নিমাত। পিছঁত তেখেতে তাৰ ফালে নোচোৱাকৈয়ে ক'লে, ভনীয়েৰৰ ইমান দিন বেমাৰ, ডাক্তৰ লগাইছ নে নাই?

হাত দুখন মোহাৰি সি ক'লে; টকা কেইটামান আছিল, তাকে খৰচ কৰি ডাক্তৰক দেখুৱালোঁ। অলপ বাৰু পাইছে। পিছে আৰু দৰব খাবলৈ কৈছে। শালি ধান পানীয়ে মাৰিব বুলি ভবাই নাছিলোঁ। নহলে খাজনাৰ বাবে টকাখিনি থলোঁহেঁতেন।

তেখেতে ক'লে, কাগজ পেন্সিল আন। সি টপৰাই হাউলি তেখেতৰ আগেদি পাৰ হৈ যায়। চুকৰ টেবুলৰপৰা কাগজ-পেন্সিল আনে, ওপৰত পাৰি লিখিবলৈ ডাঠ ডাঙৰ কিতাপ এখনো। আঠ বছৰ কাম কৰোঁতে সি বহুতবাৰ এইদৰে কাগজ-পেন্সিল আনি দিছে। তেখেতে লিখে। সি অলপ আঁতৰি বৈ থাকে। লিখোঁতে চাই থাকিব নাপায়। কিন্তু দেউতাই চিঠি লিখিলে কিয় বাৰু? আনকালেতো বৰ বোপাক মুখেৰেই কয়, কিবা কবলগা থাকিলে তাৰ মনত ঘপ কৰে খেলালে: সি আহিব বুলি ভাবিও মৌজাদাৰ দেউতাই কেলেই আহিলি ক বুলি কিয় ক'লে বাৰু? জানো দেও একো বুজিবই নোৱাৰি।

লিখা কাগজখন জাপি তেখেতে ক'লে, এইখন বৰ বোপাক দেগৈ। সি চিঠিখন ললে। কাগজ-পেন্সিল আগৰ ঠাইত থৈ আহিল। মৌজাদাৰে ক'লে, আকৌ লগ পাই যাবি ধনী।

ভাল দেউতা!

কিন্তু বৰ বোপাক লগ ধৰা যায় কেনেকৈ ? দুৱাৰ মাৰি সোমাই আছে। অ' দুৱাৰ দেখোন মেলা, আচৰিত। মৌজাদাৰ দেউতাৰ চিঠি যাব বুলিয়েই খুলি গ'ল নেকি ? ডাঠ কলপতীয়া পৰ্দাখন লৰি আছে। নিশ্চয় এইমাত্র দুৱাৰ খুলিছে। পৰ্দাখন দাঙি সি সোমাই গ'ল।

ৰাম ৰাম ! ৰাম ৰাম ! প্ৰকাণ্ড পালেংখনৰ দাঁতিত বৰ বোপাই বহি তলমূৰকৈ আছে। সি সোমোৱাৰ লগে লগে মূৰ দাঙি চালে। চুলি আউল বাউল। ডাঢ়ি গোফ চাৰিদিনমান খুৰোৱা নাই। পিৰঠিৰে সৈতে চকু দুটাৰ চাৰিওফালে ক'লা পৰিছে। পাতল বেঙুনীয়া খদ্দৰৰ পঞ্জাবীটোৰ বুটাম মৰা নাই। চুৰিয়াখন মলিয়ন। খণ্ডাল প্ৰতাপী বৰ বোপাৰ এই হেন চেহাৰা ? ৰাম ৰাম ! ৰাম ৰাম ! সদায় ভয় কৰা বৰ বোপালৈ আজি তাৰ বৰ পুতৌ হয়। আই ঐ দেহি !

বৰ বোপাই কয়, আহ ধনী।

আই ঐ দেহি, বৰ বোপাৰ মাতটো ইমান কোমল ! কিয় নহ'ব ? আইদেউ সাক্ষাত গোসাঁনী। লখিমী। চিঠিখন আগবঢ়াই দি সি সোধে, বৰ বোপাৰ কিবা অসুখ হৈছে নেকি ?

নাই তেনেকৈ একো হোৱা নাই। তই বহ। বহিব ? বৰ বোপাই নিজৰ কোঠাত তাক বহিবলৈ কৈছে ? আচৰিত। বৰ বোপাই বাকচৰ ওচৰত থকা টুলখন দেখুৱাই দিয়ে। কিন্তু সি নবহে। কেতিয়াও বহা নাই। বৰ বোপাই চিঠিখন পঢ়ে। ঘৰটো কেনে আন্ধাৰ আন্ধাৰ হৈ আছে। খিৰিকীৰ পৰ্দাবোৰ ফিট খুৱাই মেলি দিয়া হৈছে। মাত্র এখন পৰ্দা কোঁচাই থোৱা আছে। বৰ বেপাৰ মুখখন ক'লা পৰি আছে।

তেওঁ পঢ়াৰপৰা মূৰ তুলি তালৈ চায়। ক'লাখিনিৰ মাজত চকু দুটা ৰঙা পৰি আছে। তাৰ চকুলৈ একে থৰে চাই থাকে। সি চকু নমাই লয়। তেওঁ কয়, বহ না ধনী।

টুলখন অলপ আঁতৰাই অগত্যা সি বহে। বৰ বোপাই আকৌ

তাৰ চকুলৈ চায়। চিঠিখন অকৌ পঢ়ে। মৌজাদাৰ দেউতাই খাজনা মাফৰ কথা নিলিখিলে নেকি? কি লিখিলেনো তেনেহলে? সি তাৰ কথাবোৰ আকৌ বৰ বোপাৰ আগত কয়। শালিধান। বানপানী। আহুধান। ভনীয়েক। মণি। টুনী।

অৱশেষত বৰ বোপাই কয়, ধনী, ভনীয়েৰৰ চিকিৎসা নকৰালে বেয়া হ'ব। বৰ বেয়া বেমাৰ যেন লাগিছে। ডাক্তৰক দেখুৱাই থাক। আজি-কালি বেমাৰৰ কি আকাল হৈছে? ধেমালি নহয়। খাজনাৰ কথাটোও ভাবিবলগীয়া।

স্বৰ্গ পৰা মানুহৰ দৰে ধনীৰামে থম থমকৈ বহি থাকে। মৌজাদাৰ দেউতাই কথাবোৰ লিখি দিলে নেকি? ওহোঁ, ইমানবোৰ কথা তেখেতে কেতিয়াও লিখা নাই। তেনেহলে বৰ বোপাই নো একেবোৰ কথাকে কবলৈ পালে কেনেকৈ? জানো দেও একো বুজিব নোৱাৰি। লাহে লাহে আন্ধাৰ হৈ আহিছে, বাহিৰত ৰ'দ বৰ হেলনীয়াকৈ পৰিছে, গধূলি হ'লহি আৰু। বৰ বোপা খিৰিকী এখনৰ ওচৰলৈ গৈছিল, তাৰপৰাই ক'লে, ধনী, দেউতাই তোক ৰূপেৰ কথা কৈছিল নেকি।

ৰূপেৰ কথা? ক'তা, নাই কোৱা বৰ বোপা। হৰি হৰি! ৰূপেৰ কথা? সি ভাবিলে, খাজনা মাফৰ মাজত আকৌ ৰূপে ওলাল ক'ৰ পৰা? তাই দেখোন বৰ বোপাৰ ভয়তে তাৰ আগৰ পৰা পলাল? বৰ বোপাই ক'লে, শুন ধনী। তই আমাক উদ্ধাৰ কৰ। তই নকৰিলে আৰু উপায় নাই। খাজনাৰ বাবে তই চিন্তা কৰিব নালাগে। কোনো ভয় নাই তোৰ। ভনীয়েৰৰ চিকিৎসাৰ বাবে টকা দুশ লৈ যা। তই একো ভাবিব নালাগে।

একেবাৰে নতুন কথা। বৰ বোপাৰ মুখৰ এনে কথা তাৰ কাণত এয়ে প্ৰথম পৰিল। বিশ্বাস নহয়, কিন্তু বিশ্বাস নকৰিও উপায় নাই। ডাঙৰ মানুহৰ মন। বৰ বোপাই ক'লে, তই ৰূপেক লৈ যা। তাইৰ গাত চাৰি মাহ।

সি টুলখনৰ পৰা ধপৰাই উঠি পৰে। ৰূপেৰ গাত চাৰিমাহ। অ'

সেয়ে অথনি তাইক সি শকত শকত দেখিছিল। সেয়ে তাই পলাই ফাট মাৰিছিল। সেয়ে ঘৰটো দিন দুপৰতে জয়াৰ। সেয়ে মইনাহঁত মামীয়েকৰ ঘৰত। সেয়ে আইদেউৰ চকু চুলচুলীয়া। সেয়ে মৌজাদাৰ দেউতা আৰু বৰ বোপাৰ কথাবোৰত ইমান মিল। সেয়ে দেউতাই সি আহিব বুলি ভাবি আছিল।

তাৰ ফালে নোচোৱাকৈ বৰ বোপাই ক'লে, তই যদি মাত্তি নহয় তেন্তে আমি মৰিলোঁ ধনী। উদ্ধাৰ কৰিব পাৰ অকলে তইহে। আমাকো। ৰূপেকো।

বৰ বোপাই ওচৰলৈ আহি জেপৰ পৰা এজাপ দহটকীয়া নোট উলিয়াই তাৰ হাতত গুজি দিয়ে। দুশটকা কিজানি। তাৰ হাতৰ ছালত নোটজাপ লগাত তাৰ মনটো বৰ ভাল লাগি যায়। দুশ টকাৰে বহুত কাম হ'ব। ভনীয়েকৰ বেমাৰত দুকুৰিমান হ'লেই হ'ব। বাকীখিনি থাকি যাব। মণি-টুনিক কাপোৰ দিব পাৰিব। কিন্তু ৰূপে? তাইৰ গাত চাৰি মাহ। তাইক কেনেকৈ ৰাখিব?

বৰ বোপাই মাত লগায়, ধনী! সি কয়, মই দেউতাৰ লগত কথা পাতোঁগৈ বৰ বোপা। সি ওলাই আহে। দুৱাৰ মুখৰ পৰা বৰ বোপাৰ মুখখন ভালদৰে নেদেখি। কিন্তু ইমান দুখ লগাকৈ থিয় হৈ চাই আছে তাৰ বেয়া লাগি যায়।

বাহিৰত আইদেউৰ লগত মুখামুখি হৈ যায়। তেওঁ খটখটিয়েদি উঠি আহিছিল। উখহা চকুহালিৰে তাৰ ফালে চাই কয়, গুচি নাযাবাগৈ দেই, মই চাহ কৰিছোঁ। তলত বহিবা অলপ।

আই ঐ দেহি আইদেউজনী ইমান ভাল! বৰ বেয়া লাগে। নাই, লৈয়েই যোৱা যাওক ৰূপেক। সি হয় হ'ব। যি কয়, ভাল আইদেউ।

নিচেই ওচৰত থিয় কৰাই লৈ মৌজাদাৰ দেউতাই কয়, ধনী, ৰূপেক তই লৈ গলে অকল আমাৰেই যে ভাল হ'ব এনে নহয়, তাইৰ নিজেৰো ভাল হ'ব। তাই ভালদৰে থাকিব পাৰিব, অৰণ্যে অলপ বুধিৰে চলিব লাগিব। আৰু তই যদি মন কৰ তোৰো

কম লাভৰ কথা নহ'ব। ঘৰ-সংসাৰৰ ভাৰ লৈছ যেতিয়া তিৰোতা এজনী নহ'লে কেনেকৈ চলিবি? তাইক নিলে আমাৰ লগতে তয়ো পাৰ পাবি।

সি মনে মনে থাকে। ৰূপেক নিলে মৌজাদাৰ দেউতা, বৰ বোপা, বিলাত,— অ', নহয় আমেৰিকাত থকা সৰু বোপা, আইদেউ আৰু ৰূপ সকলোৱে পাৰ পাব। মৌজাদাৰ দেউতাই কৈছে সিও পাৰ পাব। বাকীবোৰ তুলসী। ঠিকেই, কামটো কৰিলে সকলোৰে ভাল হ'ব। সিও ঘৈণী এজনী পাব।

সি যেতিয়া তলৰ বেঞ্চখনত বহি আইদেউৰ হাতৰপৰা চাহ, ৰসকৰা লয় তেতিয়া একেবাৰে গধূলি হৈছে। ওপৰত লাইট এটা জ্বলি আছে। সেই পিতলৰ গিলাচটোতে আজিও আইদেৱে তাক চাহ দিছে। ৰসকৰাও কাগজতে দিছে। তাক বেছি আদৰ দেখুৱা নাই, আগৰ সমানেই দেখুৱাইছে। সি আইদেউলৈ বৰ মৰমেৰে চায়। আইদেৱে উপকাৰ বিচাৰি মৰম নকৰে। আজিও নাই কৰা বৰ বোপা আৰু দেউতাৰ দৰে। গিলাচটো ধুই সি পাক-ঘৰৰ বাৰান্দাত থয়। আইদেউৰ হাতৰপৰা তামোলখন লৈ সি স্বাভাৱিকভাৱে সুধিব খুজিছিল, ৰূপে ক'ত। কিন্তু অকস্মাৎ দেখিলে চোতালৰ আন্ধাৰত টোপোলা এটা লৈ তাই বৈ আছে। আইদেউক সি আৰু নুসুধিলে। তেওঁৰ লগত এই বিষয়ে কথা পতা নাই যেতিয়া কি দৰকাৰ। তদুপৰি আইদেউ গোসাঁনী। তুলসী। সি আহোঁ আইদেউ বুলি ঘপকৰে আইদেউৰ ভৰি দুটা চুই সেৱা কৰি থৰকৈ নামি যায়। আইদেউ উচপ খাই উঠে। কিন্তু মুখেৰে একো মাতিব নোৱাৰে।

সি চোতালৰ আন্ধাৰত থিয় হৈ থকা ৰূপেচৰীক কয়, আহ ৰূপে, তাৰ পিছে পিছে তাই এবুকু ওখ ভেটিটোৰ দাঁতিয়েদি যায়। সি আৰু নামাতে। উভতি নাচায়।

ঘৰৰ পদুলিত থোৱা গাড়ী এখন বৈ আছিল। আন্ধাৰত থিয় হৈ আছিল বৰ বোপা। বাগীৰ দুৱাৰখন খুলি সি ৰূপেক উঠিবলৈ

দিয়ে। তাৰ পাছত সিও উঠি দুৱাৰ মাৰি দিয়ে। বৰ বোপাই যাও বুলি কোৱাত কচোৱানে বাগীখন চলাই দিয়ে। সি বৰ বোপাক মাত লগাবলৈ পাহৰিলে। সি ভাবিছিল: এদিন মদাৰ তলত পাণ বুটলোঁতে সি ৰূপেক ঘোঁৰা বাগীত পলুৱাই নিম বুলি চুপতি কৰি কৈছিল।

# তিনিৰ তিনি গ'ল

মহিম বৰা

দেওবাৰ। হাটবাৰ। তাতে হালকোৰৰো বিশেষ কাম নাই।

পূৰ্ণকান্তই শোৱা পাটীতে এবাৰ এড়ামুৰি দিলে। ডাঙৰ ল'ৰাটোৱে বেৰখনৰ ইফালেই চালপীৰাখনত বহি লৈ কিবা এটা অঙ্ক কৰিব লাগিছে। বোধকৰো বিয়োগ অঙ্ক, 'ডুইৰপৰা পাঁচ যাব নোৱাৰে, গতিকে ধাৰ কৰিব লাগিব এক। মুঠতে হ'ল বাৰ। বাৰৰ পাঁচ গ'ল থাকিল ছয়। সিপিনে থাকিল তিনি। তিনিৰ তিনি গ'ল অৰ্থাৎ তিনিয়ে তিনিয়ে মিলি গ'ল......।

সি 'আকৌ', 'কিন্তু' 'অৰ্থাৎ' আদি শব্দবিলাক লগাই যায়। ইমান সহজে দহ ধাৰ কৰিব পাৰিলিনে? আৰু এক ধাৰ কৰোঁতে দহ হ'ব কেনেকৈ? এক নহয়, ডুই নহয়, পোনেই দহ হেৰ' দিলে কোনে? তিনিয়ে তিনিয়ে মিলি যাব নোৱাৰে, মিলিব পৰা হলে তহঁতে ভাই ককাই তিনিটাৰ খাওঁতে বহোঁতে ইমান খকা-খুন্দা নালাগে। তিনিৰ তিনি অৱশ্যে যাব পাৰে।

ইপিনে পাকঘৰত বাকী মাজিউ আৰু সৰুটো ল'ৰাক লৈ চাহ-জলপানৰ খোলাত ঘৈণীয়েকৰ যথানিয়মে চিঞৰ-বাখৰ আৰম্ভ হৈছে:

"নাই অ', টেকেলিৰ চুকতে অকণমান লাগি আছে। তাকো দি দিলে দেউতাৰে চাহটোপা কিহেৰে খাব? গোটেই জলপান খিনি গুৰেৰে ৰঙা কৰি লৈছ, আৰু কিমান লাগে? দেউতাৰে আকৌ হাটলৈ গৈ আনিব নহয়।"

কথা শেষ হওঁতে নৌহওঁতেই আন এটাক টেঁটুফালি ডবিয়াই কৈ উঠিল: নলবি, নলবি, নলবি সেইকণ। ৰাতিপুৱাই দেউতাৰে ফিকা চাহ টোপাকে খাবনে? কৈচোঁৱে পোৱালিয়ে পিয়ন ছাবিবৰ হৈছে,

গাখীৰ নোলায়। কোনোমতে টানিটুনি সেইকণ উলিয়াই আনিছোঁ,. হয় যদি চাহটোপাকে বগা হওক। খা, খা, গাখীৰ নোহোৱাকৈও পেটলৈ যাব।

গোটেই কথাবিলাক পূৰ্ণই মনৰ ভিতৰতে আকৌ এবাৰ দোহাৰি গ'ল। হঠাৎ কিবা এটা ৰস পাই মুখখন ডাঙৰকৈ মেলি শব্দহীন হাঁহি এটা মাৰিলে। বেৰৰ জলঙাইদি অহা ৰ'দৰ পৰাই বেলিৰ উমান এটা পাইছিল, তথাপি হাত মেলি মূৰৰ শিতানৰ খিৰিকীখন অলপ ঠেলি দিলে। নগাঢাবিৰ ওপৰত বাঁহৰ কামী খবুৰা দি সজা খিৰিকী, বেতৰ সূতৰ গাঁঠিৰে ওলোমাই দিয়া হৈছে। অলপ জোৰ দি ঠেলিলে ঘৰ- ঘৰ্ শব্দ কৰি আঁতৰ হৈ যায়। খিৰিকীয়েদি দেখিলে বেলি বাঁহৰ ওপৰ উঠিল। উঠিব নোৱাৰিছে, কাম আছে গুণেহে উঠিছে, সিনো উঠি কি কৰিব ? বজাৰলৈ নিব কিটো ?...... ল'ৰা পোনাকিটাকো বঞ্চিত কৰি নিয়াটো উচিত হ'বনে ?

মূৰৰ শিতানত হাতেৰেই খেপিয়াই বিড়ি এটা উলিয়াই জ্বলাই লৈ শুই শুইয়ে হুঁপিবলৈ ধৰিলে—

কোনোবা এটা তুপতুপাই সোমাই আহিল, গুৰ বেছিকৈ বিচাৰি কন্দা মাজুিউ ল'ৰাটো।

"দেউতা উঠ কিয় ? বজাৰৰপৰা গুৰ নানিবি নেকি আজি ?" তাৰ মুখে হাতে জলপান লাগিয়ে আছে।

বেৰৰ সিফালৰ পৰা তিনিয়ে তিনিয়ে মিলাই থকা দ্বিতীয় শ্ৰেণীত পঢ়া ববটো ল'ৰাই মাত দিলে :

"বজাৰলৈ গলে মোক কাগজ একদিস্তা লাগিছিল অ' দেউতা,' চিৰিৰাম পুৰী, ভূগোলৰ বহীৰ পাত নাই, মাষ্টৰে মৰিয়াব।"

একেবাৰে পেট-মচাটো জলপানৰ বাটিটো হাতত লৈ পিঠা গুড়িৰ জলপান গায়ে মূৰে লেটিয়াই চেলেকি চেলেকি সোমাই আহিল। তাৰ ফৰ্মাচ লুজেনৰ।

"মোলৈ লুজন গুটি এটা আনিবি দে'তা।"

কিন্তু পিছমুহূৰ্ত্ততে ভাৱিলে সিনো দেউতাকৰ লগতে বজাৰলৈ

নাষায় কিয় ? লুজেন অনা কামটো সিয়ে কৰিব পাৰে দেখোন ! গতিকে ক'লে, "ময়ো যাম বজাৰলৈ, তোৰ লগত।"

মাক সোমাই আহিল।

"বেলি গৈ দুপৰ হ'লহি, এতিয়াও উঠিবৰ নাম নাইনে ?" বুলি বেধিকৰো সকটো ল'ৰাক মুখ ধুৱাবলৈ নিবলৈ এটা বাহুত থাপ মাৰি ধৰিলে। আনটো হাতেৰে আঙুলি তিনিটা মেলি দেখুৱালে, "তিনি মই চাইছিলোঁ। তাৰ লগতে আৰু দুই এটা বস্তু বিচাৰকচোন বাৰীখনত।"

শেহৰ কথা খিনি বাটে বাটে কৈ সৰুটো ল'ৰাক মুখ ধুৱাবলৈ লৈ গ'ল।

আঙুলিৰে দেখুওৱা বস্তুটো তিনি বুলি সিও জানে, আগদিনাই চাই থৈছে। তাকেইতো কালিৰপৰাই ভাবি ঠিক কৰিব পৰা নাই কোনটো কৰে। ল'ৰাটোক ধুৱাই আকৌ উভতি আহি গিৰিয়েকক তেতিয়াও শুই থকা দেখি মাতটো অলপ টানকৈ ক'লে :—

"বাঁহ খৰিৰ জুই পানী ছাই হ'ব এতিয়া, মই আকৌ জুই ফুৱাবগৈ নোৱাৰোঁ, তাতে ঢেকীত 'বৰা' আছে।"

এইবাৰ পূৰ্ণকান্ত সঁচাই উঠি বহিল। পুৱাৰ চাহ গিলাচ এৰিব নোৱাৰি।

মুখ-হাত ধুই পাছফালৰ চালিখনত মূঢ়া এটা লৈ বহোঁতে ঘৈণীয়েকে চাহৰ গিলাচটো আগত দি নিজৰ ফৰ্মাচটো দিলে :

"চলিছ নম্বৰী সূতা এপোৱাও চাবচোন। সূতাৰ অভাৱত গামোচা কিখন শালতে পচিল। অ' আধাপোৱা কাপোৰ ধোৱা চাবোন আনিব চোন।"

"কাপোৰ ধোৱা চাবোন ! কিয়, যোৱা দেওবাৰেহে আনিছিলোঁ। আধাপোৱা চাবোন ! শেষ হলেইনে ?"

"ক'ৰ যোৱা দেওবাৰ ! মাজতে আৰু এটা দেওবাৰ নগ'ল ? আপোনাৰ কাপোৰযোৰ ছুধোৱা নপৰিল ? ইহঁতৰ পেণ্ট চোলা

অকণ অকণ চাবোন দি অলপ কল খাৰণীত দি সিজাই দিছোঁ গুণেহে দুসপ্তাহ গ'ল। তাৰ উপৰি কেতিয়াবা গা মূৰ ধুবলৈও লাগে।"

"গা ধুবলৈ! নালাগে আমাৰ চাবোন সানি বিলাতী হ'ব," পূৰ্ণই চাহত সোহা মাৰিলে। গা মূৰ ধোৱা কথাষাৰৰ অৰ্থটো পূৰ্ণই নুবুজিলে বা বুজিবলৈ চেষ্টা নকৰিলে।

"আতাই, আছানে?" বাহিৰত টঙ্কৰ মাত।

"আতাই; আহঁা, সোমাই আহঁা। এয়া মুখ-হাত ধুই চাহত ঢোক এটা মাৰিছোঁ।" গিলাচটো নমাই থৈ পূৰ্ণকান্তই বেৰৰ কাষে থোৱা চকপীৰাখন টানি সম্মুখলৈ আনিলে।

"এতিয়াহে?" টঙ্কই বজাৰলৈ অনা সৰু ভাৰ এখন একাষৰীয়া কৰি থৈ চকপীৰাতে বহিল।

বিয়াৰ পাছত দুয়ো গৈ একেলগে শৰণ লৈছিল। গতিকে আতাই সম্পৰ্কটো আধ্যাত্মিকো। ঘৰ এমাইল মান দূৰৰ আন এখন গাঁৱত। বজাৰলৈ যাওঁতে এই বাটেই যাব লাগে।

"মই খুব বিহানেই উঠিলোঁ আজি। বাৰীৰ জেওৰা একপালি দিলোঁ, গৰুৱে ভাঙি থৈছিল। বাৰীতে বিচাৰি কলডিল, টেঙা কেই অঁৰামান পালোঁ। খৰিৰ শুকান বাঁহ দুটামান বিচাৰি খৰি ফালিলোঁ। তাৰ পিছত গা-পা ধুই ঘৰৰপৰা পকা চাই আঠিয়া কল চাৰি আষিও পাই বজাৰলৈ লৈ আহিছোঁ ভাৰখন।"

"খোৱা-জীয়াৰ লক্ষণ দেও" বুলি পূৰ্ণকান্তই মিচ্-মিচাই হাঁহি চাহৰ গিলাচটো তুলি ললে।

এনেতে পূৰ্ণকান্তৰ গৃহিণীয়ে ওৰণিৰে মুখখন এফাল ঢাকি বাটি এটাত ফিকা চাহ কাঁহী এখনত সজাই আনি টঙ্কৰ সমুখত ঠাইকণ হাতফুৰাই থলেহি। আতাইক চাহ বা তামোল যিয়েই দিয়ক, এইটোৱে নিয়ম।

তাৰ পিছত খিয় হৈ ওৰণিখন ঠিক কৰি গিৰিয়েকৰ মুখৰ কালে চাই হাঁহি ক'লে, "লোকৰ সেয়া, কামৰ লেখ পাবলৈ নাই। আমাৰ

কওঁতে কওঁতে কুম্ভকৰ্ণৰ শয়ন ভাগিছেহে। বাৰীলৈ যাবলৈ আছেই, বিচাৰিলে ভাতকেবেলা, কলডিল আমাবো ওলাব।"

"বাৰু......" বুলি পূৰ্ণকান্তই আৰু এঢোক চাহ গিলি আগৰ দৰেই মিচ্‌মিচাই হাঁহি ক'লে, "খোৱাঁ আতাই, সুদাচাহ, তাতে ফিকা।"

"গৰুজনীয়ে লথিয়াব। ওহাৰলৈ হাতেই নিবলৈ নিদিয়ে," তেতিয়াও ওচৰত থিয় হৈ থকা গৃহিণীয়ে মাত লগালে, "অলপ আগতে অহা হলে এজনৰ ভাগৰেই দুয়োজনৰ চাহটোপা বগা হ'লহেঁতেন।"

"গৰুজনী বেচি খীৰতী এজনী কিনি পেলোৱাঁ"— চাহত সোহা মাৰি টঙ্কই ক'লে।

"এঃ পাপ হ'ব আতাই, ধৰ্মই নকয়।"

টঙ্কই এইবাৰ হো-হোৱাই হাঁহি উঠিল। ক'লে, "তুমিও আগৰ ধৰণৰেই হৈ আছা আতাই। আজিকালি যুগ বেলেগ হ'লহে। আগৰ কথা বাৰ্ত্তাকে খামুচি থাকিলে নচলিব। যোৱা যুদ্ধত নেদেখিলা, মিলিটাৰীৰ গৰুৰ ঠিকা লৈছিল ভোঁ ভোঁ হিন্দুৱেই। আমাৰ হালোৱা-মথাই ধৰ্ম নাৰাখিলেও হ'ব। ল'ৰা-ছোৱালীক গাখীৰ লাগে, তেহে সিহঁতৰ মগজ হ'ব...... ।"

মাজতে গৃহিণী গৰাকীয়ে মাত দিলে, "ক'ৰনো ল'ৰা-ছোৱালীয়ে গাখীৰ পাব? যেতিয়া গাখীৰ ওলাইছিল· অকণমান চাহলৈ ৰাখি বাকী মহৰীৰ ঘৰত উঠনা দিলোঁ। সেইপিনেই খাজনাৰ টকাও কাটিবলৈ। মহৰীয়ে খাজনাও জমা দিলোঁ দিলোঁ বুলি টু-টুৱাই থাকি শেহত আহিল কোবোকি। ভালবো ভাল খাটী গাখীৰ কণ আনৰপৰা কিনিবলৈ গলে এটকা সেৰ, আমাক যাচে ছ অনা......" একে সুৰতে এইখিনিলৈকে কৈ অলপ বৈ যুগে যুগে মানুহে কৈ অহা চিৰন্তন সত্য এটা নিজৰ অভিজ্ঞতাৰ মাজেৰে সুঁৱৰিলে, "হলা গছ দেখিলে বাগিকুঠাৰ মৰা যে, অতি সত্য কথা।" এইবিলাক ঘৰুৱা সুখ-দুখৰ কথা, কিবা এটা পাবলৈ আশা কৰি নহয়, আৰু আতাইবো অৱস্থা

প্ৰায় তেওঁলোকৰ দৰেই,— মাত্ৰ মন পাতলাবলৈ আপোন মানুহৰ আগত কোৱা।

পূৰ্ণকান্তই আতায়েকক তামোল খপাত খাবলৈ কৈ চোতালৰ পৰাই আৰম্ভ হোৱা বাৰীখনত কোবাকুবিকৈ সোমাল।

ইতিমধ্যে আতায়নীয়ে তামোলৰ বটাটো আৰু খপাত এচিলিম লগাই আনি টঙ্কৰ আগত দিলেহি। তাৰ পিছত ওচৰৰ দুৱাৰখনত ধৰি থিয় হৈ বাৰীখনলৈ চাই চাই ক'লে, "বজাৰলৈ নিবলৈ বস্তুৰ ভিতৰত আছে মালভোগ কল কেইআথিমান। তাকো দৰিদ্ৰৰ কপালত হাঁহকণীতো কুহুম নাইকিয়াৰ নিচিনা গোটেই থোকটোত তিনি আথিহে মজপুত কল ওলাল। বাকীবিলাক লিৰিকা লিৰিক। ল'ৰাহঁতে দেখা পাই বুলি ভঁৰালত সুমুৱাই থৈছিলোঁ; ভাল তিনি আথিয়ে পকি মলমলাই আছে। বাৰীৰ ভাল বস্তু বুলি গোসাঁই থাপনাতে এআথি দিওঁ। ইহঁতৰ দেউতাকে বোলে গোটে এক অনাকৈ পাব, তাৰে বুট আধাসেৰ আনি গোসাঁইত লগালেই হ'ব।... পিছে উলিয়াই নিয়াই হৈছে টান, কেনেবাকৈ শনাহী, ঘাইকৈ সকটোৱে দেখিলে হ'ল আৰু। কাছৰ কামোৰ।"

ইমান সময় টঙ্কই তললৈ মূৰ কৰি খপাত হুঁপি হুঁপি কথাখিনি শুনি গ'ল! কিবা এষাৰ নকলেও নহয়, কিন্তু কবলৈনো আছে কিটো? তথাপি ক'লে, "এবা হওঁতে মালভোগ কল ল'ৰা-ছোৱালীয়ে খালেহে গাত বল-শক্তি হয়, চেহাৰা মালভোগ কল হেন হয়। টাউনৰ মানুহবিলাকে কিনি খুৱায়। সেই গুণেই সিহঁতৰ ল'ৰা-ছোৱালী পঢ়া-শুনাতো চোকা। দেখাতো ধুনীয়া। আমাৰবোৰ লিৰিকা লিৰিক মালভোগ কল......" আতায়নীয়ে ব্যৱহাৰ কৰা শব্দটো মনত পৰাত তাকে ব্যৱহাৰ কৰিলে।

আতায়নীয়ে তেওঁক তামোল খপাত খাবলৈ দি চালিখনৰ এমূৰে থকা ঢেকীটোত চাৰ দিয়াত লাগিলগৈ।

পূৰ্ণকান্তই বাৰীৰপৰা খপিয়াই জপিয়াই কলডিল দুটা, ভাত

কেবেলা একুৰিমান আনি পিৰালিত থৈ হুৰমুৰাই পানী একলহ গাত ঢালি যাবলৈ সাজু হ'ল।

যোৱাৰ আগে আগে হাতত ফটাকানি এখন লৈ ভঁৰালৰ দাং খুলি ভিতৰ সোমাই খেৰৰ মাজৰপৰা কল তিনি আমি উলিয়ালে। খামোচে কোনোমতে ঢুকি পোৱা, সেই অনুপাতে দীঘল কল তিনি আমি দেখিলেই মনটো ভাল লাগি যায়। বাকী সৰু সৰু দুই এটা আমি আছে কিন্তু দকচা হৈয়ে আছে। সেইবিলাক কেতিয়াবাকৈ পকিলেও ঠিহিৰা মাৰি থাকিব।......অন্ততঃ নগদ তিনিটা টকা পাব; কাগজ এক দিস্তা, চল্লিছ নম্বৰী সূতা...... গামোচা বেচি খনে ডেৰ টকাকৈ পাব পাৰে—গুৰ নহলেই নহয়, নিমখ, লুজেন গুটিও লাগিল—দাইল, মাছ বাকনালাগেই......।

চোৰৰ দৰে কলখিনি কাপোৰেৰ বান্ধি ভঁৰালৰপৰা নামি আহিছেহে মাজিউটো ল'ৰা ক'ৰবাত খেলি থকাৰপৰা মৌজাদাৰৰ টেকেলা ওলোৱাদি হাজিৰ।

"দেউতা, সেয়া টোপোলাত কি পালি ?"

"একো......নহয়......" কি বুলি ফাকি দিব তৎক্ষণাত ভাবি উলিয়াব নোৱাৰি ক'লে, "যা ইঁক তইঁত খেলিহে আছিলি, খেলগৈ।

সি গৈ থাপ মাৰি টোপোলাত ধৰিলে।

"হে হে এৰ বেয়া হ'ব পাৰে......।"

"কি বেয়া হ'ব পাৰে ?"

আঁজোৰা আজুৰিত কাপোৰখনৰ ফাকেদি কলখিনি কেঁচাসোণৰ দৰে জিলিকি উঠিল।

"কল কল কল,—ক'ত পালি দে—এ এটা মোমোক।"

কল কল কল বুলি প্ৰতিধ্বনি তুলি সকটোও ক'ৰবাৰপৰা ল'ৰি আহিল।

বুজা হোৱা ডাঙৰটো ল'ৰাই মাত্ৰ অলপ আঁতৰত চিন্তিতভাৱে থিয় হৈ থাকিল। হুলস্থূল শুনি মাকো ঢেকী এৰি আহিল। ইতিমধ্যে টঙও উঠি আহিছিল।

তাৰ পিছত 'কল দে' 'কল দে' অত্ৰাহি চিঞৰ।

মাকে এচাৰি এডাল জোকাৰি ক'লে, "গুৰেৰে বাটিটো বণ্ডা নহলে জলপান নাখায়, ভাজি নহলে ভাত নোসোমায়, সেই বিলাকনো ক'ৰ পৰা আহে, কলকেইটাকে যদি বজাৰত নেবেচেগৈ "

এচাৰিৰ ভয় সিহঁতৰ নাই, সিহঁতক কল লাগে। পুণই টোপোলাটো মূৰৰ ওপৰত দাঙি লৈ ক'লে, "তহঁতৰ কাৰণে উঁৰালত আক আছে নহয়, কালিলৈ পকিব থাবি।"

কথাষাৰ কোৱাৰ লগে লগে হাঁহি এটা বমিৰ দৰে ওলাই আহি ডিঙিৰ ওচৰত বৈ গ'ল। পুৱাৰপৰাই আছে সেই হাঁহিটো। উঁৰালত কল থকা শুনি মাজিউটো লৰ দিলে। সকটো কিন্তু আঁকোৰগোজ। কোলাৰ এৰি বোকাৰটো সি বিচাৰি ফুৰে।

ডাঙৰটো ল'ৰা ওচৰ চাপি আহি তাক হাতত ধৰি বুজালে, "তোমাক দেউতাই বজাৰৰ পৰা ধুনীয়া লুজেন কিনি দিব নহয়—কল বেচিলেহে লুজেন পাব।"

"লুজেনো লাগিব, কলো লাগিব," সি বাপেকৰ ভৰিহালত সাৱটি ধৰি থিয় হৈ বাপেকৰ মূৰৰ ওপৰত থকা কলখিনিলৈ চাই চাই পেন পেনায়ে উত্তৰ দিলে।

"আজি জলপানত খাবলৈ গুৰ আনিব নহয়, মোৰ কাগজ আনিব......" ডাঙৰটোৱে আকৌ এবাৰ বুজাবৰ চেষ্টা কৰিলে।

"নালাগে" বুলি সি গোজোৰা মাৰি চিঞৰ উঠিল, বুজনি উপদেশে জালুক জলকীয়া সানে তাৰ গাত।

দেউতাকে মাকৰ চকুলৈ চালে। অৰ্থ—দি দিওঁ এটা। "নিদিব। এটা হলেতো নহ'ব তিনিটা লাগিব। তিনি অনা পইচা, এসেৰ নিমখ, এপোৱা গুৰ বা আধাপোৱা চাবোন পাম। কল তিনিটা টপক কৰে গিলিহে পেলাব, লগে লগে শেষ...... [ মগজ হ'ব বুলি কৈছিল। আত্তায়েকে! তিনিটাবেনো কি মগজ হ'ব......]" বুলি ওচৰ চাপি গৈ সকটোক হাতত ধৰি টানি গিৰিয়েকৰ গাৰপৰা একৱাই আনিলে।

"মিছামিছি কল ছিঙিলে আষিটো ঘুণীয়া হ'ব, কোনে কিনিব" বুলি চকুৰে গিৰিয়েকক যাবলৈ ইঙ্গিত কৰিলে।

ছুয়ো আতাই ওলাই গ'ল।

ভাব কৰি নিবলৈ বস্তু কম। তাতে ভাব নলৈ নলৈ দেখোন অলপ সঙ্কোচ লগা হ'ল। ইংৰাজী স্কুলৰ ছুটা শ্ৰেণী তাহানি পঢ়িছিল। অৱশ্যে এতিয়া ইংৰাজী কিয় 'বঙলা' আখৰো জেঁটাইহে পঢ়িব পাৰে। 'অনভ্যাসে হতা বিদ্যা'। ভগা হওক ছিগা হওক বাইচ কল এখন আছিল, তাকে ঠেলি ঠেলি বজাৰ সমাব কৰিছিল। সিদিনা কোৰোকি আহি তাকো লৈ গ'ল টকা আঠটাত মাৰি। টকা নিদিলে নিলাম হ'ব হেনো। সূতা আনিলে গামোচা হ'ব, গামোচা বেচিলে টকা হ'ব ; আজিৰ কল বেচিও ছুটকামান......নাই, ক'ত ৰ'ব......

বজাৰলৈ প্ৰায় ডেৰ মাইল দূৰ, ছুয়ো কোবাকুবিকৈ আগবাঢ়িল।

বাটত লগ পালে হলধৰ দোকানীয়ে। পেটাল, ডঢ়ীয়া হলধৰ বুঢ়া বাটত থাপ দি ৰৈ থাকে বজাৰ বাৰৰ দিনা ! বাকী খাই পুলুকা মৰা গ্ৰাহকক ধৰি গালি শোধায় আৰু বস্তু-বাহানি আদায় কৰে।

"কি অ' পূৰ্ণকান্ত—কি আনিলি ?"

"কিটোনো আনিব দেদাই ( গাঁও সম্পৰ্কীয় সম্বোধন ), কল তিনি আষি, ভাতকেৰেলা ছুটামান, কলডিল ছুটা, ইমানেই।"

"ভীমকলৰ ডিল ? চাওঁ চাওঁ। মই বিচাৰিয়ে ফুৰিছোঁ, কিমান কৈছ ?" বুলি আগবাঢ়ি টোপোলাত কলকিটা দেখি অবাক হৈ গ'ল। "হেৰ' মোকো একাষি দি যা, কিমান কৈছ দাম ?"

"গোটে একনাকৈ কৈছোঁ। লৰালৰি কৰক। বজাৰ পাব লাগে।"

"গোটে একনা ? এইখন টাউন চহৰ পালি নেকি অ' ? ছুপইচাকেই দে।"

"নাই নোৱাৰিম, বজাৰত গোটে ছপইচাকৈ পাব পাৰোঁ।"

"ছপইচা কিয়, ছুঅনাকৈ দিব। পিছে গুৰ এসেৰ, নিমখ এসেৰ, মজাধঁপাত এপোৱাৰ দাম দিবলৈ তিনি মাহ হ'ল মনত আছেনে ?"

পূৰ্ণৰ মুখখনত যেন কোনোবাই কাকুৰাৰ তেল ছাইহে সানি দিলে হয়তো মচলুম পাহৰিলে, এবাৰ বজাৰত একো বস্তু বেচিব নোৱাৰাত যাওঁতে বাটত সোমাই এই দোকানৰ পৰা মাল বাকী কৰি নিছিল। এনেয়ে অৱশ্যে এইখন দোকানৰপৰা মাল নাথায়। ওচৰত আন দোকান আছে। তথাপিও যে বুঢ়াই ধৰ্মক শুণি বাকী দিলে।

"নিবৰ বেলিকা সকলোৰে মনত পৰে— দিবৰ বেলিকা নাই।" বুঢ়াৰ বাক্যবাণে তাক জৰ্জৰ কৰিবলৈ ধৰিলে।

শেহত দাম দৰ কৰি কল একাষি, ডিল এটা আৰু ভাত কেৰেলা বাৰটা ধাৰত মাৰি দিলে পূৰ্ণই। যিনহওক বোজাটো পাতল হ'ল! তিনিৰ এক গ'ল।

বজাৰৰ মুখ পাওঁতেই টোপোলাটো আতায়েকৰ ভাৰতে মিলাই দিলে। এইকেইটা বস্তুতে আকৌ হাত খোৱাক বেলেগে ছুপইচা ভৰিব লাগিব। যথা লাভ।

বজাৰৰ মুখ পাত ঠাই বিলাকত বেপাৰীয়ে ইতিমধ্যে ঠাই বাছি বহিল। সিহঁতে ছাঁ বিচাৰি আওহতীয়া এটা মূৰত পোহাৰ মেলি পূৰ্ণৰ দায়িত্বত বস্তুবোৰ দি টঙ্ক ওলাল বজাৰ চাবলৈ। বিশেষকৈ 'নয়ান ক্লাট' কাপোৰ এগজ লাগে ঘৰত, পৰিবাৰক। পইচা সাঁচি সাঁচি টকা ডেৰটা দি পঠাইছে।

পূৰ্ণই অলপ আঁতৰত আহঁত এজোপাৰ আগবাঢ়ি অহা ডাল এটাৰ তলত থিয় হৈ গ্ৰাহকলৈ বাট চাই ৰ'ল। ৰ'দো বৰ তমোময় হৈ ওলাইছে। তাৰ অলপ আঁতৰতে মাছৰ বজাৰখন। গৰমত নাৰ বাট মাছৰ গোন্ধ ওলাইছে! ভেনা মখিয়ে মৌ এজাকৰ দৰে গোঁ গোৱাই মাছৰ পাচিবিলাক বেৰি ধৰিছে। মাখিও যদি লেখিব পাৰি চাৰিওফালে মাছ কিনিবলৈ হেঁচাঠেলা কৰা মানুহ বিলাকক লেখিব নোৱাৰি।

মাছ কিনাৰতো কথাই নুঠে, এনেয়ে বেহৰূপ চাবলৈকে মাছৰ বজাৰলৈ এপাক মাৰিব বুলি সি মনতে ভাবিছিল। কিন্তু এই হেঁচা ঠেলালৈ কি গৰজ পৰিছে যাবলৈ। এনেয়ে লোভ লগোৱা।

ছসপ্তাহ মানৰ আগতে পোহাৰীৰ পৰা ধান এমুৰীয়া দি মাছ লৈছিল ল'ৰাহঁতৰ কুটুৰণিত। তাৰ পিছত বন্ধ, কিয়নো ধানে এইবাৰ সন্দেহ লগাইছে, নাটিবও পাৰে।

বগা হাফপেণ্ট চাৰ্ট পিন্ধা চকুত চছমা লগোৱা স্থানীয় ডাক্তৰজন আহি তাৰ মালৰ সম্মুখত থিয় হ'ল। সি আগ বাঢ়ি আহিল।

"বঢ়িয়া কলকিটা, কিমান আনিছিলা ?"

"নাই, এই ছ আঘিছে। মুঠ তিনি আঘি মাত্র ভাল কল হৈছিল।"

"ঘৰত একাঘিহে ৰাখিলা ? আচলতে ল'ৰা-ছোৱালীক এই বিলাক খুৱাব লাগে— বৰ ভাল বস্তু। সৌৱা চৰকাৰৰ ঘৰৰপৰা কাগজ মৰা দেখা নাই।"

ডাক্তৰে আঙুলিয়াই দিয়া ফাললৈ চকু নি সি দেখিলে আহঁত গছজোপাৰ গাত নতুন ছবি এখন এঠোৱা আছে। তাত এগিলাছ গাখীৰ, একাঘি কল, ছটামান ফলমূল, মাছৰ ছবি আছে আৰু ওচৰতে শকত আৱত, হাঁহি থকা ল'ৰা এটাৰ মুখ এখন।

কিতাপত তেনেকৈ লিখেই ; ছবিতো বহুত কথাই দিয়ে। সি লাহে লাহে চকুহাল ঘূৰাই আনি কলৰ ওপৰত ৰাখিলে।

"একাঘি লৈ যাওক চাৰ"— কল একাঘি দাঙি ডাক্তৰৰ আগত ধৰিলে।

"দাম কিমান কৈছা ?"

"বাৰীৰ বস্তু, নালাগে দাম।" এই ডাক্তৰে সিবাৰ ডাঙৰ ল'ৰাটোৰ অসুখত কেবাবাৰো গৈ ঔষধৰ দামটো লৈ বেজী দিছিল, চিকিৎসা কৰিছিল। ভিজিট বুলি গামোচা এখন মাত্র ঘৈণীয়েকে দি কান্দি কান্দি কৈছিল, "আপুনি দেৱতা— নহলে মোৰ ল'ৰা কত বাচিল হেঁতেন।" আজি সেই ডাক্তৰৰপৰা দাম লব পাৰিব জানো ? উচিত নহ'ব।

ডাক্তৰে পইচা আঠ অনা দিলে। সি ঘূৰাই দিলে। অগত্যা ডাক্তৰে পইচা চাৰি অনা দি কলডিল আৰু কেবেলা কেইটা লগে লগত অহা চাকৰটোৱে বেগত বস্তুবোৰ সুমুৱালে।

তিনিৰ ছুই গ'ল থাকিল এক।

যাঃ! একপ্ৰকাৰ লজ কামতে লাগিল। ডাক্তৰজনকো আগে হাতত। ল'ৰা-ছোৱালী নাই, আদহীয়া মানুহ জন, কিবা বন্ধুমান নাম। শিৱসাগৰৰ ফালৰ...... পইচা চাৰি অনাৰে কাগজকে কিনিব লাগিব।

আকৌ উভতি গছজোপাৰ তললৈ যাবলৈ ধৰিছে, এনেতে ওচৰতে চিনাকি মাত এটা শুনি বৈ ঘূৰি চালে। মহৰী।

"কি অ' পূৰ্ণকান্ত, থিয় হৈ কি কৰিছ?"

মাজে মাজে বগা হোৱা চুলিবিলাক ধুনীয়াকৈ সেওঁতা কাঢ়ি থোৱা, ক'লা চুচি-কটা নিমজ মুখখন আৰু গলগলীয়া মাতেৰে আদহীয়া মানুহজন, মৌজাদাৰতকৈও বেছি প্ৰতাপী, মহৰীবাবু ওচৰ চাপি আহিল। পূৰ্ণই কিবা উত্তৰ দিবলৈ নৌ পাওঁতেই আকৌ মাত লগালে, "কি অ' মোক দিবলৈ গাখীৰ নোলায়, আনক দিছ কেনেকৈ?"

উচাপ খাই উঠিল পূৰ্ণকান্ত। "শ্ৰীবিষ্ণু দাইদেউ, আপোনাৰ আঁৰ হ'বলৈ ৰাতিপুৱা ফিকা চাই খাই আহিছোঁ আতায়ে সৈতে, সুধিব লাগিলে, আতাই পাইহিহে লাগে, কাপোৰ কিনিবলৈ গৈছে।"

মহৰীয়ে অৱশ্যে জানে, কথা মিছা। তথাপি সুধিলে। "ওঁ মই তাকে বজাৰৰ মাজত আতায়েৰক সোধোঁ। পিছে মই গাখীৰৰ দাম খাজনাত কাটি দিছোঁ, তোৰ আগৰ খাজনাৰ বাবদহে ক্ৰোকী গৈছে। সোনকালে যোগাৰ কৰি বাইচাইকেল খন নে, নহলে নিলাম হ'ব।"

"আগৰ খাজনা বাকী নাছিল দেখোন;" সেমেনা-সেমেনিকৈ পূৰ্ণই ক'লে।

"জানো আছিল নে নাছিল। চাবি গৈ। কোৱা কথাযাৰ কৈছোঁ, পিছত হুহুৰিবি।" তাৰ পিছত সুৰটো নমাই সুধিলে, "এয়া কম তোৰেই নহয় জানো?"

"মোৰ খুলিবলৈ কল আনিছে। বাকীখিনি আতাইৰ।"

"ওঁ, কল আনি চকুত লগা। এই বিলাক ডাক্তৰৰ তাৰ অনুমি

নাপাওঁ। বিপদৰ সময়তেহে দাইদেউ, দাইদেউ। দাম কিমান কৈছ?" বুলি হাতেৰে কল আনি এনেয়ে পিটিকি চালে। ক্ৰমে কল আষি ওপৰলৈ দাংখালে, তাৰ পিছত কল ঠহুৰা এডাল লৈ তাৰে কল আষি গাঁঠি দিয়াত হাতত ওলমি পৰিল।

"দামনো কিমান বুলি কম?" কল প্ৰসঙ্গত অনাৱশ্যকীয় কথাখিনি হজম কৰি যাই বস্তুলৈ আহি পূৰ্ণকান্তই ক'লে, "আষি হিচাপে নিলে ডেৰ টকা কৈছিলোঁ।

"ওঁ। ডেৰ টকা লৰ ঘৰত লবিগৈ। এইমাত্ৰ ডাক্তৰক তই এনেয়ে দিয়া নাছিলিনে? মই হবলা ডাক্তৰৰপৰা 'জনা নাই? তোৰ আলেখ লেখটোহে চাইছোঁ!...... হুঁ দেশকাল উলটিল। ডাক্তৰে পানী এসোপা বেজীত ভৰাই দিয়ে, তাতে খাতিৰ। আৰু মই 'ম' হো নিলামৰ' পৰা ৰাখি দিওঁ কাৰণে আমাক বুঢ়া অঙ্গুষ্ঠ দেখুৱাই যায় মানুহে।......"

"নহয় দাইদেউ, বোৱাৰীয়েকৰ..."

"হুঁঃ" বুলি বাধা দি মহৰীয়ে মাত দিলে, "বাৰু, বাৰু, যি দাম লৱ খাজনাত মাৰি ৰাখি নিলামৰ দিনা মই সেই পিনেই কাটি দিম।"

কৃত্ৰিম খং দেখুৱাই কেঁা কোঁৱাই গুচি গ'ল মহৰী।

তেৱোঁ যে এজন লেখৰ মানুহ, তেওঁৰো যে মানুহৰ ওপৰত এটা ক্ষমতা আছে এনে এটা আত্ম সন্তুষ্টিৰ ভাব তেওঁৰ মুখত কৃত্ৰিম খঙৰ মাজেদিও ফুটি উঠিল।

সিফালৰপৰা ঘামি-জামি টঙ্ক আহি পাইছে। হাতত সৰু টোপোলা এটা, মুখত বিৰক্তিৰ টোপোলা।

"আও গোটেই বিলাক তেজপিয়াৰ দল হ'লহে! সাতখন দোকানত ঘূৰিলোঁ এটকা বাৰ অনাৰ কমে কাপোৰ এগজ নিদিয়ে। দোকানীৰ পৰা বেপাৰীলৈ, এমেলেৰ পৰা মন্ত্ৰীলৈ সকলো এই হালোৱা কিটাৰ ওপৰতে বৰমতা। চাবা আতাই, কমুনিচে ঠিকেই কৈছে, মানুহ কমুনিচহে হ'ব লাগিব, কলোঁ এই গেন্ধেলাই। অ' তোমাৰ কল ছআষি গ'ল হ'বলা?"

লক্কালৈ গলে সকলো বাৰণ আতাই, চৈচলিষ্টই হওক বা কমুনিষ্টই হওক। দুখীয়াৰ দুখ ক'তো নুগুচে। দেশ স্বাধীন হৈছে,—কিন্তু ক'ৰবাতহে হৈছে,—কলৰ কথা কৈছা? ওঁ, বোজা পাতলিল যেনিবা। এ্রকদম তিনিয়ে তিনিয়ে মিলি গৈ খতম।" বুলি পূৰ্ণই মহৰীৰ কথাখিনি বিবৰি ক'লে।

"বাওঁকা চলাৰে একে কোবে ঠাইতে লম্বা কৰি দিব নোৱাৰিলা? তুমি কিহে আতাই? ল'ৰা-ছোৱালীৰ মুখৰ কাঢ়ি আনি এনে দৰে অথলে গ'ল? চ্ছাঃ-চ্ছিঃ—ইছ্ ইছ্ ইছ্ ইছ্ মোৰ গাটোত লাই সৰিয়হ ফুটিছে। মই থাকিব লাগিছিল, আজি ঃ মহৰীক......"

"যাবলৈ দিয়াহে আতাই। ভাগ্যখন কোনে কাঢ়ি নিয়েহে? স্বয়ং বজায়ো নোৱাৰে। বুলি লৰালৰিকৈ পূৰ্ণই ছাতিটো আতায়েকক দি ক'লে, "তুমি ৰোৱা চোন, মই বজাৰৰপৰা পাক মাৰি আহোঁ।" লগে লগে পূৰ্ণ আঁতৰিল। কাৰণ টক্কৰ, যিহে খং, পাৰিলে কল আমি কাঢ়ি আনিবগৈ। আন কি পূৰ্ণকো সুদাই নেৰিলেহেঁতেন, আতাই বুলি, একো উচ্ছ বাচ্য কৰিব নাপায় বুলি সাৰিল।

পিছে সি এতিয়া কিনে কি? প্ৰথমে কাগজ লবই লাগিব। কিতাপ-কাগজৰ দোকান নামৰ বজাৰৰ চালিখনলৈ আগবাঢ়োঁতে এঠাইত দেখিলে নমোৰামে গুৰ বেচিছে! নমোৰাম তাহানি পাঠশালাত একেলগে পঢ়া। হৰিণাৰ আগমঙহ যেন গুৰখিনি দেখি বহুত মানুহ গোট খাইছে! নমোৰামৰ লগত বোধকৰোঁ ভায়েক, ওচৰত বহি পইচা সামৰিছে। নমোৰামৰ উশাহ ঘূৰাবলৈ সময় নাই; গুৰ জুখিছে। সি অলপ সময় থিয় দিলে।

এবাৰ হঠাতে চকুৱে চকুৱে পৰিল।

"পূৰ্ণনে কিহে? বহুত দিন দেখা নাই?"

"এৰা তোমাকো। ভাল নহয়?"

"আছোঁ দিয়া। তোমাকো গুৰ লাগিব নেকি?"

"নাই......ই, চাইছোঁহে।" কথাষাৰ কৈ ঘামি গ'ল?"

কেনেকৈ নমোক কয় গুৰ আধাসেৰ বা এসেৰ বাকীকৈ লাগে?

কেতিয়াও বাকী খোজা নাই। তাহানি স্কুলত নমোৰামে গুৰব দিনত লেকেটীয়া গুৰ, পকা বহি, ডাবৰিৰ মিছা আদি আনি বিলাইছিল। পূৰ্ণক সৰহ দিছিল, অঙ্ক শিকাই দিবৰ কাৰণে।......এতিয়া ইমান মানুহৰ মাজত, তাতে ভায়েকো......বাক পিছত এবাৰ আকৌ চেষ্টা কৰিব। নমোৰাম আকৌ গুৰ জোখাত ব্যস্ত হ'ল। পূৰ্ণও এখোজ দুখোজকৈ কিতাপৰ দোকানলৈ গ'ল।

"শ্ৰীৰামপুৰী কাগজ লাগিছিলহে, দিস্তা কিমান ?"

"এটকা।"

"ৰাম ৰাম ! কেনেকৈ ল'ৰা-ছোৱালী পঢ়োৱাহে।"

"নকৰা আৰু ! তোমাক কিমান লাগিব ?"

"আধাদিস্তা লাগিছিল—পিছে নহ'বগৈ নহয়। দুই চাৰি অনা বাকী দিবা জানো ?"

দোকানীয়ে চিৰতা পানী খাবলৈ লোৱাৰ দৰে মুখৰ ভাঁজ কৰি ক'লে, "বাকীৰ কথা আৰু নকবা। কতৰ ল'ৰা-ছোৱালী ডাঙৰ হৈ আকৌ ল'ৰা-ছোৱালীৰ মাক-বাপেক হৈ সেই ল'ৰা-ছোৱালীক স্কুলত দি আকৌ সেই সিহঁতলৈকে [ এই খিনিতে উশাহ লৈ তৎক্ষণাতে দুগুণ ডাঙৰকৈ আৰম্ভ কৰি ] কিতাপ কাগজ বাকী কৰি নিবলৈ আকৌ মোৰ ওচৰলৈকে, এই ঠাইৰ এইখন দোকানলৈকে, বুজিছা, এতিয়াও খাটাত......"

"বাক তেনেহলে, হয়ো দিয়া",—পূৰ্ণই আৰম্ভ কৰিলে, "পিছে পইচা আছে চাৰি অনা। তাৰেই দিয়া তেনেহলে।"

কাগজ লৈ আৰু এপাক ঘূৰোঁতে এখন দোকানত দেখিলে ডাক্তৰে ডাঙৰ ডাঙৰ খাচীয়া আলু কিনিছে। আলুকেইটা দেখিলেই খাবৰ মন যায়। ডাঙৰ ল'ৰাটোৱে কাৰবাৰ বিয়াখনত বহৰ দাইল, খাচীয়া আলুৰে লুচি খাই আহি মাকক বহুদিন তেনে কুৰা ৰান্ধিবলৈ কুটুৰি আছিল। পিছে কেনেকৈ ? ইমান দাম !

ডাক্তৰৰ চকুতও নপৰোঁতেই আঁতৰিল। বেলিও বহুত হ'ল। আতায়েকৰ বস্তু চাগৈ বিক্ৰি হ'ল। তথাপি আকৌ এপাক নমো-

ৰামৰ ওচৰলৈ······নমোৰামে বস্তু সামৰিছে, গুৰ বেচা শেষ হ'ল

"কিহে নমো আজি দাও মাৰিলা ?"

"দাও কি মাৰিবা, তবে গুৰকণ হলে ভাল আছিল দেই !"

"এৰাহে মোকো লাগিছিল, অথনি মানুহৰ আগত কৰলৈও ভাল নালাগিল বুইছানে······তুমি বা কি ভাবা" বুলি পূৰ্ণ একেবাৰে ওচৰ চাপি গৈ নমোৰামৰ ওচৰতে বস্তাখনৰ চুক এটাত বহিলগৈ।

"কিয় ? নকলা কিয় ?"

"বাকী"।

"এঃ, তথাপি মোলৈ এসেৰ থৰা বুলি কথাষাৰো তোমাৰ মুখৰ পৰা সৰি নপৰিলনে ? ছেঃ কি মানুহহে তুমি !"

"টিংটোকে ককি যি হয় দিয়া, তোমাক নকৈ কি, মোৰ এক পইচা নাই।"

নমোৰামে অলপ আঁতৰত বস্তু সামৰি বৈ থকা ভায়েকে নেদেখাকৈ টিপতে পইচা চাৰি অনা দি ক'লে, টিংটোত কি পাবা ? যোৱা কাৰোবাৰ পৰা পোৱা যদি লৈ যোৱাঁগৈ।" তাৰ পিছত ফুচফুচাই ক'লে, "মোক পাছত মনত পেলাই দিবা।"

গদ গদ হৈ পূৰ্ণ আঁতৰিল।

ছয়ো আতাই ঘৰলৈ উভতিল।

লুজেন লোৱা নহ'ল, সূতা নহ'ল, চাবোন নাই।

বজাৰৰ নানান মানুহৰ সাঁনমিহলি কোঢ়ালবোৰ, বিভিন্ন ৰূপবোৰ পূৰ্ণৰ চকু আৰু কাণৰ পৰা অস্পষ্ট হৈ গ'ল। স্পষ্ট হৈ উঠিল কল এটালৈ বুলি তাক আঁকোৱালি ধৰি কান্দি থকা সৰু ল'ৰাটোৰ ছবিটো, টপ টপকৈ পূৰ্ণৰ ভৰিত পৰি থকা তাৰ চকুৰ পানীৰ টোপাল-বিলাক······স্পষ্ট হৈ উঠিল শেঁতা মুখেৰে করুণ চকুৰে থিয় হৈ থকা ডাঙৰ ল'ৰাটোৰ ছবিটো······কাণত পৰিল তাৰ বুজনিখিনি······ আৰু কল বিচাৰি ঘুৰমুটিয়াই যুৰা মাজিউ ল'ৰাটো······

আকৌ এবাৰ মাৰাত্মক ভাৱে—হাঁহিবলৈ গৈ সি বৈ গ'ল। বাটৰ মানুহে বলিয়া বুলি নকবনে ?

## গুৰু-পৰ্ব্ব

লক্ষ্মীনন্দন বৰা

আদি গুৰু পিতৃৰ কোনো কথাই পোন নহয়। একোঁ বেঁকা কথাৰ মৰমবোৰহে অন্তৰত পোনকৈ সোমায়। যদি কেতিয়াবা চোতালত মৰণাটো এৰি থৈ ভিতৰ সোমাওঁ, গুখোনিয়াবৰ হলেই ভিতৰলৈ মাত দিয়ে—দে ঐ আই, তাক ভালকৈ সেলেঙি লগাই তামোল এখন খুৱাই পঠিয়া। ময়ো লাজ পাই সাউৎকৰে সুৰুকা মাৰি আহোঁ, কাৰণ বিয়া কৰোৱা মাথোন মোৰ দুমাহহে হৈছে। ঘৰত পিন্ধা পোছাকটো সলাই ল বুলিলেই জানিব লাগিব পথাৰলৈ ওলাবৰ হ'ল। চুৰিয়াখন কোঁচাই লচোন বুলিলেই বুজিব লাগিব বাঁহ কাটিবলৈ যাবৰ হ'ল। ৰাতিপুৱা মাতি নি যদি কয়, "সৰুমণি, গৰু গাড়ীখনত চৈ লগাই থবি", মোৰ ঘৈণীক মতাটো দেখুৱাবৰ ওৰ পৰে। তাইক মই নপঠিয়াওঁ বুলি কোৱাৰ ই বিপৰীত আজ্ঞা।

পিছৰ গৰাকী গুৰুক পিতৃৰ আদেশতেই বৰিব লগা হ'ল। তেখেতেই মোৰ 'গন্ধৰ্বগুৰু': তেখেতৰ ওচৰতেই গীত-পদ আৰু সূত্ৰধাৰী শিকিছিলোঁ। পঢ়াশালিত পোৱা শিক্ষাগুৰু সকলৰ কথা নকৰেঁই। চৰকাৰী বেতন পোৱা গুৰু যেতিয়া, কেৱল মোৰ গুৰুৱেই নহয়; গাঁৱৰ আটাইৰে।

এদিন পিতায়ে চ'ৰাঘৰত বহি বেতৰ সুত চাঁচি আছে। মই বহি আছোঁ কাষৰ কোঠাটোত, বৌৱে সৈতে তামোলৰ মুহুদি মাৰি। এনেতে পিতাইক মাত লগাই সোমাওকহি শ্ৰীধৰ, ভোটোক, ভোকোলা আৰু বসন্ত তাৰৈ। তেওঁলোক চাৰিও বুধবাৰী গোসাঁইত একেলগে আঁঠু লোৱা। পিতায়ে "গৃহত থাকিয়া পেখিলো তবু চৰণ" বুলি যোৱা একুট গাই আঁঠু লোৱাৰ পাছতেই, পৰম্পৰে হাত এচলু কৰি মাটিত

থৈ মুখ ঘূৰাই আসন-গ্ৰহণ কৰিলে। মই এবাৰ চকামকাকৈ আহি লক্ষ্য কৰি গলোঁহি। পোনতে বসন্ত তাৰৈয়েই মাত লগালে, "বাপ্পা আতৈ, কিবা দেশ কাল গুচিল বুইছেনে? লদৰ সূত্ৰই গাঁও এৰিলে। আজি কেবা দিনো হ'ল। কঁহিগুড়িত বোলে মাষ্টৰ কাম পাইছে। লগতে মাটি-বাৰী লৈ খেতি-খোলা কৰাৰো হাবিয়াহ। ভাদ হেন মাহটোতো আহিব নোৱাৰে।" কথা শেষ নৌ হওঁতেই ভোকোলা ককাই কৈ উঠিল, "বোলে— ধন বৈল পৰি, দেহা গৈল উৰি, তথাপি 'মনিচ' 'বিষয় বিকল'। হৰি হৰি, কেইদিনলৈনো খুৱাই বুৱাই পচা 'শৰীল'টোৰ ভাৰ বৈ থাকিম? তথাপিও এই কাণ্ড!" এনেতে জেঠী এটাই ঘৰৰ মুধত টিক্ টিক্ কৰিলত উৎসাহেৰে মাটিত তিন টোকৰ মাৰি সইত সইত কাঢ়ি শ্ৰীধৰ বায়েনে ক'লে, "এখে স্বৰূপ কথা কৈছে। বোলে বিষয়ৰ সুখ ইটো তিলে কৰি চুৰ, যমৰ কিঙ্কৰে ধৰি নিবে যমপুৰ। তথাপি মনিচৰ সুমতি নহ'ল। আমি কৈছিলোঁ, বোলো সূত্ৰ, ভেলটো এৰিবলৈনো কেইটা দিন বাকী? এই কেইটা দিন দেখা শুনাকৈ হৰি-নাম জপি 'লগে সঙে' চকু জপাওঁ। সূত্ৰৰ মত আকৌ বিপৰীত।"

তিনিওগৰাকীৰ মত শুনি পিতাই ইমানপৰ মনে মনে আছিল। যেন তেখেতৰ মতামত আশা কৰিহে বাকী কেইজনে কথাবোৰ কৈছে! শেষত পিতাইৰ গহীন মাত কাণত পৰিল, "সূত্ৰই ভাল কৰিলেনে বেয়া কৰিলে ঠাৱৰকৈ ক'ব নোৱাৰোঁ। ঈশ্বৰসকল! এই ক্ষেত্ৰত মুকুন্দ গোসাঁইৰ মতটি মই সাৰোগত কৰি লৈছোঁ। তেখেতে কয়, আমি বিষয়-বাসনা নেওচা দিয়াৰ ভাব থাকিলেও সেইবিলাক কথা মুখত উচ্চাৰণ নোহোৱাই ভাল। নেওচা দিয়াৰ কথা কৈ ফুৰোঁ, নেওচা দিব নোৱাৰিহে। বেছিকৈহে সেইবোৰে মেৰিয়াই ধৰে। আমাৰনো কোন সংসাৰী নহয়? সেয়া বাক বাদ দিছোঁ। সূত্ৰৰ কিবা অঘটন হ'ল নেকি?"

পিতাইৰ কথাত আওপকীয়াকৈ তিনিওজন মায়াজালত সাঙোৰ খাই পৰাত আটাই কেইজন খন্তেকলৈ জলকা লাগিল। ইমান পৰ

টলকা মাৰি থকা ভোটোক গায়ন আচল কথাটোলৈ আহিল। তেখেতে ক'লে, "আমিনো এইবোৰ ভাবি মুৰৰ চুলি ছিঙি কৰিম কি? পুত্ৰক নো হিতাহিত জ্ঞান দিব কোনে? নেদেখা জনেহে! আমাৰ তাত মাত নাই। সেই কথা এৰিছোঁৱেই। ধৰম মূৰ্ত্তি বস্তু মাধদেউৰ তিথিত এভাগি নাট নাগালে হ'বনে? লদৰ পুত্ৰেই তেওঁ ইমান দিনে সেই ভেদো পুত্ৰৰ দিনৰপৰা সভাসদ জিনি ভাওনাৰ গুৰি বঠা ধৰি আছিল। এতিয়াহে নিৰুপায়। মানুহবো যে একোটা গুণ। নামঘৰ কিন্তু খালী থাকিব নোৱাৰিব বাপা আতৈ!"

লগে লগে সভাসদ গহীন হৈ পৰিল। কাষৰ কোঠাৰপৰা আলোচনা গুণুনা হলোঁ। কিবা গোপন কথাৰ কুণকুণনি উঠিল। খন্তেক পাছতে পিতাইৰ মাত শুনিলোঁ—"সিবাৰ সি ৰজাৰ ভাও ল'ম বুলি দহোটাকৈ টকা লৈ পইচা খৰচ নকৰি বাংপতাৰ জিভা এখন লগায়েই অসুৰ এটা ওলাই মোক পহিলা আৰু শেষবাৰৰ কাৰণে ভুকৰিয়ালে যদিও, এইবাৰ তাৰ নিস্তাৰ নাই।" মোকে প্ৰকাৰান্তৰে ধমক দিছে বুলি বুজিবলৈ বাকী নাথাকিলেও সিমান ভয় লগা নাছিল। কথাখিনি হাঁহি মুখে কৈছিল যেন লাগিছিল। আতৈসকলে মোৰ শলাগ লৈছিল যেন পাওঁ। হঠাতে পিতায়ে ভিতৰ ফালে মাত দিলে, "ইয়াৰ মূৰ আঁচুৰি হ'লনে ইমান পৰে?" অৰ্থাৎ মই তাত হাজিৰ হ'বগৈ লাগে। ওচৰ পাওঁতেই ক'লে, "তই লদৰ পুত্ৰৰ ভাৱ ল'ব লাগিব। ভাওনালৈ আৰু কুৰি দিন বাকী। কাইলৈ মুকুন্দ গোসাঁইক ক'ম। ঘৰলৈকে আহি শিকাব। সিগবাকীৰ ঘৰত ল'বা ছোৱালীবে পয়মাল। শুনিছতো?" ময়ো ওঁ বুলি হতভম্ব হৈ ৰ'লোঁ। ন আষাৰ মুখত ফুটাবলৈতো উপায়েই নাই। পুত্ৰধাৰী হ'বলৈ পাই মনটো জিলিকি উঠিল— ন বৈৰীক ন বাৰটোৱে গুণ দেখুৱাবলৈ, নকৈ বিয়া কৰোৱা মনটোক ৰুক্মিণী হৰণ নাটৰ মাজত গুজি ৰাখিবলৈ।

মুকুন্দ গোসাঁইৰ নাম সৰুৰেপৰা শুনিছোঁ। তেওঁৰ নাম নগাঁৱৰ ভাটিফালে তেনেই কাচিকুটি যোৱা। যি গোসাঁইৰ

ৰাগিণী এবাৰ শুনিছে, তেওঁৰ কাণত তাকেহে কেইবাদিনো বাজি থাকে। মানুহৰ মতে ধনশ্ৰী ৰাগ শুদ্ধকৈ গাব পৰা লোক গোসাঁইত বাদে সম্প্ৰতি নায়েই বুলি কব পাৰি। মই কিন্তু গোসাঁইক দেখা নাছিলোঁ। গোসাঁই হ'ল চৰিপোতা সত্ৰৰ; আমাৰ ঘৰৰপৰা তুমাইল নিলগত। আমাৰে সৈতে খেলো বেলেগ আৰু আমি ভকতো নহয়! সেই কাৰণেই সম্পৰ্ক কম। তদুপৰি বুঢ়া হোৱাৰপৰা গোসাঁই সিমান ওলাই সোমাই নুফুৰে।

পিতাইৰ মুখে শুনিছিলোঁ, একসময়ত চাৰিপোতা সত্ৰৰ প্ৰভুসকল খোলে তালে তেনেই গন্ধৰ্ব আছিল। কোনোবা এখন চৰিতত আছে বোলে এবাৰ গুৰুপুৰুষ শঙ্কৰ আৰু ধৰম মূৰ্ত্তি বস্তু মাধৱদেৱ নাৱেৰে ভটীয়াই যাওঁতে সেই ঠাইত নাৱৰ চৰি পুতি চাউল সিজোঁৱা ধৰি গৈছিল। তেতিয়াৰ পৰাই সত্ৰৰ নাম চৰিপোতা হ'ল। সত্ৰখন বৰ পুৰণিকলীয়া। উপৰি পুৰুষ সকলক দেৱতাৰ একলা বুলি মান কৰিছিল। মুকুন্দ গোসাঁইতো অশেষ গুণ বৈছে। মহাপুৰুষৰ চাৰি ভাগ নাট অনৰ্গল মুখতে গাই যাব পাৰে। ৰাগ-ৰাগিণী বা টোটয়-ভটিমা গোৱাৰ কথা কবই নালাগে। খোলে-তালে গীতে-মাতে ভাৱে-ভকতিয়ে উপৰিপুৰুষ সকলৰ গুণ ৰাখি আহিছে। তথাপি আগৰ সেই জয়-জয়-ময়-ময় অৱস্থা নাই। 'শিচ ভকতো' দিনে দিনে টুটি আহিছে। পিছে গোসাঁইৰ সিমান লেঠা নাছিল। একমাত্ৰ জীয়াৰীকো এঘৰলৈ উলিয়াই দি এৰৰীয়া হ'ল। পিছে বিধবা ভাই-বোৱাৰীয়েকৰ ল'ৰা-ছোৱালী কেইটাৰ পোহপাল দিবলৈকে গোসাঁইৰ উপায় নোহোৱাত পৰিছে।

গৰুহাল পথাৰত এৰাল দি চোতালৰপৰা লক্ষ্য কৰিলোঁ— পিতায়ে এগৰাকী মানুহৰ লগত আলাপ কৰি আছে। এখন মলিয়ন ধুতী আৰু গাত এখন পাতল চাদৰেৰে সৈতে বগাকৈ ধুনীয়া বুঢ়া মানুহ এজন। জোঙা নাক আৰু উঠন কপালখনৰ কাৰণে প্ৰথম দৰ্শনতে আনতকৈ বেলেগ যেন লাগে। কপালত চন্দনৰ ফোঁটটো আৰু দীঘল চুলিটাৰৰ মূৰত তুলসীৰ পাত কেইটাই

পৱিত্ৰ ভাব ফুটাই তুলিছে। মোৰ আগন্তুক গুৰু বুলি বিশ্বাস হ'ল। মই সোমাওঁ নোসোমাওঁকৈ ভিতৰ সোমাওঁতেই পিতায়ে চৰাখন বেৰতে আওজাই থোৱা আছে বুলি ক'লে। ময়ো বহিবলৈ কোৱাৰ নিৰ্দেশ পাই সেইমতে বহি পৰিলোঁ। পিতাইৰ কথা আৰম্ভ হ'ল, "বন্দীৰ বুলিনো কি জহাম? প্ৰভুৱে এইডালকে নমৰি নজহি যোৱাকৈ ৰাখিছে।" অনুমান হ'ল দুৱৰপৰাই চকুৰ ঠাৰেৰ মোৰ উল্লেখ হৈছিল।

দাস্য-ভকতিৰ বিনয়াবনৰ সুৰেৰে পুত্ৰক পৰিচয় কৰি দিয়াৰ পাছত গোসাঁয়ে আগেয়ে কোৱা কথাৰ পাছৰ ছোৱা আৰম্ভ কৰিলে, "মনত উছৰ লাগিলে কাউৰীয়ে কোৱা কোৱা কৰে, আমিও সেইদৰে যেনিবা নামঘৰত সোমাই হাই-উৰুমি কৰোঁ। ইমানেই। একালত বৰগীত শুনি বনৰ হৰিণীয়ে কাণ থিয় কৰি দৰক লাগি শুনিছিল। হিংস্ৰ জন্তুৱেও চিকাৰৰ ভাব এৰিছিল। বৰাড়ি ৰাগত সাগৰতলিৰ মাছৰ উখল মাখল লাগিছিল। বোলে—

মৎস্য মগৰ সাগৰ তৰ কৰি যায়।
সেহি বেলা কানাই বৰাড়ি ৰাগ গায়॥

এই হেন 'দেউবিদ্যা'। আমিনো তাৰ লায়কৰ নে?"

গোসাঁইৰ এই বিনম্ৰ গুণত পোনতে মুগ্ধ হৈ পৰিছিলোঁ। ইঙ্গিতমতে অৰিহণাৰে সৈতে গুৱাৰ বটাটো আনি আঁঠু লোৱাৰ ছলেৰে বহিব খোজোঁতেই পিতায়ে মাত লগালে, "তইঁত পঢ়া-শুনা জনা ল'ৰা। তোক এটা কথাকে সোধোঁ,—শ্ৰীকৃষ্ণ আছিল জগত গুৰু, অৰ্জ্জুনৰ সখা। তথাপি শৰ টোঁৱাৰৰ সময়ত অৰ্জ্জুনে কাক সুমৰণ কৰে—ইষ্ট গুৰুকনে?" কথাটো গমি চাই মুৰ খজুৱাই লাহেকৈ কলোঁ, "শিক্ষাগুৰু দ্ৰোণক"। উত্তৰত সন্তোষ পাই হয়ভৰ দি ক'লে, "স্বৰূপ কথা। শিক্ষাগুৰু দ্ৰোণকেই। দ্ৰোণ আছিল দৰিদ্ৰ। শেষলৈ পাণ্ডৱৰ বিপৰীতেও ধনু লৈছিল। তথাপি গুৰুৰ প্ৰতি অৰ্জ্জুনৰ অচলা ভক্তি। সেই কাৰণেই অৰ্জ্জুন হ'ল মহা ধনুৰ্দ্ধৰ, যাৰ সকলো শৰ সমানে অব্যৰ্থ।" কোৱাৰ লগে

লগেই নবাগত গুৰুক শ্ৰদ্ধা দেখুৱাব লাগে বুলি বুজি পাই ঠাইখন মচি বটাটো আগত থৈ প্ৰণিপাত জনালোঁ। গোসাঁই ঈশ্বৰেও মূৰত হাত দি আশীষ বৰষিলে,—বিদ্যাই লাগ দিয়ক, মনোবাঞ্ছা সিদ্ধি হওক।

পাছ দিনাৰপৰা শিক্ষা আৰম্ভ হ'ল। পোনতে কেইটামান গীতৰ সুৰ আৰু সূত্ৰ-নাচত প্ৰয়োজন হোৱা খোলৰ বোল শিকাবলৈ ঠিক কৰিলে। প্ৰথম দিনা কৈছিল যে খোল তাল দবা-কাঁহ মৃদং নেগেৰা আদি 'দেউবাদ্য'ৰ ক্ষমতা অসীম। গুৰু পুৰুষ শঙ্কৰে পহিলাতে খোল তৈয়াৰ কৰি ঘৃণ দিবৰ সময়ত এনে মাত উঠা নাছিল। এদিন ঘৃণ দিয়া খোলটো ৰ'দত দি থওঁতে কাউৰী এটাই খুটিয়াই গ'লহি। তাৰ পাছতেই দেখা গ'ল গুৰু পুৰুষে ইচ্ছা কৰা মতেই খোলৰ মাত উঠিছে। কাৰণ কাউৰীৰ ঠোঁটত চুৰা পান্তনিৰ ভাত লাগি আছিল। ঘৃণত তাৰ সংশ্ৰৱ পোৱাতহে খোলটো তেনেকৈ বাজি উঠিল। কাউৰীৰ ঘটনাটোও এক প্ৰভুৰ ইঙ্গিতহে। সেই কাৰণে এতিয়াও খোল ঘৃণালে পঁইতা ভাত পিহি ঘৃণত নিদিলে উত্তম ছেও নুঠে। মৃদঙৰ বেলিকাও সেই একেই কথা। পোনতে মৃদং সাজি তাৰ বাজনাৰ বিষয়ে ভাবি দুদিনমান গুৰু-পুৰুষ পিৰালিত বহি আছিল। এদিন তেনেকৈ থাকোঁতে আকাশৰপৰা এটা পখী উৰি আহি তেওঁৰ পোনে পোনে কিছুমান মাত এৰি থৈ গ'ল। তাকে মৃদঙৰ বাজনা কৰিলে। সেই চৰাইটোৰ নাম ভদোকালি। এতিয়াও হেনো বছৰেক বা কেবা বছৰৰ মূৰত এবাৰ পৃথিৱীলৈ নামি আহে। কথাখিনি যেনেকুৱাই নহওক, গুৰুৰ মুখে বাদ্য-যন্ত্ৰৰ বিষয়ে পৱিত্ৰভাৱে কোৱা শুনি, মোৰ মনটো কিবা এটা ডাঙৰ কাম কৰিবলৈ ওলোৱাৰ উৎসাহত তল-ওপৰ হৈ উঠিছিল।

সূত্ৰধাৰী শিকাবৰ কাৰণে নাটখন ঠিক কৰিলে ৰুক্মিণী হৰণ। গুৰু সদায় আবেলি আহে আৰু সন্ধিয়া হ'লে যায়গৈ। নতুন নতুন ৰাগ-ৰাগিণী আৰু ভটিমাৰ সুৰ শিকি বৰ ৰং পাইছিলোঁ।

অৰ্থ-ব্যঞ্জক 'হাতদিয়াবোৰ'ত বৰ ৰাপ বহিছিল। গুৰুৰ মুখত ৰাগিণী শুনি বৰ অভিভূত হৈ পৰিছিলোঁ। গলাৰ কঁপনিত কৰুণ-হৰ্ষৰ সুৰ ভালকৈ ধৰিব পাৰিছিলোঁ।

মই মনপুতি লগাত পিতাইৰো মনত হৰিষ। গোসাঁই যোৱাৰ পাছতেই তেওঁ ছপূৰা এপূৰা ধান চাকৰটোৰ হতুৱাই গোসাঁয়ে গম নোপোৱাকৈয়ে ঘৰলৈ পঠিয়াই থাকে। চাকৰটোৱে নাযাওঁ নথওঁ কৰিলে পিতায়ে কোৱা শুনো, "তইঁতে কি বুজিবি? এইসকল পুৰুষ যে আমাৰ ঘৰলৈ আহিছে, ইও আমাৰ পৰম ভাইগ্।"

গুৰুৰ কৃপাতেই হওক বা পিতাইৰ চেষ্টাতেই হওক, মই কোনোমতে ভাওনাত সূত্ৰধাৰী ৰূপে থিয় দিব পৰা হলোঁ। ডেকা সূত্ৰধাৰী বৰ মনত লগা হৈছে বুলিয়েই গাঁৱৰ সকলোৱে একে মুখে ক'লে। গুৰুলৈ কৃতজ্ঞতাত মূৰ দোঁ খালে। ভাদ মাহটো পাৰ হৈ গ'ল। পিতাইৰ অনুৰোধ মতে গুৰু আৰু এপষলৈ আহি থাকিল।

আঘোণত আকৌ ৰাসযাত্ৰাৰ কাৰণে সাজু হ'বলগীয়া হ'ল। গুৰু নোহোৱাত আখৰা ঘৰত মোৰ কি অৱস্থা। কেইদিনমান আখৰা কৰাৰ পাছতেই নিজকে ধিক্কাৰ দিলোঁ। কেলি গোপালৰ পাছৰফালৰ কেবা ভাগিও শ্লোক ভালকৈ গাব পৰা নাছিলোঁ। এনে এগৰাকী উত্তম গুৰুৰ কাষতো খৰচি মাৰি শিকিব নেৱাৰাত নিজক বৰ অপাৰগ যেন লাগিল। গুৰুৰ ওচৰলৈ যাবলৈকো তেখেতৰ হেনো নবিয়া।

এদিন ছপৰীয়া নাটখন আগত লৈ মন মাৰি বহি থাকোঁতেই ওলালহি, হেমাৰবড়িৰ ৰূপাই সূত্ৰ। মনৰ বেজাৰতে নিজৰ সকলোখিনি দুৰ্বলতা তেখেতক ব্যক্ত কৰিলোঁ। তেখেতে ছয়ো নাটৰে সকলো শ্লোক আৰু গীত-পদ সুন্দৰকৈ গাব পাৰে। মোৰ অৱস্থা শুনি তেখেতে যি মতামত দিলে সেই মতামতে এপাট শেল হৈ মোক থকা-সৰকা কৰিলে। সূত্ৰই কয়, ৰাগ আয়ত্ত কৰাৰ এটা সুন্দৰ নিয়ম আছে বুলি। উদাহৰণ স্বৰূপে, সিন্ধুৰা ৰাগৰ

পোনৰ সাতোটা আখৰ কোমলকৈ ধৰি পাছৰ ফালে উঠাই দিব লাগে। অহিৰত পহিলা দুটা আখৰ সুকীয়াকৈ টানি পাছৰ ছোৱা কৰুণ মাতেৰে একে লগে গাই যাব লাগে। শ্ৰীগান্ধাৰত পোনৰ তিনিটা আখৰ জোৰেৰ গাই পাছৰ ছোৱা লাহে লাহে কমাই আনিব লাগে। এইদৰে দহভাগিমান শ্লোক গোৱাৰ পাছত কথাটো মোৰ মনে ধৰিছিল। যাবৰ সময়ত তেখেতে কৈছিল, "আপোনাক শিকাওঁতাজনে ঘনাই ঘনাই গাই কিছুমান সুৰহে মনত ৰখাবলৈ চালে, কিন্তু কোনটো ৰাগ কেনেকৈ চিনিব পাৰি, প্ৰত্যেকৰে ইটোৰ লগত সিটোৰ সাধাৰণ পাৰ্থক্য কি, তাক ফঁহিয়াই নিদি একো উৱাদিহেই ল'বলৈ নিদিলে।"

কথাখিনি গাত বিহ যেন হৈ সোমাল। শিকিব নোৱাৰাটো মোৰ দোষ। সেই বুলি অপাৰগ শিষ্যৰ গুৰুও দোষভাগী হ'ব নোৱাৰে।

সূত্ৰ যোৱাৰ পাছত জ'াইমলা বুঢ়ী ভিতৰফালৰপৰা ওলাই আহিল। আমাৰ দুজনৰ কথা ভিতৰফালৰপৰা শুনি আছিল যেন অনুমান হয়। পৰৰ কপটৰ কথা প্ৰচাৰ কৰি ফুৰা অথচ নিজে কপটীয়ানী এই বুঢ়ীজনী দেখিলেই মোৰ টিঙিচ্‌কৈ খং উঠে। বুঢ়ীয়ে লেনীয়া মাতেৰে ক'লে, "সকমণি, ময়ো তাকে কওঁ। সূত্ৰ বোপাই আচল কথাটোতে আঙুলিয়াই থৈ গ'ল। হেজাৰ হওক তেখেত গোসাঁই। গোসাঁই মানুহে শূদিৰক অকপটচিত্তে সকলোখিনি দি যাবলৈ টান পায়। এটা শূদিৰৰ ল'ৰা নাচন-গাৱনত জাকত-জিলিকা হোৱাটো দেখিবলৈ গোসাঁইৰ মনে নকয়। এইবোৰ বিদ্যা যেন তেওঁলোকৰ আচুতীয়া সম্পত্তি!" মোৰপৰা খিতাতে কোনো উৎসাহ নাপাই বুঢ়ী নামাত্তি ৰ'ল। আঁতৰ নোহোৱা দেখি খঙতে কলোঁ, "দেশঘাতী বুঢ়ী, আঁতৰ হ। নলগা জেওত লাগি দুকুৰিবি। পৰৰ চৰ্চ্চা কৰোঁতেই তোৰ তিনিকাল গ'ল।" পুতেক কেইটাৰ দৰেই অৱজ্ঞাৰ ধমক পৰাত বুঢ়ী ছিটিকি পৰিল।

গুৰুলৈ বাৰে বাৰে মনত পৰিল। গুৰৰ সময়ত ভাবিলোঁ,—গুৰু

এই এমাহ নৰিয়াত পৰাৰ আছিলা লৈয়ে জ'াইমলা বুঢ়ীয়ে এষাৰ মাতি যাব পাৰিলে, ৰূপাই সূত্ৰই নিজৰ পণ্ডিতালি দেখুৱাই গ'ল। গুৰু অসুখৰ পৰা উঠক। সকলো খৰচি মাৰি শিকি নিন্দুকৰ মুখত ছাই সানিম। গীত-পদ-ৰাগিণীতো ছাত্ৰ-বৃত্তি স্কুলত শিকোৱা অঙ্ক নহয় যে নিয়মটো শিকি থ'লেই সকলো হৈ যাব! নিজকে অবজ্ঞা কৰি, সূত্ৰধাৰী বাবটো গ্ৰহণ কৰি লজ্জিত হৈ অসংখ্য জুমৰি ধৰা কথা গুণাগথা কৰি থাকোঁতেই ৰাতি দুপৰমান হ'ল। বিচনাৰ-পৰা উঠি আহি চোতাল পাই দেখোঁ, পিতায়ে মাজ চোতালত থিয় দি আছে একান্তমনে। গভীৰ নিশা। নিলগত ফেঁচাৰ মাতটো আৰু কাষৰ বাহঁতলীৰ ঘিটমিটীয়া আন্ধাৰত ক্ষীণ পোহৰ দিয়া জোনাকী পৰুৱাকেইটাই ৰাতিটো আৰু গহীন কৰি তুলিছে। মোৰ কাষ চাপি পিতায়ে সুধিলে, "কিবা শুনিবলৈ পাইছনে?" মোৰো ভালকৈ কাণ পাতি শুনিবলৈ পাই বুকুখন চিৰিংকৈ উঠিল। দূৰৈত, পথাৰৰ ফালৰ পৰা, অনুমান ধমপুৰা পুখুৰীৰ পাৰৰ পৰা তিৰোতাৰ ক্ৰন্দন ধ্বনি। পিতায়ে মাথোঁ গহীনাই ক'লে, "সেয়া কোনো এলাপেচা তিৰোতাৰ কান্দোন নহয়। তেৱেঁ আমাৰ অঞ্চলৰ ভাগ্য-লক্ষ্মী। কোনো সন্ত মহন্ত চলিবৰ সময় হ'লে, দেশৰ ধৰণী লৰিব বুলি ভয় কৰি ভাগ্য-লক্ষ্মীয়ে ইনাই বিনাই কান্দে। সিবাৰ পছন্দ বাপ চলাৰ সময়তো এনে কান্দোন শুনিছিলোঁ। মকুন্দ গোসাঁই গুৰু পক্ষটোলৈকে নৰ'ব যেন পাইছোঁ।"

পিতাইৰ কথাখিনি কান্দোনতকৈও ভয়াবহ যেন শুনিলোঁ। সেইদিনাৰপৰা পিতাই সদায় গুৰুৰ ঘৰলৈ যায় আৰু ময়ো তিনি চাৰি দিনৰ অন্তৰে অন্তৰে গৈ থাকোঁ। ৰাগ-পদ বা সূত্ৰধাৰীৰ চিন্তা মনৰপৰা পাতলিছে। গুৰুৰ ঘৰৰ উৱলা চাল, ভাই-বোৱাৰীয়েকৰ আউল-বাউল চুলিৰে করুণ মুখখন আৰু ল'ৰা-ছোৱালী কেইটাৰ নাজল-নাথল অৱস্থা দেখি প্ৰতিদিনাই ভাবিছিলোঁ— এই অৱস্থাৰে ৰুক্মিণীৰ ৰূপ বৰ্ণোৱা সুন্দৰ চপয়, প্ৰেম ওপচোৱা বিৰহ-গীত আৰু মুকুতি মঙ্গলৰ ভটিমা হিয়াত লাগি যোৱাকৈ গাব

পৰাটোহে গুৰুৰ বিষয়ে আচৰিত কথা। কঠুৰা শিলনিৰ ওপৰত সঙ্গীতে শিপা মেলিব পৰাটোৱেই যেন তাৰ ব্যতিক্ৰম।

ওচৰচুবুৰীয়া আৰু নিশকতীয়া ভকতসকলৰপৰা উপযুক্ত পৰিচৰ্য্যা পালেও গুৰুৰ ৰোগ ভালৰ ফালে ঢাল নল'লে। কলাফুল শুকাই গ'ল। কাণৰ লতি পৰিল। নাকৰ পাহি মাজে মাজে লৰিবলৈ ধৰিলে। দুপালি এপালি দেৱাই দিলে খাবলৈ আপত্তি কৰে। নিমথ ভাজি গাত সেকা দিবলৈ ল'লেও মৰা হাঁহক ঢাবি পাতি ৰাখিবৰ প্ৰয়োজন নাই বুলি কয়। আমি বেজাৰতে নিৰাশ হৈ বহি থাকোঁ।

এদিন সন্ধিয়া গুৰুৰ ওচৰত কেৱল মই আৰু পিতাই আছোঁ। তেখেতে আমাৰ দুজনক কাষলৈ মাতি নি ক'লে, "বাপ্পা আতৈ, আজি দুদিন চাপ্দি আছোঁ এখেক আৰু সূত্ৰবোপাক নিজমে লগ পাবলৈ। আজি সেই সুবিধা হ'ল। নহলে হয়তো মনৰ কথা মনতে ৰ'লহেঁতেন। কথাতো বৰ শকতেই। এখে আৰু সূত্ৰবোপাৰ দোষভোগী হৈছোঁ। সকলোখিনি কৈ যাওঁ। মাজতে যেন মাত নিদিয়ে। সকলো কৈ মনলৈ শান্তি আনিবলৈ দিয়ক। মৰিবলৈ আৰু চাৰিদিনো নাই। নিজৰ গাতে গম পাইছোঁ। এখেও বোধ কৰেঁ। দুটা এটা লক্ষণ দেখিছে। তদুপৰি কালি এটা সপোন দেখিলোঁ। বালিসত্ৰৰ মহীদেউ আতা চলা প্ৰায় ন বছৰেই হ'ল। কালি দেখিলোঁ তেখেতৰ লগত কথা পতা। তেখেত হেনো আজিকালি বৰদোৱাৰ বৰফালে বাসা পাতিছে ভালেমান সাধু-মহন্তৰে হৰি-কীৰ্ত্তন কৰি অময়া সুখত। তালৈকে মোকো নিবলৈ আহিল। বাৰে বাৰে ধৰাত মৱো এৰাব নোৱাৰি মান্তি হলোঁ আৰু দুয়ো শান্তি জানেদি নাৱেৰে উজাই যাওঁতেই সাৰ পালোঁ। সপোনৰ পৰা জানিব পাৰিলোঁ, মোৰ আয়ুস নায়েই। এখেতো জানেই, সপোনত যদি মৃতকজনে মুখলৈ সঘনে চায়, দেখোঁতাৰ প্ৰাণলৈ ভয়। মুখলৈ মৰমেৰে চোৱা পাছ কথাই, বহিছিলোঁ গাত গা লগাই।"

শোৱাৰপৰা আৰু এটা বাগৰ সলাই হুমুনিয়াহ কাঢ়ি ক'বলৈ ধৰিলে, "যেয়ে হওক, শেষত আপোনাসৱৰ ক'বলৈ একেবি স্বীকৃতি বৈ গ'ল। নক'লে হয়তো মৰাৰ পাছতো শান্তি নাপাম। এই ল'ৰাটিক যে শিকাইছিলোঁ, তাৰ ভালেমান কেণা বৈ গ'ল। প্ৰথম মাহতে তাক ভালেখিনি বস্তু দিব পাৰিলোঁহেঁতেন, পিছে মোৰ বিষয়ে জৰাজৰ পাতকী মনটোৱে বাধা দিলে। ভাবিছিলোঁ তাৰ লগাখিনি কাতি মাহটোলৈকে শিকাই থাকিম। অৱশ্যে অসুখৰ কাৰণে সিও হৈ নুঠিল। আচল কথাটো ক'বলৈ মুখৰ-পৰা কথা ওলাব নোখোজে।"

গুৰুৰ মাতটো লাহে লাহে কঁপা হ'বলৈ ধৰিলত পিতায়ে 'সেইবোৰ পাচ কথা' বুলি মুখ মেলিব খোজোঁতেই গুৰুৱে হাক দি ডাঙৰ ডাঙৰকৈ ক'লে, "লৰাটিক হিংসা কৰাৰ কাৰণে নহয় বাপ্পা আতৈ,—বিষয় জঞ্জালত পৰিছে। এখে জানে, ঘৰত ল'ৰা-ছোৱালীৰ কি বিলৈ! শাওণৰপৰা ঘৰত ধান এমুঠি নেথাকে। আজি তুবছৰে এডৰা ছুডৰা মাটি বেচি টুক্‌টাক্‌কৈ চলি আছিলোঁ। পুহৰ আগতে কেতিয়াও চুক্তিৰ ধান নাপাওঁ। এয়ে মোৰ অৱস্থা। এনেতে এখেৰ অনুৰোধত ল'ৰাটিক শিকাব লগা হ'ল। আমি কোনো নাম-গোন্ধ নোলোৱাকৈয়ে এখেত বিজ্ঞ হৈ তুই এমুঠি ধান-চাউল দি থকাত কোনো মতে তৰি আছিলোঁ। কিন্তু এটা কথা মনলৈ অহাতেই মোৰ মন পিশাচ হৈ পৰিল। কিন্তু বাপ্পা আতৈ, এই সাধাৰণ কথাটোও বাৰু কিয় মনলৈ নাহিল ?"

গুৰুৱে কিবা গুৰুতৰ কথা এটা ক'বলৈ বিচাৰি হঠাতে বৈ গ'ল। যেন কিহবাই তেখেতক টেঁটু চেপি ধৰিলে! পিতায়ে কথাটো অনুমান কৰিয়েই গুৰুৰ মনটো পাতলাবলৈ সুধিলে, "কি কথা প্ৰভু!"

গুৰুৱে ক'লে, "মোৰ এই কথা মনলৈ আহিব লাগিছিল যে সৰুমণিক শিকোৱাৰ পাছতো তাৰ লগত বা আপোনাৰ লগত মোৰ সম্পৰ্ক ছেদ নহয়। আপদীয়া দিনকেইটাৰ কথা ভাবি

মই কিবা হৈ পৰিছিলোঁ। সেই কাৰণেই তাক আলস-বিলম্বকৈ শিকাইছিলোঁ।" গুৰুয়ে ইমান আবেগত কথাখিনি কৈছিল যে মোৰ উপস্থিতিটোৱেই পাহৰি পেলাইছিল।

পিতাই সেই ফালেই থৰ লাগিল। গুৰুলৈ চাই দেখোঁ, তেখেতে মুখৰ যেন কেইবাও ৰং সলাইছে! অলপ পৰ বৈ পিতাইৰ ফালে অসহায়ভাৱে চাই আকৌ ক'লে, "কিয়নো এনে ভাব নহ'ব বাপু আতৈ? আজি এমুঠি পেটত গুজি কাইলৈ কিহৰ ব্যৱস্থা হ'ব তাৰ চিন্তাই দেই-পুৰি মাৰে। আমাৰ গোসাঁই মানুহৰ দুখৰ পোৰণি হয়তো আনে ধৰিব নোৱাৰে। এনে অৱস্থাত দুসন্ধ্যা গা ধুলে বা কপালত চন্দনৰ ফোঁট ল'লেই অন্তৰখন শুচি হ'বনে? দেউবিদ্যা শিকাবলৈকে এই পাথিৱ মনটোক মোচোকা মাৰি থ'ব নোৱাৰিলোঁ। এভাগি শাস্ত্ৰত পাইছিলোঁ যে অহা দিনবোৰৰ কথা ভাবিব নালাগে। সেই চিন্তা অহা দিনবোৰে নিজে কৰিব। কথাটোৰ সাৰমৰ্ম কিবা বুজি পালেও, মোৰ মনেৰে শাস্ত্ৰৰ সকলো মত যুগধৰ্মই আঁকোৱালি নলয়। দুকুৰি বছৰ ভালেমানক মন উবুৰিয়াই শিকাইছিলোঁ। তেতিয়া মোৰ চাৰিওফালে উভৈনদী আছিল। ৰাগৰ প্ৰতিটো লয়তে মনটো নিকা হৈ পৰিছিল। এতিয়া ভাবোঁ, হে প্ৰভু, এনে কপালত পেলাই বন্দীৰপৰা হিয়াখনো কাঢ়ি নিলা। গোসাঁই ঘৰত তাল কোবাওঁ, গীত গাওঁ, কাকুতি ঘোষা মাতোঁ। তাতো থাউনি নাপাই শেষত এই পদ্যছন্দ আৰু তাল-মান এৰি কঠুৱা গদ্যৰেই কওঁ, হে নাৰায়ণ, বন্দীয়ে তোমাৰ মহিমা কি বুজিম? তোমাৰে সৃষ্ট এমুঠি জীৱৰ সাধাৰণ এটা মাথোঁ। তথাপি মনত বিশ্বাস আছে যে আমি দুখ পালে কিজানি তুমিও দুখ পোৱা। এই ক্ষীণ সান্ত্বনা লৈয়ে ইমানদিন জীয়াই আছিলোঁ। সেই কাৰণে বাপু আতৈ, জীৱনত মূচমতিয়ে যি ফেৰা প্ৰথম আৰু শেষ অহিত কাম কৰিলোঁ, নিজগুণে যেন মৰিষণ কৰে। আৰু এটা কথা—শেষত কৈ থওঁ। সোঁ চাংখনত থকা ৰাগ আৰু তালৰ সকলো কথা ফহিঁয়াই লিখি থোৱা পুথিভাগ মোৰ

চিতাৰ জুই জুমুৰাৰ আগতেই এথে ঘৰলৈ লৈ যাব। এই ভাগ আমাৰ দুপুৰুষৰ আগতে এগৰাকী আতাই লিখি থৈ গৈছে। ল'ৰাটিয়ে তাৰেপৰা যি পাৰে শিকক। দেউবিদ্যাৰ বীজ এইদৰে দুজন এজনত নৰ'লেগৈ, সংসাৰখন শুকান বালি হৈ পৰিব।"

মোৰফালে চাই ক'লে, "বোপা, মোৰ প্ৰতি যেন ৰোষ নাৰাখা।" মই চকুপানী টুকিলোঁ।

কথা শেষ হোৱাৰ পাছত গুৰুৱে পিতাইৰ হাতত ধৰি মুখৰ ফালে চাই ৰ'ল। পিতায়েও থোকাথুকি মাতেৰে ক'লে, "এথে ইমানতে......।" আৰু কথা কবলৈ মাত নোলাল। পিতাইৰ ভঙ্গীত কাতৰ ভাব দেখি, গুৰুৰ বিশ্বাসৰ ভাব হ'ল আৰু খন্তেকতে আগৰ শেঁতামুখলৈ তেজ আহিল!

গুৰুক কিন্তু লালিবলৈ পালিবলৈ দুদিনেই নাপালোঁ। শটোৰ কাষতে ঢলি পৰি দুখুনী ভাই-বোৱাৰীয়েকে শেষ বাৰলৈ বিনালে—জীৱনত আৰু কাৰো কাৰণে বিনাব নালাগিব কাৰণেই। অসহায় ল'ৰা-ছোৱালী কেইটাই একো আগপিছ ভাবিব নোৱাৰি অবাক হৈ চাই ৰ'ল। চোতালত থকা সকলোৱে গুণীজনৰ সোঁৱৰণত চকুৰ কোণ তিতিল। সেই কাৰণেই হয়তো আগতেই ভাগ্য-লক্ষ্মীয়ে ইনাই বিনাই কান্দি ল'লে।

ল'ৰা-ছোৱালী কেইটাৰ পুতলা যেন মুখ কেইখনত ভৱিষ্যতৰ করুণ ছবি দেখি ভাবিলোঁ;—মানুহ মৰমেৰে জীয়াই থকাৰ দিন যদি উকলি গৈছে, ইহঁতৰ কঠোৰ জীৱনত কাহানিও মুখৰপৰা গীত-পদ নোলাব। ফুকলীয়া কালতেই লোকৰ ওচৰত হাত পাতি টোকাৰী-গীত গাব—

এমন সুন্দৰ দেহা কোন দিনা যায়
এ মন ভাৰসা নাই......।

# পৰ্দা

হোমেন বৰ গোঁহাঞি

আধা খোৱা মদৰ গিলাচটো মুখৰ আগত লৈ, মিঃ পেৰাৰাই ৰঞ্জিতহৰ্তঁৰ আগত বৌদ্ধ-দৰ্শনৰ ব্যাখ্যা কৰি আছিল। ঠিক তেনে সময়তে গৈ ওলালোঁগৈ মই আৰু মুনীন। হঠাতে ঠমক খাই ৰৈ গ'ল পেৰাৰা। গিলাচটো তলিলৈকে উদং কৰি টেবুলত ঠেকেছা মাৰি থৈ, চিগাৰেটৰ কাৰণে তেওঁ মুনীনৰ জেপত হাত ভৰালে। খুব ডাঙৰ বিপদ এটাৰপৰা নিষ্কৃতি পোৱাৰ দৰে মুখৰ ভাব কৰি, সতীশে মোৰ মুখলৈ চাই এটা স্বস্তিৰ নিশ্বাস পেলালে। তাৰ মনৰ ভাব বুজিব পাৰি, অলপ দুষ্টামি কৰিবৰ মনেৰে মই পেৰাৰাক মাত লগালোঁ,— 'ৰৈ গ'ল কিয় পেৰাৰা ? আজি আপোনাৰ বৌদ্ধ-দৰ্শন শুনিম বুলিয়েই আহিছোঁ।'— 'বৌদ্ধ-দৰ্শন আৰু কি শুনিব বৰুৱা ? সকলো দৰ্শনৰে সাৰ-মৰ্ম মই বিচাৰি পাইছোঁ, ইউ, নেভাৰ কেন টেল'ৰ বোহানৰ সেই লাইনটোত— ইট্ ছ্ আনওৱাইছ টু বি বৰ্ণ, ইট্ ছ্ আনওৱাইছ টু বি মেৰেড্, ইট্ ছ্ আনওৱাইছ টু লিভ্ এণ্ড ইট্ ছ ওৱাইছ টু ডাই।' পেৰাৰাই তেওঁৰ বহু-বিজ্ঞাপিত জীৱন-দৰ্শন আকৌ এবাৰ ঘোষণা কৰিলে।

মুনীন ঠিক সেই ধৰণৰ মানুহ, যি নিজৰ জীৱনৰ দুখ আৰু ব্যৰ্থতাৰ কথা ৰহণসনা ভাষাত কৈ আনৰ সহানুভূতি বিচৰাটো অতি ঘৃণা কৰে। পেৰাৰাৰ স্বভাৱ ঠিক তাৰ ওলোটাতো। সেই কাৰণে পেৰাৰাই মুখ খুলিলেই মুনীনে গাটো জ্বলি যোৱা যেন অনুভৱ কৰে। আজি পেৰাৰাৰ মুখ দেখিয়েই সি বুজিব পাৰিলে যে বক্তৃতাৰ এয়া ভূমিকাহে,— আচল সোপা বাকী আছেই। গতিকে আগন্তুক বিপদৰ

পৰা নিস্তাৰ পাবৰ কাৰণে সি 'চম্পা, অ' চম্পা' বুলি চিঞৰি সোমাই গ'ল।

সতীশে হেমলেটৰ দৰে মুখখন ৰঙা কৰি পৰ্দাখনৰ সিফালৰ বস্তুভোভ অন্ধকাৰ খিনিলৈ তভক মাৰি চাই ৰ'ল। পেৰাবাই আইনাত মুখ চাই ইহাঁৰ দৰে মুখৰ ভাব কৰি শূন্য গিলাচটোলৈ চাই এটা বিষণ্ণ হাঁহি মাৰিলে। ৰঞ্জিতে মুখৰ ভিতৰতে গুণ-গুণকৈ এটা গান ধৰিলে। অলপ বুধিয়ক মানুহেই বুজিব পাৰিব যে তাৰ গুণ-গুণনিটো কোনো মানসিক আবেগেৰ স্বতঃস্ফূৰ্ত্ত প্ৰকাশ নহয়, মনৰ অবদমিত উত্তেজনা এটা লুকুৱাই ৰাখিবলৈ কৰা এটা ভুৱা আবৰণহে।

মোৰ ইয়াত কৰিবলৈ একো নাই। মই মাত্ৰ নীৰৱ দৰ্শক। সতীশৰ ইয়াত মদ খাবলৈ আৰম্ভ কৰাৰপৰা দেখি আছিছোঁ যে কেতিয়াবা হঠাতে কিবা এটা চেলু লৈ মুনীন ৰঙা পৰ্দা ঠেলি ভিতৰলৈ সোমায় যায়, লগে লগে সতীশ, ৰঞ্জিৎ আৰু পেৰাবাৰ মাজত উপৰোক্ত লক্ষণবোৰ প্ৰকাশ পাবলৈ ধৰে। ইয়াৰ মাজত কি ৰহস্য সোমাই আছে, মই নাজানো। এটা কথা মাত্ৰ বুজিছোঁ যে এনে এডাল তাঁৰ নিশ্চয় আছে, য'ত আঘাত কৰিলে এই আটাইকেইখন হৃদয়তে একে লগে গুঞ্জন উঠে। কিন্তু ক'ত আছে সেই তাঁৰ ?

আপুনি গল্প লিখে ?

পেৰাবাই হঠাতে মোক প্ৰশ্ন কৰিলে।

তেওঁৰ মুখত তেনে এটা প্ৰশ্নৰ কাৰণে মই মুঠেই প্ৰস্তুত নাছিলোঁ। অলপ থতমত খাই গলোঁ। কথাষাৰত কিবা উপহাসৰ ইংগিত আছে নেকি, বুজিবৰ কাৰণে অলপ সময় পেৰাবাৰ মুখলৈ চাই ৰলোঁ। কিন্তু তেওঁৰ মুখ চাই একো ঠাৱৰ কৰা সম্ভৱ নহয়। অকাল-প্ৰৌঢ়ত্বৰ বলিৰেখা অংকিত, কঠিন, সেই আপচু মুখখন কোনো দিন কোনো আবেগৰে ঢৌ লাগি চঞ্চল হৈ উঠা নাই। পেৰাবাৰ প্ৰশ্নটোৰ উত্তৰ দিবলৈ পাহৰি মই তেওঁৰ মুখখনলৈকে চাই ৰলোঁ।—জীৱনত যেন এই প্ৰথম দেখিলোঁ— তেনে এটা বিস্ময়ৰ ভাবেৰে।

—অসমীয়া ভাষা নাজানো। আপোনাৰ গল্প পঢ়াৰ সৌভাগ্য

নহ'ল—। মোৰ উত্তৰলৈ অপেক্ষা নকৰি পেৰাৰাই নিজে নিজেই কৈ গ'ল। —মুনীনৰ মুখত শুনিছোঁ আপনাৰ লিখাৰ কথা। আপোনাৰ দুৰ্নামো শুনিছোঁ যথেষ্ট। সতীশহঁতৰ মুখত। পতিত মানৱাত্মাৰ অন্ধকাৰ সংগ্ৰামৰ কাহিনী মানুহক শুনোৱাবলৈ গৈ আপোনাৰ ব্যক্তিগত জীৱনৰ প্ৰতি কদৰ্য্য ইংগিত পূৰ্ণ যি গঞ্জনা আপুনি শুনিবলৈ পাইপে, আপোনাৰ বন্ধু হিচাৱে তাৰ বাবে মই গৌৰৱ অনুভৱ কৰোঁ।

পেৰাৰাৰ গুৰু-গম্ভীৰ বক্তৃতাৰ উদ্দেশ্য কি, ভাবি একো পাৰ নাপালোঁ। কিন্তু মানুহটোৰ স্বভাৱটোৱেই এনেকুৱা। বক্তৃতাৰ বিষয়বস্তু বৌদ্ধ-দৰ্শনেই হওক বা পৰকীয়া প্ৰেমেই হওক, শব্দ-চয়ন আৰু বচন ভংগীত সদায় সেই একে নিপুণ সতৰ্কতা। মোৰ কবলৈ একো নাছিল। মই মাত্ৰ শুনি গলোঁ।

—এটা গল্প কওঁ শুনিব? আপোনাৰ কামত আহিব পাৰে—কথাষাৰ কৈ পেৰাৰাই সতীশলৈ চাই কিবা এটা ইংগিত কৰিলে। লগে লগে টেবিলত আৰু এটা বটল হাজিৰ। মই কিন্তু ভিতৰে ভিতৰে মুনীনৰ কাৰণে উৎকণ্ঠিত হৈ উঠিছিলোঁ। ইমান সময় ই কৰিছে কি? এবাৰ কৌতূহল দমাব নোৱাৰি চিঞৰি উঠিলোঁ—'মুনীন'। চিঞৰ শুনা মাত্ৰেই নাটকীয় প্ৰৱেশৰ ভংগীত সি পৰ্দা ঠেলি সোমাই আহিল— যেন মোৰ আহ্বানৰ কাৰণেই অপেক্ষা কৰি আছিল। আনে নেদেখাকৈ মই চুৰকৈ লক্ষ্য কৰিলোঁ। তাৰ ৰঙা পৰি উঠা মুখ, আউল বাউল চুলি, অতিপাত নিচা খোৱা মানুহৰ দৰে বিহ্বল চাৱনি। কিন্তু পিছ মুহূৰ্ত্ততে মোৰ ধাৰণা হ'ল, অকল ময়েই নহয়, প্ৰত্যেকেই যেন তাক চুৰকৈ লক্ষ্য কৰিছে, অথচ প্ৰত্যেকৰে ধাৰণা যে সি আন কেইটাৰ চকুত ধৰা পৰা নাই।

পেৰাৰাই গিলাচত ঢোক এটা মাৰি চাৰিওফালে এবাৰ চকু ফুৰাই চালে। গল্প শুনিবলৈ আটাইখন উৎকৰ্ণ হৈ আছে। তেওঁক যথেষ্ট উৎসাহিত হোৱা যেন দেখা গ'ল। কিছু সময় তেওঁ তলমূৰকৈ তলকা মাৰি ৰ'ল। গল্পটো কোনখিনিৰপৰা আৰম্ভ কৰিলে অধিক

মনোগ্ৰাহী হ'ব তাকে নিশ্চয় ভাবিছে। হঠাতে এবাৰ মূৰ তুলি, মোৰ চকুত চকু ৰাখি, একেবাৰে ক্লাছিকেল্ পদ্ধতিৰে আৰম্ভ কৰিলে :

—এসময়ত এজনী ছোৱালী আছিল। তাইৰ নাম আছিল—ধৰি লওক— ৰাণী। জীয়াই থকাৰ ক্লান্তিৰে মলিন, মদৰ ফেনেৰে উজ্জ্বল, উজাগৰ ৰজনীৰ বেহাগ ৰাগিণীৰে গুঞ্জৰিত এখন ৰহস্যময় জগতত তাই অকলশৰে বাস কৰিছিল। এই পৃথিৱীলৈ তাই কেনেকৈ আহিল কোনেও কব নোৱাৰে। তাইৰ বিষয়ে কবলৈ মাত্ৰ এটা কথা আছে— সেইটো হৈছে তাইৰ সৌন্দৰ্য্য। তাইক দেখিলে মানুহৰ এনেকুৱা অনুভৱ হয়, যেন কোনো মানৱ-মানৱীৰ সংগমৰ ফলত তাইৰ জন্ম হোৱা নাই, তাইৰ সৃষ্টি এটা অতি-প্ৰাকৃতিক শক্তিৰ বিস্ময়কৰ বিধান। পিতৃ-পৰিচয়হীনা সেই ছোৱালীজনীৰ মুখৰ গঠন আছিল অজন্তাৰ অপৰূপ লাৱণ্যমণ্ডিত নাৰী মূৰ্ত্তিৰ দৰে,— পাষাণৰ বুকুত চিৰকালৰ কাৰণে স্তম্ভিত হৈ যোৱা সেই অমৰ সৌন্দৰ্য্যৰ স্বপ্নাবেশ আছিল তাইৰ চকুত। তাইৰ উঠন বুকু, নিটোল উৰু, তাইৰ দেহৰ খাঁজ আৰু ঢৌবোৰে মোক মনত পেলাই দিয়ে জৰ্জ কীটৰ অঁকা ধাৰাৰ ছবিলৈ— যি মানুহৰ সমস্ত ইন্দ্ৰিয়ানুভূতিক খৰ্ব কৰি, তাৰ মাজত এটা অতীন্দ্ৰিয় ক্ষুধা জগাই তোলে। তাইৰ সৌন্দৰ্য্যৰ তুলনা হয় প্ৰকৃতিৰ মহিমাৰ লগত, প্ৰতিভাৰ সংজ্ঞাতীত ৰহস্যৰ লগত মানুহৰ মধুৰতম বিষাদৰ লগত।

সেই বিস্ময়কৰ সৌন্দৰ্য্য যেন পেৰাৰাই ঠিক মুহূৰ্ত্ততে চকুৰ আগত দেখিবলৈ পাইছে, তেনে এটা তন্ময়তাৰ ভাবেৰে তেওঁ খন্তেকলৈ স্তব্ধ হৈ বহি ৰ'ল। সেই সুযোগতে মই কেওফালে চকু ফুৰাই লওঁ। পেৰাৰাই মুখ মেলিলেই অস্থিৰ হৈ উঠা মুনীনে প্ৰাৰ্থনাৰ ভংগীত তলমূৰকৈ বহি, তন্ময় হৈ পেৰাৰাৰ কাহিনী শুনি আছে। গিলাচৰ আধা-খোৱা মদখিনি খাবলৈকো সি পাহৰি গৈছে। এটা বিৰাট স্বপ্নৰ উতলা আৱেশ অথবা বহু শত-শতাব্দীৰ স্মৃতি-জৰ্জৰ তাৰ অন্তৰ্লীন সত্বাই যেন হঠাতে তাক অধিকাৰ কৰি ৰহিছে,— তেনে

এটা নিৰুপায় আত্মসমৰ্পণৰ কাকুতিৰে তাৰ গোটেই মুখ ভাৰাক্ৰান্ত হৈ উঠিছে। কিন্তু এইবোৰ কথা ভাবি লাভ কি— মই মনে ভাবিলোঁ। —কাহিনী কাহিনীয়েই।

পেৰাবাই আকৌ আৰম্ভ কৰিলে:

ৰাণী যিটো ঘৰত বাস কৰিছিল, তালৈ উচ্চ শ্ৰেণীৰ অভিজাত যুৱক দুই-এজন প্ৰায়ে আহে, এৰাতিৰ কাৰণে নাৰী দেহৰ সংগ বিচাৰি। ৰাণীয়ে অৱশ্যে নিয়মিত ব্যৱসায় নকৰি যি কোনো এজনৰ ৰক্ষিতা হৈ থকাটো বেছি পছন্দ কৰিছিল। এদিন তাইৰ নিজৰ ঘৰত ঘটনাক্ৰমে অশোক নামে এজন ডেকাৰ লগত তাইৰ পৰিচয় হৈ গ'ল। অশোকে আছিল এজন উচ্চপদস্থ চৰকাৰী চাকৰিয়াল। মাক-বাপেক মৰাৰ পাছত ঘৰৰ লগত তাৰ কোনো প্ৰকাৰৰ সম্পৰ্ক নাছিল। সি নিজে জীৱনত কাৰোপৰা মৰম পোৱা নাছিল, সি মৰম দিবলৈকো তাৰ সংসাৰত কোনো নাছিল। কাৰো প্ৰতি মৰম চেনেহ বা কৰ্ত্তব্যবোধৰপৰা ওপজা কোনো দায়িত্ব নথকা গতিকে, অশোক স্বাভাৱিকতে উচ্ছৃঙ্খল আৰু খামখেয়ালী মনৰ মানুহ হৈ উঠিছিল। তাৰ ক্ষেত্ৰত মানুহৰ স্বাভাৱিক সংগ-প্ৰিয়তা ৰূপান্তৰিত হৈছিল গভীৰ শিল্পানুৰাগত। মানুহৰ লগত যোগসূত্ৰ স্থাপন কৰিব নোৱাৰি সি আশ্ৰয় লৈছিল সাহিত্য, দৰ্শন আৰু কাব্যত। কিন্তু গভীৰ জ্ঞান বোধ নহলে সময়ে সময়ে কাব্য পাঠতো ক্লান্তি আহে। মনৰ তেনে নিৰালম্ব অৱস্থাত অশোকে আৰম্ভ কৰিছিল মদ খাবলৈ। অৱশেষত দীৰ্ঘ দিনৰ অভ্যাসৰ ফলত মদ নহ'লে সি এক তিলো থাকিব নোৱৰা হৈ পৰিছিল। অতিপাত মদ খোৱাৰ ফলত তাৰ মাজত দুটা প্ৰতিক্ৰিয়া দেখা দিছিল; প্ৰথম, সি বৰ বেয়াকৈ হাওঁফাওঁৰ যন্ত্ৰা ৰোগত আক্ৰান্ত হৈ পৰিছিল, আৰু দ্বিতীয়তে তাৰ মাজত পুৰুষোচিত সামৰ্থ্য কমি যোৱা যেন সি অনুভৱ কৰিছিল।

মদ খাই বেহুছ হৈ, তাৰ চিনাকি এজনী বান্ধৱীৰ ঘৰ বুলি ৰাণীৰ ঘৰতে সোমাই পৰিল। পৰ্দাখন দাঙিয়েই সি তাৰ ভুল বুজিব পাৰিলে, কিন্তু ভুল হোৱাৰ বাবে অনুতাপ কৰিবলৈ তাৰ সময় নহ'ল।

নির্জন কোঠাটোত ৰাণীয়ে আপোন মনে নানা কথা ভাবি বিচনাত আধাশোৱা অৱস্থাত পৰি আছিল। তাইৰ গাৰ কাপোৰ-কানিও বৰ সংযত অৱস্থাত নাছিল। কোনো দিন নেদেখা মানুহ এজন হঠাতে দুৱাৰ মুখত দেখি, তাই বিচনাৰ পৰা উঠি বহিল। উদভ্ৰান্ত আৰু বিহ্বল দৃষ্টিৰে তাই অশোকলৈ এক মুহূৰ্ত্তমান চাই ৰ'ল। আন হাতে অশোক স্বৰগ পৰা মানুহৰ দৰে জঠৰ হৈ একে ঠাইতে থিয় হৈ আছে। ৰাণীৰ দুঃসহ সৌন্দৰ্য্যৰ লেলিহান শিখাই তাইৰ গোটেই মুখমণ্ডল যেন পুৰি ছাই কৰি দিছে। তাৰ দৃষ্টিৰ শূন্যতাত তেনে এটা ভাব ফুটি উঠিছে। ৰাণীয়ে খন্তেক পৰ অবাক হৈ তালৈ চাই ৰ'ল। তাৰ পিছ মুহূৰ্ত্ততে তাইৰ চেতনা ঘূৰি আহিল। সদায় যেনেকৈ নানা অচিন অতিথিক নিজৰ শয্যালৈ আহ্বান কৰি আহিছে, ঠিক সেই দৰেই মুখত ৰহস্যময় হাঁহি ফুটাই তাই বহি থকাৰপৰাই অশোকক মাত লগালে— 'সোমাই আহক।'

ৰাণীৰ সেই আহ্বানত নিমন্ত্ৰণ বা প্ৰত্যাখান একো নছিল। কিন্তু তাৰ মাজেদিয়ে তাইৰ যি পৰিচয় ফুটি ওলাল, অশোক যেন তাৰ বাবে সাজু হৈ থকা নাছিল। এই অলোক-সামান্য সৌন্দৰ্য্য, নাৰী-দেহৰ এই পৰিপূৰ্ণ মহিমা, মানুহৰ পাশৱ বৃত্তি চৰিতাৰ্থ কৰিবৰ কাৰণে কেতিয়াও সৃষ্ট হোৱা নাই, হোৱা উচিত নহয়। নিতান্ত নিস্পৃহভাৱে সি যন্ত্ৰৰ দৰে ৰাণীৰ বিচনালৈ আগবাঢ়িল আৰু তাইৰ অনুমতিৰ অপেক্ষা নকৰি বিচনাখনৰ এমূৰত বহি পৰিল। ৰাণীয়ে তাইৰ শংখৰ দৰে শুভ্ৰ আৰু সুন্দৰ ডিঙিটো অলপ বেঁকা কৰি অশোকলৈ চাই ৰ'ল। সেই মনোৰম অশোকে এবাৰ মাত্ৰ তাইক মূৰ তুলি চালে। তাৰ পাছত বাকী গোটেইখিনি সময় সি তল-মূৰকৈয়ে ৰ'ল। এই দৰে কিছু সময় যোৱাৰ পাছত, হঠাতে আশ্চৰ্য্য আবেগে অশোকৰ বুকুখন খুন্দা মাৰি ধৰিলে। সি কব নোৱাৰাকৈয়ে তাৰ দুই চকুৰেদি অজস্ৰ ধাৰেৰে চকু পানী বৈ আহিবলৈ ধৰিলে।

অশোকৰ ব্ৰঞ্জৰ মূৰ্ত্তিৰ দৰে মসৃণ ক'লা মুখাৱয়ৱ, ওঁঠৰ ভাঁজটোতে ফুটি ওলোৱা মধুৰ বিষাদ আৰু কপালত চিন্তাৰ চাপ দেখিয়েই

ৰাণীৰ মনত আন কালে নোপজা এটা ভাবৰ উদয় হৈছিল। এতিয়া হঠাতে সি তেনেকৈ কান্দি উঠা দেখি তায়ো বিচলিত হৈ উঠিল। কিন্তু বাহিৰত কোনো প্ৰকাৰৰ চঞ্চলতা নেদেখুৱাই শান্ত ভাবে তাই সুধিলে : 'আপুনি কান্দিছে কিয় ?'

—'তুমি কি সুন্দৰ।'······ নিৰুদ্দেশ প্ৰাৰ্থনাৰ দৰে শুনালে কথাষাৰ, অশোকৰ মুখত।

টেবুলৰ তলেদি আনে নেদেখাকৈ মই মুনীনৰ হাতখন বিচাৰি মুঠি মাৰি ধৰিলোঁ। তাৰ ৰক্তপ্ৰবাহৰ দ্ৰুত স্পন্দনবোৰ জোৰকৈ বন্ধ কৰি দিবলৈ, মই গাৰ জোৰেৰে তাৰ হাতখন চেপি ধৰিলোঁ বাহ্যিক চেতনা লোপ পাই যোৱা মানুহৰ দৰে সি অসাৰ নিশ্চল হৈ বহি আছে। তাৰ মুখখনলৈ লক্ষ্য কৰিলোঁ। তাত দেখিলোঁ মৰণৰ শীতল ছাঁয়া, দেখিলোঁ—

'সেই ঘটনাৰ কেইদিনমানৰ পাছত' —পেৰাৰাই অকৌ আৰম্ভ কৰিলে— 'ৰাণীৰ বিয়া হৈ গ'ল মহেশ নামে এটা মানুহৰ লগত। বিয়া মানে অৱশ্যে কোনো সমাজ বিহিত বিয়া নহয় ; মহেশৰ লগত ৰাণীক স্বামী-স্ত্ৰী ৰূপে থকা দেখা গ'ল, ইমানেই। মহেশ আছিল চোৰাং মদৰ কাৰবাৰী। অশোকৰ মদ খোৱাৰ ঘৰ আছিল এই মহেশৰ ঘৰেই। মহেশৰ বয়স চল্লিছ বছৰমান হ'ব। মানুহটো ছুৰ্ঘোৰ মদপী ; বেচাতকৈ সৰহভাগ মদ সি খায়েই শেষ কৰে। তাৰ চেহাৰাও আছিল দেখিবলৈ ষাঁৰটোৰ নিচিনা। তাৰ ভৰণ-পোষণৰ ভাৰ অশোকে ইচ্ছা কৰিয়েই লৈছিল নিজৰ হাততে, বহুত দিনৰ আগতেই। এক কথাত কবলৈ গ'লে, সি অশোকৰ হাতৰ মানুহ আছিল। কিন্তু অশোকৰ বাহিৰেও আৰু এটা মানুহৰ লগত মহেশৰ সদ্ভাৱ আছিল,— সি হ'ল আৰ্ণল্ড,— এংলো ইণ্ডিয়ান, তাৰ দোকানৰে অন্যতম বেগুলাৰ গ্ৰাহক। আচলতে আৰ্ণল্ডৰ জীৱিকা সংস্থানৰ একমাত্ৰ উপায় আছিল জুৱা খেলা। সি যে আন কামৰ কাৰণে অনুপযুক্ত আছিল, সেইটো নহয়। কিন্তু সমাজৰ সৰ্বশ্ৰেণীৰ হেজাৰ হেজাৰ মানসিক ব্যাধিগ্ৰস্ত মানুহৰ নিচিনাকৈ, আৰ্ণল্ডও

মানুহৰ সুস্থ আৰু স্বাভাৱিক জীৱনযাত্ৰাক ভয়ৰ চকুৰে চাইছিল। দিনটো জুৱা খেলি যি পায়, তাৰে সস্তীয়া হোটেল এখনত ভাত খাই, ৰাতি হ'লে মহেশৰ ঘৰত মদ খোৱাই আছিল তাৰ দৈনন্দিন জীৱন যাত্ৰাৰ ধাৰা।

মহেশৰ ঘৰত ৰাণীক দেখিবৰপৰাই আৰ্ণল্ডৰ মনত এটা বিপ্লৱে দেখা দিলে। তাৰ মাজত যে কিবা ৰহস্য সোমাই আছিল, সেই কথা সি প্ৰথমৰ পৰাই অনুমান কৰিছিল। ৰাণীৰ সান্নিধ্য লাভ কৰিবৰ কাৰণে এটা উগ্ৰ লালসা মূৰ দাঙি উঠিল তাৰ মনত। কিন্তু বন্ধুত্বৰ অসম্মান কৰিবলৈ তাৰ সাহস নহ'ল। অক্ষম বাসনাৰ উত্তাপত জ্বলি পুৰি সি তলকা মাৰি ৰ'ল।

অশোক আগৰ দৰেই মহেশৰ ঘৰলৈ মদ খাবলৈ আহে। কিন্তু ৰাণী মহেশৰ ঘৰলৈ আহিবৰ পৰা তাৰ মাজত এটা ডাঙৰ পৰিৱৰ্ত্তনে দেখা দিলে। সি আজিকালি কথা কয় কম, মদ খায় কম, আৰু মানুহৰ মুখত শুনা গ'ল যে সি তাৰ খামখেয়ালী স্বভাৱ এৰি পঢ়া-শুনাত খুব মন দিছে। অশোকৰ পৰিচিত মানুহবোৰ বিস্ময়ত হতভম্ব হৈ গ'ল— যিদিনা সাময়িক পত্ৰ এখনত অশোকৰ লিখা এটা গল্প প্ৰকাশ হ'ল। তাৰ ৰচনাৰীতি অঁপইতা, কাহিনীৰ গাঠনি দুৰ্বল, তথাপি তাৰ লেখাৰ মাজত দেখা গ'ল এটা নতুন জীৱনৰ প্ৰতি স্পৃহাৰ সংৰাগ, মৃত্যুক জয় কৰিবৰ কামনা। কাৰ মন্ত্ৰৰ প্ৰভাৱত এনে মিৰাকুল্ ঘটা সম্ভৱ হ'ল? দুই এজনে সেই বিষয়ে সামান্য আন্দাজ কৰিবলৈ সমৰ্থ হ'ল। সেই দুই-এজনৰ ভিতৰত আৰ্ণল্ডো এজন।

আৰ্ণল্ডৰ মনত দৃঢ় বিশ্বাস হ'ল যে নাৰী প্ৰেমে অশোকৰ ৰুক্ষ হৃদয়-মৰুত নতুন বিশ্বাসৰ ফুল ফুলাবলৈ সমৰ্থ হৈছে। আৰু নিঃসন্দেহে সেই নাৰী হ'ল ৰাণী। কিন্তু ৰাণীৰ স্বামী অৰ্থাৎ মহেশ বৰ্তমান থাকোঁতে এনে কথা কেনেকৈ সম্ভৱ হ'ব পাৰে? আৰ্ণল্ডে লক্ষ্য কৰি আহিছে, অশোকে আজি কালি বাহিৰত আন গ্ৰাহকৰ লগত বহি মদ নাখায়, মহেশ বাহিৰত থকা সত্বেও পোনেই ভিতৰ পায়গৈ। দুটি স্ত্ৰী-পুৰুষৰ কলকণ্ঠ, হাঁহি-খিকিন্দালিৰ উচ্ছল তৰংগ

আহি দুৱাৰ-মুখত ৰঙীণ পৰ্দাখনৰ ওচৰতে শেষ হৈ যায়। পৰ্দাৰ সিপাৰে, নেপথ্যত, জীৱনৰ যি অজ্ঞাত ৰহস্যৰ নৰ্ত্তন চলিব লাগিছে, তাৰ কল্পনাত বাহিৰত ভগ্ন স্বাস্থ্য অৰ্দ্ধ-মৃত মানুহবোৰৰ কোটৰগত চকুবোৰ বিস্ফাৰিত হৈ উঠে।

আৰ্ণল্ডহঁতে মদ খাই সোনকালে ঘৰাঘৰি যায়। অশোক কেতিয়াবা ঘৰলৈ যায় অথবা নাযায়েই নেকি, সেই বিষয়ে সিহঁতে একো নাজানে। এদিন এই অভিনয়ৰ শেষ পৰ্যন্ত চাবলৈ আৰ্ণল্ডৰ খুব ইচ্ছা হ'ল। কিন্তু ৰাতি কেনেকৈ থকা যায়? তাৰ মগজুত এটা অতি সাংঘাতিক ফন্দি খেলালে। সেইদিনা মদ খাবলৈ বহিয়েই, অকস্মাতে পৰাৰ নিচিনা ভাও দেখুৱাই সি বটলৰপৰা মদ অলপ কৰঙণৰ কাপোৰৰ ওপৰতে পেলাই থলে। কিছু সময় যোৱাৰ পাছত চিগাৰেট জ্বলাবলৈ জুই-শলা জ্বলাই অসতৰ্ক ভাৱে পৰাৰ নিচিনাকৈ সি মদ পৰি থকা কাপোৰৰ ওপৰতে পেলাই দিলে। ভমক কৰে জুই জ্বলি উঠিল। মহেশহঁতে দৌৰি আহি জুই নুমালে— কিন্তু তাৰ আগতেই, আৰ্ণল্ডে আশা কৰাতকৈ বহুত বেছিকৈ তাৰ দুইটা ভৰি জখম হৈ গ'ল। ঘা শুকাওঁতে এমাহ লাগিছিল, কিন্তু ঘা শুকোৱাৰ পাছত দেখা গ'ল যে তাৰ চলা-ফুৰাৰ শক্তি সমূলি নষ্ট হৈ গৈছে। পংগু, বিকলাংগ হৈ আৰ্ণল্ড মহেশৰ আশ্ৰিত ৰূপে তাৰ ঘৰতে থাকি গ'ল।

এইখিনিলৈকে কৈ, পেৰাৰাই সতীশৰ চকুলৈ চালে। জ্বলন্ত উত্তেজনা এটা চেপা দি ৰাখিবলৈ কৰা প্ৰাণান্তকৰ চেষ্টাত তাৰ মুখ বিবৰ্ণ হৈ উঠিছে। মই তাৰ একো অৰ্থ বিচাৰি নাপালোঁ। বোধহয় গল্পটোত সি যথেষ্ট উত্তেজনাৰ খোৰাক বিচাৰি পাইছে। পেৰাৰাই তাৰ পৰা চকু ঘুৰাই আনি কবলৈ ধৰিলে:

—মহেশৰ ঘৰত থাকিবলৈ লবৰপৰা আৰ্ণল্ডে এটা কথা লক্ষ্য কৰিলে যে মহেশ আৰু ৰাণীৰ মাজত স্বামী-স্ত্ৰীৰ নিচিনা সম্বন্ধ নাই। দুয়ো দুয়োকো যথেষ্ট দূৰত্ব ৰাখি ব্যৱহাৰ কৰে। আৰু এটা কথা সি লক্ষ্য কৰিলে যে অশোকে মহেশৰ চকুৰ আগতেই ৰাণীৰ ওচৰত যথেষ্ট

অধিকাৰ গ্ৰহণ কৰে। সময়ে সময়ে সিহঁতৰ ঘনিষ্ঠতাই দৈহিক শালীনতাৰ সীমাও অতিক্ৰম কৰে। এই জটিল সাঁথৰ ভাঙিবলৈ সি দৃঢ়-সংকল্প হ'ল। মহেশক নানা প্ৰকাৰে প্ৰৰোচিত কৰি সি তাৰ যিখিনি কথা বাহিৰ কৰিলে তাৰ সাৰমৰ্ম এই— 'অশোকে ৰাণীৰ প্ৰেমত পৰি তাইক জীৱন-সংগিনী কৰিবলৈ মন কৰে, কিন্তু তাৰ সামাজিক মৰ্যাদা, ওখ চৰকাৰী চাকৰি আৰু সমাজৰ সংস্কাৰবোধে তাক তেনে কামৰ পৰা নিবৃত্ত কৰে। এজনী দেহোপজীৱিনীৰ লগত আত্মিক সম্পৰ্ক ৰাখিবলৈকো তাৰ দ্বিধা, আনহাতে ৰাণীৰ প্ৰতি দুনিবাৰ আকৰ্ষণ— এই দুটাৰে সংঘাতত পৰি সি সোঁমজীয়া পথ বাছি ললে। সি তাৰ পুৰণি চিনাকি অৰু অৰ্থলোভী মহেশক কেবা হেজাৰ টকা দি তাক ৰাণীক স্ত্ৰী ৰূপে ৰাখিবলৈ বাধ্য কৰিলে এই চৰ্ত্তত যে সিহঁতৰ দাম্পত্য জীৱনত অশোকে একো বাধা নিষেধ নাৰাখে, কিন্তু মহেশে মনত ৰাখিব লাগিব যে ৰাণীৰ প্ৰেমৰ পথত মহেশে একো প্ৰতিবন্ধক সৃষ্টি কৰিব নোৱাৰিব। মানসিক বোধৰফালৰপৰা মহেশ আছিল এটা নিম্নতৰ শ্ৰেণীৰ জীৱ। স্বাভাৱিক অৱস্থাত সদায় সিমান উচ্চ মূল্য দি তাইৰ সান্নিধ্য কিনাটো তাৰ পক্ষে সম্ভৱ নহ'লহেঁতেন। গতিকে এই বন্দোৱস্ত তাৰ কাৰণে অতি লোভনীয় বুলিয়েই অনুভৱ হ'ল।

এইখিনি কথা গম পাই, আৰ্ণল্ডৰ মনত ৰাণীৰ বিষয়ে এটা নতুন অনুভূতিয়ে ঠাই ললে। এনে আশ্চৰ্য্য ঘটনাও ঈশ্বৰৰ পৃথিৱীত ঘটে। ৰাণী,— সৃষ্টিৰ বিস্ময়, মূৰ্ত্তিমতী সৌন্দৰ্য্য, এই ঐতিহ্য-জৰ্জৰ পৃথিৱীত নতুনকৈ নিজৰ কাৰণে জীয়াই থাকিবলৈ মহৎ প্ৰেৰণা, মহত্তৰ বেদনা, —সেই ৰাণীৰ লগত যদি তাৰ হৃদয়ৰ অকণমানো যোগাযোগ ঘটে, তেন্তে সেই বেগবান প্ৰেৰণাৰ বোৱতী-সুঁতিত আত্মাবগাহন কৰি সি মুক্তি লাভ কৰিব এই পংকিল জীৱনযাত্ৰাৰ পাপ আৰু পতনৰপৰা, সৌন্দৰ্য্যৰ বেদীত আত্মনিবেদনৰ দ্বাৰা সি নতুনকৈ প্ৰকৃতিৰ লগত পৰিচিত হ'ব পাৰিব, এই গৰীয়াণ সুখানুভূতিৰ মাজেদি সি নতুনকৈ জীৱন আৰু জগতক ভাল পাবলৈ শিকিব।

মহেশৰ মুখত সকলো কথা শুনি আৰু ৰাণীৰ অতীত জীৱনৰ পৰিচয় পাই আৰ্ণল্ডৰ সংকোচ ভাগিল। এদিন দুপৰীয়া নিৰ্জন মুহূৰ্ত্তত সি ৰাণীক তাৰ ভালপোৱা নিবেদন কৰিলে। সি ৰাণীক ক'লে যে সি ৰাণীৰ এক বিন্দু সহানুভূতিৰ কাৰণে গোটেই জীৱনলৈ পংগুতা বৰণ কৰি লৈছে।

তিৰোতাই যাকে তাকে সতকাই ভাল নাপালেও প্ৰণয়াৰ্থীৰ ঐকান্তিক প্ৰেম-নিবেদনত মনে মনে নিশ্চয় পুলক অনুভৱ কৰে। ৰাণী আৰ্ণল্ডৰ কথাত বিচলিত হ'ল। কিন্তু তাই অশোকৰ শিক্ষা পাই আৰু স্বভাৱতো গম্ভীৰ আছিল। আৰ্ণল্ডক তাই ক'লে: 'কোনো এজনক একান্ত ভাবে ভাল পোৱাটো, এজনৰ কাৰণে গভীৰ প্ৰেমত নিজৰ সকলো বিসৰ্জন দিয়াটো যে জীৱনৰ কিমান এটা মহৎ অভিজ্ঞতা, অশোকক ভাল পায়েই মই সেই কথা বুজিছোঁ। মই আৰু সংসাৰৰ কাৰোপৰা একো নিবিচাৰোঁ। আমি লাখ লাখ এনেকুৱা মানুহ আছোঁ যি জ্ঞানেৰে বা সেৱাৰে জগতৰ একো উপকাৰ কৰিব নোৱাৰোঁ। কিন্তু আমি প্ৰত্যেকেই এজনক অন্ততঃ নিজৰ শক্তিৰে যি পাৰোঁ সুখী কৰিব পাৰোঁ আৰু নিজে সুখত থাকিব পাৰোঁ। এজন প্ৰকৃত সুখী মানুহে আন একো নকৰিও জগতৰ উপকাৰ কৰে নিজৰ সুখৰ মহিমাৰেই!…… আপোনাক মই একো দিব নোৱাৰোঁ, কিন্তু মোৰ বন্ধুত্ব নিশ্চয় দিব পাৰোঁ।'

আৰ্ণল্ডে অভিভূতৰ দৰে ৰাণীৰ কথাখিনি শুনি থাকিল। যেতিয়া তাই কৈ শেষ কৰিলে, তেতিয়া হঠাতে তাৰ অনুভৱ হ'ল যেন ৰাণীৰ মুখত সি অশোকৰ মাতটোকে শুনিবলৈ পাইছে। আচলতে অশোকে তাৰ ক্ষুৰ-ধাৰ বুদ্ধিৰ পোহৰত বহুত আগতেই জানিছিল যে আৰ্ণল্ডে এদিন ৰাণীৰ ওচৰত প্ৰেম ভিক্ষা কৰিব। সেই কাৰণে প্ৰতিটো কথা সি ৰাণীক মুখস্থ কৰাই থৈছে। অশোক আৰু ৰাণী দুয়োৰে আত্মা প্ৰেমৰ গভীৰ উত্তাপত গলি এক হৈ গৈছে। ৰাণীৰ স্বতন্ত্ৰ সত্বা আৰু নাই। আৰ্ণল্ডৰ খুব ঈৰ্ষা হ'ল,…… বিস্ময়ত সি অবাক হ'ল, মুগ্ধ হ'ল,— সি নতুনকৈ শিক্ষা পালে যে জীৱনৰ

বিকাশ সদায় পৰিৱেশ-নিৰ্ভৰ, কোনো মানুহ ওপজিয়েই হীন বা কলুষিত হৈ নাহে, বাধ্যতে পৰি কোনোবা অসৎ হ'লেও প্ৰেম, দয়া, সৌন্দৰ্য্যবোধ, কলানুৰাগ আদি চিৰন্তন হৃদয়বৃত্তিবোৰ, মানুহৰ মনৰ পৰা লুপ্ত হৈ নাযায়। প্ৰেমৰ যাদুদণ্ডৰ পৰশত ৰাণীয়ে নতুন জন্ম লাভ কৰিছে। তাই প্ৰেমিকা, তাই অশোকৰ লীলা-সংগিনী, তাইৰ আৰু আন পৰিচয় নাই। তাই এসময়ৰ গণিকা নহয়, মহেশৰ তথাকথিত পত্নী নহয়, তাই মাত্ৰ এটা সুঠাম নাৰী দেহেই নহয়! আৰ্ণল্ডৰ হঠাতে খুব আনন্দ হ'ল। সি অনুভৱ কৰিলে, ৰাণীয়ে তাক আন একো নিদিলেও এনে এটা বিশ্বাস দিলে, যাৰ পোহৰত সি হেলাৰঙে মৃত্যুৰ দুৱাৰলৈকে অকলশৰে যাব পাৰিব। কৃতজ্ঞতাত তাৰ দুই চকু চলচলীয়া উঠিল।

এইখিনিলৈকে কৈ পেৰাৰা থমকি ৰৈ গ'ল। তেওঁৰ মুখলৈ চাই দেখোঁ, তেওঁৰ চকু চলচলীয়া হৈ উঠিছে। মুনীনৰ চকু দুটা জুইৰ দৰে জ্বলি উঠিছে। সতীশক হাতে হাতে ধৰা পৰি যোৱা অপৰাধীৰ দৰে কুণ্ঠিত আৰু করুণ যেন দেখাইছে। এই বোৰৰ অৰ্থ কি? মই বিবুধি হৈ ইফালে-সিফালে চাইছোঁ, তেনেতে হঠাতে চকুত পৰিল, ৰঙা পৰ্দাখনৰ সিফালে এটা ছায়া মূৰ্ত্তি দ্ৰুত গতিৰে ভিতৰলৈ সোমাই গ'ল। লগে লগে মোৰ চকুৰ আগৰ পৰাও জীৱনৰ করুণ ৰহস্যৰ এখন তেজৰঙা পৰ্দা উন্মোচিত হৈ পৰিল। মই কিবা এটা অন্ধ উত্তেজনাত ঠিক হৈ পেৰাৰাৰ ভৰিৰ পৰা কাপোৰখন দাঙি ধৰিলোঁ। দেখিলোঁ, দুইটা কৰঙণতে শ্বেতকুষ্ঠৰ দৰে জুয়ে পোৰাৰ দাগ, কোঁচ খাই থকা সিৰৰ জঁট। দেখিলোঁ, এজনী অসামান্যা ৰূপৱতী নাৰীক কেন্দ্ৰ কৰি আৱৰ্ত্তিত হৈছে তিনিটি উদ্বাস্তু মানুহৰ জীৱন,—একেজনী নাৰীৰ মাজতে এটাই পাইছে সম্ভোগৰ আনন্দ, এটাই পাইছে প্ৰেমৰ স্বৰ্গীয় জেউতি আৰু এটাই পাইছে ঐতিহ্য-জৰ্জৰ পৃথিৱীত নতুনকৈ নিজৰ কাৰণে জীয়াই থাকিবলৈ মহৎ প্ৰেৰণা। সেই তিনিটাৰ ভিতৰত আটাইতকৈ কোন লাভবান হৈছে চাবলৈ, মই, সতীশ, মুনীন আৰু পেৰাৰাৰ মুখ

কেইখন এফালৰ পৰা লক্ষ কৰি আহিলোঁ। কিন্তু সেই প্ৰশ্নৰ প্ৰকৃত সদুত্তৰ দিব পাৰে একমাত্ৰ সেই ৰহস্যময়ী নাৰীয়ে, যি দুৱাৰ-মুখৰ ৰঙা, পৰ্দাখনৰ সিফালে আশ্চৰ্য্য ৰহস্য-জনিত এখন শয্যাৰ প্ৰান্তত বহি আপোন হৃদয়ৰ পৰ্দা দাঙি ধৰিবলৈ যত্ন কৰিছে তাৰ ভিতৰত সতীশ, মুনীন, পেৰাবাৰ ঠাই ক'ত ?

# মৈদাম

ভবেন শইকীয়া

পূবে মাংসৰ দোকান থকা চাৰিআলিটো আৰু পশ্চিমে চেৰাপ-ভাতি, ইয়াৰ মাজৰ অঞ্চলৰ ৰাস্তাত দীনৰ ডিউটি পৰিছিল। বাটৰ কাষে-কাষে, ইফালে-সিফালে চাই চাই সি একোবাৰ মাংসৰ দোকানখনৰ ওচৰলৈকে গ'ল, একোবাৰ উভতি আহি চেৰাপ-ভাতি পালেহি; কিন্তু বেছি ভাগ সময় সি মাজৰ পূজা মণ্ডপটোৰ ওচৰতে থিয়া-থিয়ি কৰি ৰ'ল। পূজা-মণ্ডপটোৰ নিচেই ওচৰতে বাছ ষ্টেণ্ড; বিভিন্ন চেহেৰাৰ, বিভিন্ন নামৰ বাছবোৰৰ গতি ষ্টেণ্ডটোৰ ওচৰে-পাঁজৰে সময়ে সময়ে আৰম্ভ হৈছে, সময়ে সময়ে শেষ হৈছে। আধা ঘণ্টাৰ আগতে যদি কদমতলৰপৰা মা-শীতলা নামৰ বাছখন আহি ৰ'লহি, আধা ঘণ্টাৰ পাছত ভগ্যলক্ষ্মী নামৰ বাছখন পলাশনি অভিমুখে যাত্ৰা কৰিলে। ইতিমধ্যে হয়তো দীপক নামৰ বাছখনৰ হেণ্ডিমেনটোৱে কুকুৰাধৰালৈকে গোটেই বাটটোৰ কাষে কাষে থকা গাঁওবোৰৰ নামবোৰ চিঞৰি-চিঞৰি মুখস্থ মাতিবলৈ আৰম্ভ কৰিছে! এই ষ্টেণ্ডত সাধাৰণতে দিনটোত চাৰিখনমান বাছৰ যাত্ৰা আৰম্ভ আৰু শেষ হয়; তাৰ বাহিৰে চহৰখনত যি কেইখন বাছ থাকে, সেই কেইখন ড্ৰাইভাৰ-হেণ্ডিমেনহঁতে ওচৰৰে ঘখিনীমৰা নামৰ নৈখনৰ পাৰলৈ লৈ যায় আৰু তলে-ওপৰে ভালকৈ ধোৱে। এই ছদিন পূজা বুলি বাছ-ষ্টেণ্ডটোৰ চাঞ্চল্য বৰ বেছি ধৰণে বাঢ়িছে; ঘখিনীমৰাৰ পাৰলৈ কোনো বাছ যোৱা নাই; প্ৰত্যেকখন বাছেই অসুস্থতা-জড়তা-বাৰ্দ্ধক্য সকলো আওকাণ কৰি চাৰিওফালে থকা গাঁওবোৰৰ লগত চহৰখনৰ এটা উৎসৱসূচক যোগাযোগ ৰক্ষা কৰিছে।

প্ৰত্যেকখন বাছ ষ্টেণ্ডটোৰ ওচৰ পোৱাৰ লগে লগে দীনই পূজা-

মণ্ডপটোৰ পৰা অলপ আঁতৰাই আহি বাছৰ যাত্ৰীবোৰৰ প্ৰত্যেককে লক্ষ্য কৰিবলৈ চেষ্টা কৰিলে। চহৰখনৰ চাৰিওফালে পোন্ধৰ-কুৰি মাইলমানলৈ এই অঞ্চলটোত জনজাতীয় লোক আৰু চাহ-বাগিচাৰ বনুৱাৰ সংখ্যা বহুত ; আৰু চহৰত পূজা চোৱাৰ হেঁপাহ সিহঁতৰেই বেছি ; গতিকে বাছৰ পৰা দলে দলে নামি পৰিল সিহঁতেই। ৰঙীণ ৰেছমী শাড়ী পিন্ধা, মুখত তেল ঘঁহি চিকৃচিকীয়া হৈ অহা, আটিল দেহাৰ ক'লা ক'লা গাভৰু ছোৱালী, কোলাই বোকোচাই কেঁচুৱা আঁৰি লোৱা আদহীয়া তিৰোতা, নিয়াৰিকৈ সেওঁতা কাঢ়ি, ডিঙিত ৰুমাল মাৰি মুৰব্বী মুৰব্বী ভাবত অহা ডেকা, "আগৰ দিনৰ সেই পূজা আৰু ক'ত দেখিবা বে?"—বুলি অপেক্ষা আৰু বাহাদুৰি একেলগে মিহলাই কৰা বুঢ়া ; ইত্যাদি বিচিত্ৰ ধৰণৰ যাত্ৰী। ইহঁতৰ মাজত লখিমী আৰু সৰুমাও আছে নে কি তাকে দীনই প্ৰতিখন বাছ আহি পোৱাৰ লগে লগে সাৱধানে লক্ষ্য কৰিলে আৰু সিহঁতক নেদেখি সি একোবাৰ হতাশো হ'ল, একোবাৰ আশ্বস্তও হ'ল। আৰু এখন বাছ আহি নোপোৱালৈকে এইখিনি সময় সি মাংসৰ দোকান থকা চাৰি আলিটো নাইবা চেৰাপ ভাতিৰ কালে খোজ কাঢ়িলে আৰু অলপ পাছতে আকৌ পূজা-মণ্ডপৰ ওচৰত থিয়া-থিয়ি কৰি থাকিলহি। সি নথকা সময়তেই জানোচা এখন বাছ আহিল আৰু তাতে কিজানি লখিমীহঁত আহিল, এই সন্দেহত সি প্ৰত্যেক বাৰ উভতি আহিয়েই বাছ ষ্টেণ্ডটোৰ ওচৰ-পাঁজৰবোৰ পৰীক্ষা কৰিলে। নাই, সিহঁত নাই অহা।

দীনৰ বৰ বিৰক্তি লাগি আছিল। এনেয়ে উলা-মূলা গৰমক সি গ্ৰাহ্যই নকৰে, তাতে আজি দিনটো বৰ গৰমো নহয়, তথাপি বাৰে বাৰে তাৰ বাটৰ কাষে কাষে খোজ কাঢ়ি ফুৰা বন্ধ কৰি পূজা মণ্ডপৰ ছাঁৰ বেঞ্চ এখনত বহি থাকিবৰ মন গ'ল। বাহুত হুইচেলটো ওলোমাই লোৱা বহীডালৰ কাষে কাষে তাৰ খাকী ৰঙৰ চোলাটো ঘামত তিতি গৈছে, ছুবাবমান খুলি চাই সি দেখিছে মূৰৰ টুপীটোৰ তেলচিকটি লগা ভিতৰ ফালটো সেমেকি গৈছে। বাৰে বাৰে তাৰ

ভৰিৰ পটি, জোতা, কঁকালৰ পেটি,—এটাইবোৰ খুলি, মুকলি হৈ বহি, টুপীটোৰে নিজকে বিচি থাকিবৰ মন গৈছে।

অইন দিনাৰ নিচিনাকৈ সি বাটৰ কাষৰ দোকানীৰ লগত কথা-বতৰা পাতি, খিলিপাণ দুই-এখন খাই, ফূৰ্তি কৰি ডিউটিও কৰিব পৰা নাই। সামান্য কথাতে তাৰ মগজটো গৰম হৈ উঠিছে, মেজাজ খিংখিঙীয়া হৈ গৈছে। হঠাতে যেনিবা এটা ৰিক্সাৱালাই হৈ-হৈ কৈ চিঞৰি কাজিয়া আৰম্ভ কৰি দিলে, দীন ওচৰ চাপি গ'ল, কি হৈছে? হৈছে মানে,—শক্তিধাৰিণী শ্ৰীশ্ৰীদুৰ্গা পূজা উপলক্ষে অলপ ফটিকা খাই শক্তি সঞ্চয় কৰি লোৱা, চহৰত পূজা চাবলৈ অহা দুটা বাগিচাৰ পশ্চিমীয়া মানুহে ৰিক্সাত উঠি গোটেই চহৰখন ফুৰিলে, এতিয়া নামিবৰ সময়ত ৰিক্সাৱালাই ভাৰা খুজিছে ডেৰ টকা, মানুহ দুটাই যাচিছে চাৰি অনা। ৰিক্সাৱালাৰ মতে সিহঁত ডেৰ ঘণ্টা তাৰ ৰিক্সাৰপৰা নমাই নাই, মানুহ দুটাৰ মতে গোটেই জীৱনটোত সিহঁতে মুঠতে বিছ বা পঁচিছ মিনিটতকৈ বেছি সময় ৰিক্সাত উঠাই নাই! দীনই মানুহ দুটাক নিচা কাটি যোৱা বিধৰ ধমক এটা দি টকা এটা দিবলৈ বাধ্য কৰালে; টকা এটা দি মানুহ দুটা "সমস্ত দুনিয়াখনেই বেইমান" জাতীয় কথা কেইআষাৰমান ভোৰ ভোৰ কৰি আঁতৰি গ'ল। ঘটনাটো আচলতে সিমানতেই শেষ হ'ব লাগিছিল, কিন্তু নহ'ল। দীন ৰিক্সাৱালাটোৰ লগত লাগিয়েই থাকিল। "আগতে ভাৰা ঠিক নকৰাকৈ পেছেঞ্জাৰ উঠাব" বুলি কাঠৰ চুটি লাঠীডালেৰে সি কেইবাবাৰো ৰিক্সাৱালাটোৰ নাকটো ছোঙ ছোঙ কৰিলে, এবাৰতো সি আঁতৰ হৈ যোৱা ৰিক্সাখনৰ পিছ ফালে লাঠীডালেৰে ধুমকৈ কোব এটা মাৰিলে, "যাও, ভাগো।"

দীনৰ আচলতে আজি ডিউটি নাছিলেই। পোন্ধৰ দিনৰ আগতে সি থানাৰ ওপৰৱালাক অনুৰোধ কৰি থৈছিল, এইবাৰ যেন পূজাৰ কেইদিনৰ এদিন সি ছুটী পায়। অগত্যা যদি পোৱাটো সম্ভৱ নহয়, তেনেহলে তাৰ ডিউটি যেন ৰাতি পৰে। মাকৰ অসুখ, পামৰ মাটিৰ গণ্ডগোল মৰা, ভনীয়েকৰ মকমাওৰ কাৰণে ল'ৰা এটা চাবলৈ

যোৱা আৰু মাজে মাজে ঠিক লখিমীক চাবলৈ বুলি নহয়, এনেয়ে ঘৰলৈ যোৱা, এইবোৰ লেঠাত তাৰ প্ৰাপ্য ছুটী শেষ হ'ল। নহলে সি ওপৰৱালাক ডিউটিৰপৰা ৰেহাই বিচাৰি অনুৰোধ নকৰিলে-হেঁতেন। বহুত তলৰপৰা প্ৰমোচন পাই পাই ওপৰ হোৱা ওপৰৱালাজন বৰ কাবা মানুহ; চিপাহীৰ ডিউটিৰ ইকাল-সিকাল হোৱা আৰু ইখন ভৰিৰ জোতা সিখন ভৰিত পিন্ধা তেওঁৰ কাৰণে একে কথা, সম্ভৱ হলেও অনিয়ম, কষ্টকৰ, অশোভনীয়। তথাপিও তেওঁ কথা দিছিল, ঠিক আছে এদিন বাৰু দিনৰ বেলাটো দীনক ৰেহাই দিয়া হ'ব। কিন্তু যেই সেই এদিন হলেইতো নহ'ব, ঠিক কোন দিনা সি আজৰি পাব সেইটো নিশ্চিতভাৱে জনাটো দীনৰ কাৰণে বৰ প্ৰয়োজনীয় আছিল, কাৰণ তেহে সি আগতীয়াকৈ বন্দোৱস্তবোৰ কৰিব পাৰিব। শেষত ঠিক হৈছিল—নৱমী পূজাৰ দিনা নিশা দহ বজালৈকে তাৰ ডিউটি নাথাকিব। এই বন্দোৱস্ত হোৱাৰ পিছ দিনাই সি গাঁৱৰ ঘৰলৈ গৈ ঠিক কৰি থৈ আহিল, নৱমীৰ দিনা দুপৰীয়া লখিমী আৰু সৰুমাও চহৰ পাবহি; সন্ধিয়াৰ আগলৈকে সি সিহঁতক চহৰৰ পূজা দেখুৱাব, সন্ধিয়া সি নিজে সিহঁতক ঘৰত থবগৈ, তাৰ পাছত সি উভতি আহি যদি প্ৰয়োজন হয় নিশা ডিউটি কৰিব। এইখিনি অহাযোৱা কৰিবলৈ সিহঁতৰ একো অসুবিধা নহ'ব, কাৰণ পূজাৰ কেইদিন সিহঁতৰ গাঁৱৰ বাটেদি মাজ নিশালৈকে বাছ অহা যোৱা কৰি থাকিব।

সৰুমায়ে পিছে এটা অসুবিধাৰ কথা উল্লেখ কৰিছিল, কেৱল ছোৱালী দুজনী, লগত কোনো নাই, অকলে অকলে টাউনলৈ যোৱা—

"নাই নাই, সেইটোনো কি কথা? দিনে-পোহৰে মাত্ৰ বিছ মাইল বাট, সৌখিনিতে বাছত উঠি বহিবি, একে কোবেই টাউন ওলাবিগৈ, আৰু তাত মটৰ ষ্টেণ্ডতে মইতো বৈ থাকিমেই।" দীনই চহৰ আৰু সিহঁতৰ গাঁওখন খিৰিকী থকা বেৰ এখনৰ ইকাল-সিকালৰ নিচিনা বুলি ধৰি লৈ কথাটো পাতলাই দিলে।

উভতি আহিবৰ সময়ত দীনৰ মনত এটা উকমুকনি উঠিছিল, লখিমীয়ে জানোচা আকৌ কিবা অসুবিধা উলিয়ায়,—এই বিষয়ে এবাৰ সি ভনীয়েকক সুধিব নেকি ? পিছে নুসুধিলে। বাৰে বাৰে ভনীয়েকৰ আগত লখিমীৰ নামটো উচ্চাৰণ কৰিবলৈ তাৰ লাজ লাগিল। তাৰ উপৰি সি জানে সকমাৰে ক'লে, বিশষকৈ গোটেই ব্যৱস্থাটো সি আয়োজন কৰা বুলি শুনিলে লখিমীয়ে আপত্তি নকৰে।

লখিমীলৈ আজিকালি দীনৰ সঁচাকৈয়ে বৰ লাজ লাগে। মুখা-মুখি হোৱাৰ পাছত কথা এষাৰ আৰম্ভ কৰিবলৈ তাৰ বিশেষ অসুবিধা নহয় ; দুৰ্দান্ত সাহস থকা চিপাহী মানুহ, কত তিৰোতা মানুহ, গাভৰু ছোৱালীক সি কানি বেচা, গহনা চুৰ কৰা, ভিতৰৰপৰা দুৱাৰ খুলি দি নিজে ভিতৰলৈ চোৰ সুমুৱাই অনা ইত্যাদি দোষ স্বীকাৰ কৰাবলৈ ডবিয়াই কন্দুৱাই পেলাইছে, তথাপি এবাৰ কথা সোধাৰ পাছতে লখিমীয়ে যেনেকুৱাখন কৰে, দীনৰ লাজ লাগি যায় ; দ্বিতীয়বাৰ কথা সুধিবলৈ তাৰ নিজৰে থোতা মোজা লাগে। এসময়ত চহৰৰ স্কুলৰ সমনীয়াৰপৰা শিকি যোৱা ৰস লগোৱা কথাৰে সি সাত বছৰীয়া লখিমীৰ ফ্ৰকটোৰ ফটাডোখৰ আঙুলিয়াই জোকাইছিল, "কি অ' ? বতাহ লাগিবলৈ হবলা মাৰে চোলাত খিৰিকী কাট দিছে ?" তেতিয়া লখিমীয়ে সাউৎকৈ ঘূৰি ফ্ৰকৰ ফটাডোখৰ দীনৰ পৰা আঁৰ কৰিছিল।

এতিয়া লখিমীয়ে দীনৰ মুখামুখি হ'লেও গোটেই গাটো অদৃশ্য কৰাৰ উদ্দেশ্যেৰে চাদৰখন টানি টানি ফালিবৰ উপক্ৰম কৰে। তাইৰ এনেকুৱা লাগে যেন সকলোৰে জোখৰ কৰি বোৱা চাদৰবোৰ তাইৰ কাৰণে চুটি হয়। একালত দীনই ধেমালি কৰা খিৰিকীখন এতিয়া লখিমীয়ে মনে মনে মনত কাটি থৈছে আৰু সেই খিৰিকীখন সদায় খোলা থাকে কাৰণে দীনৰ মুখামুখি হলেই তাই ৰঙা পৰি যায়, বোবা হৈ যায়।

লখিমীৰ মাক-দেউতাক ঢুকাল ; তাই বুঢ়ীমাকৰ লগত থাকে।

দূৰত থকা মোমায়েক এজনে সিহঁতৰ মাটিখিনি চায়। চায় মানে লখিমী আৰু বুঢ়ীৰ বছৰেকৰ জোখাৰে ধান-মাহখিনি দিয়ে, বাকী-খিনি নিজে খায়। লখিমী একালে ওলাই গলে, বুঢ়ীয়ে বিদায় মাগিলে ধান-মাহ দিয়াৰ আৰু লেঠা নাথাকিব, মোমায়েকজনে তাকে ভাবি আছে। দীনৰ লগত লখিমীৰ কথা-বতৰা চলাৰ নিচিনা কিবা এটা হৈছে বুলি খবৰ পায়েই এদিন তেখেতে ব্যস্ত অভিভাৱকৰ ৰূপ লৈ চহৰৰ থানালৈকে দৌৰি আহিছিল; দীনক তেখেতে সুধিছিল, "তেনেহলে শুভ কামত পলম কৰাৰ কি দৰকাৰ?"

দীনই সসম্ভ্ৰমে লাজ কৰি কৰি কৈছিল,—অইন অসুবিধা একো নাই, কেৱল ভনীয়েকজনী, মানে সৰুমাওৰ ব্যৱস্থা এটা আগতে কৰিব পাৰিলে ভাল হয়। সি আৰু আশা প্ৰকাশ কৰিছিল—লখিমীৰ মোমায়েকেও যদি সেইফালে ক'ৰবাত ভাল ল'ৰা চৰা এটা পায়! মোমায়েকে বাৰু বাৰু বুলি বৰ জোৰেৰে শলাগি গ'ল; গৈ পিছলৈ তাপ মাৰিলে।

এইজনৰ বাহিৰে লখিমীৰ আৰু কোনো অভিভাৱক নাই। সৰুমাও বেছি ভাগ সময় তাইৰ লগতে থাকে; সৰুমাওৰ মাকেও সদায় বুঢ়ীৰ খা-খবৰ লৈ থাকে। বুঢ়ীয়ে কেতিয়াবা লখিমীক ওচৰলৈ মাতি উপদেশ দিয়ে, "এতিয়াই তই তাৰ লগত বেছি হলি-গলি নকৰিবি, গাৱঁৰ মানুহে বেয়া বুলিব।"

গাঁৱৰ মানুহে পিছে দীনক বৰ ভাল পায়, সি কিবা হলি-গলি কৰা দেখিলেও তেওঁলোকে কোনোৱে বেয়া নাপায়। আজি যে সিহঁত চহৰলৈ যাব, যাবৰ সময়ও বুঢ়ীয়ে "দিনে পোহৰে উভতি আহিবি,"—আৰু বাছত উঠিবৰ সময়ত দুজনমান আদহীয়া মানুহে—"বাৰু গৈছ যা, পিছে তাতে থাকি নাযাবি। আৰু আহোঁতে আমালৈ মিঠৈ চিঠৈ যি পাৱ লৈ আহিবি"—এনেকুৱা দুআষাৰমান কথাৰ বাহিৰে কোনেও আৰু একো নকয়।

এইকণ সুবিধা আছে কাৰণেই বহুত দিনৰেপৰা দীনৰ মনত এটা ৰূখে বাহ লৈছিল,—কিবা এটা উছৱৰ দিনত লখিমীক যদি চহৰখন

ভালকৈ দেখুৱাব পাৰিলেহেঁতেন! চহৰখনত কেতিয়াবা চাবলগীয়া বস্তু এটা দেখিলেই তাৰ তৎক্ষণাত লখিমীলৈ মনত পৰে,—ইছ, তাইক যদি সি কেনেবাকৈ এইবোৰ দেখুৱাব পাৰিলেহেঁতেন। চহৰখনত সভা-সমিতি, তিথি-উছৱ কিবা এটা হলেই লাঠীডাল হাতত লৈ কেৱল গণ্ডগোলবোৰৰ গন্ধ লৈ ফুৰা বৰ কঠুৱা কাম! তাৰ মাজতে অকলে অকলে লোকৰ ৰং-ৰহইচবোৰ চাই ফুৰিবলৈ বৰ বেয়া লাগে। ডিউটি নাথাকিলে ঘৰত সোমাই থকাটো আৰু বিৰক্তিকৰ। ঘৰ মানে হ'ল এটা আহল-বহল কোঠালী, তাতে থেপা থেপিকৈ দহখন কাঠৰ খাট, ৰাতি পাঁচখনমান খাটত মানুহ শোৱে; বাকীকেইখন খালী হৈ থাকে। কোঠালীটোৰ চাৰিওফালে জঞ্জাল ;—আঁঠুৱা তৰা ৰছী, কাপোৰ থোৱা ৰছী, পেটি থোৱা ৰছী, টুপী থোৱা গজাল। তাৰ বাহিৰেও সময়ে অসময়ে তাচপাতৰ উনত্ৰিছৰ খেল, বিড়িৰ গন্ধ, মাৰ-পিট, চুৰি-ডকাইতিৰ তেজাল খবৰ, নতুন শিকাৰুৰ বাঁহীৰ পিঁপিঁয়নি, প্ৰত্যেকটো কাঠৰ চেপত অসংখ্য উৰহৰ অতপালি! বাহিৰত দুৰ্গাপূজা চলি থাকিলে ঘৰত বহি এইবোৰ সহ্য কৰি থাকিবলৈ দীনৰ বৰ কষ্ট হয়। প্ৰায়েই সি ভাবে এনেকুৱা এটা দিনত যদি লখিমী আহিলহেঁতেন আৰু যদি তাৰ ডিউটি নাথাকিলহেঁতেন!

এইবাৰ ঠিক সেই ঘটনাটোকে সি মিলাই লৈছিল। তাৰ ডিউটি নাথাকিব, দুপৰীয়া লখিমীহঁত আহিব, সিহঁতে লাহে লাহে ফুৰি ফুৰি পূজা চাব, হোটেলত চাহ খাব, মেটিনী শ্ব' টকী চাব, কিবাকিবি চখৰ বস্তু দুটামান কিনিব; আৰু পিছলৈ যদি তাৰ আৰু লখিমীৰ লাজ নালাগিব যেন ভাব এটা দেখা যায়, তেনেহলে সিহঁতে এখন ফটো তুলিব। ইয়াৰ কাৰণে দীনই পইচা সাজু কৰি থৈছিল; খাকী লংপেণ্টটোত ডিউটিৰ গন্ধ অকণমান থাকি যায়, সেই কাৰণে সি বগা লংপেণ্টটো আৰু বগা চোলা এটা ধোবাৰ হতুৱাই ধোৱাই থৈছিল; আনকি লংপেণ্টটোৰ কঁকালৰ হুকৰ্মবা ঠাইৰ৷ বঙা দাগটো গুচাব

নোৱৰাৰ কাৰণে সি ধোবাটোক ডবিয়াইছিল, আৰু মানৰৰ দাগ কেনেকৈ যাব বুলি ধোবাটোৱেও তাক ঘূৰাই গেঙেৰি মাৰিছিল।

কিন্তু নহ'ল। ওচৰৰ গাঁও এখনৰ মুকলি পথাৰত মটৰত যন্ত্ৰ-পাতি লৈ ফুৰা কোম্পানী এটাই পূজাৰ কেইদিন চিনেমা দেখুৱাবলৈ লৈছিল; কালি অষ্টমী পূজাৰ নিশা তাত ডাঙৰ মাৰ-পিট লাগিল; মাৰ-পিটৰ জুই বাতিয়েই নুমাল, কিন্তু কিছুমান বদমাচ মানুহে হেনো আওঠাবোৰত শুকান গছপাত আদি জাপি দি ফুৰাই থকা দেখা গৈছে; গতিকে সেই অঞ্চলত কেইটামান চিপাহী এই কেইদিনৰ কাৰণে ৰাখি দিবলগীয়া হ'ল; ফলত চহৰত চিপাহী কমি গ'ল আৰু দীনৰ ডিউটি পৰিল।

দীনই খবৰটো শুনিয়েই ওপৰৱালাৰ ওচৰলৈ দৌৰি গ'ল, গৈ কাউ-বাউ কৰিলে; আৰু উত্তৰত ওপৰৱালাজনে ক'লে, অইন এজন ওপৰৱালাই হেনো দীনক সেই গাঁওখনলৈকে পঠোৱাৰ কথা কৈছিল, তেওঁহে বুদ্ধি কৰি তাক ইয়াতে ৰাখিলে। তাৰ উপৰি পূজাৰ কেইদিন ইমাৰ্জেঞ্চী চলিছে।

ফলস্বৰূপে দীনই পূবে মাংসৰ দোকান থকা চাৰি আলিটো আৰু পশ্চিমে চেৰাপভাতি, এই অঞ্চলত ডিউটি কৰিছে, আৰু বাৰে বাৰে সি অস্থিৰ হৈ পূজা-মণ্ডপটোলৈ উভতি আহিছে আৰু যাত্ৰীৰ মাজত লখিমী আৰু সৰুমাওক বিচাৰি ফুৰিছে। পূজা-মণ্ডপৰ ওচৰতেই গণ্ডগোল বেছি হয়, এই নিজে সজা যুক্তিটোৰ আশ্ৰয় লৈ সি বেছি ভাগ সময় এইখিনিতে ঘূৰাপকা কৰি থকাৰ সুবিধা লৈছে। প্ৰতিখন বাছৰ যাত্ৰীবোৰ চাই লখিমীহঁতক নেদেখি সি হতাশ হৈছে, আৰু একোবাৰ আশ্বস্তও হৈছে, সিহঁত যেন আজি নহাই ভাল; কিবা কাৰণত সিহঁত আজি আহিব নোৱৰাই ভাল। সিহঁত আহিলে আজি সি কি কৰিব? তাৰ ডিউটি কেতিয়া শেষ হ'ব? সি যেতিয়া মুকলি হ'ব, তাৰ পাছতো লখিমীহঁতক দেখুৱাবলৈ তাৰ কাৰণে পূজা থাকিবনে? আৰু সিহঁতকতো থৈয়ো আহিবগৈ লাগিব! নাই নাই নালাগে, সিহঁত আহিব নালাগে।

কিন্তু পিছ মুহূৰ্ত্ততে দীনৰ মনটো আকৌ দুখেৰে ভৰি গ'ল। তাৰ নিজকে বৰ অসহায় যেন লাগিল। সি ইমান আশা কৰি আছিল আজিৰ দিনটোলৈ। তাৰ বগা কাপোৰযোৰৰ ভাঁজ এবাৰো নোখোলাকৈয়ে তাৰ টিনৰ চুটকেচটোত সোমাই আছে, এয়া তাৰ বুকুৰ জেপৰ বেগটোত ডেৰকুৰি টকা আছে, ফটোৰ দোকানত ফটো এখন তুলিলে দহ টকা লাগিব বুলি সুধি জানি থোৱা আছে, বনোৱাৰীলালৰ দোকানখন আজি যে খোলা থাকিব সেইটো খবৰ লৈ থোৱা আছে, আৰু আটাইতকৈ ডাঙৰ কথা, আজি বহুতপৰ ধৰি লখিমীৰ মুখখন চাই থাকিবলৈ পোৱাৰ তাৰ এটা অদ্ভুত আশা আছে; এই চহৰখনক প্ৰথমবাৰৰ কাৰণে নতুনকৈ চাবলৈ তাৰ বৰ হেঁপাহ আছে!

দীন লাহে লাহে চেৰাপ-ভাতিৰ ফালে আগুৱাই গ'ল। চেৰাপ-ভাতিৰ ওচৰৰ পৰা উভতিছে, এনেতে সি মন কৰিলে পিছ ফালৰ পৰা এখন বাছ আহিছে। বাছখনে তাক পাৰ হৈ গুচি যোৱাৰ সময়ত সি এবাৰ মূৰ তুলি চালে আৰু দেখিলে খিৰিকীৰ কাষত লখিমী। বাছখন বেগেৰে পাৰ হৈ গ'ল। দীনৰ গোটেই গাটো যেন জিকাৰ খাই উঠিল। এক মুহূৰ্ত্তৰ কাৰণে তাৰ হিতাহিত জ্ঞান যেন নোহোৱা হৈ গ'ল; তৎক্ষণাত সি জেপত পৰা হুইচেলটো উলিয়াই ললে, আৰু যিমান পাৰে জোৰেৰে হুইচেলটোত ফু দিলে। বাছখন অলপ দূৰ গৈ ৰৈ গ'ল। এনেকুৱা পূজাউছৱৰ দিনত বাছবোৰে অপৰাধৰ কাম বেছি কৰে, সেইটো কথা বাছৰ ড্ৰাইভাৰ-হেণ্ডিমেনে নিজেই বেছিকৈ জানে; সেই কাৰণে সিহঁত দুটাই চক খালে, এইবাৰ বা কি লেঠা লাগিল! যাত্ৰীৰে ঠাই খাই থকা বাছখনৰ পিছ দুৱাৰত কোনোমতে থিয় হৈ দীনয়ো ভাবিলে—সি এতিয়া কি কাৰণে বাছখন ৰাখিলে বুলি কব? সি প্ৰথমতে গম্ভীৰ হ'ল, হেণ্ডিমেনক বাছখন চলাবলৈ ক'লে আৰু তাৰ পাছত কেউফালে এনেকুৱা এটা ভঙ্গীৰে চাবলৈ চেষ্টা কৰিলে যেন কোনোবা এটা পলটীয়া বদমাচক সি অকল এইখন বাছৰেই নহয় প্ৰত্যেকখন

বাছৰেই যাত্ৰীবিলাকৰ মাজত বিচাৰি ফুৰছে। থিয় হৈ থকা মানুহ বিলাকৰ মাজে মাজে আগবাঢ়ি তাৰ সকমাওহঁতৰ ওচৰলৈ যাবলৈ বৰ মন গৈছিল, কিন্তু ইচ্ছাটো সি জোৰকৈ দমন কৰি ৰাখিলে।

বাছষ্টেণ্ডত নামিয়েই লখিমীয়ে এবাৰ লাজ-লাজ দৃষ্টিৰে দীনলৈ চাই লাহেকৈ হাঁহিলে। দীনই তাইৰ গোটেই গাটোকে এবাৰ চাই ললে। দুমাহমানৰ আগতে সি দিয়া চিক্কৰ চাদৰ এখনকে তাই লৈ আহিছে। চহৰৰ মাটিত ভৰি দিয়াৰ লগে লগে যেন তাইৰ চেহেৰাটো মুকলি হৈ গৈছে। তাইৰ গাল, বাহু, হাত—মুঠতে গোটেই গাটোৰেই বৰ ধুনীয়াকৈ পুৰঠ হৈ উঠিছে, তাইৰ মুখৰ বগা ৰঙটো ইয়াৰ মাজতে কেতিয়াবা অলপ ৰঙচুৰা হৈ গৈছে, এইবোৰ কথা দীনই যেন ইমান দিন মনেই কৰা নাছিল।

সকমাওহঁত আহি পোৱাৰ লগে লগে দীনই তাৰ কপালৰ দুখৰ কথা কব বুলি ভাবি আছিল, কিন্তু লখিমীৰ গাৰপৰা চকু ঘূৰাই অনাৰ পাছত সকমাওৰ চকুৰে চকুৰে পৰোতে সি থোতামোজা লগাই সুধিলে, "তহঁতৰ ইমান দেৰি হ'ল কিয়? বৈ আছোঁ বৈ আছোঁ, পাছত তহঁত নাহিবি বুলিয়েই ধৰি লৈছিলোঁ।

সকমাৰে বুজাই দিলে, বাছত চিট নাছিল সিহঁতো বৈ আছিল, বৈ আছিল, এবাৰতো সিহঁতে আহিব নোৱাৰিম বুলিয়েই ভাবিছিল!

"আহ" বুলি দীনই সিহঁতক বাটৰ কাষে কাষে আগবঢ়াই নিলে। কিন্তু নিব ক'লৈ? দীনৰ মনটো আকৌ বেয়া লাগি গ'ল। এনেতে সকমাৰে সুধিলে, "তোৰ এতিয়া ডিউটি আছে নেকি অ'?"

"এ নকবি দে।" বিৰক্তিটো দীনৰ মুখত ফুটি উঠিল। গাৰ খাকী কাপোৰযোৰ তাৰ কুৎসিত, দুৰ্গন্ধময় কেঁচা বাঘ ছাল যেন লাগিল, কঁকালৰ পেটি, হুইচেলৰ ৰছী এইবোৰ লোহাৰ শিকলি যেন লাগিল, মূৰৰ টুপীটো অসহ্য গধুৰ বোজা যেন লাগিল। সি ক'লে, "এই গুণ্ডা বদমাচবোৰৰ কাৰণে শান্তি নোহোৱা হ'ল। কোনোবাই ক'ৰবাত মাৰ-পিট কৰিলে, আৰু ইফালে মোৰ আজি ছুটীটো কটা গ'ল।"

গুণ্ডা-বদমাচৰ নাম শুনি সকমাও লখিমী দুয়োজনীয়ে দীনৰ মুখলৈ

চালে। গুণ্ডা-বদমাচৰ কথাই নাই, সাধাৰণ দন্‌খৰিয়াল বুলিলেই সিহঁতৰ বৰ ভয় লাগে। লখিমীৰ আকৌ তেজৰ নাম শুনিলেই মূৰ ঘূৰাই যায়। সকমাৰে লগে লগে সুধিলে, "কৰবাত কাজিয়া লাগিছে নেকি?"

দীনই কথাটো পাতলাই দিলে। সকমাৰে সুধিলে, "তোৰ ডিউটিনো কেতিয়া শেষ হ'ব?"

"জানো! কবই পৰা নাই। নিয়মমতেতো ছয় বজাত শেষ হ'ব লাগে।" বিৰক্তিটোৱে দীনৰ ভিতৰত বটলত জীয়াই থোৱা মাছৰ নিচিনাকৈ উঠা-নমা কৰি আছিল।

লখিমীয়ে সকমাওক সক মাতেৰে কিবা এষাৰ ক'লে, সকমাৰে "এৰা" বুলি শলাগিলে। লখিমীয়ে এতিয়ালৈকে কথা কোৱাই নাই; সেই কাৰণে দীনই আগ্ৰহেৰে ভনীয়েকক সুধিলে, "কি হ'ল?"

"একো হোৱা নাই; তাই কৈছে আজি আমি নহা হ'লেই ভাল আছিল।"

দীন সন্ত্ৰস্ত হৈ উঠিল, "নাই নাই, একো নাই। মোৰ ইয়াতে ডিউটি; ডিউটি মানে বাটে-বাটে পূজা চাই ঘূৰি ফুৰাহে! একো অসুবিধা নহয়। আহ।"

"ৰবি আকৌ! আমি ইমান বেগদি যাব পাৰোঁ নেকি?" সকমাৰে ক'লে।

দীন থমক খাই ৰ'ল। সি বেগ দিয়া নাছিল; তথাপিও সি আগবাঢ়ি গৈছিল। ভৰি মিলাই খোজ কঢ়াৰ অভ্যাস সি বহুত কৰিছে, কিন্তু লখিমীহঁতৰ নিচিনা ভৰিৰ খোজৰ লগত খোজ মিলোৱা অভ্যাস তাৰ একেবাৰে নাই। তাৰ এবাৰ লখিমীৰ ভৰি ছুথনলৈ চকু গ'ল। চহৰৰ ছোৱালীহঁতৰ ধীৰ, লঘু, আলফুলীয়া খোজ সি বহুত দেখিছে, সেই একে খোজ! তাৰ মনটো হঠাতে প্ৰসন্নতা, সন্তুষ্টিৰে ভৰি যাব খুজিলে, কেৱল তাৰ নিজৰ ভৰিৰ গধুৰ বুটজোতাযোৰৰ তলৰ পৰা ওলোৱা কৰ্কশ শব্দটোৱে তাক আমনি কৰিলে।

সিহঁত গৈ গৈ পূজা-মণ্ডপটোৰ ওচৰ পাইছিলগৈ, এনেতে মনোহৰ প্ৰসাদ নামৰ দীনৰ লগত হলি-গলি ৰাখিবলৈ চেষ্ট কৰা এক চালানী আমৰ ব্যৱসায়ীয়ে বাটৰ যিটো কাষৰ পৰা আধা শব্দ কৰি, আধা ইঙ্গিতেৰে দীনক মাত লগালে। দীন ৰ'ল, লখিমীহঁত আগবাঢ়ি গ'ল। ৰাস্তাটো পাৰ হৈ আহি মনোহৰ প্ৰসাদে গোপন কথা কোৱাৰ নিচিনাকৈ সুধিলে "কি হ'ল ?"

দীনই সুধিলে, "কি—কি হ'ল ?"

মনোহৰ প্ৰসাদে চকুৰ ইঙ্গিতেৰে লখিমীহঁতক দেখুৱালে। মুহূৰ্তৰ ভিতৰতে যেন তেজৰ ধল এটা দীনৰ মূৰৰ ফালে উজাই গ'ল ; মনোহৰ প্ৰসাদৰ ইঙ্গিতটো সি সম্পূৰ্ণ হ'বলৈ নিদিলে ; প্ৰায় লগে লগেই সি ক'লে, "সেইজনী মোৰ ভনী, আৰু ইজনী আমাৰ গাঁৱৰে ছোৱালী, ভাইৰ লগৰ।"

মনোহৰ প্ৰসাদে তৎক্ষণাত আশ্ৰমৰ কন্যাসকলৰ তত্ত্বাৱধানত থকা বৃদ্ধ ঋষিৰ নিচিনা সৌম্যমূৰ্তি ধাৰণ কৰিলে ; চাচিপাণ, কিমাম, জৰ্দাৰ গছকত ৰক্তপাত হোৱা দাঁত কেইটা উলিয়াই সি এবাৰ হা হাকৈ হাঁহিলে, তাৰ পাছত ক'লে "পূজা চাবলৈ আহিছে ? দেখুৱাওক দেখুৱাওক। আমাৰ সেইফালে ৰৰ বজাৰৰ ওচৰতো এখন ডাঙৰ পূজা হৈছে নহয় ; সেই ফালেও নিব এবাৰ।"

দীন গম্ভীৰ মুখেৰে আঁতৰি গ'ল।

দীনহঁতে সাধাৰণতে গণ্ডগোলত লিপ্ত থকা মানুহৰ লগে লগে খোজ কাঢ়ে আৰু প্ৰায়েই থানাৰ ফালে আগুৱাই যায়। এনেকুৱা পূজা উছৱৰ সময়ত কেতিয়াবা গাঁও-ভূঁইৰ পৰা অহা অভিভাৱক নোহোৱা তিৰোতা মানুহো বিপদত পৰেহি, আৰু সিহঁতৰ ত্ৰাণকৰ্তা-ৰূপে কিছুমান মানুহো চহৰখনত অনবৰত ঘূৰ ঘূৰকৈ ঘূৰি ফুৰে।

"পূজা হৈ যাওক, তাৰ পাছত তাক এবাৰ লগ পাব লাগিব।" বুলি দীনই ৰাম প্ৰসাদৰ নামত এবাৰ দাঁত কামুৰিলে।

ক'ৰবাত এখন মটৰ চাইকেলৰ চপ্‌চপনি শুনি দীনই এবাৰ

কাণখন থিয় কৰি গম ললে। নহয়, এইখন বেলেগ; থানাৰ অ'চিৰ এখন মটৰ চাইকেল আছে। সেইখনৰ শব্দটো সি চিনি পায়।

সি লখিমীহঁতক লগ পাওঁ পাওঁ হৈছিল, হঠাতে তাৰ ভৰিৰ গতিটো অকণমান কমি গ'ল। এনেকৈ লখিমীহঁতৰ লগে লগে যোৱাত তাৰতো অইন এটা অসুবিধাও আছে! কোনেবাকৈ যদি তাৰ ওপৰৱালা এজন এইফালে আহে! বিশেষকৈ এই তিবাৰী বোলাটো! সাতশ মাইল দূৰত ল'ৰা-তিৰোতা থৈ কেৱল প'ষ্টকার্ড, মণিঅর্ডাৰৰ ওপৰত ভাৰসা কৰি মহাসুখে বছৰৰ পাছত বছৰ চাকৰি কৰি আছে, সিনো লখিমীহঁতক লগত লৈ ডিউটি কৰা দেখিলে দীনক শুদাই এৰিবনে?

আগে আগে গৈ থকা লখিমীক দীনই করুণ দৃষ্টিৰে চালে। খোজ কাঢ়োঁতে তাইৰ গোটেই গাটোৱেই যেন ধীৰ গতিৰে নাচিছে। সি নিজে কিনি দিয়া চিঙ্কৰ চাদৰখনে সেই নাচনৰ লগত জোটা পুটি লগাইছে। দীনৰ এবাৰ লখিমীৰ পিঠিখনত, চাদৰখনৰ ওপৰত আলফুলকৈ হাত বুলাবলৈ মন গ'ল।

সি লখিমীহঁতৰ সমান সমান হ'বলৈ অলপ বেগ দিলে। যি হয় হ'ব। সি ফুৰিবও, ডিউটিও কৰিব; তাৰ পাছত সন্ধিয়া ডিউটি শেষ হ'লে সিহঁতক ঘৰত থৈ আহিবগৈ। কিন্তু মাংসৰ দোকান আৰু চেৰাপ-ভাতি, ইয়াৰ মাজতে ফুৰা!

এবাৰ সেমেনা-সেমেনি কৰি, ক্ষীণ মাতেৰে দীনই সকমাওলৈ চাই, লখিমীক উদ্দেশ্য কৰি ক'লে, "আচলতে ইয়াত টাউন বুলিবলৈ এই ৰাস্তাটোৱেই বুইছ? ভাল ভাল দোকানপোহাৰ এটাইবোৰ এইখিনিতে আছে। সিফালে আৰু এটা ৰাস্তা আছে, সেইটোত কাছাৰী ঘৰ, চিনেমা হল, আমাৰ থানা, সেইবোৰ আছে; বৰ হুলস্থুল মিছা-মিছি; তাতে পূজাৰ বজাৰত এই কেইদিন ভাল ভদ্র মানুহে সেইফালে ফুৰা চকা কৰিবলৈ এৰিয়েই দিছে।"

চহৰখন সৰু নিশ্চয় হয়, কিন্তু দীনই কোৱাৰ সমান সৰু নহয়। কথাখিনি কৈ দীনৰ নিজেৰে বৰ দুখ লাগিল। কোনেবাকৈ যদি এই

মুহূর্ততে ইমার্জেঞ্চি শেষ হৈ যায়; এই মুহূর্ততে যদি গাঁৱৰ পৰা চিপাহীবোৰ উভতি আহে, আৰু তাৰে এটা চিপাহীয়ে যদি মাত্র এঘণ্টাৰ কাৰণে ডিউটিৰ পৰা ৰেহাই দিয়ে!

সেইবোৰৰ সম্ভাৱনা নাই, ইফালে তাৰ হাতত থকা ঘণ্টা কেইটাই পাৰ হৈ যায় যায়! গতিকে সি যি যি কৰিব খুজিছে, কৰিবলৈ আৰম্ভ কৰি দিয়াই ভাল।

"তহঁতৰ জানো ভোক লগা নাই?" আৰু অলপ দূৰ খোজকাঢ়ি গৈ দীনই সুধিলে; কথাষাৰ সুধি সি লখিমীৰ চকুলৈ চাওঁতে তাই তলমূৰ কৰিলে। সৰুমাৰেও একো উত্তৰ নিদিলে।

"ব'ল তেনেহলে"— বুলি হোটেলৰ কথাটো উল্লেখ কৰিব খুজিয়েই দীন বৈ গ'ল। দূৰত মানুহ এজাকে জুম পাতিছে; জুমটোৰ পৰা গণ্ডগোল এটাও ভাঁহি আহিছে।

"অকণমান সময়ৰ কাৰণে তহঁতে এটা কাম কৰচোন।" দীন ব্যস্ত হৈ উঠিল। "ব'লচোন তহঁত সৌ পূজা ঘৰটোতে গোসাঁনীও চাবি, অকণমান বহিবিও, মই ফৎকৰে সৌখিনিত কি হৈছে চাই আহোঁ।"

পূজাঘৰৰ ছালিখনৰ তলত সৰু মাও আৰু লখিমীক এৰি দীন চিপাহীৰ খোজেৰে মানুহৰ জুমটোৰ ফালে আগবাঢ়িল।

গণ্ডগোল বিশেষ একো নাই। এটা মানুহে থনে ছুটকা দামৰ ছুৰী-কটাৰী এসোপা হঠাতে আঠ অনাকৈ বেচাৰ সিদ্ধান্ত কৰি পেলালে; ফলত গ্রাহকৰ হেতা-ওপৰা লাগিল আৰু তাৰ মাজতে এক অনাও নিদিয়াকৈ কোনোবাই চাৰিখন ছুৰী লৈ গ'ল। কোনে নিলে কি ঠিক; কিন্তু উপস্থিতসকলৰ ভিতৰত কাৰোবাক সন্দেহ কৰিলেই তেওঁলোকে ছুৰীৰে বেপাৰীটোৰ পেট ফালি দিব বুলি ঘোষণা কৰিছে, এনেতে দীন গৈ তেওঁলোকৰ ওচৰ চাপিল। বেছি বাছ-বিচাৰ কৰাৰ দীনৰ ধৈর্য্য নাই; চৰকাৰী ৰাস্তাৰ মাজত ফটাকানি পাৰি দোকান দিয়াৰ অপৰাধত সি বেপাৰীটোৰ মূৰৰ ওপৰত ছুৰাৰমান লাঠীডাল ঘূৰালে আৰু নিজ হাতেৰে ফটাকানিখন

থুপাই ছুৰী কটাৰীখিনিৰ টোপোলা এটা কৰিলে আৰু বাটৰ কাষৰ ৰাবাগুা এখনত টোপোলাটো ঠেকেচকৈ পেলাই থৈ পূজা-মণ্ডপলৈ উভতি আহিল।

পূজা-মণ্ডপত লখিমী আৰু সকমাও প্ৰায় গাত গা লগাই থিয় হৈ আছিল; সিহঁতৰ ওচৰতে বেঞ্চ এখনো আছিল কিন্তু সিহঁত বহা নাই। ক'ৰ বা বেঞ্চ, কোনে বহিবলৈ বা থৈছে!

দূৰৰ পৰা সিহঁতক দেখি দীনৰ মনটো বেয়া লাগিল। সিহঁতৰ মুখ দুখন মলিন হৈ গৈছে। দীনৰ এনেকুৱা লাগিল, সিহঁতে যেন ভয় খাইছে, সিহঁতৰ যেন ভাগৰ লাগিছে। চাৰিওফালৰ মানুহ-বিলাকৰ কোনোবাই পোনে পোনে, কোনোবাই বেঁকা-বেঁকিকৈ, কোনোবাই আঁৰ চকুৰে সিহঁত দুজনীক চাইছে। দীনৰ নিজকে অপৰাধী অপৰাধী যেন লাগিল। নহয়, এইবাৰ সি সিহঁত দুজনীৰ লগে লগে থাকিব।

কিন্তু সি নোৱাৰিলে। বেলি পৰি অহাৰ লগে লগে যেন গোটেই চহৰখনৰ মানুহবোৰৰ নিজ নিজ কাম শেষ হ'ল; নৱমী পূজাৰ আবেলিটোকে জীৱ দিয়াৰ বাহিৰে যেন কাৰো একো কাম বাকী নাথাকিব। দোকান পোহাৰ, বাটপথ লাহে লাহে মানুহেৰে ভৰি আহিল আৰু মানুহবোৰো যেন লাহে লাহে প্ৰাণপ্ৰাচুৰ্যৰে ভৰি পৰিল।

এবাৰ দীনই লখিমীহঁতক বাটৰ কাষত ৰ'বলৈ কৈ আগতে মনে মনে নিৰ্দিষ্ট কৰি থোৱা চাহৰ দোকান এখনৰ আঁৰ-বেৰ থকা, তিবোতা মানুহ বহিব পৰা কোঠালী কেইটাত ভুমুকি মাৰি আহিল। এটা কোঠালীও খালী নাই; প্ৰতিটো কোঠালীতে মতা মানুহ বহি আছে। অলপ পাছত আকৌ এবাৰ চাবহি বুলি ঠিক কৰি লৈ দীনই লখিমীহঁতক মাংসৰ দোকান থকা চাৰি আলিটোৰপৰা ফুৰাই আনিলেগৈ। লখিমীহঁতৰ খোজবোৰ লাহে লাহে মন্থৰ হৈ আহিছিল; গতিকে পিছৰ বাৰো যেতিয়া চাহ দোকানখনৰ আচুতীয়া কোঠালী কেইটা মানুহেৰে ভৰি থকা দেখিলে, তেতিয়া দীনই সাহ কৰি

মুকলিৰ মেজ এখনৰ কাষতে লখিমী আৰু সকমাওক বহুৱাই দিলে আৰু সিহঁতৰ মুখামুখিকৈ সি নিজে বহিল। বহিয়েই সঙ্কোচ মিহলি দৃষ্টিৰে সি চাৰিওফালৰ মানুহবিলাকলৈ এবাৰ চালে। আৰু প্ৰায় প্ৰত্যেকটো মানুহৰ লগতেই তাৰ চকুৱে চকুৱে পৰিল। যোপমৰা কোঠালীত বতাহৰ চলাচল প্ৰায় নাছিলেই; তাৰ মাজত তাৰ খাকী-কাপোৰ যোৰৰ যন্ত্ৰণাত সি ভিতৰি ঘামি উঠিল।

"তহঁতৰ ভৰি বিষাইছে নেকি?" নিজৰ দোষী মনটো ঢাকি দীনই লখিমী আৰু সকমাওক তোষামোদ কৰিবলৈ চেষ্টা কৰিলে। সকমাৱে ক্ষীণ মাতেৰে নাই বিষোৱা বুলি ক'লে। লখিমীৰ মুখখন ৰঙা পৰিছে। তাইৰ চকুৱে-চকুৱে পৰোঁতে দীনৰ মনটো এক অদ্ভুত উত্তেজনাত কঁপি উঠিল। ইমান ওচৰা-ওচৰিকৈ, এনেকৈ মুখামুখিকৈ লখিমীৰ লগত সি কেতিয়াও বহা নাই, এনেকৈ লখিমীক কেতিয়াও দেখা নাই। ডিউটিৰ বেদনা আৰু লখিমীৰ সান্নিধ্যৰ চেপাত পৰি তাৰ কথাবোৰ বেবেৰিবাং হৈ গ'ল। চাহ আহি মেজ পায়হি মানে সি চহৰৰ পূজা; চিপাহীৰ দায়িত্ব, সিহঁতে অলপতে থাকিবলৈ সক সক স্বকীয়া ঘৰ পাব, এতিয়া কোনমতে থাকিব লাগে, আৰু এনেকুৱা বিভিন্ন বিষয়ৰ ওপৰত বহুত বেবেৰিবাং কথা কৈ গ'ল। পিছৰ ফালে লাহে লাহে লখিমীৰ চকুযোৰা তিৰবিৰাবলৈ ধৰিলে।

মিঠাইটো খাই উঠি দীনই চিঙ্ৰাটোত কামোৰ মাৰিছে, এনেতে বাহিৰত অলপ দূৰত মটৰে হঠাতে জোৰেৰে ব্ৰেক টনাৰ এটা আৰ্ত-নাদৰ নিচিনা শব্দ হ'ল। চিঙ্ৰাৰ অৱশিষ্টখিনি হাতত লৈ দীনই কাণ থিয় কৰিলে। সি এবাৰ ভাবিলে, থাকক, যি হয় হৈ থাকক, কিন্তু পিছ মুহূৰ্ততে তাৰ অস্বস্তি লাগিল; আৰু কেই মুহূৰ্তমানৰ ভিতৰতে তাৰ অস্বস্তিটো এটা দৃঢ় কৰ্তব্যবোধলৈ পৰিণত হ'ল, আৰু "তহঁতে খাচোন, মই এতিয়াই আহিম"—বুলি সি ওলাই গ'ল।

দীন গৈ পোৱাৰ আগতেই ওচৰৰ চাৰি আলিটোত ট্ৰাকৰ ড্ৰাইভাৰ এটা আৰু জীপ গাড়ীৰ ড্ৰাইভাৰ এটাই ইটোৱে সিটোক প্ৰায় জোওঁ জোওঁকৈ মেইন ৰাস্তা কোনটো লৈ তৰ্ক কৰিছে; চাৰি আলিটোত

ট্ৰাকখনৰ আগৰ বাঁওফালটোৱেও জীপখনৰ আগৰ সোঁফালটো ছোঁও ছোঁও কৰি আছে। জীপৰ ড্ৰাইভাৰটোৰ চকু ৰঙা, ট্ৰাকৰ ড্ৰাইভাৰটোৰ চকুৰ ৰং দেখিবলৈ সি ভালকৈ চকু মেলাই নাই। অইন দিনালৈ চাই ইহঁত দুটাক হুৰ্ হুৰ্ কৈ থানালৈ টানি নিবলৈ অইন কোনো যুক্তিৰেই প্ৰয়োজন নাই; আজি কিন্তু দীনই কাম নবঢ়ালে; গাড়ী দুখনৰ নম্বৰ দুটা লিখি লোৱা যেন দেখুৱাই সি দুয়োখন গাড়ী দুফালে পঠিয়াই দিলে।

লখিমীহঁতে চাহ খোৱা শেষ কৰি তলমুৰকৈ বহি আছিল; দীনও আকৌ আগৰ চকীখনত বহিলহি। বাকী থকা চাহ-মিঠাইখিনি খাবলৈ তাৰ মন নগ'ল। সৰুমাৱে সুধিলে, "সেইখিনি নাখাৱ ?"

"নাখাওঁ দে আৰু।" দীনই বিৰক্তিটো চেপা মাৰি ৰাখি ক'লে।

"ব'ল তেনেহলে ওলাই যাওঁ।" সৰুমাৱে গাটো লৰালেই।

"কিয় ? অকমাণ সময় ইয়াতে বহোঁ দে; তইঁতৰ খোজ কাঢ়ি কাঢ়ি বেয়া লগা নাই ?"

"লাগিলেও ইয়াত বহিবলৈ ভাল লগা নাই; ব'ল।"

অলপ অবাক হৈ দীন লাহে লাহে দোকানখনৰপৰা ওলাই আহিল। বাটৰ কাষত থিয় হৈ সি আকৌ সৰুমাওক সুধিলে, "কিয়, কি হ'ল কচোন।"

সৰুমাৱে অলপ লাজ কৰিলে, তথাপিও তাই বিক্ষোভ মিহলোৱা মাতেৰে ক'লে, মানুহবোৰ বৰ বেয়া, কিবা গুণ্ডাৰ নিচিনা।" কথষাৰ কৈ তাই লখিমীলৈ চালে; লখিমীয়ে লাজ আৰু ভয়ে আৰৰি ৰখা মুখখন তল কৰিলে।

দীনৰ মগজত যেন দপ্ কৈ একুৰা জুই জ্বলি উঠিল। তাৰ এনেকুৱা লাগিল যেন সি এবাৰ হোটেলখনৰ ভিতৰলৈ গৈ এটাইবোৰ মানুহক লাঠীডালেৰে কোবাই কোবাই ৰাস্তালৈ উলিয়াই আনিব। কিন্তু সি একো নকৰিলে; বৰঞ্চ লৰালৰিকৈ মানুহবোৰৰ দৃষ্টিৰ পৰা আঁৰ হোৱাটোকে বাঞ্ছা কৰি সি লখিমীহঁতক লৈ আঁতৰি গ'ল, আৰু অনবৰত ভিতৰি ভিতৰি এটা যন্ত্ৰণা অনুভৱ কৰি থাকিল।

কিন্তু যন্ত্রণাই তাক বোবা কৰি পেলালে সন্ধিয়াৰ আগে আগে। তাক ওচৰত লৈ সৰুমাওহঁতে এখন দোকানত থাক আৰু চুলিৰ ক্লিপ কিনিছিল ; এনেতে দীনই লক্ষ্য কৰিলে চাইকেল চলাই, ইফালে সিফালে চাই চাই তেৰাৰী আহিছে। সৰুমাওৰ হাতত পাঁচটকীয়া নোট এখন পেলাই থৈ দীন তেৰাৰীৰ ফালে আগুৱাই গ'ল। তেৰাৰীয়ে প্ৰথমতে খবৰ ললে ক'ৰবাত কিবা বেয়া ধৰণৰ গণ্ডগোল হৈছিল নেকি ;— তাৰ পিছত তেওঁ খবৰ দিলে, আৰু কেইবাখনো গাঁৱত আৰু টাউনৰ ভিতৰটো কেইবা ঠাইতো মাৰ-পিট লাগিছে ; কালি মাৰ-পিট হোৱা গাঁওখনৰপৰা আজি আবেলি এজাক মানুহ ধৰি আনি থানাত থোৱা হৈছে ; দুটা মটৰ এক্সিডেণ্ট হৈছে ; গাঁৱলৈ আৰু দুজন চিপাহী পঠিয়াই দিয়া হৈছে ; গতিকে পহাৰা দিয়া ডিউটি শেষ হ'লে দীন থানাৰ সন্মুখৰ ট্ৰাক এখনত বহি ৰে'ডি পাৰ্টি হৈ থাকিব লাগিব। ইমাৰ্জেঞ্চি ডিউটি।

দীনই থৰ লাগি অলপ সময় তেৰাৰীৰ মুখলৈ চাই থাকিল। তাৰ বুকুৰ পৰা এটা কান্দোন ডিঙিৰ ওচৰলৈ উঠি আহিব খুজিলে। সৰুমাও লখিমী আৰু সি তিনিওটাই তেৰাৰীৰ ভৰিত পৰি যেন কাকুতি কৰিব, তাৰ এনেকুৱা লাগিল। কিন্তু সি এষাৰ কথাও কব নোৱাৰিলে। তাৰ লগত কথা পাতোঁতে তেৰাৰীয়ে দূৰৰ দোকানৰ বাৰান্দাত থকা লখিমী আৰু সৰুমাওৰ ফালে বাৰে বাৰে চায়েই আছিল; কিন্তু সিহঁত দুজনীৰ কথা উল্লেখ কৰিবলৈ তাৰ মন নগ'ল। লখিমী সৰুমাওৰ ফালে চাই চাই তেৰাৰীয়ে চাইকেল চলাই গুচি গ'ল। দীন বোবা হৈ থিয় দি থাকিল।

সৰুমাওৰ চকু দুটা ডাঙৰ ডাঙৰ হৈ গ'ল। আচৰিত হৈ তাই সুধিলে, "কিয় তই নাযাৱ ?"

অইন ফালে চাই দীনই ক'লে, "মোৰ ডিউটি শেষ নহ'ব হবলা।"

সৰুমাও অস্থিৰ হৈউঠিল। আন্ধাৰ নামি আহিছে ; টেলেকাকৈ চকু মেলি মেলি প্ৰত্যেকটো মানুহেই সিহঁতক চাইছে, চাহৰ দোকানৰ সেই বদমাচ মানুহ কেইটা এতিয়াও চাগৈ ওচৰে-পাজৰে

ঘূৰি ফুৰিছে ; সিহঁতৰ গাঁৱলৈ যোৱা বাটৰ দুয়ো কাষত বাগিচাৰ পূজাবিলাকত নৰমীৰ ৰাতি উন্মত্ত হৈ যোৱা মানুহবিলাকৰ কাহিনী সিহঁতে প্ৰতি বছৰেই শুনি ঘৰতে ভয়ত কোঁচ খাই থাকে। এতিয়া সিহঁত দুজনীয়ে অকলে কোনোমতেই ঘৰলৈ যাব নোৱাৰে।

"তেনেহলে কি কৰিবি ? মোৰতো ডিউটি শেষ নহ'বও পাৰে।" দীনই অসহায়ৰ সুৰত ক'লে।

সকমাৱে অবুজ ছোৱালীৰ নিচিনাকৈ ক'লে, "আমি তোৰ লগে লগে থাকিম। তোৰ ডিউটি যেতিয়া শেষ হ'ব তেতিয়া আমাক হৈ আহিবিগৈ।"

"গোটেই ৰাতিটো যদি"—

দীনৰ কথা শেষ হ'বলৈ নপালে, সকমাৱে সুধিলে, "তইনো ৰাতি ক'ত থাকিবি ?"

"থানাত।"

"আমাকো থানাত বহুৱাই থবি, গোটেই ৰাতি থানাত বহি থাকিম, তই খালী ওচৰতে থাকিবি।" এটা অজান ভয়ত সকমাও কোঁচ খাই গৈছিল। লখিমীৰ চকুযোৰ চলচলীয়া হৈ উঠিছিল।

দুটা মান হৃষ্ট-পুষ্ট ডেকা মানুহ তাইৰ নিচেই কাষেদিয়েই পাৰ হৈ গ'ল। তাই অলপমান লখিমীৰ কাষলৈ চাপি আহিল।

দীনৰো ভয় লাগিছিল। নৱমী পূজাৰ সন্ধিয়াই বাধাহীন আনন্দ আৰু উত্তেজনাত মতলীয়া ৰূপ লৈছিল। চেৰাপ-ভাতিৰ ওচৰত উন্মত্ত মানুহৰ হেঁচা-ঠেলা লাগিছে ; মাংসৰ দোকানত ছাগলীৰ ছাল কেইখনৰ বাহিৰে একো নাই। চেৰাপ-ভাতিৰ ওচৰত নতুন মাংস তৰকাৰীৰ দোকান বহিছে। গোসাঁনীৰ আগত দুপৰীয়া বলি দিয়া ছাগলীৰ মগুহো এইখিনি পাইছেহি নে কি তাৰ ঠিক নাই। মানুহৰ মাজে মাজে লখিমী আৰু সকমাওক আগুৰাই নি থাকিবলৈ দীনৰ বৰ কষ্ট হৈছে। মানুহবিলাক যেন পোন মুকলি বাটেৰে খোজ কাঢ়িবলৈ পাহৰি গৈছে। দুই কালে হাত দুখন মাৰৰ বঠা মৰাদি নামাৰিলে সিহঁতে যেন আগুৱাবই নোৱাৰে। লখিমী বাৰে বাৰে

জিকাৰ খাই খাই উঠিল, সকমাও বাৰে বাৰে দীনৰ কাষ চাপি চাপি আহিল আৰু অনবৰত এটা তীব্ৰ বিক্ষোভৰ চেতনা আৰু যন্ত্ৰণাই দীনক খুটি থাকিল।

ছয় বজাৰ লগে লগে দীনহঁত সেই বাস্তাটোৰ পৰা আঁতৰি আহিল। বাছ-ষ্টেণ্ডটোত অলপ ইফাল-সিফাল কৰি দীনই সিহঁতৰ গাঁৱৰ বিশ্বাসী মানুহ এটা বিচাৰিলে, নাপালে। বাছত উঠি উভতি যাব খোজা প্ৰত্যেকটো মানুহেই যেন চহৰৰ শেষ কৰ্ত্তব্য হিচাপে চেৰাপ-ভাতিত একোবাৰ সোমাই আহিছে। শেষত এখন বাছৰ ড্ৰাইভাৰ এটাক দীনই অনুৰোধ কৰিলে, সি যেন ঘৰত খবৰ দিয়েগৈ সকমাওহঁত আজি ওভতেনে নোভতে ঠিক নাই, যদি নোভতে তেনেহলে সিহঁত বৰ দাৰোগাৰ ঘৈণীয়েকৰ লগত থাকিব।

মিছা কথা। বৰ দাৰোগাৰ ঘৈণীয়েকক দীনই দেখাই নাই।

এটা অলপ আন্ধাৰ বাটেদি দীনহঁত আগবাঢ়িল। আত্মগ্লানিৰ যন্ত্ৰণাত কাতৰ হোৱা মুখখন আন্ধাৰত লুকুৱাবলৈ পাই দীনৰ ভাল লাগিল। মাজতে এবাৰ সকমাৱে ক'লে, "তই থকা ঘৰটোলৈ এবাৰ যাওঁ ব'লচোন। আমি জানো ৰাতিটো তাতে থাকিব নোৱাৰিম।"

পাৰিব, যদি বংশীৰাম বুঢ়াৰ ডিউটি নাথাকে, তাৰ বাহিৰে বাকী সকলোৰে ৰাতি ডিউটি থাকে, তেনেহলে হয়তো সিহঁত দুজনী সেই ঘৰটোত ৰাতিটো পৰি থাকিব পাৰিব। বংশীৰাম বয়সস্থ মানুহ, বৰ ভাল মানুহ : সকলোৱে তেওঁক বুঢ়া বুলি মাতে আৰু তেওঁ প্ৰায় বিলাক ডেকা চিপাহীলৈকে নিজৰ জীয়েক কৰিয়া দিব বুলি কয় আৰু বিড়ি খোজে।

দীনই তাৰ ঘৰটোৰ ফালে ইহঁক দুজনীক আগুৱাই নিলে। কিন্তু ঘৰটোৰ ওচৰ পাই সি থমক খাই ৰ'ল। ভিতৰৰ পৰা কেইবাটাও মানুহৰ মাত ওলাই আহিছে। সকমাওহঁতক বাহিৰতে বৈ থাকিবলৈ দি দীন ভিতৰ সোমাই গ'ল। সিহঁতৰ দলটোৰ এটাইতকৈ বদমাচ পুলিচ চাবিটা দুখন খাট যোৰা দি তাৰ ওপৰত বহি আছে। চাবিওটাৰ মাজত এখন খবৰাকাগজত এসোপা ভজা বুট। কোঠালীটোৰ বতাহত উৎকত গোন্ধ।

দীনই অলপ টান মাতেৰে সুধিলে, "তহঁতৰ ডিউটি পৰা নাই ?"

"ধুৰ ধুৰ আজি পূজাৰ শেষ বজাৰত ডিউটি কাৰে !"

যাৰ যিমান চয়তানী বুদ্ধি বেছি, সি সিমানেই ডিউটিৰ পৰা ৰেহাই পায়, এইটো কথা দীনই আগৰ পৰাই জানে ; কিন্তু আজি ইহঁত চাৰিটাক সি সহ্য কৰিব নোৱাৰিলে। আৰু অলপ টান মাতেৰে সুধিলে, "আৰু সেই কাৰণে হবলা তহঁতে ইয়াত বহি এইবোৰ কৰিছ ?"

প্যাৰেলাল বোলাটোৱে ক'লে, "আৰে আমিতো একো কৰা নাই, বৰ দাৰোগাৰ ঘৰত চাগে ; মই নিজে দোকানৰপৰা ইমান দীঘল দীঘল দুটা বিলাতী দি আহিছোঁ।" সি এটা হাতৰ আঙুলি ইটো হাতৰ কিলাকুটিত লগাই দীঘলৰ জোখ দেখুৱালে।

দীন ওলাই আহিল। সকমাও আৰু লখিমীক তাৰ দুই হাতেৰে সাৱটি ধৰি ৰাখিবৰ মন গ'ল। তাৰ মূৰত যেন জুই জ্বলি গ'ল। সি লাঠীডাল জোৰেৰে খামোচ মাৰি ধৰি খোজ কাঢ়িবলৈ ধৰিলে। লখিমীহঁতক সি এখন হোটেলত ভাত খুৱালে ; তাৰ পিছত সি সিহঁতক থানাৰ বাৰাণ্ডালৈ লৈ আহিল।

থানাৰ ভিতৰত বাৰাণ্ডাত গাঁৱৰ পৰা ধৰি অনা, মদ খাই গণ্ডগোল কৰা মতা মানুহ পাঁচটা আৰু মাইকী মানুহ তিনিজনী বহি আছিল। এটাইবোৰ চাহবাগিচাৰ বনুৱা। কাষেদি পাৰ হৈ যাওঁতে সিহঁত এটাই জাকে দীনৰ ফালে কাতৰ দৃষ্টিৰে চালে।

দীন পোনে পোনে থানাৰ একেবাৰে ওপৰৱালাজনৰ ওচৰলৈ গ'ল। নিৰ্ভীক কণ্ঠেৰে সি ক'লে, "চাৰ, মোৰ ভনী দুজনী গাঁৱৰ পৰা পূজা চাবলৈ আহিছিল ; মই ৰাতি বোলে ডিউটি কৰিব লাগিব, সেই কাৰণে সিহঁত দুজনীক আজি মই ইয়াতে ৰাখিম।"

ওপৰৱালাজনে একো কবলৈ নাপাওঁতেই দীন ইটো চালাম দি ওলাই আহিল। পিছ বাৰাণ্ডাৰ এখন বেঞ্চত সি লখিমী আৰু সকমাওক বহিবলৈ ক'লে। সি নিজে ওচৰতে ঘূৰাপকা কৰি থাকিল।

থানাৰ বিজুলী চাকিৰ পোহৰত লখিমী আৰু সৰুমাওৰ চেহেৰা দুটা জিলিকি উঠিল।

থানাৰ প্ৰত্যেকটো মানুহে এবাৰ, দুবাৰ, তিনিবাৰ—কোনোবাই বহুবাৰকৈ লখিমী আৰু সৰুমাওক চাই গ'ল। দীনৰ মগজটো যেন বিকৃত হৈ গ'ল। প্ৰত্যেকটো মানুহৰ দৃষ্টি বীভৎস, লেতেৰা। দীনৰ ভিতৰৰ পৰা আচল পুলিচ এটা তাৰ মগজলৈ ওলাই আহিল। প্ৰত্যেকটো মানুহ বদমাচ, প্ৰত্যেকটো মানুহ গুণ্ডা। কাৰো বিশ্বাস নাই। সমগ্ৰ পৃথিৱী মাতাল।

আৰু সি পুলিচ!

কিন্তু—কিন্তু—! দীনই বাওঁহাতেৰে কপালখন পিহিবলৈ ধৰিলে। সিযে কিমান অসহায়! সিযে কিমান অসহায় পুলিচ!

এসময়ত সিও লখিমীৰ কাষতে অকণমান সময় বহিল। তাইৰ ওচৰত তাৰ এবাৰ ক্ষমা খুজিবৰ মন গ'ল। কিন্তু সি এটা শব্দও উচ্চাৰণ নকৰিলে।

অলপ দূৰৈত বহি থকা বাগিচাৰ বনুৱা জাকৰ কোনোবাই টোপনিয়াইছিল। সিহঁতৰ মদৰ জাল কেতিয়াবাই আঁতৰি গৈছিল, লগে লগে পূজাৰ ৰঙো সিহঁতৰ মনৰ পৰা উৰি গৈছিল। সিহঁতৰ মাজৰ মাইকী কেইজনীয়ে বৰ আগ্ৰহেৰে, বিস্ময়াভিভূত দৃষ্টিৰে, একেথৰে লখিমী আৰু সৰুমাওৰ ফালে চাই আছিল।

সিহঁতৰ মাজৰে এটাই এবাৰ দীনক কাতৰ কণ্ঠেৰে ক'লে, "পুলিচ বাবু আমাক যাবলৈ নিদিয়ে নে কি?"

"নিদিয়ে।" দীনই নিৰ্ব্বিকাৰ মাতেৰে ক'লে।

"আমাক ৰাতি ক'ত ৰাখিব?"

"লক-আপত।" দীনই বাৰাণ্ডাৰ এমূৰে থকা বিশেষ ধৰণে সজা কোঠালী দুটালৈ দেখুৱালে।

অনুতপ্ত, নিস্তেজ মানুহজাক আৰু ম্ৰিয়মান হৈ পৰিল।

অলপ পাছতে বাৰাণ্ডাৰ সিটো মূৰে থানাৰ এটাইতকৈ ওপৰৱালা-

জনক্ দেখা গ'ল। দীন বহাৰ পৰা উঠিল। ওপৰৱালাজনে এক দৃষ্টিৰে লখিমী আৰু সৰুমাওৰ ফালে চালে।

লাঠীডালত দীনৰ হাতৰ খামোচটো টান হৈ গ'ল। প্ৰত্যেকটো মানুহ বদমাচ, প্ৰত্যেকটো মানুহ গুণ্ডা। কাৰো বিশ্বাস নাই।

ওপৰৱালাজন আগবাঢ়ি আহিল। তেওঁ ওচৰ পাই দীনক সুধিলে, "ছোৱালী মানুহ, কত সুবিধা-অসুবিধাৰ কথা আছে; তেওঁলোকক তুমি এনেকৈতো বাৰাণ্ডাত বহুৰই থব নোৱাৰা। ক'ত ৰাখিবা কিবা ভাবিছানে তুমি?"

"ভাবিছোঁ চাৰ।" দীনই লাহেকৈ ক'লে। "কি ভাবিছা? ক'ত থবা?" ওপৰৱালাই আগ্ৰহেৰে সুধিলে। "লক্-আপত চাৰ!"

কথাষাৰ কৈ দীনই আন্ধাৰৰ ফালে মুখ ঘূৰালে।

## বীণা কুটিৰ

সৌৰভ কুমাৰ চলিহা

বিসদৃশ, ওখ ওখ নতুন কংক্ৰীটৰ অট্টালিকাৰ মাজত যেন চেপা খাই পুৰণি আসাম-টাইপ এমহলীয়া ঘৰটো থিয় দি আছে সমস্ত দৰজা-খিড়িকী বন্ধ কৰি, বেখাপ্পা, অট্টালিকাবোৰৰ দৰে ইপিনে সিপিনে টেঁৰা-বেঁকা লোহাৰ ঠৰঙা দাণ্ডাবোৰে দৃশ্য পট বন্ধ কৰি চিড়ি-চেনিটাৰী পাইপ-কার্নিশ-বাৰাণ্ডাৰে ঠেলি মৰিয়া হৈ ওলাই আহিবলৈ তাৰ বুদ্ধি হোৱা নাই, নিৰ্বোধৰ দৰে এখন ঘাহঁনিও ৰাখি থৈছে পুৰণি গেট খনৰ ভিতৰত ( আজিকালি আৰু তাৰ কি দৰ্কাৰ ? )। অৱশ্যে কাঠো ভাগিছে, ঘুণে ধৰিছে। গেটৰ লোহাৰ কপাট মামৰে ধৰি যেন ধাক্কা দিলেই ভাঙি পৰিব, ধাঁহনি খনতো বিক্ষিপ্ত ছিৰাকাগজ, আবৰ্জনা ভাঙা ধামা, এখন পৰিত্যক্ত ভাঙা চাইকেল, পুৰণি কাঠৰ বাকচৰ অৱশিষ্ট, ধাঁহ বঙা পৰিছে। ঘুণে ধৰিছে। ঘৰটোৰ খিড়িকী-দৰজাৰ কাঠত, ইতস্ততঃ বিভিন্ন সৰু-ডাঙৰ ফুটা, কাঁচবোৰ ভাগিছে ইপিনে সিপিনে, বেৰৰ মাটি খহি পৰিছে, ইকৰা ওলাই আহিছে, এটুকুৰা বেৰ প্ৰায় জহি গৈছে ; সন্মুখৰ বাৰাণ্ডাখনত ধুলিৰ আচ্ছাদন, তাৰ ৰেলিঙত মকৰাজাল, চালে-ৰেলিঙে পাৰ চৰাই আৰু পাৰ চৰায়ে বগা বগা কৰি পেলাইছে টিন ৰেলিঙৰ একালৰ ৰঙা ৰং। জীৰ্ণ, বিবৰ্ণ টিনৰ ওপৰত পুৰণি দিনৰ থিয় বৈদ্যুতিক সংযোগ ( চাৰিওকাষৰ আৰ চি চি বিল্ডিং বোৰৰ দৰে পথালি সংযোগ নহয় ), আজি কালিৰ বিৰল দৰ্শন এডাল বীণা ফুলৰ গছ বাৰাণ্ডাৰ বাঁহৰ জাল বগাই উঠি গৈছে, ইমান দুৰৰ পৰাও চকুত পৰে তাৰ পাতবোৰ, তাৰ পাতবোৰ পোকে খাইছে, এটাও ফুল নাই, পাতবোৰত ধুলিৰ তৰপ।...

কোনো নামৰ ফলক চকুত নপৰে, কিন্তু 'বীণা-কুটিৰ'ৰ বাহিৰে তাৰ কি নাম হ'ব পাৰে ?

চাইকেল খনৰ পৰা থিয় হৈ কিছু সময় ঘৰটো নিৰীক্ষণ কৰিলোঁ। প্ৰায় দুই কঠা মাটিৰ চৌহদ, এল-আকৃতিৰ ঘৰ ; ল'ৰা-ছোৱালীৰে চাৰি-পাঁচ জনৰ বেছি স্বচ্ছন্দে হাত-ভৰি মেলি থাকিব নোৱাৰিব সম্ভৱতঃ। কেইটা ৰুম হ'ব ? তিনিটা ডাঙৰ, দুটা সৰু সৰু-পাকঘৰ—বেলেগ বা তেনেকুৱা ? পিছ পিনেও সম্ভৱতঃ খোলা ঠাই আছে ( আগৰ দিনৰ ঘৰ )। কিন্তু এতিয়া চাৰিওপিনে এই ওখ ওখ অট্টালিকা, ঘৰটোৱে বাৰু ব'দ বতাহ পায়নে, বীণা কুটিৰে আৰু আজিকালি নিশ্বাস লব পাৰেনে ?

কিমানদিন হ'ল সি চাৰিওপিনৰেপৰা হেঁচা খাব ধৰিছে আৰু অনতিদূৰত 'হৰলালকা ট্ৰাঙ্ক এণ্ড বাকেট্‌ ৱৰ্কচ্‌ আৰু সিংহ কোম্পানী প্ৰাইভেট লিমিটেড'ৰ গুদাম-সহিত-বাসভবন, আনহাতে এটা আধা-বান্ধা বাঁহৰ স্কেফল্ডিং পাৰ হৈ সংমিশ্ৰিত দোকান-ঘৰ ভৰ্তি আন এটা বিল্ডিং, যাৰ সম্পূৰ্ণ তলৰ মহলাজুৰি 'স্পীড্‌ৱেল ৰ'ড ট্ৰেন্স্‌পৰ্ট কৰ্পৰেশ্যন'ৰ বস্তা আৰু পেকিং বাক্সৰ স্তূপ, আৰু ওজন কৰা তুলাৰ প্লেট ফৰ্ম, সমুখত ডিজেল ট্ৰাক, আৰু ৰিক্সা আৰু ঠেলা গাড়ীৰ হাল্লা, বৈ বৈ চাৰিও কাষৰ ছাতবোৰৰ টেঙ্কলৈ পানী উঠোৱা পাম্পৰ ঘট্‌ ঘট্‌ আৱাজ—বীণা কুটিৰে আৰু নিঃশব্দে নীৰৱে কিবা ভাবিব পাৰেনে ?

তথাপি থাকিবলৈ বেয়া নহয়। মোৰ মা আৰু কলেজত পঢ়া ভাইটো, কাম কৰা সৰু ল'ৰাটো—পিছত ভনীজনীকো হোষ্টেলৰ পৰা আনি ৰাখিব পাৰিম, যথেষ্ট ঠাই আছে। ঘাঁহনিখন পৰিষ্কাৰ কৰি ললে ৰাতি ( বস্তুতঃ দিনতো ) বাৰণ্ডাতে বহি ভাল লাগিব। বীণা গছডাল হয় আকৌ ফুলিব, তাৰ পাতবোৰৰ ধূলি আঁতৰি আকৌ সজীৱ আৰু সেউজীয়া হ'ব, বা হয়তো গছডাল কাটি দিব পৰা যাব। মোৰ অফিচৰপৰা চাইকেলেৰে খুব দূৰ নহ'ব—বেছ সুবিধা হ'ব। একেঘেয়ে, ব্যক্তিত্বহীন, নিবিড়তাবিহীন আৰ. চি. চি. বিল্ডিঙৰ

থুপৰী এটাতকৈ বীণা-কুটিৰ বহু গুণে কাম্য, ভাড়া লাগে পঞ্চাছ টকা বেছিয়েই হওক, লাগে এশ টকাই বেছি হওক—

ঠাণ্ডা শেষ হৈ গৰম পৰি আহিছে। পিয়াহ লাগিছে। আগুৱাই গলোঁ। বীণা-কুটিৰৰ সোঁহাতৰ বিল্ডিংটোৰ দোকান বোৰত ফলক-বোৰ অলস ভাবে এবাৰ চালোঁ ( পি· কে. ৰায় ডাইচ্ মেকার্চ, অন্নপূর্ণা ব্রেড্, খুবছান্দানি ৰেডিঅ' ডিষ্ট্রীবিউট'র্চ ), দুমহলাৰ একাংশৰ খিড়িকীত আধাপর্দা, বাৰাণ্ডাৰ দেৱালত শাড়ী শুকাইছে, তাৰ ওপৰ মহলাৰ বাৰাণ্ডাৰ ৰছীত গামোচা ওলমিছে, বোধহয় ঘৰৰ মালিক স্থানীয় মানুহ )। আকৌ তলৰ পিনে চকু ঘূৰাই আনিলোঁ। সন্ধিয়া লাগিছে, লাইটবোৰ জ্বলি উঠিছে ; হা এই যে, একেবাৰে ৰাস্তাৰ কিনাৰত বিল্‌ডিংটোৰ য'ত গেৰাজ হ'ব লাগিছিল তেনেকুৱা এটা থুপৰি ঘৰৰ সমুখত ৰঙা গোল ফলক ওলমি আছে : "কোকা কোলা খাওক" মণিহাৰী-মনোহাৰী বস্তুৰ দোকান।

চাইকেলখন বাহিৰত থিয় কৰাই থৈ ভিতৰ সোমালোঁ। কাউণ্টাৰৰ পিছপিনে থাকে থাকে সজ্জিত দৈনন্দিন দ্রব্য সামগ্রীৰ মাজত প্রায় ২৭/২৮ বছৰীয়া এজন ডেকা ল'ৰা, ছে'ক কাটা হাফ্ শ্বার্ট পিন্ধা, মুখত সামান্য খোচা খোচা দাড়িৰ আভাস। তেওঁ টিউব-লাইটটোৰ তলত তলমূৰ কৰি এখন কিতাপ পঢ়ি আছিল ( দোকান নির্জন ), মোৰ পিনে চাই কিতাপ খন জপাই থলে ( লক্ষ্য কৰিলোঁ, এখন ইকনমিক্স 'ন'ট্' ), আৰু ৰঙা বৰফ-বাকচটোৰ পৰা এটা ক'কা-ক'লা উলিয়াই সাফৰটো খুলি এডাল খেৰ সুমুৱাই মোৰ পিনে আগুৱাই দিলে। এক টান মাৰিলোঁ আৰু এনেয়ে কথা জমাবৰ কাৰণে ( ল'ৰাজনৰ ভাবগতি মোৰ ভাল লাগিছে ) কলোঁ যে তেওঁ-লোকে এটা ৰেফ্রিজাৰেটৰ্ নাৰাখে কিয়। ৰেফ্রিজাৰেটৰ্ ? অ' আপোনাৰ দোকানখনৰ লকেশ্যনটো বেছ ভাল, গৰম পৰি আহিছে, বহুত বেছি ক'কা ক'লাৰ দৰ্কাৰ হ'ব, ডাঙৰ ফ্রীজ এটা থাকিলে— ইত্যাদি। অ', তেওঁ ক'লে, পিছে দোকান তেওঁৰ নহয় তেওঁ চেলচ মেনহে। এৰিয়াটো বেছ বিক্রি, সঁচা, দুই এসপ্তাহতে ক'কা ক'লাৰ

ডিমাণ্ড অসম্ভৱ বাঢ়ি যাব, তেওঁলোকে ডিমাণ্ড মীট্ কৰিব নোৱাৰিব। কিন্তু ডাঙৰ ষ্ট্ৰীজ্ এটা লোৱাৰ কথা মালিকে এতিয়াও ভবা নাই, এই অকণমান কমটো, ইয়াৰেই ভাড়া দুশ টকা, তেওঁলোকৰ সক দোকান এইবোৰ ৰানিং এক্সপেন্স মীট্ কৰাই টান হৈ পৰে তেনে-স্থলত। এৰা, মই কলোঁ, আৰু নীৰৱে দুই ইঞ্চিমান ক'কা ক'লা টানিলোঁ, তাৰ পিছত কলোঁ যে মই ইয়াত নতুন আহিছোঁ, বৰ্তমান বন্ধু এজনৰ ঘৰত আছোঁ, মই এটা ভাড়াঘৰ বিচাৰিছোঁ, তেওঁ বাই এনি চান্স জানে নে এই অঞ্চলত কিবা—? ভাড়াঘৰ ? তেওঁ ক'লে, ভাড়াঘৰঁতো এই খিনিত তেনেকুৱা ৰেচিডেন্সিয়েল্ পাৰ্পাচত পোৱা টান, আচ্ছা মোৰ ফেমিলি মেম্বাৰ কেইজন ? আই মীন্ ( তেওঁ ক'লে ), তেওঁৰ চিনাকি মানুহ এজনৰ এটা বিল্ডিং কনষ্ট্ৰাকশ্যন্ হৈ আছে, কিন্তু ইয়াত নহয়, একেবাৰে ফটাশিল পাৰ হৈ—। এ নাই, মই কলোঁ, ইমান দূৰত নহ'ব—আচ্ছা এই যে এই খিনিত বীণা কুটিৰ—

'বীণা কুটিৰ : বীণা কুটিৰ ?'

মৃদু হাহিলোঁ আৰু কলোঁ 'সেই যে বীণা ফুলৰ গছডাল আছে সমুখত, এচাম্-টাইপ্ ঘৰটো—'

'অ', সেইটো !'

সপ্ৰশ্ন দৃষ্টিৰে ডেকাজনলৈ চালোঁ।

'জানো সেইটোতো ভাড়া দিয়াৰ কোনো উম্‌ঘাম দেখা নাই, বহুদিন ধৰি তেনেকৈয়ে খালী পৰি আছে—আমাৰ দোকানখন ষ্টাৰ্ট দিবৰ আজি প্ৰায় ন মাহ হ'ল, সেই একেই অৱস্থাতেই দেখিছোঁ সদায়। মানুহ দুনুহ কেতিয়াও—'

'কিয়, ভাড়া নিদিয়ে কিয় ? কাৰ ঘৰনো ?'

'জানো—' অলপ লজ্জিত হাঁহি এটা মাৰি ডেকাজনে ক'লে, 'ভালকৈ কথাটোৰ গমেই লোৱা হোৱা নাই আজিলৈকে, কাকো ভালকৈ সোধাই নাই—মই নিজে পঞ্চাছটা ধান্দাত থাকোঁ—'

কথাই কথাই জানিব পাৰিলোঁ যে তেওঁ এইবাৰ 'প্ৰাইভেট'কৈ

বি. এ. দিব বুলি ভাবিছে, যোৱাবাৰো এপিয়াৰ কৰিব নোৱাৰিলে, ঘৰখনো তেৱেঁই চলাব লাগে। বহুত লেঠা, দোকানত সময় পালে এই ন'ট বোৰকে অলপ চাই থাকে—

'অ', মই কলোঁ। তাৰপিছত আকৌ কলোঁ—'কাৰ ঘৰনো?' আৰু খেৰডালেৰে ছু-ক্ শব্দ কৰি তবলৰ শেষ বিন্দুটো টানি নি শূন্য বটলটো আগুৱাই দিলোঁ, 'আৰু এটা ক'কা ক'লা দিব'।

তেওঁ আৰু এটা বটল উলিয়ালে আৰু ক'লে, ঠিক নাজানো। এইটো এৰিয়াৰ কথা মই বৰ ভাল নাজানো। মই থাকোঁ কুমাৰ পাৰাত। বহুদিন আগেয়ে এবাৰ আমাৰ ইস্কুলখন মিলিটাৰীয়ে লৈছিল তেতিয়া এই পিনে বিষ্ণুৰাম হাই স্কুলত ৰাতিপুৱা ৰাতিপুৱা আমাৰ ক্লাছ হৈছিল কেইমাহমান। তেতিয়া খোজ কাঢ়ি এই পিনেদি গৈছিলোঁ—সক কালৰ কথা, বৰ ভাল মনত নপৰে— তেতিয়া এই বিল্ডিং বোৰ নাছিল—আমাৰ এই বিল্ডিং-টোত তেতিয়া ঠিক সেই ঘৰটোৰ দৰেই এটা সক এচাম্ টাইপ্ ঘৰ আছিল পি. ডাব্লিউ. ডি-ৰ অভাৰ চিয়াৰ্ এজনৰ—ব্ৰজেন কলিতা তেওঁৰ নাম —তেৱেঁই এতিয়া এই বিল্ডিংটো উঠাইছে, ইমান প্ৰকাণ্ড প্ৰকাণ্ড ঘৰ উঠাবলৈ মানুহবোৰে ক'ত যে পইচা। পায় সমুখৰ লন্‌খনো নাৰাখিলে—নেছাৰেলি, কাৰণ এতিয়া এইটো পুৰা কমাৰ্চিয়েল এৰিয়া হ'ল, প্ৰত্যেক স্কোয়েৰ ফিট্ মাটি যিমানে ইউটিলাইজ কৰিব পাৰি তিমানে লাভ। কোনেও আৰু চখ কৰি ঘাঁহনি কৰিবলৈ মাটি পেলাই নথয়—'

'ও', মই কলোঁ আৰু খেৰডালৰ অৱস্থান ঠিক কৰি কৰি সধৈৰ্য্য ভাৱে পুনৰ প্ৰশ্ন কৰিলোঁ, 'পিছে ঘৰটো কাৰনো?'

'অ—' অলপ হোঁচাট খাই ল'ৰাজনে ক'লে 'আপুনি যাক বীণা কুটিৰ বুলি কৈছে—', তেওঁ মোৰ পিনে চাই এবাৰ আস্তেকৈ হাঁহিলে 'ঠিক কব নোৱাৰিলোঁ—আমি নিজৰ কথাতে বিজি হৈ থাকিছিলোঁ। 'ইস্কুলৰ দেৰি হয় বুলি নহলে ঘৰ পোৱাৰ দেৰি হয় বুলি তাড়া-তাড়ি এই ঘৰবোৰ পাচ্ কৰি গৈছিলোঁ। তেতিয়া প্ৰায়বোৰেই বেচিডে-

ন্সিয়েল ঘৰ আছিল—কোনটো কাৰ ঘৰ সেই বয়সত কোনে খবৰ লৈ থাকে—এনি ওৱে, বিষ্ণুৰাম হাইস্কুলৰেই মাষ্টৰ এজনৰ ঘৰ বুলি শুনিছিলোঁ।—পিছলৈ হেড মাষ্টৰো হৈছিলগৈ—' তেওঁ এবাৰ কপাল কোঁচাই মনত পেলাবৰ চেষ্টা কৰিলে—' ভূধৰ্ গোস্বামী—ভূধৰ শৰ্ম্মা ভূধৰ কিবা। সংস্কৃতৰ মাষ্টৰ, বৰ স্কলাৰ মানুহ আছিল বোলে। কাশীৰ পৰা কিবা উপাধিও পাইছিল। গে'টত এখন চাইন ব'ৰ্ডত লিখা আছিল 'সঞ্জীবন সমাজ', তেওঁৱেই খুলিছিল বোলে, তাৰ প্ৰেচিডেণ্টা আছিল বোধহয়—মাজে মাজে কেইজনমান ভব্য গব্য তপামূৰীয়া দাড়ীয়া বুঢ়া মানুহ বাৰাণ্ডাত বহি কিবা আলোচনা কৰি থকা দেখিছিলোঁ······আৰ্টিকল্‌-টাৰ্টিক্‌লো লিখিছিল বোলে মাজে মাজে, 'বৈদিক যুগত ছাত্ৰৰ কিবা'—এই ৰকম কিবা কিবি বস্তু—'

'তেওঁ এতিয়া ক'ত ?'

'এতিয়া ? জানো—বুজিছে, একছুয়েলি মই মেট্ৰিকৰ পিছত বহুত দিন এই চহৰতেই নাছিলোঁ—' ল'ৰাজনে অলপ ইতস্ততঃ কৰি ৰৈ গ'ল ( গতিকে ময়ো একো নুসুধিলোঁ )—'ইতিমধ্যে' বহুত ছেইঞ্জ হ'ল, ইয়াত আহিতো দেখিছোঁ আমাৰ আগৰ মানুহবোৰ নোহোৱাই হ'ল—চব পাঞ্জাবী মাৰোৱাৰী বিজিনেচ্‌ মেনৰ ফেমিলি— অ' ভূধৰ গোস্বামী তেওঁ—মৰিল বোধ হয় ইমান দিনে।

'অ' ? তেনে হলে এতিয়া কোনে—'

দুজন ল'ৰা আছিল, আমাতকৈ ডাঙৰ—তেতিয়াই আমাতকৈ বহুত ডাঙৰ। এজন বোধহয় বাপেকৰ দৰেই আছিল, মানে লিখা পঢ়া লৈ থাকে, ক'ৰবাৰ প্ৰফেচাৰ। ধুতী চাদৰ পিন্ধা প্ৰফেচাৰ, তোঁতিয়াৰ দিনৰ, কেতিয়াবা কিবা ভাবি ভাবি লনৃখনত পায়চাৰী কৰি কৰি থাকে। ইজন, সৰুজন, ডিব্ৰুগড়ত ডাক্তৰি পঢ়ি আছিল, নে কিবা, আমাৰ ক্লাচতে ল'ৰা এটাই মাজে মাজে এই চব খবৰ দিছিল, সি এই ৰাস্তাটোৰ মোৰতে থাকিছিল তেতিয়া, এতিয়া অৱশ্যে তাত নাই। সৰুটোক আমি দেখাই নাই, ঘৰৰ পৰা কাজিয়া কৰি ওলাই গৈছিল নে সেইৰকম কিবা। এনি-ওৱে ক'ৰ মানুহ ক'লৈ গ'ল কোনে তাৰ—'

ক'কা-ক'লাত এটা চুমুক মাৰিলোঁ আৰু নিৰ্লিপ্ত ভাবে সুধিলোঁ, 'ছোৱালী ?'

'নাই—মানে এদিন নে দুদিনহে এজনী ছোৱালী থকা যেন দেখিছিলোঁ, বয়সীয়া মাইকী মানুহতো কেতিয়াও চকুত পৰাই নাই। এদিন চিনেমাৰ প'ষ্টাৰ লগাই বেন্দ্ পাৰ্টি বজাই ঘোঁৰাৰ গাড়ী এখন গৈছিল (আজিকালি সেই ঘোঁৰাৰ গাড়ীবোৰ নোহোৱা হ'ল বিয়া অহাৰ পিছত, বেন্দ পাৰ্টিও আৰু নবজায় খালী মাইক্), অ,' তাকে চাবলৈ ছোৱালী এজনী বাৰাণ্ডালৈ ওলাই আহিছিল—পাতলকৈ দেখিবলৈ বেয়া নহয়—আমি চবে সেই পিনে চাই থকা দেখি ভিতৰলৈ সোমাই গ'ল। মাজে মাজে ঘঁাহনি খনত এখন বগা ৰঙৰ ফ'ৰ্ড্ গাড়ী থাকিছিল, বেছ হে'লডি মানুহ এজনে চলায়। ছোৱালী জনীৰ লগত ভাল আছিল বোলে, পিছত বিয়াও হ'ল। মানে, ঘৰৰ জোঁৱাই। আমাৰ ক্লাচ বিষুৱামত ছয় মাহ মানহে হৈছিল, তাৰ পিছততো এই পিনে অহাই একৰকম বন্ধ—নাই, অন্ত আৰু ছোৱালী-টোৱালী থাকিলে, তেওঁ বিব্ৰতভাৱে এটা মৃদু হাঁহি মাৰিলে, 'নেছাবেলি' আমাৰ চকুত পৰিল হেঁতেন, ল'ৰাজনে লৰালৰিকৈ কথা বদলালে, 'ইমান ভেলুৱেৰ ল্ প্ৰপাৰ্টি, এই এৰিয়াত! কিয়যে এনেকৈ কইন্‌ড্ হৈ যাব দিছে! কি জানি হয়তো ফ'ৰ্ড-গাড়ীৱালা সেই জোঁৱায়েকেই পাইছে সেই সম্পত্তিটো—আই মীন্, আকটাৰ অল্ তেওঁৰ নিজৰ ঘৰ নহয়। ঘৰৰ মানুহৰ হাতত থাকিলে আৰু এনেকৈ নষ্ট হৈ যাব দিয়ে নে কোনোবাই—অলপ ইম্প্ৰুভ্ কৰি ল'লেই এই এৰিয়াত মাহে কম্‌চে কম এইট্ হাণ্ড্ৰেড্—'

'ও'

দোকানত মানুহ সোমাইছে। ক'কা-ক'লা বিচাৰি দুজন পাঞ্জাবী, টুথপে'ষ্ট বিচাৰি এটা ল'ৰা, আৰু প্ৰেমৰ এই মাহৰ ফিস্তি আহিছে নে নাই এটি দম্পতিয়ে জানিব খুজিছে। নীৰৱে এচুকত থিয় হৈ ধীৰে ধীৰে খেৰভালেৰে ক'কা-ক'লা টানিব ধৰিলোঁ। মোৰ নাকত ক'কা-কলাৰ অনিৰ্ণেয় স্বাদৰ ৰাঁৰ্......সক দোকান খনৰ বহুবৰ্ণ

দ্রব্য-সম্ভাবৰ ঠেকত উজ্জ্বল টিউব লাইটৰ পোহৰত যেন লাহে লাহে এটা অন্তৰঙ্গতা অনুভৱ কৰিব ধৰিলোঁ, এখন চিনাকি কাফেৰ অভ্যন্ত চুক এটাৰ দৰে এটা উষ্ণ আমেজ···বটলৰ অৱশিষ্ট তৰলখিনিলৈ চালোঁ—ৰঙা তৰল খিনিত যেন প্ৰতিবিম্বিত হৈ উঠিব ধৰিছে এটা সৰু এল্ আকৃতিৰ অসম-টাইপ ঘৰ : বীণা কুটিৰ। অজস্ৰ বীণা ফুল বাৰাণ্ডাৰ তলৰ ঘাঁহনিত সৰি পৰিছে, তলমূৰ কৰি ছোৱালী এজনীয়ে কঁকালত চাদৰ গুজি লৈ বাৰাণ্ডাখন সাৰিছে......যেন শুনিলোঁ এটা মটৰৰ ভেঁপু, এখন বগা ফ'ৰ্ড গাড়ী সোমাইছে গে'টৰ ভিতৰলৈ, লৰালৰিকৈ ছোৱালী জনীয়ে বাঢ়নীডাল নমাই চাদৰখন ঠিক কৰি ললে আৰু চুলিত হাত দিলে, চকিত দৃষ্টিৰে এবাৰ গাড়ী-খনৰ পিনে চালে, গাড়ীৰ পিছ পিনৰ কাঁচেৰে দেখা যায় দুখন বলিষ্ঠ লোমশ হাত ষ্টিয়াৰিঙৰ চকাত, দুখন বহল কান্ধ, ছোৱালী জনীৰ মুখখন অস্পষ্ট, কিন্তু ধৰিব পাৰি তৰুণী, তন্বী, অকস্মাৎ কিহবাৰ প্ৰত্যাশাত সপ্ৰতিভ······দৃশ্যটো মিলি গ'ল, বাৰাণ্ডাৰ দুৱাৰখন মেলা-ভিতৰত ছোৱালী-জনীয়ে পাছমুখ কৰি ডাঙৰ গোল টেবুল এখনৰ কিতাপ পত্ৰবপৰা কাপোৰেৰে ধূলি জোকাৰিছে, টেবুলৰ ওপৰত শুকাই-যোৱা গেন্দাই ফুলৰ মালা পিন্ধোৱা এখন ডাঙৰ ফটো—বগা গোঁফ, তপা-মূৰৰ চাৰিও পিনে বগা চুলি, গোল ফ্ৰে'মৰ বাইফ'কেল চচমা ইষৎ ক্ৰুদ্ধ দৃষ্টি : ৺ভূধৰ গোস্বামী ( বা শৰ্মা—আৰু কোন হ'ব ? ) তাৰ ওপৰৰ দেৱালত কেনোবাই দিয়া মান পত্ৰ এখন বন্ধাই থোৱা। প্ৰাচীন কাঠৰ চকীত ধুতী-চাদৰ পিন্ধা এজন মানুহ বহি কিবা কৈছে। ধীৰে ধীৰে তেওঁৰো চকুত চচমা (কিন্তু চোকোণা), এখন ভৰি পাম্পচুৰ ভিতৰত ইখন ভৰি পাম্পচুৰ পৰা বাহিৰ কৰি আঙুলি কেইটা লাহে লাহে জোকাৰিছে—সেই খিনিয়েই মাথোঁ মানুহজনৰ চাঞ্চল্যৰ চিন, বাকী সমস্ত প্ৰশান্ত তেওঁৰ মুখ তেওঁৰ ভঙ্গিমা তেওঁৰ কথা ( স্পষ্ট কিন্তু অনুচ্চ ), নিঃসন্দেহে সেই 'প্ৰফেচাৰ' পুতেক, তেওঁৰ নাম—ভূধৰ গোস্বামীৰ পুতেকৰ নাম—কি হ'ব ? প্ৰেমধৰ ? পৰমেশ ? ধৰা পৰমেশ, পৰমেশ গোস্বামী একো বেয়া

নহ'ব। তেওঁ কি কৈছে? তেওঁৰ শ্ৰোতা সমুখৰ চকীত উপবিষ্ট খদ্দৰৰ পাঞ্জাবী এজন, বয়স্ক মানুহ—তেওঁ কোন? প্ৰকেচাৰে কৈছে (সঁচাসঁচিকৈয়ে মই ক'ৰবাৰ পৰা কণ্ঠস্বৰ শুনিলোঁ) "......গতিকে গনেশদা, আপুনি বেয়া নাপাব এই ঘৰটোৰ লগত এটা স্কলাৰ্লি এট্মচফিয়াৰ জড়িত। ইয়াত মই লোহা-লক্কৰ চিমেন্ট-বালি টকা-অনা পইচাৰ হিচাপ মেলিবলৈ এৰি দিলে পিতাৰ আত্মাই শান্তি নাপাব, পিতাই মোক কেতিয়াও ক্ষমা নকৰে...আপুনি আমাক সৰুৰেপৰা পাই আহিছে, এতিয়া এই পৈতৃক ঘৰটো মোৰ হাতত পৰিছে, আপুনি মোক ঘৰটো ভাড়া খুজিছে আপোনাৰ কণ্ট্ৰেক্টৰ কাম দিনক দিনে ডাঙৰ হৈ গৈছে, আপোনাক ঘৰটো দিব পাৰিলে মই জানো ভাল নাপালোঁ হেঁতেন, কওক? কিন্তু এতিয়া পিতাৰ লাইফ্ লং ৱৰ্কৰ স্মৃতি ৰক্ষা কৰাটোও মোৰ এটা কৰ্তব্য, এটা ফিলিয়েল্ ডিউটি, মই নিজে ইয়াত বাস নকৰিলেও এই ঘৰটোৰ পৰিবেশ মই বজায় ৰাখিব লাগিব। যিমান দূৰ পাৰোঁ পাৰিলে পিতাৰ নামত এই ঘৰটোত এটা লাইব্ৰেৰী টাইব্ৰেৰী কৰি দিব লাগিব আপুনিওতো পিতাক সদায় শ্ৰদ্ধা ভক্তি কৰি আহিছে, আপুনিওতো দেখি আহিছে এইখন টেবুলতে (তেওঁ টেবুলখনৰ পিনে হাত মেলি দিলে, চিনেমাৰ ক্লজ আপ্ শটৰ দৰে সমস্ত টেবুলখন সমুখলৈ আহি তৰল-পৰ্দাখন পূৰ্ণ কৰি পেলালে: অসংখ্য কাগজ-কিতাপ-আলোচনী, সাঁচি পাতৰ পুথি, এটা ৰঙা-ফিটাৰে বন্ধা-ফাইলৰ ওপৰত ডাঙৰ ডাঙৰকৈ ৰঙা চিয়াহীৰে লিখা "বৈদিক যুগত [ অস্পষ্ট ] সম্বন্ধৰ আধ্যাত্মিক দিশ" দোৱাত-কলম আৰু আঠাৰ বটল, ব্ল'টাৰ্ আৰু তামোলৰ বটা চচ্মাৰ খোল······) পিতাই দিনে-নিশাই বুঢ়া বয়সলৈকে মূৰ গুজি লিখা পঢ়া কৰি থাকে, খোৱা-পিন্ধাৰ কথা পাহৰি যায়, আপুনি আহি কাষতে বৈ আছে, আপুনি কাহ এটা নামাৰা পৰ্যন্ত পিতাই গমেই পোৱা নাই—এই যে এটা সাধনা কোনো আৰ্থিক লাভৰ কথা নাভাবি, মান যশৰ কথা নাভাবি—এই যে এটা জ্ঞানৰ সন্ধান, এটা ডিচইণ্টাৰে'ষ্টেড্ কুৱেষ্ট্ ফৰ্ নলেজ, এই যে ঘৰময় দেখিছে পিতাৰ

অসংখ্য আধকরা কাম, আধা লিখা প্রবন্ধ-পাতি—যিবোৰ এতিয়া মই পাৰিলে প্ৰকাশ কৰি উলিয়াব লাগে এই পৰিবেশ কি মই কমাৰ্চিয়েলি-জ মৰ কৰলত সোমাই নোহোৱা হৈ যাব দিয়া উচিত হ'ব, আপুনিয়েই কওক গনেশদা...ঘৰটো মোক থাকিবলৈ নালাগে, সঁচা, ঘৰটো এতিয়া মোৰ সম্পত্তি, মই তাৰ পৰা দুই পইচা উপাৰ্জন কৰি থাকিব পাৰোঁ, সঁচা, কিন্তু সেই বুলিয়েই কি মই পিতাৰ ইমানদিনৰ অধ্যৱসায়ৰ সকলো চিনচাব......'

থক্!

তেওঁৰ কথা বন্ধ হ'ল আৰু মই বুজিব পাৰিলোঁ পাঞ্জাবী মানুহজনে তেওঁলোকৰ কথোপকথন শেষ কৰি ক'কা-ক'লাৰ বটল দুটা থক্ কৰি নমাই থলে। বটলৰ গাৰপৰা ছবিবোৰ লীন গ'ল, ময়ো ছু-কৃ শব্দ কৰি শেষ বিন্দুটো টানি থক্ কৰি বটলটো কাউণ্টাৰত নমাই থলোঁ। নোট এখন আগবঢ়াই দি ল'ৰাজনক এনেয়ে সুধিলোঁ দোকান ৰাতি কেইটালৈ খোলা থাকে। ঘৰটো ভাড়া দিয়ে নে তেওঁ পাৰিলে এবাৰ খবৰ লবনে? মই আকৌ এবাৰ আহিম কালি-পৰহিৰ ভিতৰত। কালি তেওঁ নাথাকে? বাৰু পৰহি মানে? হ'ব হ'ব। বাৰু......।

বাহিৰলৈ আহি চাইকেলৰ তালা খুলিলোঁ। তীব্ৰ উজ্জ্বল বাল্‌ব্ জ্বলাই স্পীড্ৰেল ট্ৰেন্স্পৰ্টৰ সমুখত ডিজেল ট্ৰাকবোৰৰ পৰা বস্তু উঠোৱা-নমোৱা চলিছে,......কেইবাজনো মানুহে উচ্চস্বৰে নিৰ্দেশ দিছে, আৰু সকলো তল পেলাই আন এখন ট্ৰাক প্ৰচুৰ ক'লা ধোৱাঁ উদগীৰণ কৰি বিকট শব্দে ষ্টাৰ্ট লবৰ চেষ্টা কৰিছে...... চাইকেলখন ঠেলি ঠেলি আগুৱাই গলোঁ। বীণা-কুটিৰ অন্ধকাৰ, মাথোঁ তাৰ বাঁওপিনৰ দেৱালত ইকাষৰ দালানটোৰ খিড়িকী-বোৰৰ পোহৰ পৰি আন্ধাৰ পোহৰৰ নক্সা এটাৰ সৃষ্টি কৰিছে আৰু নিঃশব্দ। দালানটোৰ আলোকিত খিড়িকীবোৰৰ পিছপিনে ৰেডিঅ' বাজিছে, কোনো এটা অফিচত এটা টাইপ ৰাইটাৰৰ খট্ খট্ শব্দ, নিশ্চয় কোঠালীয়ে কোঠালীয়ে কথা-বাৰ্তা চলিছে, খোৱাবোৱা

চলিছে, বাণিজ্য আৰু গৃহ সংসাৰ, তৃপ্তি আনন্দ ক্ষোভ বেদনা-কামনা লালসা-প্ৰেম-বিৰহ বিভিন্ন টুকুৰা টুকুৰা নাটকৰ সংলাপ, বিয়োগ নাটিকাৰ ওপৰত আজিৰ এই আন্ধাৰ নীৰৱ বীণা-কুটিৰৰ মঞ্চত কেতিয়াবাই যৱনিকা পৰিছে, কেতিয়াবাই তাৰ শব্দ আৰু প্ৰাণ-ভঙ্গিমা শেষ হৈছে—

একেবাৰেই কি শেষ হৈ গৈছে?...ৰাতি বীণা-কুটিৰৰ কথা ভাবি ভাবি টোপনি গলোঁ আৰু পুৱা উঠি চকু মোহাৰি মোহাৰি আচৰিত হৈ মনত পেলালোঁ, ৰাতি সপোনত এবাৰো বীণা-কুটিৰ দেখা নাই— (বস্তুতঃ, কোনো সপোনেই দেখা নাই, বোধহয় খুব ভাগৰ লাগিছিল)।

দিনটো কামৰ মাজে মাজে একোবাৰ অস্পষ্ট ভাৱে কুটিৰৰ কথা মনলৈ আহিল, আৰু পাহৰি গলোঁ। আবেলি পুনৰ চাইকেলখন লৈ এটা ভাড়াঘৰৰ সন্ধান কৰিবলৈ গলোঁ, সুবিধা নহ'ল। চাইকেলত উঠিলোঁ—কিবা এটা মনত পেলাবৰ চেষ্টা কৰি কৰি অন্য মনস্কভাৱে পেডেল চলাই গলোঁ, আৰু অকস্মাৎ দেখিলোঁ বীণা-কুটিৰ পাৰ হ'ব ধৰিছোঁ—সেই একে জীৰ্ণ, পৰিত্যক্ত ৰূপ, সন্ধিয়াৰ অস্পষ্ট আলো-ছায়াত তাৰ বিশীৰ্ণ বীণা জোপা মৃদু মৃদু কঁপিছে, বোধহয় কোনোবা পিনে বতাহ মাৰিছে। চাইকেলৰ পৰা নামি থিয় দিলোঁ, কাণ পাতি কিবা শুনিবৰ চেষ্টা কৰিলোঁ, কাণত পৰিল বিভিন্ন বাণিজ্য বিপনিৰ সংমিশ্ৰিত অনিৰ্ণেয় ৰব আৰু ক'ৰবাত এটা টেলিফ'ন ক্ৰিং ক্ৰিং কৰিছে আৰু বীণা-কুটিৰৰ পুৱণি বাতামৰ কাঠ এডাল বোধহয় এৰি যোৱা টিন এখানে বৈ বৈ এটা ক্ষীণ খট্ খট্ শব্দ কৰিছে, কোনোবা চুকৰ পাৰ চৰাইৰ বক্-বকম্-বক্......ক'কা ক'লাৰ দোকান খনত ল'বা জন নাই, তাৰ ঠাইত হাৱাইনশ্বাৰ্ট পিন্ধা পুৰঠ মুখৰ একজন আদবয়সীয়া মানুহ বহি আছে। চাইকেলখন বাহিৰত থৈ সোমাই গলোঁ আৰু কাউন্টাৰৰ সমুখত থিয় দি এটা ক'কা-ক'লা বিচাৰিলোঁ।

দোকানত আজি বেছ ভিৰ আছে, জোৰ বিক্ৰী চলিছে। কেজুন মানুহজনক মুখ ভঙ্গী বৰ সুবিধাৰ, যেন মালাগিল, মই তেওঁৰ লগত

কথাকোৱাৰ চেষ্টা নকৰিলোঁ। এচুকত থিয় হৈ খেৰডালেৰে এটা টান মাৰিলোঁ। আঃ! নাকত পৰিচিত ধঁাৰটো লাগিল। কাউণ্টাৰৰ ওপৰতে বটলটো বেঁকাকৈ ধৰি খেৰডালৰ মুখত সোঁহাতৰ তৰ্জনীটো থৈ ৰঙা তৰলখিনিলৈ চালোঁ।......তৰলখিনি কঁপিছে··· তাৰ গাত আন এখন ছবি ফুটি উঠিব ধৰিছে...ৰতাহ মাৰিছে, বীণা গছৰ পাতবোৰ কঁপিছে, ৰাতি হৈছে, বীণা-কুটিৰৰ বাৰাণ্ডা অস্পষ্ট.........মটৰৰ হে'ড্ লাইটৰ পোহৰত বীণা গছ জোপাৰ আৰু বাঁহৰ জালি জিলিকি উঠিল, দীঘল দীঘলকৈ তুবাৰ "ৰে'চ" দি ফৰ্ড গাড়ীখনৰ ইঞ্জিন বন্ধ হ'ল, লাইট নুমাল, গাড়ীৰ দৰজা খোলাৰ শব্দ, স্টিয়াৰিং এৰি নামি আহিল সিদিনাৰ সেই প্ৰশস্ত বক্ষ যুৱক, এতিয়াও পিছপিনৰ পৰা মনিব পৰা গ'ল মাথোঁ। তেওঁৰ বহল কান্ধ তুখন আৰু সুগঠিত মূৰ ( নিশ্চয় গোঁফ আছে! ) ঘৰৰ নতুন জোঁৱাই ভবেশ? ভবানন্দ? বেচ—ভবানন্দই। ভবানন্দই গাড়ী বাঁওহাতৰ দৰজাখন খুলি হাত আগবঢ়াই দিলে তেওঁৰ হাতত ধৰি নামি আহিল বাৰাণ্ডা সাৰি থকা সেই ছোৱালীজনী: বীণা (আৰু কি নাম হ'ব পাৰে! ) । অস্পষ্ট পোহৰতো যেন বুজিব পাৰি তাইৰ মুখ ঝলমল কৰিছে, চকুত কি যেন এটা মদিৰ আবেশ, সেঁওতাত নতুন ৰঙৰেখা, তাইৰ দেহ ভঙ্গীৰ লগে লগে মুগাৰ নতুন মেখেলা চাদৰৰ দৰে খচ-মচ শব্দ বা হয়তো বেনাৰসী, আৰু আন্ধাৰত মাজে মাজে গা-ভৰা গহনাৰ ঝিলিক—ভবানন্দৰ হাত একৰাই তাই চকিতে চিড়িখন জঁপিয়াই বাৰাণ্ডাত উঠিল, লগে লগে ভবানন্দৰ হাত তুখনে পিছপিনৰ পৰা তাইৰ লাহী কঁকালখন থাপ মাৰি ধৰিলে

'—ইচ্ কি যে কৰে—পিতা আহি ওলালে কি ভাবিব'—

'ইঃ পিতাই আৰু এই ৰাতি তুপৰলৈ আমাক চাবলৈ হে সাৰে আছে'— চেপা হাঁহি এটা মাৰি ভবানন্দই বীণাক ধৰি বাৰাণ্ডাত উঠিল।

'ৰিহে গাড়ীৰ শব্দ কৰি ঘৰ সোমাইছে—ধেৎ, ইয়াত নহয়—

চাওঁ এৰক না—ইস্! ডাঙৰ দাদা এতিয়াও পঢ়ি আছে, যদি হঠাৎ আহি ওলায় কি যে—'

অস্ফুট মাতেৰে ভবানন্দই ক'লে, 'ডাঙৰ দাদা ইমান বেৰসিক নহয় যে নতুন দৰা-কইনা ঘূৰি মেলি বাপ্তি ঘৰ সোমালে তেওঁ অভদ্ৰৰ দৰে......চাওঁ'—

বাৰাণ্ডাৰ বেৰৰ দোলায়মান ছাঁ-পোহৰ বোৰৰ মাজত মিলি গৈছে ভবানন্দ আৰু বীণাৰ ছাঁ, কিমান সময় দুয়ো বাহু বন্ধনত আৱদ্ধ হৈ আছিল তেওঁলোকে কব নোৱাৰে, তেওঁলোকৰ চুলিত ক'ৰবাৰ বলিয়া বতাহৰ বোল, বতাহত কোন অজানা ফুলৰ গোন্ধ, আকাশত ৰাশি ৰাশি তৰা, হয়তো ফাগুন মাহ—

বহু সময়ৰ নিৰৱতাৰ পিছত ভবানন্দই ক'লে, বীণা, যেতিয়া আগয়ে আবেলি মই তোমাৰ লগত বাৰাণ্ডাত থিয় দি থাকি-ছিলোঁ৷ কত দিন ইচ্ছা হৈছে এই বীণা জোপাৰ তলত, এই জালিখনৰ এই পিনে তোমাক সাবটি ধৰোঁ, তোমাক মৰম কৰোঁ, ইমান মন গৈছিল, ইমান ইচ্ছা গৈছিল—তুমি বুজি পাইছিলা কেতিয়াবা ?

বীণাই একো উত্তৰ নিদিলে, আন্ধাৰতে ভবানন্দৰ বুকুত মুখটো আৰু জোৰেৰে চেপি সুমুৱাই দিলে। 'আৰু আজি—যেতিয়া ডাঙৰ দাদা কলেজলৈ যাওঁতে বাৰাণ্ডালৈ ওলাই আহি-ছিলোঁ, মই পিতাৰ লগত কথা পাতি আছিলোঁ। সেই আগৰ-দৰে তোমাৰ লগত এই খিনিত থিয় দি চাবলৈ ইমান মন গৈছিল তুমি বুজি পাইছিলা ?

বীণাই এইবাৰো একো উত্তৰ নিদিলে।

'বীণা ?'

আন্ধাৰতে বীণাই ভবানন্দৰ বুকুৰ মাজত অস্পষ্ট হাঁহিলে : 'আপুনিও যে কি সেইটোও আৰু বুজি নাপায় নে......আৰু আজি বাৰাণ্ডাত আপোনাৰ অঁকৰা মূৰ্তিটো দেখি মোৰ যে মনে মনে ইমান হাঁহি উঠিছিল—চাৰি বছৰ লাজ মান কাটি কৰি

এই খিনিতে মোৰ লগত থিয় হৈ থাকোঁতে গ'ল, আজিহে নাকত বৰ লাজটো লাগিল, ওচৰলৈকে নাহিল এবাৰো, পিতাৰ লগত কথা পতাই শেষ নহ'ল—।

—ভবানন্দইও লজ্জিত ভাবে হাঁহিলে, 'অ······ব'লা, ভিতৰলৈ যাবা এতিয়া ?'

'অ', বীণাই ক'লে, আৰু হঠাৎ চঞ্চল হৈ উঠিল, ইচ্, ভিতৰ সোমাবলৈ যে একেবাৰে মন যোৱা নাই—ইমান যে ভাল লাগিছে কিমান দিনৰ মূৰত আমাৰ এই চুকটোত এনেকৈ থিয় দিব পাইছোঁ—আৰু যে কেতিয়া আকৌ আপোনাক এনেকৈ ইয়াতে পাম—' বীণাৰ কণ্ঠ বিষণ্ণ হৈ আহিল। 'আৰু দুদিন পিছততো আমি যামগৈ······আপুনিও যে কি এটা আহুকলীয়া চাকৰিত সোমাল ক'ৰ ক'ৰ লক্ষাত যে সদায় ঘূৰি ফুৰিব লাগিব ; আজি পাচিঘাট, কালি আইজাল······পিতাই আজি আপোনাক যেনেকৈ কথাবোৰ ক'ব ধৰিছিল, মোৰ যে চকুৰ পানী ওলাব ধৰিছিল : "মোৰ আৰু কেইদিন, মই গ'লে এই ঘৰটো তোমালোকেই চাব লাগিব, তোমালোকৰ নামত ঘৰটো লিখি দিম······" কিয় বাৰু পিতাই তেনেকৈ ক'লে ?'

অলপ সময় নীৰৱে থাকি ভবানন্দই ক'লে, "ডাঙৰ দাদাতো ইয়াৰ পৰা যোৱাটো একৰকম ঠিক হৈছেই, ঘৰ-মাটি চলোৱা তেওঁৰ প্ৰকৃতিৰ নহয়। আৰু সৰু দাদাতো ঘৰৰ পৰা ওলায়েই গৈছে, বোধহয় সেইকাৰণেই পিতাই ভাবিছে"—

'ইমান বেয়া লাগে······পিতাই যে কৈছে "তঁহতে নিজে থাক, ভাড়া দিয়, যি কৰ কৰিবি"······ইমান বেয়া লাগে—আমি ক'ত দূৰে দূৰে থাকিম, আমি কোনো নাথাকিলে ঘৰটোৰ কি অৱস্থা হ'ব, ক'ৰ কোন মানুহ আহি ইয়াত থাকিব, সকলো বেলেগ হৈ যাব—এই বীণা জোপাই বা কিমান দিন এনেকৈ থাকিব দিব—'

ভবানন্দৰ হাত দুখনে ধীৰে ধীৰে বীণাক বেষ্টন কৰি চেপি

ধৰিলে, বীণাৰ গালত গাল থৈ ভবানন্দই লাহে লাহে ক'লে, 'বীণা, তোমাক মই প্ৰথম যিদিনা দেখিছিলোঁ, তুমি এই খিৰিকিত থিয় দি আছিলা, ৰাস্তাৰে বেন্দপাটি বজাই চিনেমাৰ পষ্টাৰ লগাই এখন ঘোঁৰা গাড়ী পাৰ হৈ যাব ধৰিছিল—মই আচৰিত হৈ গৈছিলোঁ এতিয়াও ভাবিলে আচৰিত আচৰিত লাগে এই বাৰাণ্ডা, এই বীণা গছ মোৰ জীৱনৰ এটা অংশ যেনেকৈ এইখন ঘৰৰ প্ৰতিখন চকী-মেজ প্ৰতিখন ফটো, প্ৰতিযোৰ কাপ-প্লেট তোমাৰ নিজৰ নিজৰ লগা, প্ৰতিটো চুকত তোমাৰ হাতৰ যত্ন......ঠিক আছে এই ঘৰ যদি ভবিষ্যতে ময়েই চলাব লাগে চলাম, ইয়াৰ কোনো টান নষ্ট হ'ব নিদিওঁ, কোনো আচহুৱা মানুহক কেতিয়াও এই বাৰাণ্ডাৰ সাল সলনি কৰিব নিদিওঁ, আমি যেতিয়াই সেই সকলো আমি এনেকৈয়ে পাম—যিমানদূৰ মোৰ সাধ্যে কুলায়—'

...এই আলো-আঁধাৰি, পাৰৰ দোলাৰ এই সৰ্ সৰ্ শব্দ মন্দিৰ বতাহত ভাঁহি অহা ফুলৰ বেণু, আকাশৰ এই ৰাশি ৰাশি তৰা···মই নিজ মনে কলোঁ, আৰু দোকানৰ গোলমাল হঠাৎ বন্ধ হৈ গ'ল, আচৰিত হৈ দেখিলোঁ, দোকান খালী হৈ গৈছে, দোকানীয়ে মোৰ মুখৰ পিনে চাই আছে, ক'কা ক'লাৰ বটলত কোনো ছবি নাই। টান মাৰি বাকী তৰল খিনি শেষ কৰি বটলটো থকৈকে নমাই থলোঁ, নিজ মনে বিৰ বিৰকৈ কলোঁ, "ঘৰ এটাৰে খালী ভাড়া উলিওৱাৰ কথা নাভাবে, এতিয়াও এনেকুৱা মানুহ আছে! ভবানন্দ আছে, বীণা আছে!"

'কি কৈছে?' অলপ আচৰিত হৈ দোকানীয়ে ক'লে 'ফিফ্‌টি ফাইভ পইচা।'

উৎফুল্লচিত্তে চাইকেল মাৰি ঘৰ পালোঁ। বাহি খুব সুন্দৰ টোপনি আহিল: কি শান্তি··· বাণিজ্য আৰু অৰ্থাগমৰ চিন্তাত যেতিয়া প্ৰতি বৰ্গফুট মাটি প্ৰতি ঘনফুট বায়ু দালালীকৃত। ডিজে'লৰ ধোঁৱা কল-কজাৰ ঘৰ্ঘৰ, লাভ লোকচানৰ চক্ৰবেহ আৰু ব্যয় সংকুচিত

ক্লুৰচেণ্ট ঔজ্জল্যত তলৰ যথেচ্ছা ধূলি আৰু কদৰ্যতা আৰু দুৰ্গন্ধ আবৰ্জনাৰে বায়ুমণ্ডল সংপৃক্ত তেনেকুৱা অৱস্থাত পৃথিৱীত আজিও আছে এজন পৰমেশ, এহাল ভবানন্দ বীণা, ৰিইনফ’ৰ্চড্ কংক্ৰীট ৰুচি বিবৰ্জিত আকাশচুম্বী ঔদ্ধতাই যাক প্ৰভাৱিত নকৰে যাক ভাৰাটিয়া নালাগে, মাহে অতিৰিক্ত তিনিশ টকা নালাগে —বা হয়তো, লাগে (কাক নালাগে?), কিন্তু যিসকলে এতিয়াও উপলব্ধি কৰে যে তাতকৈ সুন্দৰ কথা এটা শ্ৰদ্ধেয় স্মৃতি জীয়াই ৰখা তাতকৈ ডাঙৰ কথা আত্মাৰ নিশ্বাসৰ বাবে এটুকুৰা খোলা আকাশ প্ৰাণৰ স্পন্দনৰ বাবে এছাটি মুকলি বতাহ চকুৰ প্ৰাপ্তিৰ বাবে এডৰা সেউজীয়া ঘাঁহনি এজোপা বীণা গছ, য’ত মনৰ মুকুল ধৰিব নিস্তব্ধ নিশা আৰু অলস মধ্যাহ্ন, এখন বাৰাণ্ডা এটা পুৰণি গুঞ্জন ধ্বনি, এটা বিলীয়মান প্ৰিয় পৰিবেশ—

পিছদিনা অফিচৰ টিফিনত যেতিয়া এজনে প্ৰস্তাৱ কৰিলে যে আজি চাহৰ সলনি ক’কা ক’লা খোৱা যাওক, মই মৃত্ত হাঁহি মাৰি অসম্মতি জনালোঁ, ক’কা ক’লাৰ আচল কাঁঝ পাম মই আবেলি, মোৰ সেই মনিহাৰী দোকানখনত··· সেইদিনা ভাড়াঘৰ সন্ধানত নগলোঁ। (যদিও অফিচৰ চুপাৰিনটেণ্ডেণ্টে খবৰ এটা দিছিল), সন্ধিয়াৰ আধা-অন্ধকাৰ বীণা কুটিৰৰ সমুখত চাইকেলৰপৰা নামিলোঁ চকুত পৰিল, বাৰাণ্ডাৰ খুটাত এটা চিঠিৰ বাকচ আছে (কিয় যে দেখা নাছিলোঁ ), আৰু বাৰাণ্ডাত যেন কিবা লেতেৰা কাপোৰৰ বাণ্ডিল এটা পৰি আছে। কালি ৰাতি বৰষুণ দিছিল এবাৰ অনু- মান কৰিলোঁ, কোনোবা ভিক্ষাৰী-জাতীয় মানুহে হয়তো ৰাতি আশ্ৰয় লৈছিল, আৰু বেৱাৰিশ ঘৰ দেখি হয়তো এতিয়া তাতেই ৰাতি শুব আৰম্ভ কৰি দিব...চাইকেলখন ঠেলি ঠেলি দোকানখনৰ সমমুখত থিয় কৰালোঁ—আ’, ল’ৰাজন আহিছে ( আজি দাঁড়ি খুৰাই আহিছে কিন্তু সেই একেটা কামিজ ), কিন্তু আজি ব্যস্ত। এই গৰমতো চুট্-টাই পিন্ধা ফিটফাট এজন মাজ বয়সীয়া মানুহে কাউণ্টাৰত কিছুমান বহীত কাঠ পেঞ্চিলেৰে কিবা সংখ্যা ভৰাইছে

বুজিলোঁ। কোনো কোম্পানীৰ প্ৰতিনিধি। ল'ৰাজনে মোৰ পিনে মুখ তুলি চাই এবাৰ মৃদু হাঁহিলে আৰু মানুহজনক 'এক মিনিট' বুলি কৈ মোৰ পিনে আগুৰাই আহিল, মুৰ জোকাৰিলে।

'নাই হেৰি নহ'ব...।'

সেইটো অৱশ্যে ময়ো জানো! ময়ো সন্তুষ্টচিত্তে মৃদু হাঁহিলোঁ। ঘৰটো ভাড়া ন'হব বুলিয়েই ময়ো আশা কৰিছিলোঁ।

'ক'কা-ক'লা দিম?'

'দিয়ক'

খেৰ এডাল পেকেটৰ পৰা উলিয়াই ল'ৰাজন, 'আমাৰ প্ৰেপাইটৰক সুধিছিলোঁ—তেওঁ ল'কেল্ মানুহ, এই পাড়াৰেই—তেওঁ ঘৰটোৰ গোটেই হিষ্ট্ৰিটো জানে। ময়ো সিদিনা আপোনাক ঠিকেই কৈছিলোঁ, ডাঙৰ ল'ৰাজন প্ৰফেচাৰ, বৰ কেপেব্ল্ মানুহ, সৰুজন ডাক্তৰ ঘৈণীয়েক পাঞ্জাবী নে কিবা—পিছে ঘৰৰ লগত তেওঁৰ সম্বন্ধ বৰ—মানে বাপেকে তেওঁক চ'টু চে' ঘৰৰ পৰা একৰকম বাহিৰ কৰি—' কোম্পানীৰ প্ৰতিনিধিজনৰ পিনে তেওঁৰ চকু পৰিল, আচ্ছা আপুনি এইটো খাই লওক, মই এখেতক ৰেইট কৰাই ৰাখিছোঁ—'

ল'ৰাজন তেওঁৰ কাষলৈ গ'ল। খেৰডালেৰে এটা চুমুক মাৰি বটলটো কাউণ্টাৰত বেঁকাকৈ থিয় কৰাই তবলখিনিলৈ চাই ৰ'লোঁ...ছবি...বীণা কুটিৰৰ পিছ পিনৰ চোতালত আবেলিৰ ৰ'দ পৰিছে, এখন পুৰণি বেঞ্চি শূন্য থৰি চাং তুলসী তলত শিখাহীন চাকি, এডাল পুৰণি অমিতা গছ... অস্থিৰভাৱে এজন ত্ৰিছ-বত্ৰিছ বছৰীয়া দীঘল মানুহে পায়চাৰী কৰিছে, তেওঁৰ মূৰটো মাজে মাজে চোতালৰ কাপোৰ-ভৰা ৰছীডালত ঠেকা খাইছে, তেওঁ বিৰক্ত হৈ ৰছী ডাললৈ চাইছে আৰু চকুকোঁচাই ক্ৰুদ্ধভাৱে চিগাৰেট টানিছে, তেওঁৰ টুইড্ কোটটোৰ জেপৰ পৰা স্টেথ'স্ক'প্ এডালৰ এটুকুৰা ওলাই আছে। বেঞ্চিখনত বহি প্ৰকাণ্ড খোপাৰে চুড়িদাৰ কুৰ্তা পিন্ধা ছোৱালী এজনীয়ে ডাক্তৰৰ মুখলৈ উদ্বিগ্ন হৈ চাই আছে, তাইৰ মুখচ্ছবি অস্পষ্ট কিন্তু ৰক্তাভ, পাতল দোপাটা থনৰ

তলেৰে দেখা যায় তাইৰ বাহু সুগোল আৰু গোলাপী…হঠাতে পায়চাৰী বন্ধ কৰি এটা ক্ৰুদ্ধ টান মাৰি চিগাৰেটভাল দলিয়াই দি ডাক্তৰ বেঞ্চিখনৰ ওচৰলৈ আহিল আৰু তীক্ষ্ণ মনোযোগেৰে তলপিনে চালে ছোৱালী জনীৰ চকু দুটালৈ তেওঁৰ ওঁঠ দুটা লবিব ধৰিলে আকৌ চিনেমাৰ ক্ল'জ-আপ্ দৃশ্যৰ দৰে ছবিখন সমুখলৈ আগুৱাই আহি বটলৰ গা ভৰাই পেলালে: ডাক্তৰৰ সুদৃঢ় ওঁঠ আৰু চৌকোণা বেপৰোৱা থুতৰিৰ তলত ছোৱালী জনীৰ যৌৱনোচ্ছল গোলাকাৰ মুখৰ উৎকণ্ঠিত লাবণ্য, বিস্ফাৰিত দুটি আয়ত চকু (ঠিক যেনেকুৱা এটা ক্লজ-আপ শ্বট্ অলপতে এখন হিন্দী ছবিত দেখিছোঁ!) ডাক্তৰে কথা কৈছে (তেওঁৰ কণ্ঠস্বৰ কোম্পানীৰ প্ৰতিনিধিজনৰ কণ্ঠস্বৰৰ দৰে), তেওঁ কৈছে, ' মই তাৰ মানে পিতাৰ ত্যজ্য পুত্ৰ, ৰেহানা, মই ত্যজ্য পুত্ৰ হৈয়েই থাকিম মইতো দাদাৰ দৰে নহওঁ, মোৰ চব কথা সদায় মই নিজে নিজে ডিচাইড্ কৰিছোঁ, কাৰোঁ কথা গ্ৰাহ্য কৰা নাই, পিতাই ক'লেও মোৰ অপচন্দ কাম মই কৰা নাই পিতাইতৰ অমতে তাৰ পিছত মেডিকেল পঢ়িব গৈছোঁ—মাত্ৰ বীণাইহে যি মোক চাপ'ৰ্ট্ কৰিছে—পিতাই পইচা পাতি দিব খোজা নাই, তথাঁপি মই যি হঁয় হ'ব বুলি ঘৰৰ পৰা ওলাই গৈ এ'ড্মিশ্যন লৈছোঁ—মই এডমেণ্ট দেখিহে পিতাই আৰ্ষ্টমেঁট্লি মোৰ ডিচ্চিচন মানি লব বাধ্য হৈছে। তাৰ পিছত মোৰ লাইফত তুমি আহি পৰিলা, তোমাৰ লগত মই দিনে দিনে ইন্ভল্ভড্ হৈ পৰিলোঁ—কত কথা শুনিলোঁ, কিন্তু চব মই পূৰাই দিলোঁ, তোমাৰ বেক্গ্ৰাউণ্ড, তোমাৰ জাতি-ধৰ্ম, তোমাৰ আগৰ হিষ্ট্ৰি, চব মই ইগনʼৰ কৰিলোঁ, তোমাক মই বিয়া কৰিম বুলি ডিক্লেৰাৰ্ কৰি দিলোঁ। সকলোৰে কি আপত্তি কিমান কথা কাটা-কাটি কিমান ৰাগাৰাগি—তুমিতো সেইবোৰ চব জানা। পিতাই কৈ দিলে, চা, এই ছোৱালীজনীৰ কথা আমিও সকলো শুনিছোঁ, তয়ো শুনিছ, সকলো জানি শুনিও তই এইজনী ছোৱালীক

মোৰ ঘৰত ম্নিহওক পিতাই কৈ দিলে, মোৰ অমতে যদি তই এই বিয়া সোমাৱ তোক মই এটা ফুটা কড়ি দিও সহায় নকৰোঁ। ময়ো কৈ পেলালোঁ,—ঠিক আছে, ময়ো আৰু কেতিয়াও আপোনাৰ পৰা এটা ফুটা কড়িও নলওঁ—তাৰ পিছত কিমান ছুৰ্দিন গৈছে, কিমান কষ্ট কৰি ধাৰ-ধুপাচ কৰি বৃত্তি-টৃত্তিৰ সহায়ত মেডিকেল পঢ়া শেষ কৰিছোঁ তুমি চব জানা, তুমিতো মোৰ লগে লগে আছা আত্মীয় স্বজন সকলোৰে লগত মোৰ সম্বন্ধ ছিঙিছে ( মাত্ৰ বীণাইহে এই ক্ষেত্ৰতো দূৰৰ পৰাই মোক চাপ'ৰ্ট দি আহিছে )—আৰু এতিয়া সকলো সম্পৰ্ক কাটি যোৱাৰ পিছত, পিতাই মৰিবৰ সময়ত এইটো মোক কি সমস্যাত পেলাই থৈ গ'ল—কিয় এনেকুৱা এখন উইল কৰি থৈ গ'ল, কি ভাবি পিতাই মৰাৰ আগয়ে এই ঘৰটোৰ ভাৰ মোৰ ওপৰত জাপি দি গ'ল! মই এই প্ৰপাৰ্টি লৈ কি কৰিম, এইটো ঘৰৰ পৰা মই ওলাই গৈছোঁ ( ডাক্তৰে ছোৱালী জনীৰ কান্ধত এখন হাত থলে, ভঙ্গীটোৱে ছবিখনৰ পৰা তাইৰ মুখখনৰ আধা কাটি দিলে )—ৰেহানা, ৰেহানা তোমাৰ কাৰণেই মই আল্টিমেট্লি এই ঘৰৰপৰা ওলাই গৈছোঁ এই চোতালৰ এই বস্তুবোৰ আজি চিনিব নোৱাৰা হৈ গৈছোঁ,—তুমি অন্ততঃ মোক এই ঘৰটোত আহি থাকিব নকবা, এই ঘৰটো ভাড়া দি তাৰ টকা লবলৈ নকবা—বুজিছোঁ বুজি মোৰ চকু পানী ওলাব খুজিছে, কিন্তু মই কেতিয়াও অপোনাৰ পৰা এটা ফুটা কড়িও নলওঁ—ঠিক আছে, ঘৰটো মই মেণ্টেইন্ কৰি থাকিম। য'ত যি লাগে টেক্স্ দি থাকিম, মোৰ নিজৰ জেপৰ পইচা গৈ থাকিব, যদি সেইটোৱেই হ'ব লগা আছিল—তাই কথা ক'লে, "কালকেই আমি আমাদেৰ কেল্কটা অফিচে মিষ্টাৰ মেহটাকে ট্ৰাংক্-কল কৰ্ছি, সোমবাৰ নাগাদ আপ্নি পুৰো কন্চাইন্মে'ণ্ট্টা পেয়ে যাবেন আমি খবৰ দেওয়াব, ৰে'ষ্ট এচিয়ৰ্ড্—আচ্ছা, আসি তাহ'লে নমস্কাৰ—'

শেষৰ কথা খিনি কোম্পানীৰ প্ৰতিনিধিজনৰ, বটলৰ ৰঙা তৰল খিনিৰ গাত টিউব লাইটৰ পোহৰে ঝিলিক দিছে ছবি অন্তৰ্হিত।

প্ৰতিনিধিজন ওলাই গ'ল।

আঃ, মই নিজে নিজে কলোঁ, সম্পত্তিত কৈ প্ৰতিজ্ঞাক বেছি মূল্য দিয়ে এতিয়াও পৃথিৱীত এনেকুৱা মানুহ আছে। টকাই কি সকলো ?

ল'ৰা জন আগুৱাই আহিল।

( যি হওক, নহ'ব। অন্ততঃ আৰু বহুদিন। দুই ভাইৰ মাজত ঘৰটোৰ স্বত্ব লৈ মৰ্কদমা চলি আছে, ঘৰটো সেয়েহে এনেয়ে পৰি আছে। কোনে পায়গৈ কেচ্ শেষ হলেহে বুজা যাব। বহু দিন আছে, আপুনি এইটো ঘৰৰ আশা এৰক। ডাঙৰজন—প্ৰফেচাৰ —আজিকালি ধাম ধুম টেক্সট-বুক আৰু ন'ট্ লিখে, বহুত টকা কৰিলে, তেওঁ ঘৰটোত নিজৰ প্ৰেচ খুলিব খোজে, নিজে পাব্লিচ কৰিব পাৰিলে বহুত বেছি লাভ। সৰুজনৰ মানে ডাঙৰ জনৰ বোলে এটা আৰ. চি. চি. উঠাই ভাড়া-টাডা দিয়াৰ ইচ্ছা, নিজৰ চেম্বাৰো কৰিব গ্ৰাউণ্ড্-ফ্ল'ৰত ! এনিওৱে, আপনাক ইমিডিয়ে'টলি লাগে যদি, মই লাচিত নগৰত এটা ঘৰৰ খবৰ পাইছোঁ—"

ছু—ক্ শব্দ কৰি অৱশিষ্ট তৰলখিনি টানি পেলালোঁ, বটলটো থক্ কৈ কাউণ্টাৰত নমাই থলোঁ, আৰু তাৰ ডিঙিৰ ভিতৰৰ শূন্য গৰ্ভলৈ বহু সময় নিকত্তৰ হৈ চাই ৰ'লোঁ।

## "ৰঙা ৰঙা ফুল আৰু বগা বগা বগলী"

মেদিনী চৌধুৰী

আজি সি ইচ্ছা কৰিয়েই বহুতো পলম কৰিলে। কৃষ্ণা দ্বাদশীৰ জোনটো শেঁতা হৈ পৰিছে। পুঁৱতি নিশাৰ হিম্ হিম্ অৱসাদো পূব আকাশৰ ঘোলা ৰঙৰ লগে লগে আঁতৰি পৰিছে।

বাটত গৰু হালে তাক আমনি দিবৰ মনেৰেই খুব লেহেম কৰা যেন লাগিল তাৰ। মাজে মাজে গৰুহাল কোবত ফেটা পৰি গৈছে।

আন ফালে বান্দৰ বিড়িটো জ্বলাই নাঙলৰ মুঠিটোত ধৰিলেই মনটোত কিবা এটা উছাহ লাগি আছে। তাৰ মাটিত পাহাৰৰ আঁৰ নাই। বেলি উঠিলেই পোহৰে তাৰ মাটি পৰশে। গৰুহালো গাঁৱৰ আনবোৰ গৰুতকৈ কাটন— তাৰ মাটিৰ ফচল দেখি গাঁৱৰ দুই চাৰিয়ে কয়। তাৰ ধানৰ মাণিক হেনো আটাইতকৈ বেছি।

তেও আজি তাৰ নিচেই ভাল লগা নাই। মন যোৱা নাই একোকে কৰিবলৈ। মিছা মিছি কাৰ বাবেনো সি কষ্ট কৰিব ইমানখন? ঘৰখনত মাক আৰু সি। মাক বুঢ়ী। ছকুৰিৰ ওপৰ হ'ল যেতিয়া আৰু কিমান দিন? তাৰ পিছততো সি অকল শৰীয়া। লেঠা-পেঠা একোৱেই নাই তাৰ। বৰঞ্চ দিবহে পাৰে আনক চাইটা।

মাক মৰিলেতো সি কামকে নকৰে। তাৰ ছপুৰা মাটি। বাৰীখন অলপ চোৱা-মেলা কৰিব। তাৰ পিছত ভুঁই-মাটি চব আধি দিব। অকলশৰীয়া তাৰ তাতেই উভৈনদী হ'ব।

তাৰোপৰি তাৰ এটা সুবিধা আছে। সিতো আমৰ দৰে মদ নাখায়। ফটিকা মুখতে নিদিয়ে। বেজ্-বেজ্‌কৈ বুকুত লাগি যোৱা সেই ফটিকাবোৰকো মানুহে খাই কি যে সুখ পায় সি ভাবিবই নোৱাৰে।

তাৰ দেউতাকো হেনো ফটিকাৰ যম আছিল। এবাৰ হেনো অমিতাৰ ঠাৰিৰে কৰা ফটিকা খাই তিনি দিন তেজ বমি কৰিছিল। তথাপি বুঢ়া ফটিকা খায়েই মৰিল।

দেউতাকৰ দিনৰ নলৰ নলীবোৰ এতিয়াও আছে। বয়সৰ এলাণ্ড লাগি বঙা বঙা হৈছে। সি ৰাখি থৈ দিছে। থৈ দিয়া নহয়—পেলাই দিয়া নাই। দেউতাকক তাৰ অলপ অলপ, ছয়ামমাকৈ মনত পৰে। কাজেই নলৰ নলীবোৰ পেলাই দিবলৈ তাৰ ভাল নালাগে। দেউতাকে অকমাণতে খেলিবলৈ সাজি দিয়া নলৰ হোকাটোতে সি ধপাত খায় আজিও।

দেউতাক এতিয়ালৈকে জীয়াই থকা হলে কাম কৰি যে কিমান ভাল লাগিলহেঁতেন তাৰ! দেউতাক হয়তো বুঢ়া হ'ল হেঁতেন। মাজে মাজে পথাৰলৈ জলপান লৈ আহিলহেঁতেন তাৰ বাবে। মদ খাই বলিয়া হৈ তাৰে কথা কলেহেঁতেন বুকুত চপৰিয়াই চপৰিয়াই গাঁৱৰ আন চাৰিজনক।

সেইবোৰ কল্পনা কৰি খুব ভাল লাগি যায়। কাম কৰিবলৈ হঠাতে তাৰ বিতৃষ্ণা হৈ পৰে। কাৰ বাবে কৰিব সি ইমানবোৰ! চব নিৰৰ্থক!

বেলি তেতিয়া পূৰঠ হৈ গৈছে। চিন্তাৰ তন্ময়তাত সি কৰই নোৱাৰে।

পাছফালে তাইৰ খিল্‌খিল্ হাঁহিত সি চঁক খাই উঠিল।

সি ঘূৰি চায়। বিৰক্তিত সি মুখখন ঘূৰাই গৰুহাল বেগাই খেদি দিয়ে।

চো পাগলীজনী ক'ৰবাৰ! ইমানজনী হ'লহি!

গাত আজিও তত নাই। লায়ক হ'বৰে আজি তিনি কি চাৰি বাৰিষা গ'ল।

: এমান যখনহু কাক লাগি কৰা? কথাষাৰ কৈয়ে তাই আকৌ খিল্ খিল্‌কৈ হাঁহে।

: তক লাগিয়েই কৰছা যা, নিলাজী ক'ববাৰ। খঙতে সি ধমক দি উঠে। সি কষ্ট কৰি মাটিতে মিলি য'ক লাগে; তাইৰ সুধিবৰ কি এক্তিয়াৰ? মতা ল'ৰাৰ লগত হাঁহি খিকিন্দালি কৰিবলৈ ইমানজনী হ'লহি; অকণো ভাবি নাপায় নে?

: ঐ আই তই বেয়া পালি?

তাই আহত হোৱাৰ দৰে কথাষাব কৈ মনে মনে গুচি গ'ল। এইবাৰহে সি ভালকৈ ঘূৰি চালে তাইৰ ফালে। নমলৰ বাবে জলপান লৈ গৈছে। ক'লা মেখেলাখনৰ ৰঙটো অনুজ্জ্বল হৈ পৰিছে। কলাফুল কেইটাৰ ওপৰলৈ বোকাৰ ছিটিকণি। ডাঙৰ খোপাটো বগা পিঠিৰ মাজলৈ ওলমি পৰিছে।

চাওঁতে চাওঁতেই তাই ভালেখিনি ডাঙৰ হৈ গ'ল। মাক-বাপেক নহলে ছোৱালীৰ এই দশাই হয়। নমলৰ ঘৰত বান্দী খাটিছে। আপোন পেহীয়েকজনী থকাহেঁতেন কথা নাছিল। পেহীয়েক মৰাৰ পিছতে নমলে আকৌ এজনী লৈ আহিল। এইজনী অৱশ্যে অকলে অহা নাছিল। আহিছিল লগত আগৰ মতাৰ ল'ৰা-ছোৱালী এহাল লৈ। ল'ৰা-ছোৱালীৰ মাক হলে হ'ব কিটো! একেবাৰে ভেবাজনী। কাজেই ঘৰৰ সাত নৰক উকটি কাম কৰে ৰহণীয়ে।

তথাপি খং উঠে তাৰ তাইক দেখিলেই। মাক-বাপেক নহ'ল বুলি চেউৰো নাইকিয়া হ'ব লাগে নে বাৰু?

ৰহণীয়ে জলপান দি ঘূৰি গ'ল। তাৰ চকুৰে চকুৰে পৰিল হঠাৎ। তাই এইবাৰ গহীন হৈ তলমুৰ কৰি গ'ল। তাইৰ

ফালে চাওঁতে চাওঁতে সিহঁতৰ গাঁওখন তাৰ চকুত পৰিল। বিলৰ সিপাৰে চাপৰ মটীয়া পাহাৰৰ গাতে লাগি বৈ পৰা। তলত ৰঙা ৰঙা ফুল আৰু ওপৰত জাক জাক বগা বগা বগলী।

গাঁওখনৰ প্ৰতি তাৰ অদ্ভুত মোহ লাগি যায়। তাৰ মাটিবোৰ সোণৰ চেকুৰা। বিলৰ সেমেকা মৰম লাগি অদ্ভুত কোমল তাৰ মাটি। নাঙলৰ কুৰত এঠা লাগি ধৰা আঠালতীয়া মাটিবোৰ সি অভ্যাসজনিত ক্ষিপ্ৰতাৰে একৰাই দিয়ে। সীৰলুত ডাঙৰ •সৰু হেজাৰ বিজাৰ কেঁচু-কুমটিয়ে তাৰ ভৰিৰ ওপৰেদি লিউ-লিৱাই যায়।

ৰঙা ৰঙা ফুল আৰু বগা বগা বগলীবোৰৰ দৰেই পুৰণি সিহঁতৰ পথাৰ—গাঁও আৰু বিলখন আৰু সিহঁতৰ সবল বিশ্বাসবোৰ।

সেই বিলত ৰাজহাঁহৰ জাক আৰু আগৰ দৰে নপৰে। কিন্তু পথাৰৰ সোণ সিহঁতৰ আজিও অটুট।

সি সোনকালেই হাল মেলিলে। মাকৰ অসুখ। জলপানৰ ব্যৱস্থা সি নিজেই কৰিব লাগিব। তাতে আকৌ কাইলৈ খেৰাই পূজা। চিফুং যে আজি কিমানদিন বজোৱা নাই সি। নিংমাৰ সুৰবোৰ হয়তো সি পাহৰিয়েই গ'ল। মনে মনে সি আওৰাই যায়, মনত পেলাবৰ চেষ্টা কৰে।—

থাইগীৰ মিথিয়া থংবা
শিজুৱাবো থানাই বা
চিফুং নি গ'ৰাং বা
বড়ো বাৰাইনি আচাৰা ফংবা

ঔটেঙাৰ খোল পাঁচটা; বড়ো বুঢ়াৰ আচাৰো পাঁচটা, সেই বাবেই চিফুঙৰ ফুটাও পাঁচটা আৰু খেৰাই পূজাৰ শিজু গছৰ ঠালো পাঁচটা। হাবিত জুই লগোৱাৰ বিউ বিউ উদাস সুৰৰ মিঠা ৰহস্যময় ইন্দ্ৰজালেৰে স্বৰ্গৰপৰা দেৱতা নমোৱা

খেৰাই পূজাৰ গান; বহুদিনৰ পিছত যেন তাৰ মনত আকৌ সজীৱ হৈ পৰিল—পাহৰি যোৱা বহুত বছৰৰ অজস্ৰ স্মৃতি-বিজড়িত খেৰাই পূজাৰ দিনবোৰ। সৰল বিশ্বাসেৰে বঞ্চিত সিহঁতৰ অজস্ৰ কল্যাণ।

গৰুহাল পালত খেদি দিয়েই ততাতৈয়াকৈ সি ঘূৰি আহিল ঘৰলৈ। মাকে পিৰালিতে এখন চাৰিত কুকুৰ-কুঁজা হৈ শুই আছিল। জ্বৰৰ জাৰ উপশমৰ বাবে গাত ৰ'দ লগাইছিল। মাকক দেখি বিৰক্তিত তাৰ মনৰ উছাহবোৰ দমি গ'ল। মৰি গলেই সকলো লেঠা শেষ। অথচ নমৰেও। তাক জ্বলাই খাবলৈকেই কাল-সাপিনাজনী ভগৱানে দিলে তাৰ ডিঙিত আঁৰি।

: ঘৰত মৰি থাক্‌গেই যা। জ্বৰ বেছিকে ললি তেহে মক খাবা পাৰা!

জ্বৰ বেছি হলে তাৰেহে যত মস্কিল! যত আপদ! ঘৰত শুই থাকিলেওতো হয়। ইয়াত যে ৰ'দত মৰি আছেহি। তাৰ ইপিনে ভাগত পৰিছে চাৰিটা আৰিয়া। খেৰাই পূজাৰ ৰভা-থনৰ সমুখতে দিব সি। কলগছ কাটি মুঢ়াটোত খোল কৰি ওভোতাই পুতিব লাগিব। খোলত দিব লাগিব এখোল সৰিয়হ আৰু সৰিয়হ তেল, তাৰ পিছত কপাহ বা কাপোৰৰ শলিতা। তেহে এটা আৰিয়া। মুখৰ কথাটো নহয়! তাতে সি অকল-শৰীয়া মানুহ। আবেলি আকৌ বঙাছালিত তৰাগছ দিবগৈ লাগিব ৰাইজৰ লগত।

মাক মৰাৰ দৰেই পৰি থাকিল তাৰ ধমকিলৈ আওকাণ কৰি। ধমকিৰ ফলাফললৈ অপেক্ষা কৰাৰ তাৰো অৱকাশ নাছিল। সি ল'ৰালৰিকৈ দাখন হাতত লৈ ওলাই গ'ল একো নোখোৱাকৈয়ে। কোনে ইমান কল কাটি মৰিব। দুটা আৰিয়া সি কোমোৰাবেই দিব—মনে মনে ভাবিলে।

বাহিৰলৈ ওলায়ে সি থমকি ৰ'ল। বহণীয়ে কোমোৰা এটা

লৈ বাটে বাটে আহি আছিল। তাইক দেখিলেই তাৰ মনটো বিতৃষ্ণাৰে ভৰি উঠে। চেউৰ নোহোৰাজনীৰ কথাখন কোনে শুনে! সিহঁতৰ নঙলাখন পাৰ হৈ যোৱা সময়লৈকে সি ভিতৰ সোমাই থাকিল।

ঃ তই খপ্ খং খালি না?

সি আশা কৰা নাছিল, তাই পথাৰত ইমান গালি খোৱা সত্ত্বেও যে সিহঁতৰ ঘৰলৈকে আহিব। সি সচাঁকৈ অলপ বিস্মিতও হ'ল।

তাইৰ ভাৰত সেই একে বন্য উদ্দামতা। একে খিল্ খিল্ বেপৰোৱা হাঁহি। একোৰে যেন হোৱা নাই।

পিৰালিত শুই থকা মাক জনী তাইৰ হাঁহিত ঘপ্‌কৈ উঠি এটা বিষ দৃষ্টি ঢালি দি ভোৰ্‌ভোৰাই ভিতৰলৈ উঠি গ'ল। সেই বাবেই হয়তো তাইৰ হাঁহিত পূৰণ সিমান বিৰক্ত নহ'ল।

ঃ মকো এটা আৰিয়া কুৰি দিবি না পূৰণকা?

তাই কোমোৰাটো মাটিত থৈ ক'লে, পূৰণৰ মুখলৈ চাই অনুৰোধৰ সুৰত।

ঃ যা যা যা······(অশ্লীল)। মৰ মৰ্‌বাৰ সময় নাই আজি। মকো এটা আৰিয়া দিবি না? ইহ্ হুলাবাৰি বিঙ্কাই চৰ্কত থব মক। যা নমল বাপেৰে না পেহাৰে মুৰি গেল নিকি?

তাক হোলোঙা মাৰিবে খুচি স্বৰ্গত তুলি দিবলৈ আহিল। তাৰ মৰিবৰো সময় নাই, তাই আকৌ আদৰ বিচাৰিছেহি— মোকো এটা আৰিয়া কৰি দিয়া না! সেই নোমল, বাপেক নে পেহায়েক তাইৰ, সি জানো মৰি গৈছে! পাগলীজনীয়ে তালৈ ঢাপলি মেলি আহিছে!

খঙতে সি বহুতো অশ্লীল কথা কৈ পেলায়। চৰিয়াই তাইৰ গাল ভাঙি দিবৰ মন যায়। ঢেকুৰীজনীয়ে আকৌ আদৰ বিচাৰিবলৈ আহিছে।

ঃ নাল্‌গেই যাঃ নেদা যদি। পূজা নকল্লি মুৰি যাম নিকি মই! পেহাক কলং সিও নেদেই। তক কৈ গালিহে খালং। নেদ্‌লিন্থ কি হবু!

এৰা, নিদিলেই বা হ’ব কিটো! পেহায়েকেতো নিদিয়েই, তাক কৈও গালিহে খালে। ঠিক আছে। নকৰে পূজা। পূজা নকৰিলে তাই জানো মৰি যাব? মুৰৰ তেজৰ শপত দি কাকো গলাবলৈ মন নাই তাইৰ। তাই কোমোৰাটো এৰি থৈ গম গমাই গুচি গ’ল।

ভেঙুচালিত তাৰ মুখখন বিকৃত হৈ গ’ল। গলেই বা গুচি! তাৰ কি ভাল হ’ব! সি অকণো খেদ নকৰে তাৰ ব্যৱহাৰৰ কাৰণে। কলগছ ডুজোপা উভালি সি লৈ আহিল। মুঢ়া দুটা চিকুণাই থাকোঁতেই তাৰ পুৰণি গীত এটা মনত পৰিল—

নাও দাননাইচ’ বন্ধাৰীফোৰ
তুংবো যম্ফোৰ খো লাংফাগুণ না ঐ
হে ধৰম হে ধৰম সাজি গৈয়া গৈয়া
চৰম গৈয়া............

কলগছেৰে সাজিছিল তেতিয়াৰ বড়ো ডেকাহঁতে পানচৈ নাও। এনেদৰেই কলগছ কাটি থকা দেখি সিপাৰৰ গাভৰুহঁতে মাতিছিল আকুলি বিকুলিঃ “তহঁতে আমাকো লৈ যাবি নে ঐ চেঙেৰাহঁত?” ৰহণীৰ দৰেই চেউৰ নোহোৱা নিলাজী গাভৰুহঁতে।

সি লগে লগেই তিনিটা কোমোৰাৰ খোল সাজিলে। পাগলী-জনীকো এটা দিব লাগিব। নহলে তাইৰ যিহে স্বভাৱ, কোনে দিব তাইক? হেজাৰ হলেও বছৰৰ খেৰাইখন!

মাকে কাহি কাহি তালৈ এবাটি পঁইতা উলিয়াই পিৰালিত থলে। সি কাম কৰা লেতেৰা হাত দুখন তপিনাৰ সৰু দুহতীয়াখনত মচি লৈ মাটিত লেপেতা কাঢ়ি বহিল। কলগছ

আনিবলৈ যাওঁতে বাৰীৰ পৰা কাণত খুহি অনা পকা ভোট জলকীয়াটো ৰঙাকৈ ভাঙি ললে বাটিটোত। তাৰ চাৰিওফালে আমনি বঢ়াই তোলা কুকুৰা পোৱালিৰ জাকটোক খেদিবলৈ ফলাখৰি এচলা আগতে সি গোটাই লৈছিল।

তাৰ ভাত খোৱা নৌ হওঁতেই মাকে জকাইখন লৈ ওলাই গ'ল। জ্বৰৰ গাৰেই। বহি শুই থাকিলে জ্বৰে বেছি পীড়া কৰে। দুখৰ জ্বৰ দুখেৰেই উপশম কৰাব লাগিব। মাকক বাধা দিয়াৰ কোনো প্ৰয়োজন সি বিচাৰি নাপালে। মাকৰ প্ৰতি তাৰ অপৰিসীম বিতৃষ্ণা। কি দৰকাৰ এনেকৈ তাক মিছামিছি জুলুম কৰি জীয়াই থকাৰ?

য'ত খালে ত'তেই তেনেকৈ চুৰা বাটিটো এৰি থৈ সি মুখত বিড়ি এটা জ্বলাই লৈ ওলাই গ'ল গোসাঁইথানৰ ফালে। পূজাৰ চাকিবোৰ দেউৰীয়ে ঠিক কৰিলেনে নাই? ঔটেঙাৰ খোলবোৰ নুধুলে আৰু তেলবোৰ ভালকৈ নজ্বলে। ধুই ভালকৈ শুকাবলৈ নিদিলেও তেলবোৰ ফৰফৰায়। মাটিৰ চাকিতকৈ ঔখোলৰ চাকিবোৰৰ পোহৰৰ গোন্ধ তাৰ বেছি মিঠা লাগে।

যাওঁতে ৰহণীৰ কাৰণে কৰা কোমোৰাৰ খোলটো সৰিয়হ আৰু তেলেৰে ভৰাই সি লৈ গৈছিল। নোমলৰ সৰু ছোৱালী-জনীৰ হাতত দি গ'ল। ৰহণীজনীক লগ নাপায় সি স্বস্তিৰে নিশ্বাস পেলালে।

মনে মনে বৰ অস্বস্তি বোধ কৰিলে সি খেৰাইৰ নিশা। গাঁৱৰ চব ভাগি আহিছে। আনকি তাৰ বেমাৰী বুঢ়ী মাকজনীও আহিছে। কিন্তু ৰহণী নাই। কাৰণটো জানিবৰ বাবে সি খুব চেষ্টা কৰিছিল। কিন্তু মুখ খুলি কাৰোবাক সুধিবলৈকে কিয় জানো সি অকণ সঙ্কোচ বোধ কৰিছিল। নাচনীহঁতেও নুলিয়ালে তাইৰ কথা।

তাইৰ আবিয়া হলে জ্বলিছিল। সি প্ৰথমতে ভাবিছিল

পাগলীচবৰ কি ঠিক আছে। ৰাতি হয়তো টোপনিৰ আলি-জালিতে নাহিলেই। পুৱাতে হয়তো ওলাবহি দহিকতৰাৰ দৰে নাচি নাচি। কিন্তু জোন শেঁতা পৰি বিলৰ ৰঙা ৰঙা ফুল বোৰ স্পষ্ট হৈ উঠিল। থানৰ বুঢ়া শোঁৰাগছ জোপাৰ ওপৰেদি বগা বগা বগলীৰ জাক উৰি গ'ল। তথাপিও তাই নাহিল।

ৰাতিপুৱা তাইলৈ তাৰ খুব খং উঠিছিল। গুৰু-গোসাঁই নমনা পিশাচজনীক পোৱা হলে সি বলি দিলেহেঁতেন বুঢ়া বাথৌৰ আগত। কুকুৰাৰ তেজ পিওৱাতকৈ তাইৰে তেজ পিলেহেঁতেন সি। মিছাতে আৰিয়া সজাই ইমান কষ্ট কৰোৱাৰ প্ৰতিশোধ দিলেহেঁতেন তাইক।

তাৰ খঙে চৰম সীমা পালেগৈ—যেতিয়া নমলে তাক জোকালে। মদৰ ৰাগীত নমলৰ গাত তত্ নাই। ৰহণাঁক জোৰাই পুৰণক জোকাই ললে। সি নমলক খেদি গৈ নাপাই খঙতে চিফুংটোকে কোবাই ভাঙি টুকুৰা-টুকুৰ কৰি ঘৰৰ ফালে গুচি গ'ল। মদৰ ৰাগীত পৰি থকা পাঁচজন-ছজন-মানক সি চেৰাই গ'ল।

তাইৰ চকুত তেতিয়াও টোপনিৰ জড়িমা লাগি আছিল। গাহৰি হালক আধাৰ দি তাই চকু মোহাৰি মোহাৰি থিয় দি আছিল।

: মাৰিম নিকি এক চৰ?—খঙত একোনাই হলেও লোকৰ গাভৰু ছোৱালী এজনীক হাত ছোৱাৰ স্পৰ্দ্ধা তাৰ জাতিৰ কোষ্ঠীত নাই।

তাই অকণো আচৰিত নহ'ল। সহজভাৱেই ক'লে—

: মাৰ! বাদ লাগ্লি ভালে হবু। আমিও গাহাৰি খাবা পাম।

তাইৰ সহজ কথাবোৰ শুনি সি থমকি ৰ'ল।

লোকৰ ছোৱালী এজনীক মাৰিলে সমাজেতো সুদাই নেৰে। প্ৰায়শ্চিত্তৰ বাবদ এটা গাহৰি আছেই। বাদ লাগিলে বেয়াটো একো নহয়?

: এই ভুৰা গাহৰিটু দেখ্ ছা! তই ঠিক এম্নেকুৱা পূৰণকা।
এৰা, পূৰণ মতা গাহৰিটোৰ দৰেই এটা গোট গৰু।

: হে-ই বেৰেপ্ পুৰাই আঘে আঘে জকাই লোৱা মজ্জা উলাই দিম দেই।

পূৰণে খঙতে ধমক দি উঠে। এই বোৱাৰী পুৱাতে আগে আগে জোকাই লোৱাৰ মজ্জা উলিয়াই দিব সি। সি কালৈকো ভয় নকৰে।

: মাৰ না। মুৰি যাৱাকে এক্কেৰে মাৰবি্। তৰ হাতত মাৰ্বা পাল্লি............

বহ্নীৰ কথাষাৰ শেষ নৌ হওঁতেই তাৰ কাণত ভোৰতাল বাজে। সি স্তব্ধ হৈ যায়। ঠিক লাজো নহয় কিন্তু তেনে এটি বিশৃঙ্খল চিন্তাৰে মন তাৰ আচ্ছন্ন হৈ পৰে। সি তাৰপৰা লৰা-লৰিকৈ গুচি যায়। তাইৰ মুখৰা মুখখনৰ ফালে ঘূৰাই চাবলৈ তাৰ ভয় লাগে। সি চাৰিওফালে চালে। আন কোনেও শুনা নাইতো নিলাজীৰ এই নিৰ্লজ্জ কথাষাৰ? গাভৰু ছোৱালী এজনীৰ মুখত এনে শুনাতে নিষিধ্ নিষিধ্ কথা বোৰ। কি যে কব আন কোনোবাই শুনিলে!

তাইৰ অদ্ভুত নিৰ্লজ্জ কথাষাৰকে সি ভাবি গ'ল। বাটে বাটে। তাইৰ হেনো তাৰ হাতত মৰাৰ কামনা। কিন্তু কথাষাৰৰ ইঙ্গিত কি অশালীন। বিবাহিত ঘৈণীয়েকে গিৰিয়েকৰ আগত ব্যক্ত কৰে এই চৰম কামনাৰ কথা। এই আবিয়ৈ গাভৰু এজনীৰ মুখত কি যে অশোভন শুনি এনে কথাবোৰ। খুব লাজ লাগে তাৰ ভাবি ভাবি।

এইবাৰৰ খেৰাইখন পিছে খুব চেঁচা হ'ল। আচল ৰাংচালী-জনীয়েই নাই। বনোৱা শগুণৰ লাস্যময় ভঙ্গীৰে তাই যি নাচ নাচে, অইনবোৰ গাভৰুৱে কি জোৰ মাৰিব তাৰ লগত! অৱশ্যে তাইৰ মুৰটো ভাল নহয়। চেলেং-পেতেং, উতন্থুৱা।

কিন্তু তাইক তাৰ আচল কথাষাৰেই সোধা নহ'ল। তাই কেলেই নগ'ল খেৰাইলৈ?

মনে মনে সি থিৰাং কৰিলে—পথাৰতে তাইক সুধিব পাৰিব। তাৰ মাটিৰ ওচৰত এতিয়ালৈকে কোনেও হালবোৱা নাই। জলপান দিবলৈ গলে তাই তাৰ পথাৰ গছকি যাব লাগে। তেতিয়া অকলে পাব। সুধিব পাৰিব তাইক। মানুহৰ আগত তাইক কথা সোধা বৰ ভয় লগা কথা।

সি কিন্তু সোধোঁ সোধোঁ বুলিও কিবা এক অদ্ভুত সংকোচ বোধ কৰিলে। অলপ যেন কুণ্ঠিতো হ'ল।

: ৰাতিপুৱা তই চুন হং-হুঙাই গুচি আহিলি? বেয়া পালি?

তাই জলপান লৈ আহিছিল। কথাষাৰ কবলৈ তাই ন'ৰল। গৈ গৈয়ে ক'লে কথাষাৰ।

: পা! মকতু চৰেবেই বেয়া পায়। মই পাগ্‌লী। চব্বৰে চখুৰ কুটা দাঁতৰ শাল। তয়বা বেয়া নাপাবি কিয়?

: খেৰাইত কিয়া নেগ্‌লি?

সি দাবী কৰিছে যেন উত্তৰৰ। ধমক দি গহীন হৈ আগৰ কথাবোৰ নুশুনাৰ দৰে কৈছিল সি ইচ্ছা কৰিয়েই।

: এনায়। নাযাবা হুতাহ লাগিল—নেগেলাং। তাই উচাট মাৰি তাৰপৰা গুচি গ'ল।

এনেয়ে যোৱা নাই। নাযাবলৈ মন গ'ল, নগ'ল। তাতে কাৰ কি? তাইৰ দৰে সাধাৰণ ছোৱালী এজনী নোযোৱাৰ বাবে খেৰাই পূজাৰ সামান্যতম ত্ৰুটিও হোৱা নাই।

সি হলে ইমান অৱহেলাৰে ঠেলি থব নোৱাৰিছিল কথাষাৰ। বছৰৰ খেৰাই। ভীষণ অপায়-অমঙ্গলৰ মাজতো মানুহে নোযোৱাকৈ নাথাকে। কিয়নো, খেৰাই সিহঁতৰ পৃথিৱীৰ সৰ্বমাঙ্গলিক অনুষ্ঠান। অপায়-অমঙ্গল নাশ কৰি কল্যাণৰ প্ৰতিষ্ঠাৰ বাবেইতো খেৰাই পূজা কৰে মানুহে।

খেৰাই পূজা পলাতকা গোসাঁনীৰ পূজা। অথচ পলাল খেৰাইৰ গোসাঁনীয়েই এই বাৰ। খেৰাই পূজাত সঁচাকৈ গোসাঁনী-

জনীৰ দৰেই ৰহণী। এনেয়ে যদিও পাগলী। তেও খেৰাই পূজা তাই নহলে পাতল লাগে। সকলোৱে তাইৰ অভাৱ অনুভৱ কৰে। যদিও মুখ ফুটাই অনুসন্ধিৎসা প্ৰকাশ কৰাৰ বিধি সিহঁতৰ স্বভাৱৰ বাহিৰ।

পথাৰৰ চপৰাবোৰৰ ওপৰে ওপৰে ঢলং-পলংকৈ গৈ আছিল তাই। সি হালবোৱাৰ ওচৰে ওচৰে চিকাৰৰ লোভত ঘূৰি ফুৰা বগা বগলী কেইটাৰ দৰে। তাইলৈ হঠাৎ তাৰ অদ্ভুত অনুকম্পা জন্মিল। কাৰোবাৰ প্ৰতি ঘৃণাত তাৰ অন্তৰ উপচি পৰিল। পৃথিৱীৰ অজস্ৰ কাৰোবাৰ প্ৰতি। বিশেষকৈ যি সকলে তাইৰ জীৱনটো এনেদৰে কেনা লগা কৰি তুলিছে।

নমল আৰু বহুতো কোনোবা। সেইবোৰৰ বহুতৰে আজি নাম নাপায় সি। সিহঁতক চিনিও নাপায়। হয়তো জীয়াইও থকা নাই ইমান দিনে। কিন্তু সিহঁতৰ কু-কীৰ্তিৰ ভাৰ বই আজিও জীয়াতু ভুগিছে ৰহণীয়ে। ৰহণীৰ দৰে মাক-বাপেক নথকা গাভৰু ছোৱালীয়ে। ৰহণীৰ প্ৰতি কল্যাণ কামনাত তাৰ মন ব্যথিত হ'ল।

সি ইমান পৰে মাকে 'জলপান নমাই বৈ থকা গমেই নাপায়। হঠাৎ তাৰ চকুত পৰিল। ফটা মেখেলাখনৰ ডাঙৰ কোঁচটো ওলোমাই লৈ কোটৰা-কুটৰি চুলিৰপৰা লেখি ওকণিবোৰ ধৰি ধৰি মাৰি আছে নখত। ওচৰতে তাই বহা পথৰুৱা আলিতে পঁইতাৰ বাটিটো কলপাতেৰে ঢকা। মাকৰ মনোকষ্ট—পুতেকে গাঁৱৰ অইন চাৰিজনৰ দৰে মদ নাখায়। কথাটো ভাবি কেতিয়াবা আকৌ ভালেই লাগে মাকৰ। ডেকা-গাভৰুৰ কাৰণে কুমন্ত্ৰৰ সুচল হ'ল মদ। পূৰণৰ দেউতাককে হেনো ডেকাকালত নষ্ট যোৱা গেৰাকানিয়াই টেকেলীবান মাৰিছিল। লঘনু ওজাই বান কাটি কোনোমতে বচালে। অসুবো জানো কম আছিল! তাহাঁতৰে ঘৰ ভাঙো ভাঙো অৱস্থা পূৰণ জন্মাৰ অলপ আগে আগে। মদৰ লগত মাথোন এপাজি দৰৱ। একেবাৰে কুকুৰাই

ঘৰ লোৱাদি ললে। সেই দিন ধৰি মৰালৈকে তাইৰ কথাতে উঠ-বহ কৰি মৰি গ'ল।

পুৰণি কথা বোৰ ভাবি ভাবি মাকৰ পুৰণক মৰম কৰিবলৈ মন গ'ল।

: আহ খাহি না।

খুব মৰম সানি কথাষাৰ কৈ মাকে নিজেই অলপ চঁক খালে। ইমান ডাঙৰ হৈ পৰা পুতেকটোলৈ মাকৰ এনে আদৰ বৰ অশালীন সিহঁতৰ মানত।

: থৈ যাবা নৰা নিকি?

সি জাজৰ্বি মাৰি ক'লে, মাকৰ ফালে নোচোৱাকৈয়ে। সি হয়তো লাজৰ ভাগ নোপোৱা মাকক সোঁৱৰাই দিলে যে লাজ বোলা বস্তু এটা আছে অন্ততঃ ডেকা পুতেক আৰু মাকৰ মাজত।

মাকে নিৰৱে গুচি গ'ল তাৰপৰা। সি খণ্ডতে অনৰ্থক গৰু-হাল কোবালে উৰাই ঘূৰাই। সি কিবা এটা বুজাব নোৱাৰা অভাৱ অনুভৱ কৰিলে। চিন্তা কৰিও সি একোকে ভাবি উলিয়াব নোৱাৰিলে। অথচ তাৰ সংসাৰততো ওপৰঞ্চিৰ অভাৱ নাই। তাৰ মাক, ভঁৰাল, মাটি চৰতে ওপৰঞ্চিয়ে ভৰি আছে। কিন্তু কিয় আজি তাৰ হঠাৎ ইমান শুদ শুদা লাগিছে?

সি যেন মনৰ জোখাৰে একোকে নাপালে গোটেই জীৱন। অথচ মনে নিবিচৰা এমখা জঞ্জালে আগুৰি আছে তাৰ সংসাৰ। হঠাতে তাৰ মন বিতৃষ্ণাৰে আচ্ছন্ন হৈ পৰিল। তাৰ জীৱনটোক দুৰ্বহ কৰি তুলিবৰ বাবে চাৰিওফালে যেন ষড়যন্ত্ৰ চলিব লাগিছে অহৰ্নিশ।

ৰহণী ঘূৰি আহিছিল। সি খণ্ডতে একো নাই হৈ তাইক চৰ মাৰি দিলে। তাই স্তব্ধ হৈ তাৰ ফালে চাই থাকিল বিস্ময়াবিষ্ট চকুৰে। অলপ পিছতে চকুযুৰি সেমেকি উঠিল। চকুপানী মচি তাই ক'লে—

: তৰ এমান খং কিয় বাৰু মক? পাগ্লী বুলিছু জানাই। কথা গিলা সচাঁ-সাঁচি বুলি লোৱা কিয়?

পাগলী বুলি গালিতো পাৰেই অথচ তাইৰ কথাবোৰ সি দেখোন বলিয়ালি বুলি ধৰি নলয় কিয়?

: আপী হলি জান্লি হয়।

এৰা, ছোৱালী হলে জানিলেহেঁতেন সি জীৱনৰ নঙঠা সত্যবোৰ যাৰ কান্দোনেৰে ভৰা, সিতো বলিয়ালি কৰিয়েই হাঁহিবু লাগিব। নহলে যে ইঁহাৰ, হাঁহি-মাতি পৃথিৱীৰ প্ৰতি কৃতজ্ঞতা জনোৱাৰ, কোনো উপায় সিহঁতৰ নাই!

তাই বাৰু কেনেকৈ কব—তাইক যে মনে মনে পলুৱাই নিওৱাৰ ব্যৱস্থা কৰিছে পেহায়েক নমলে। মোটা গা-ধন লৈ তাইৰ মৰমৰ পেহায়েকে তাইক বিয়াৰ নামত বিক্ৰী কৰিব ক'ৰবাৰ নজনা-শুশুনা এটা ডেকালৈ। ডেকা হলেওতো ভাল। কিজানি ক'ৰবাৰ বয়সিয়াল নিসন্তান বৰলা এটাই পুত্ৰ লাভৰ আশাৰে তাইলৈ অপেক্ষা কৰিছে! তাই কেনেকৈ কয় বাৰু পূৰণক যে, আন কোনোবাই তাইক পলুৱাই নিয়াৰ ভয়তে নমলে নিশা ক'লৈকো যাবলৈ নিদিয়ে। বজাৰলৈ গলেও পেহায়েকে চকুৰে চকুৰে ৰাখে তাইক।

চকুৰ পানীবোৰ কোনো বাধা নামানি বৈ পৰিল তাইৰ দুগালেদি। সি মনে মনে অলপ বিচলিত হ'ল। মৰম লাগিল তাইলৈ। কিন্তু মৰমক প্ৰকাশ্যভাৱে জনোৱা লাজ লগা দুৰ্বলতা। সেইবাবেই সি ধমক দি উঠিল—

: যা গুচি আঘৰ পেৰে।

তাই লাহে লাহে গুচি গ'ল। যোৱাৰ আগতে তাৰ আগতে তাৰ মুখলৈ এবাৰ এবাৰ চালে। বুকুৰেদি চেঁচা সাপ এটা বগাই যোৱা যেন লাগিল তাৰ। খঙৰ তাপত সি পাহৰি গৈছিল তাইক চৰ মৰা কথাটো। গাভৰু ছোৱালী নাইবা লোকৰ তিৰোতাৰ গাত হাত দিয়াটো যে কি মহাপাপ!

সিহঁতৰ সমাজে তেনে অপৰাধীক কেতিয়াও ক্ষমা নকৰে। খুব ভয় লাগি গ'ল তাৰ কথাষাৰ ভাবি। তাই নিশ্চয় ইমান পৰে কৈ দিছে পেহায়েক নমলক। নমলে গাঁওবুঢ়াৰ কাণ ছুৱাব, আবেলিকৈ গোসাঁইথানত মেল তাৰ ওপৰত।

এনে বোৰ অপৰাধীৰ প্ৰতি সমাজৰ যে কি কঠিন বিচাৰ সি জানে খুব ভালকৈয়ে। তাক কৰিব উলঙ্গ, তাৰ পিছত বন্ধ কৰি থব নদীৰ পাৰত এটা খেৰৰ পঁজাত। বাহিৰত বহিব সমাজ। পঁজাত জুই জ্বলাই দিয়া হ'ব। পাপ স্খলন কৰি বাচিবৰ মন থাকিলে পঁজাৰ পৰা উলঙ্গ অৱস্থাতেই সমাজৰ আগেদি দৌৰি গৈ নদীত গা ধুই আহিব লাগিব।

সি নকৰে এইবোৰ। সি মৰিবই লাগিলে। তথাপি সি উলঙ্গ হৈ দৌৰিব নোৱাৰে। সম্ভাব্য পৰিণতিৰ কথা ভাবি ভাবি ভয়ত তাৰ কলিজা কোঁচ খাই গ'ল। দলঙেদি ৰেল এখন পাৰ হোৱাৰ দৰে কাৰো মাত ক'তো শুশুনা কিবা এটা বিৰাট শব্দৰ মাজেদি তাক যেন জোৰেৰে কোনোবাই টানি লৈ গৈছে—এনে লাগিল তাৰ।

ঘৰ সি কেতিয়া পালেগৈ গমেই নাপালে। ঘৰ পায়ে সি কম্বলখনেৰে মুৰ-গা ঢাকি লৈ বিছনাত পৰি থাকিল। মাজে মাজে নিজৰ ওপৰতেই ধিক্কাৰ দিলে তাৰ অবিমৃষ্যকাৰিতাৰ বাবে।

মাকৰ ওপৰত সি এটা অভূতপূৰ্ব নিৰ্ভৰতা বিচাৰি পালে।

: কুন্‌বা আহিছিল না মক বিচ্‌ৰি?

কোনোবা আহিছিল নেকি তাক বিচাৰি? পথাৰত সেই দুৰ্ঘটনাটো তাৰ বহুতদিন আগতে হৈ যোৱা যেন লাগে। তাক বিচাৰি হয়তো ইমান পৰে চলাথ কৰিছে সেই অঞ্চলৰ গাঁৱৰ মানুহে। সি যে কি কব, কোনটো নাকেৰে মানুহৰ আগত মুখ উলিয়াব! মাকৰ বাহিৰে কোনোতো তাৰ আপোন নাই। সিহঁতে বুজিবৰ চেষ্টাও নকৰিব কি অৱস্থাত সি তাইক মাৰিব

লগীয়া হৈছিল। সিহঁতেতো সুবুজিব খণ্ডত যে তাৰ হিতাহিত বিবেচনা লোপ পাই গৈছিল—আজি কেইবা দিনৰে পৰা যে তাৰ মন নিচেইকে ভাল নাই।

ৰহণীজনী যি হে স্বভাৱৰ, হয়তো তাৰ ওপৰত প্ৰতিশোধ লোৱাৰ মনেৰে নিজেই নিলাজৰ দৰে কৈ ফুৰিছে গাঁৱত। দুই-চাৰিষাৰ বঢ়ায়েই কব তাই। আৰু ৰাইজে গাভৰু ছোৱালীৰ কথা অবিশ্বাস কৰি তাৰ কথা বিশ্বাস কৰিবনে? মুঠতে তাৰ মৃত্যু অনিবাৰ্য্য। সি পিছে ইমান সহজে মৰিব নোৱাৰে! মেল হোৱাৰ কথা থাটাং হলেই পলাই যাব ৰাতি। মাকক অকলে এৰি যোৱাৰ বাবে তাৰ দুশ্চিন্তা একো নাই। মাকে সুখেৰেই মৰিব পাৰিব।

ভাবি ভাবি তাৰ পৃথিৱী আৰু সময়বোৰ খুব খৰকৈ তাৰ ওচৰ চাপি অহা যেন লাগিল। পৃথিৱী আৰু সময়বোৰ যেন একেবাৰেই চমু হৈ গ'ল তাৰ কাৰণে। তাৰ ইমান দিনৰ সমগ্ৰ জীৱনটো বিৰাট এটা অপচয় যেন লাগিল। তথাপি ক'ৰবাত কিবা যেন এটা আসোঁৱাহ ৰৈ গ'ল যাৰ কাৰণে হয়তো সি মৰিবলৈ ভাল নাপায়।

সিহঁতৰ সেই ধুনীয়া গাঁও, বিলখন, ৰঙা ৰঙা পানীমেটেকাৰ ফুল আৰু বগা বগা বগলীৰ জাক, শুৱনি পথাৰ আৰু পৰিচিত মানুহবোৰ সকলোকে এৰি হঠাৎ মৰি যোৱাৰ কথাটো কল্পনাও কৰিব নোৱাৰে। এই গাঁৱে তাক ভাল নাপালে সি গুচি যাবগৈ অন্য গাঁৱৰ মৰম বিচাৰি। সেইবুলি ইমান সুন্দৰ পৃথিৱীখন সি এৰিব নোৱাৰে।

সি কেইবা বছৰো আগতে ছিটিকা পাতি ধৰা সৰু আৱা চৰাই এজনীলৈ মনত পৰিল। ফানত লাগোঁতেও তাই জীয়াই আছিল। সি ধৰাত খুটি তাৰ হাত বেনা-বেনা কৰি দিছিল। তাই নমৰাৰ কাৰণে যুঁজিছিল শেষ পৰ্যন্ত।

এই ৰহণীজনীয়ে ক'ৰবাৰ পৰা কহুৱা ফুলেৰে মুৰ বগা কৰি লৈ তাৰ ওচৰলৈ আহি কৈছিল।

: এই আৰাটুৰে তক সি জন্মত ফান পাতি ধৰ্ বু।

সিদিনা কথাষাৰ মুহূৰ্ত্তৰ বাবেও মনত ৰখাৰ প্ৰয়োজন বিচাৰি নাপাইছিল সি। আজিহে বুজিছে। ৰহণীয়েই যে এদিন আৰাজনীৰ অভিশাপ লৈ আহিব আৰু ইমান সোনকালে, সি ধাৰণাই কৰিব পৰা নাছিল।

বাহিৰত হঠাৎ ৰহণীৰ মাত শুনি সি উৎকৰ্ণ হৈ ৰ'ল। এটা ষ্টীমবোলাৰ যেন বাগৰি আহিছে ভৰিৰ পিনৰ পৰা। আৰু তাৰ উঠি আঁতৰি যোৱাৰ সমস্ত শক্তি নিঃশেষ হৈ গৈছে।

: খুৰী, মাছক যাবি?

: ক'ত? বিলত না নদীত?—পূৰণৰ মাকে সোধে ৰহণীক।

: যো ক'ত যাৱা। পূৰণকা নাই?

মাছ মৰাটোহে কথা। বিল বা নদীত ক'ৰবাত মাৰিলেই হ'ল। পূৰণ নাই নেকি? নে সি হাল মেলি অহাই নাই এতিয়াও?

: আছেই। শুই আছে। তৰ গালত কি হুছি?

: চেৰ্পা।

: পাগলী। গাৰত হজে নাই।

পাগলাজনীৰ গাত ততে নাই। চেৰেপাই কামুৰিলে বুলি ইমান জোৰে চৰ মাৰি লব পাই নে? গালত একেবাৰে আঙুলিৰ সেৰা বহি বহি আছে। মাকৰ আগত ৰহণীয়ে আঙুলীৰ সেৰা বোৰৰ ব্যাখ্যা দিয়া শুনি সি ৰ'ব নোৱাৰিলে বিচনাত। সি ধহমহ কৈ উঠি দুৱাৰ মুখত থিয় হৈ ৰহণীলৈ চালে। ৰহণীয়েও চাইছিল তালৈ, গালখন মোহাৰি মাকৰ দৰে চেনেহ সজল চকুৰে।

ৰহণী হঠাৎ চকু নমাই তাৰ কলাফুল কেইটালৈ চালে। এখন ভৰি তাৰ দুৱাৰ গৰিয়াত আছিল। আঠুত ভাঁজ লাগি থকা সেই ভৰিখনত উকা মাংসল কৰঙণটোলৈ তাই চাই থাকিল অলপ সময়। সি গামোচাখন ঠিক কৰি লোৱা যেন দেখুৱালে।

ৰহণীক তাৰ অদ্ভুত ভাল লাগি গ'ল। তাইলৈ অপৰিসীম কৃতজ্ঞতাবে অন্তৰ উপচি পৰিল তাৰ।

ভাঁজ লগা কঁকালত জকাইখন হেঁচুকি লৈ ৰহণী ওলাই গ'ল মাকৰ আগে আগে। তাইৰ ধোঁৱা নেজীয়া চুলিটাৰ আৰু মজাবলি কঁকালটোৰ ছন্দময় ভঙ্গীবোৰ বহুত পৰলৈ তাৰ চকুৰ আগত ভাঁহি থাকিল।

এমাহ মানৰ ভিতৰতেই নমলে ৰূপ বাৰ কুৰি লৈ ৰহণীক বিয়া দি দিলে ওচৰৰে এখন গাঁৱলৈ। ৰহণীৰ মনত পাহৰি যাবৰ বাবেও কোনো খেদ বা মালিন্য নাছিল। পূৰণৰ হয়তো অলপ বেয়া লাগিছিল। কিন্তু ভবিতব্যতাৰ নামত চব মানি লব পাৰে তাৰ দৰে মানুহবোৰে।

হাল বাওঁতে সিদিনা ৰহণীৰ কথাই মনত পৰিছিল তাৰ। বিলৰ ৰঙা ৰঙা ফুল আৰু বগা বগা বগলীক সময়ে নোছোৱে। কিন্তু ৰহণীক সময়ে বুঢ়া কৰিব। মৰোঁ মৰোঁ হাঁহি বোৰ তাইৰ এদিন মৰি নাইকিয়া হৈ যাব।

বুকুত মাতৃত্বৰ কমনীয়তা লৈ আহিছিল ৰহণী তাৰ ঘৰলৈকে কিন্তু তাইক দেখি আগৰ দৰে তাৰ খঙো নুঠিল আৰু ভালো নালাগিল।

## মনে মনে

শ্ৰীস্নেহ দেৱী

কুকুৰাজনী সেই দিনাও দেখিলে ৰাতিপুৱাই। যমুনাই পুৱাই ৰান্ধনিঘৰৰ জুহালত জুই ধৰিবলৈ লওঁতেই চোতালত কিবা এটা শব্দ যেন পাই ওলাই আহি চালে। সেই বগা-মুগা মিহলি ফুটফুটীয়া ৰঙৰ কুকুৰাজনী চোতালত ঘূৰি ফুৰিছে।

যমুনা সোমাই আহি জুই ধৰাত লাগিল। লগে লগে ভাবিছিল, 'কাৰ কুকুৰা বাৰু এইজনী? সদায় আহিবলৈ ধৰিছে আজি চাৰি পাঁচ দিন.। খেদাই দিলেও আকৌ আহে; সাহ পালে চাগৈ ভিতৰ সোমাবহি—ধৰা দিবহি।'

কমলেও বিচনাৰ পৰা উঠি আহিয়েই দেখিলেহি। "কাৰ কুকুৰাহে এইজনী?" যমুনাক উদ্দেশ্য কৰি সুধিলে। "জানো কেনেকৈ কওঁ, ক'ৰ পৰা লম্ভিছেহি।" যমুনাই বিৰক্তিৰে উত্তৰ দিলে।

আজি কেইবাদিনো এই কুকুৰাজনী আহি তেওঁলোকৰ চোতালত, বাৰীত ঘূৰি ফুৰিবলৈ ধৰিছে। কৰি পুলি কেইটা খোচৰে বুলি কমলে হেঃ হেঃ কৈ হাত দাঙি কুকুৰাজনীক ভয় খুৱালে। এই চাৰি পাঁচ দিনে যমুনায়ো তাইক দেখিলেই খেদাই দিছে; পিছে মিছা—খেদিলেও আকৌ আহে। অৱশ্যে কৰি পুলি বা শাকনিৰ আন শস্যৰ অপকাৰ নকৰে, শস্যত দিবলৈ আনি গোটোৱা ওচৰৰ গোবৰৰ দ'মটোৰ ওচৰে-পাজৰেহে তাই মাটি খুচৰি থকা দেখা যায়।

কেতিয়াবা কেৰাহী পুৰিবলৈ গোটোৱা কলঠকৰা, তামোলৰ ঢকুৱা আৰু পচা খেৰৰ বাকী থকা সৰু দ'ম এটা তেতিয়াও

চকোৱাৰ দাঁতিলৈ পৰি আছিল। কুকুৰাজনীয়ে একোবাৰ সেই-খিনিতো কিবা বিচাৰেগৈ। শুকান কলঠকুৰা খৰ মৰাই উঠে।

কমলে মুখ ধুই আহি বাৰান্দাত থিয় দিলে। যমুনাই চাহ একাপ আৰু কাপটোৰ দাঁতিতে প্লেটখনত সৰু সৰু লিলি বিস্কুট কেইটামানে সৈতে আগবঢ়াই দিলে।

কুকুৰাজনী আকৌ আগবাঢ়ি আহিছিল। কমলে বিস্কুট এটা দলিয়াই দিলে। যমুনাই ভিতৰৰ পৰা দেখি ক'লে, "আকৌ সাহহে দিছে তাইক!" কমলে লাহেকৈ হাঁহিলে; একো নক'লে। কুকুৰাজনীয়ে প্ৰথমে ভয় খাই আঁতৰি গৈছিল। পাছত এখোজ দুখোজকৈ আহি বিস্কুটটো খুটিবলৈ ধৰিলে।

যমুনাৰ আঢ়ৈ বছৰীয়া ল'ৰা পোহৰে সাৰ পাই বিচনাৰ পৰা কান্দোনৰ সুৰে "মা" "মা" কৈ মতা শুনি যমুনা শোৱা ঘৰ পালেগৈ। পোহৰক আৰু এটা চোলা পিন্ধাই দি কোলাত লৈ বাহিৰলৈ আনিলে, ঠেন ঠেনাৰ খোজা দেখি, বিস্কুট খুটি থকা কুকুৰাজনী দেখুৱাই ফুচুলাবলৈ ছল ওলাল। পোহৰে হাত মেলি মাকৰ কোলাৰপৰা নামি খেদি যাব খুজিছিল; কিন্তু চেঁচা মাটিখনত তাক নামিবলৈ নিদি কমলৰ কোলাতে বহুৱাই দি যমুনা পুনৰ ৰান্ধনিঘৰ সোমাল।

আবেলি কুকুৰাজনীক আকৌ দেখিলে। কমলেও যমুনায়ো। কমলে ক'লে, "কাৰোবাৰ কণী পৰা কুকুৰা হৰলা।" যমুনাই জিজ্ঞাসু দৃষ্টিৰে চালে। কমলেই ক'লে—"অঁ। বহুত কুকুৰাই কণী পাৰিবৰ সময়ত এনেকৈ ঠাই বিচাৰি ফুৰে। য'তে ততে পাৰেগৈও।"

"হয় নেকি?"

"অঁ।"

গধূলি পৰত যমুনাই এনেয়ে বাৰীখনত পাক এটা মাৰিলে। কল ঠকুৰাৰ দ'মটোৰ ওপৰত এনেয়ে চকু ফুৰালে; ক'ৰবাত খিৰিককৈ শব্দ এটা হলেও কাণ থিয় কৰিলে। আগবেলা

নিজেই মোহাৰি চোতালত পেলাই দিয়া, পোহৰলৈ লজেন্স বান্ধি অনা বগা কাগজ টুকুৰা—ওচৰৰপৰা "কিনো পৰি আছে" বুলি চাই আহিলগৈ।

গধূলিৰ পিছত জুহালৰ গুৰিত বহি কমলে এবাৰ সুধিলে, "কুকুৰাজনী আকৌ দেখিছিলা নেকি?"

যমুনাই চমুকৈ ক'লে, "ওহোঁ।"

ৰাতি হঠাৎ সাৰ পাই পোহেৰে অলপ আমনি কৰিলে। যমুনাই তাক বৰ যত্নেৰে নিচুকাই আকৌ শুৱাব লগা হ'ল। বহুত নিশালৈকে যমুনাৰ টোপনি অহা নাছিল। ঘৰৰ চুকত এন্দুৰে নে নিগনিয়ে দপ্‌দপাইছিল।

যমুনাব মনলৈ খেলিমেলি ভাববোৰ অহাযোৱা কৰিলে। পোহৰৰ গাটো বৰ ভাল নহয়; সেয়েহে ৰাতি আমনি কৰিবলৈ ধৰিছে; এমাহ মান আগতে যমুনা তেওঁৰ বায়েকৰ ঘৰলৈ গৈছিল। বায়েকৰ ল'ৰা-ছোৱালী তিনিটা; অভাৱহীন সংসাৰ।—এবাৰ পোহৰৰ স্বাস্থ্যৰ বিষয়ে কথা ওলাওঁতে বায়েকে মন্তব্য দিছিল—"ইয়াক সদায় এটাকৈ আধাসিজা কুকুৰাকণী খুৱাবলৈ ধৰচোন। মই ইহঁতক সদায় খুৱাওঁ ডাক্তৰেও কৈছিল।" যমুনাই নিস্পৃহভাৱে "অঁ" বুলি শলাগি থৈছিল। সেই কথাবোৰো মনত পৰিল। দিনে এটাকৈ কণী মানে দিনে চাৰিঅনাকৈ পইচা। অৰ্থাৎ মাহে প্ৰায় আঠ টকা। কুকুৰাকণী কিবা ক'ৰবাত হেৰা পাব পৰা বস্তুনে? এৰা, বস্তু হেৰা পালে বৰ ভাল লাগে মনটো, পাহৰিব পৰা নাযায়। তাহানি স্কুলত পঢ়োঁতে যমুনাই এদিন বাটত পৰি থকা আদমহীয়া এটা হেৰা পাইছিল। কোনেও দেখা নাছিল; যমুনাই বুটলি ললে। চাৰি চুকীয়া আদমহীয়াটো মনত পৰিলে এতিয়াও গাটো জমজমাই যায়। ভালকৈ মনৰ জোখাৰে সেই দিনা বুট্ ভজা কিনি বান্ধৱীবোৰৰে সৈতে ভগাই খাইছিল।

ৰাতিপুৱা আনদিনাৰ দৰেই উঠি আহি যমুনাই জুই ধৰিবলৈ লোৱাৰ আগতে এবাৰ সন্তৰ্পণে বাৰীৰ পিছফালখন চাই আহিল। চাহ বাকিবলৈ ধৰি, কাপপ্লেটবোৰ আওখালি পানী পেলাওঁতে চকুত পৰিল, সেই কুকুৰাজনী চোতালৰ পৰা জাপ মাৰি আঁতৰি গৈছে। যমুনাও ওলাই আহিল; এনেয়ে মাটিৰ পৰা দলি এটা বুটলি লোৱা যেন দেখুৱাই কুকুৰাজনী খেদালে। আচলতে চাব খুজিছিল তাই কোনফালেনো যায়। কাৰ কুকুৰা হ'ব পাৰে বাৰু? ওচৰৰ ধন বাহাদুৰহঁতৰ নেকি, নাইবা দক্ষিণ ফালে দূৰৈত থকা সৰলাহঁতৰ পোহনীয়া কুকুৰা নেকি বাৰু? নতুবা হাটলৈ যোৱা কোনোবা বেপাৰীৰ সজাৰপৰা কেনেবাকৈ ওলাই আহি পলাই ফুৰা কুকুৰা?

ইতিমধ্যে কোনোবা জোপোহাৰ মাজত কুকুৰাজনী লুকাই পৰিল।

কমল উঠি অহা গম পাই যমুনাই হাতৰপৰা ধূলি মোহাৰি ৰান্ধনিঘৰ সোমালহি। কমলে সুধিলে, "কি হ'ল?"

"কুকুৰাজনী খেদাইছিলোঁ।"

"অ—" অলপ ৰৈ কমলে ক'লে, "থাকক দিয়া—একোতো অপকাৰ কৰা নাই।"

"কাৰ জানো এইজনী সোমাবলৈ লৈছে।"

"যাৰে হওক, হেনেও যাবগৈ।"

সেইদিনা দেওবাৰ আছিল। চাহ খাই উঠি কমলে আগফালৰ বাৰান্দাত বহিলহি। সন্মুখৰ আলিয়েদি গাঁৱৰ মানুহে হাটলৈ বস্তু নিছে। কমলে বহাৰ পৰা উঠি নঙলামুখ পালেগৈ। এনেয়ে বস্তু দৰালে।

"কবি সেৰে কিমানহে?"

"ইয়াত খুচুৰা নেবেচোঁ।"

"বাৰু দামটোকে শুনোচোন।"

"কিলোত এটকা চাৰি অনা।"

“আও! বেঙেনা একা?”

“দহ অনা।” কৈ আঁতৰ পালেগৈ বেপাৰীটো।

ইটোৰ পিছত সিটো আহিছে গৈছে নানা ধৰণৰ মানুহ। চাউল, কল, গুৰ, পাচি-খৰাহী; বেলেগ বেলেগ বস্তু লৈ বহুতো মানুহ।

“হেৰা, সেয়া কণী নেকি?”

“হয়।”

“দৰ কেনেকৈ?”

“টকাত চাৰিটা।”

“ইমান দাম!”

“দুটকাত নটা দিব পাৰোঁ। লয় নেকি?”

“নাই নালাগে; বজাৰত সস্তাত পাম।

“বজাৰতো আমিয়েই বেচোঁ বাবু।” মানুহটোৱে কথাষাৰ কৈ আঁতৰি গ'ল।

ৰ'দ ওলাইছিল। কমলে গাৰ এৰীয়াখন থৈ বাৰীৰ কামত লাগিল। চোতালখনত গজা বন কেইডাল চুকুকিলে। পোহৰে কেতিয়াবা ৰ'দত অকলে অকলে ওমলা ঠাইডোখৰ আঁতালে। চোতালৰ অ'ত ত'ত কুকুৰাই লেতেৰা কৰাবোৰো কোৰেৰে চফা কৰিলে। শুকান কলঠকুৰাবোৰো চপাই থলে। পিৰালি চুকত থকা ভগা পাচিটো আনি মাটিত পৰি থকা খেৰবোৰ পাচিটোত ভৰাই চকোৱাৰ এদাঁতিলৈ থলে। তেনেতে ৰান্ধনি-ঘৰৰ পৰা পানী এচৰিয়া পেলাবলৈ উলিয়াই যমুনা সেইথিনি পালেহি। পানী পেলাই সুধিলে, “কি কৰিছে?” কমলে ইতিমধ্যে কোৰখন হাতত লৈ বন বিচাৰিছিল। ক'লে, “এই খেৰবোৰ মাটিত পৰি থাকিলে উঁইয়ে খাই পেলাব। পাচিটোতে ভৰাই থলোঁ।”

“সেইবোৰ দেখোন পচি যোৱা খেৰেই।”

“তথাপিও কেতিয়াবা কামত লাগিব পাৰে।”

যমুনাই এবাৰ ভগা পাচিটোৰ ফালে চাই লৰালৰিকৈ ভিতৰ সোমাল। যেন পলাল। লাজ লাগিল। কালৈ, কেলেই কব নোৱাৰিলে। নিজলৈকে যেন লাজ। ভিতৰতে অলপ পৰ থমকি ৰৈ থাকি, পোহৰক ডাঙৰ ডাঙৰকৈ মাতি ওপৰলৈ আনি তাৰ গা ধুৱাবলৈ চোলা সোলোকোৱাত লাগিল। অনাহকত পোহৰৰ লগত কথা পাতিলে, "তপত পানীৰে গা ধুৱাই দিম, দিগদাৰ নকৰিবা দেই। কান্দিলে বেয়া ল'ৰা বুলি কম কিন্তু। পোহৰ আমাৰ ভাল ল'ৰা—ধুনীয়া ল'ৰা।"—

দুই তিনি দিন পাৰ হ'ল। কুকুৰাজনী আছে, কিন্তু তেনে সময়ত একে লগে দুয়ো থাকিলে তৎক্ষণাত কিবা এটা কাম পাহৰি থকাৰ দৰে যমুনা আঁতৰি যায়। কমলেও তাকে কৰে। যেন তাইক দেখাই নাই। শোৱা ঘৰৰ খিৰিকীয়েদি হয়তো কমলে এবাৰ নিজৰ গা লুকুৱাই জুমি চায়, মন কৰে। ৰান্ধনিঘৰৰ দুৱাৰেদি আন কিবা চোৱাৰ ছলেৰে যমুনায়ো একোবাৰ চায়। দুয়োৰে সঙ্কোচ—কিন্তু সঙ্কোচৰ হেতু নাজানে। বাৰীৰ পিছ ফাললৈ কিবা এটা কামত গলে দূৰৈৰ পৰাই ভগা পাচিটোৰ খেৰখিনিলৈ মন কৰে। ওচৰ পালে সেইফালে নাচায়; যেন দেখাই নাই তাত পাচি এটাত খেৰ অলপ থোৱা আছে বুলি। কমলে পুৱা দাঁত মাজি মাজি বাৰীখনত পাক এটা মাৰে। বিৰক্তিৰে কয়—যমুনাক শুনায়—"এই কুকুৰাজনীৰ পৰা উপায় নোহোৱা হ'ল। সিদিনা এইখন সামৰি সুতৰি থলোঁ, আকৌ নেফানেফ কৰিলেগৈ।"—

যমুনাই শুশুনা ভাও ধৰি পোহৰক লৈ ব্যস্ত হৈ পৰে। এদিন আবেলি। সৰলাৰ দহ বছৰীয়া ভনীয়েকজনী আহিল। পিছে পিছে এটা অলপ ডাঙৰ ল'ৰা। পিন্ধা কাপোৰ-কানিৰ পৰাই যমুনাই বুজিলে, সি ঘৰত কাম বন কৰা ল'ৰা বুলি। যমুনাই সুধিলে, "কি হ'ল ভনটি?"

"নাই—, এই ইহঁতৰ ঘৰৰ কুকুৰা এজনী হেৰাইছে; আপোনা-

লোকৰ এইফালে আহিছিল নেকি চাবলৈ আহিছে। এই—চাগৈ যা।" বুলি তাই ল'ৰাটোক ক'লে। ল'ৰাটোৱে ইফালে সিফালে চকু ফুৰালে। যমুনাই সুধিলে, "কুকুৰা হেৰাইছে? কাৰ?"

"এই—ইহঁতৰ।"

"ইহঁতৰ ঘৰনো কোনটো?"

"আমাৰ সিফালৰ—নতুনকৈ বহা মানুহঘৰেই?"

"অ' হয় নেকি? কুকুৰাজনী দেখিবলৈ কেনেকুৱা বাৰু?"

ল'ৰাটোৱে ক'লে, "বগা ফুট্‌ফুটীয়া। ইকেইটা নাহে। সেই-জনীহে সদায় ৰাতিপুৱাই এই ফাললৈ গুচি আহে। আকৌ গধূলি যায়গৈ। আজিহে দেখাই নাই।" ভনটীয়ে লগতে যোগ দিলে, "অঁ, আমিও দেখোঁ নহয়। আমাৰ সবলা বাইদেৱে নতুন ঘৰৰ বাইদেউক কৈ দিছে যে আপোনালোকৰ এইফালে একো ভয় নাই, সিফালে সিটো চুবুৰিলৈ গ'লেহে আৰু ঘূৰি নাহে। এই মানুহবোৰ বৰ বেয়া। আজি চাগৈ সেইফালেই গ'ল।"

ভনটীয়ে আৰু কিবাকিবি কৈ গ'ল। যমুনাৰ বৰকৈ কাণত নোসোমালে, তেওঁ ভিতৰলৈ চাই পঠিয়ালে, কমল চকী এখনত বহি আছে; কথাবোৰ শুনি আছে। হাতত অৱশ্যে এখন কিতাপো মেলি লোৱা আছে।

যমুনাই ভনটীৰ মুখলৈ চাই লাহেকৈ ক'লে, "তেনেকুৱা কুকুৰা এজনী মাজে মাজে দেখোঁ হয়।"

"আজি দেখিছিল নেকি বাৰু?" ল'ৰাটোৱে সুধিলে। যমুনাই ক'লে, "নাই—আজি দেখা নাই।"

কথাষাৰ সঁচা। সেই দিনা পুৱাৰপৰা কুকুৰাজনী নেদেখি কিবা ৰিঙা ৰিঙা লাগিছিল।

"নাই—ইয়ালৈ অহা নাই। যাওঁগৈ।" ল'ৰাটোৱে ক'লে; ভনটীয়েও ক'লে, "যাওঁ, বাইদেউ।"—

"বাৰু।" যমুনাই সিহঁত যোৱালৈ চাই থাকিল।

খুটুংকৈ শব্দ এটা হ'ল। যমুনা অলপ চমকি উঠিল। কুকুৰা-জনীয়েই আহিলনেকি। কিন্তু ৰান্ধনিঘৰ সোমাই যমুনাৰ কান্দি পেলাবৰ মন গ'ল। গাখীৰৰ চচপেনটো ক'ৰবাৰ মেকুৰী এটাই বগৰাই দি লৰ মাৰিলে। যমুনাই "সৰ্বনাশ!" বুলি চিঞৰি উঠিল। কমলে সুধিলেহি "কি হ'ল?"

"এইয়া দেখা নাইনে? ক'ৰ মেকুৰী জানো এইটো এনে লুভীয়া!—"

"লুভীয়ানো কোন নহয়? পৰিল, পৰিল; যাবলৈ দিয়া।"—

"যাবলৈ দিয়া।" টকা সেৰৰ গাখীৰ। পোহৰক এতিয়া কি খুৱাম?" যমুনা গোৰগোৰাই উঠিল।

কমলে বাহিৰলৈ যাবলৈ কাপোৰ পিন্ধিছিল। কামিজটো মূৰত সুমুৱাৰ লগে লগে নিজকে কোৱাদি ক'লে, "লোভে পাপ আৰু পাপ হলে……"

যমুনাই কমলৰ ফালে চাই থমকি ৰ'ল; চমকি উঠিল। কমল তেতিয়া শোৱা কোঠালৈ সোমাই গৈছে।

যমুনায়ো নিজকে কোৱাদি মুখৰ ভিতৰতে ভোৰ ভোৰাই উঠিল "লোভে পাপ", লোভ বা কোনে কৰিছিল মই যেন জনাহে নাই।"—

# প্ৰত্যয়

চন্দ্ৰ প্ৰসাদ শইকীয়া

এই গোটেই ঘটনাটোৰ প্ৰকৃত অৰ্থ কি? বাঁওহাতৰ ঠাৰিৰ চুৰী এডাল সোঁহাতেৰে তাই উলিয়াই আনিব খুজিছিল, নোৱাৰিলে। বুকুখন দুয়োখন হাতেৰে হেঁচা মাৰি ধৰিলে, অনুভৱ কৰিলে হৃদয়ৰ মাজত যি ধুমুহাৰ সৃষ্টি হৈছে তাক দুহাতেৰে হেঁচি বন্ধ কৰিব নোৱাৰি।

বৈবাহিক জীৱনত তাইৰ বাবে এই আঘাত ৰূঢ়তম। যাক স্বামী বুলি, জীৱনৰ আৰাধ্যতম পুৰুষ বুলি ইমান দিনে বিশ্বাস কৰি আহিছিল, তেৱেঁই অফিচৰ এক সামান্য প্ৰমোচনৰ আশাত নিজৰ পত্নীৰ মৰ্যাদা এনেদৰে বিসৰ্জন দিবলৈ সাজু হ'ব পাৰিলে। পতি-পত্নীৰ সম্পৰ্ক কি ইমান সামান্য, ইমান মূল্যহীন।

এনেতে ক্ষিপ্ৰ পদক্ষেপেৰে প্ৰতুল ভিতৰলৈ সোমাই আহিল, তৎক্ষণাতে, লাইটটো জ্বলাই দিলে আৰু দেখিলে মিনতি বিচনাৰ পৰা উঠি তাৰ একেবাৰে সন্মুখত থিয় দিছে। বিয়াৰ দিনাৰ পৰা আজিলৈকে তাই স্বামীৰ সন্মুখত থিয় হোৱা নাই, এনে ৰূঢ় দৃষ্টিৰে চোৱা নাই। কিন্তু আজি থিয় নহলে নহয়, নাচালে নহয়। তাইৰ নাৰীত্বক যিয়েই অৱমাননা কৰিব তাকেই তাই ক্ষমা কৰিব নোৱাৰিব। স্বামী যদি হয়, তেওঁকো।

"বাহিৰত আপোনাৰ কি কাম আছিল?" প্ৰতুলৰ চকুলৈ মিনতিয়ে স্থিৰভাৱে চাই দৃঢ়মাতেৰে সুধিলে।

"কাম নাথাকিলে মই কিয় ওলাই যাম?"

কথাষাৰ কৈয়েই প্ৰতুল একালেদি আঁতৰি যোৱাৰ চেষ্টা কৰিছিল আৰু ভাবিছিল তাইৰ তেনে এটা প্ৰশ্নৰ এইটোৱেই

হ'ব একমাত্র আৰু প্ৰকৃত উত্তৰ। কিন্তু মিনতিয়ে তাৰ দুয়োখন হাতত নিজৰ দুয়োখন হাতেৰে জোৰেৰে ধৰি ললে। প্ৰতুলে পৰম বিস্ময়েৰে দেখিলে কপালৰ তাইৰ সেই ৰেখাডাল ফুলি উঠিছে, কিবা এক অসহনীয় অবৰ্ণনীয় যন্ত্ৰণাত তাইৰ হাত দুখন কঁপিছে। বৈবাহিক জীৱনৰ চাৰে তিনিটা বছৰত সি তাইক এনে অস্থিৰ বিব্ৰত অৱস্থাত কেতিয়াও দেখা নাই আৰু ইয়াৰ একমাত্ৰ কাৰণটো কি হ'ব পাৰে বুলি ভাবিবলৈ লওঁতেই তাক ক'লে, "নিজৰ পৰিবাৰৰ সন্মান ৰক্ষা কৰাটো আপোনাৰ কৰ্ত্তব্য নহয় ?"

"কিয় নহ'ব ?"

"তেনেহলে মোক ক'ব লাগিব আপোনাৰ বাহিৰত কি কাম আছিল ?"

"মই বাহিৰলৈ যোৱাৰ লগত তোমাৰ সন্মানৰ কি সম্পৰ্ক আছে ?"

"সম্পৰ্ক আছে কাৰণেই সুধিছোঁ। কওক, কি কাম আছিল ?"

নিজৰ পত্নীক মিছা কথা কোৱাৰ সাহস প্ৰতুলৰ আৰু নাথাকিল। সঁচা কথা নক'লেই মিনতিয়ে কিবা এটা ডাঙৰ কাণ্ড কৰিব বুলি তাৰ ধাৰণা হ'ল।

"তুমি ইমান গহীনভাৱে সকলো কথা নধৰিবা। বাহিৰত মোৰ বিশেষ কাম নাছিল।"

"ওলাই গৈছিল কি কাৰণে ?"

"তোমালোক দুজনে ভালদৰে কথা পাতিব পাৰিবা বুলি ভাবি।"

"এজন এদিনৰ চিনাকি মানুহৰ লগত মোক এনেদৰে কথা পাতিবলৈ সুবিধা দিয়াৰ আপোনাৰ উদ্দেশ্য ?"

"ধৰণী চৌধুৰীয়ে তিৰোতাৰ লগত কথা পাতি ভাল পায় বুলি মই জানো।"

মিনতিৰ মাত ডাঙৰ হৈ আহিছিল।

"ধৰণী চৌধুৰীয়ে যদি মোক তেনে অৱস্থাত অপমান কৰে তেন্তে আপোনাক একো—"

মিনতিৰ হাতৰ মুঠি শিথিল হৈ আহিল আৰু কাষৰ বিচনাত তাই তললৈ মূৰ কৰি পৰি গ'ল। খন্তেক পিছতে হতভম্ব হৈ একে ঠাইতে থিয় হৈ থকা প্ৰতুলে তাইৰ বৈ বৈ ওলাই অহা উচুপনি শুনিবলৈ পালে।

প্ৰতুলৰ ধাৰণা হ'ল, মিনতিয়ে সামান্য কথা এটাকে ডাঙৰ কৰি তুলিছে। আজিৰ এনে জটিল সংসাৰখনত পুৰুষৰ সমানে যাবলৈ ওলোৱা নাৰী ইমান দুৰ্বল হলে কেনেকৈ হ'ব?

প্ৰতুল আহি বিচনাত মিনতিৰ কাষত বহিল। কিন্তু তাই স্বামীৰ সেই সান্নিধ্যৰ প্ৰতি সঁহাৰি জানোৱাৰ একো আৱশ্যক নেদেখিলে। প্ৰতুলে জানে তাই তাৰ কথা শুনিবলৈ এতিয়া একেবাৰে সাজু নহয়, তথাপিও যিখিনি কথা নক'লে নহয় সেইখিনি মিনতিৰ ফালে চায়েই সি কৈছিল: "ধৰণী চৌধুৰী এজন ভদ্ৰলোক, তেওঁৰ লগত বহি দুআষাৰ কথা পাতিবলৈ পোৱাটো আমাৰ দৰে ঘৰৰ পৰিবাৰৰ বাবে ভাগ্যৰ কথা। তুমি নিজে আই-এ পাছ কৰিছিলা, এজন পুৰুষৰ লগত অকলে বহি কথা পাতিবলৈ সাহস নাই বুলি কোনে বিশ্বাস কৰিব? মোৰ প্ৰমোচনৰ কথাটো তুমি যিমান সহজ বুলি ভাবিছা সিমান সহজ নহয়। প্ৰমোচন বহুত বছৰৰ মূৰত মাত্ৰ এবাৰ আহে, তাৰ বাবে অফিচৰ হেডজনক এষাৰ ভাল কথা তুমি মোৰ পত্নী হৈ কিয় শুনাব নোৱাৰিবা, কিয় তেওঁৰ লগত কিছু সময়ৰ বাবে বহি থাকিব নোৱাৰিবা? এটা টকা বৃদ্ধিৰ বাবে আমি কিমান কি কৰিব লগা হয় তুমি ঘৰত বহি কি বুজিব পাৰিবা?"

উচুপনি বন্ধ কৰি মিনতিয়ে প্ৰত্যেকটো কথা শুনি গৈছিল আৰু প্ৰত্যেকটো শব্দই যেন তাইৰ হৃদয়ত মৰ্মান্তিক আঘাত

হানিছিল। কথাখিনি কৈয়ে তাৰ-পৰা উঠি নোযোৱাহেঁতেন তাই এইবাৰো প্ৰতুলৰ দুখন হাত নিজৰ হাতেৰে চেপি ধৰি প্ৰত্যেকটো শব্দৰ উত্তৰ উজাৰি উজাৰি চিঞৰি শুনাই দিলে-হেঁতেন।

গেটৰ শব্দ হৈছিল বেছিকৈ, মিনতিয়ে অনুমান কৰিলে কিমান কোবেৰে প্ৰতুল ঘৰৰপৰা ওলাই গ'ল।

তাই থিয় হ'ল। কান্দোন আৰু উচুপনিৰ স্থান অধিকাৰ কৰিলে এইবাৰ দৃঢ়তা আৰু প্ৰত্যয়ে। প্ৰতুলৰ প্ৰত্যেকটো কথা তাইৰ হৃদয়ত বাৰে বাৰে ধ্বনিত আৰু প্ৰতিধ্বনিত হ'ল আৰু মুহূৰ্তে মুহূৰ্তে তাইৰ হৃদয় হ'ল ক্ৰোধ আৰু অভিমানেৰে পৰিপূৰ্ণ। স্বামী হিচাপে প্ৰতুলৰ পৰিচয় এটা সন্ধিয়াৰ মাত্ৰ কেইঘণ্টা মানৰ ভিতৰতে তাইৰ চকুত ধৰা পৰি গ'ল। তাই কেতিয়াও ভৰা নাছিল সি ইমান দুৰ্বল পদাৰ্থৰে নিৰ্মিত, ভৰা নাছিল অফিচৰ এটা প্ৰমোচনৰ বাবে নিজৰ পত্নীৰ ব্যক্তিত্ব আৰু আটাইতকৈ ডাঙৰ কথা, নাৰীত্ব বিসৰ্জন দিবলৈ কেতিয়াবা সাজু হ'ব পাৰিব। যিটো কোনোদিন ভৰা নাছিল, সেইটোৱেই আজি সত্য হৈ ৰ'ল আৰু দিন অতিবাহিত হোৱাৰ লগে লগে সেই ঘৰত আৰু কি কৰুণতৰ পৰিস্থিতিৰ তাই সন্মুখীন হ'ব লাগিব, তাৰ কোনো নিশ্চয়তা নাই।

মিনতিয়ে ভাবিলে: তোমাৰ অতিথিক মোৰ অতিথি বুলি ভাবিবলৈ মোৰ অকণো কাৰ্পণ্য নাই। তোমাৰ আৰু মোৰ মাজত কোনো বিভেদ নাই বুলিয়েই আজি চাৰে তিনি বছৰ মই ভাবি আহিছোঁ আৰু কেৱল ভবাই নহয়, তোমাৰ আৰু মোৰ মাজৰ সম্পৰ্ক মধুৰ কৰি ৰাখিবলৈ মই মনে প্ৰাণে দিনে-ৰাতিয়ে মুহূৰ্তে মুহূৰ্তে যত্ন কৰি আহিছোঁ। তুমি যিটো মোক দিব নোৱাৰা, তাক মই কেতিয়াও বিচৰা নাই, যিটো সাজেৰে তুমি মোক সজাব নোৱাৰা সেই সাজৰ কথা মই তোমাক কেতিয়াও কোৱা নাই। এনে এটা দিনৰ কথা তুমি

কব পাৰিবানে যিদিনা মই তোমাৰ মনত কিবা প্ৰকাৰে আঘাত দিয়াৰ চেষ্টা কৰিছিলোঁ, আনকি এষাৰ টান কথাও কবলৈ ওলাইছিলোঁ আৰু সেই কাৰণেই, সহজ-সৰলভাৱে তোমাৰ লগত জীৱন অতিবাহিত কৰিবলৈ ওলাইছিলোঁ বাবেই, তুমি মোক আজি গ্লানিৰ চৰম মুহূৰ্তলৈ লৈ গলা, নিজৰ আদৰৰ পত্নীক আনৰ আনন্দৰ অস্ত্ৰ হিচাপে দাঙি ধৰিলা।

মিনতি কাষৰ সৰু কোঠাটোত সোমাল আৰু জোৰেৰে দুৱাৰখন বন্ধ কৰোঁতে তাইৰ ধাৰণা হ'ল যেন এখন ঘৰৰ স্বামী আৰু পত্নীৰ হৃদয়ৰ মিলনৰ দুৱাৰখনো এনেকৈয়ে আজি বন্ধ হৈ গ'ল।

ৰাতি তাই কেবাবাৰো প্ৰতুলৰ মাত শুনিছিল, দুৱাৰত তাৰ হাতৰ টোকৰো পৰিছিল কেবাবাৰো, কিন্তু স্বামীৰ মাতত পুলকিত হোৱা হৃদয়ৰ মৃত্যু ঘটিছে আজি সন্ধিয়াতে মনৰ মিলনৰ যি দুৱাৰ পৰমাশ্চৰ্য এক পৰিস্থিতিত ৰুদ্ধ হৈ গ'ল, তাক মুক্ত কৰিবলৈ কি সাহস আছে তাইৰ?

প্ৰাণস্পৰ্শী বেদনাৰে শ্ৰান্ত-ক্লান্তভাৱে সমগ্ৰ ৰাতি নিদ্ৰাহীন-ভাৱে অতিবাহিত কৰি মিনতি ৰাতিপুৱাৰ আগে আগে বাহিৰলৈ ওলাই আহিল। পশ্চিমৰপৰা পূৱলৈ বতাহ বলিছিল ধীৰে ধীৰে, সেই বতাহে যেন তাইৰ শৰীৰত এক নতুন শক্তিৰ সঞ্চাৰ কৰিলে। ওপৰলৈ চালে তাই। সুনিৰ্মল আকাশত মহিমামণ্ডিতভাৱে অজস্ৰ তৰা জ্বলি আছে, ভালেমান তৰা উৰি উৰি যেন ইফালৰ পৰা সিফাললৈ গৈছে। পৃথিৱীত সংঘটিত হোৱা অজস্ৰ কাৰুণ্যৰ, বিশ্বাসঘাতকতাৰ, হৃদয়হীনতাৰ জ্বলন্ত সাক্ষী যেন সেই তাৰকাৰাশি। দুৰ্বল মানুহৰ কি ক্ষমতা আছে তাৰ সনাতন সৃষ্টিৰপৰা নিজক পলুৱাই ৰখাৰ।

মিনতিয়ে সুদীৰ্ঘ নিশ্বাস গ্ৰহণ কৰিলে কেবাবাৰো। সেই নিশ্বাসৰ লগে লগে যেন হৃদয়ৰ প্ৰত্যয় আৰু সততাৰ স্তৰ সবল হৈ উঠিল। এইবাৰ তাই ভিতৰলৈ সোমাই গ'ল আৰু বিচনাত পৰা মাত্ৰকে টোপনিত চকু মুদ খাই আহিল।

ৰাতিপুৱা আগৰদৰেই তাই প্ৰতুলক চাহ-জলপান নিজ হাতে আগবঢ়াই দিলে। প্ৰতুলে মূৰ তুলি চালে তাইৰ চকুলৈ। কিন্তু কথা কোৱাৰ কাৰণ আৰু অনুপ্ৰেৰণা দুয়োটাই বিচাৰি নাপালে।

অফিচলৈ যোৱাৰ আগতে ভাতৰ টেবুলত বহি প্ৰতুলে সুধিলে, "মোৰ কি ডাঙৰ অপৰাধ হ'ল বুলি তুমি ভাবিছা?"

মুখৰ আৰু ভাবৰ অভিব্যক্তি পৰিৱৰ্তন নকৰাকৈয়ে মিনতিয়ে উত্তৰ দিলে, "মই কোনোদিন মুখ খুলি কোনো কথাৰে প্ৰতিবাদ কৰা আৰু আন অনেকৰ দৰে চিঞৰা নাছিলোঁ বাবে আপুনি ভাবিছিল মোৰ কোনো নিজস্বতা বা ব্যক্তিত্ব নাই। তিৰোতা সবল হলেই যে তাইৰ হৃদয় নাইকিয়া হ'ব এই কথা ভবাটো স্বামীৰ বাবে ডাঙৰ অপৰাধ নহয়?"

"মইতো এতিয়াও মৰা নাই?"

"ময়ো মৰা নাই, কিন্তু ভাল পোৱাৰ মৰ্যাদাৰ মৰণ নাই হোৱা বুলি কব পাৰিব?"

প্ৰতুলে দেখিলে এই দুটা চকু আগদিনা ৰাতি তাৰ দুহাতত বজ্ৰমুঠিৰে খামুচি ধৰা মিনতিৰে চকু। ইয়াৰ পিছত আৰু কথা কোৱাৰ সাহস তাৰ নাথাকে।

দুপৰীয়া এবাৰ মিনতিয়ে ভাবিলে, কি হ'ব মিছাতে এইখন ঘৰত এজন নিষ্ঠুৰ পুৰুষৰ পত্নী হিচাপে জীয়াই থাকি? কি হ'ব মিছাতে হৃদয়ত দুৰ্ভাগ্য আৰু ভাঙনৰ দপ দপকৈ জুই জ্বলাই লৈ বাহিৰত সতীৰ অভিনয় কৰি? তোমাৰ পত্নীত্বৰ যোগ্য মৰ্যাদা বা তোমাক কোনে দিব? অফিচৰ প্ৰমোচনত এজনী তিৰোতাৰ প্ৰেম আৰু মৰ্যাদা যে মহত্তৰ তাকেই বা উপলব্ধি কৰিবলৈ কোন আছে এইখন ঘৰত?

তাই জানে, ইয়াত তাই অনিমন্ত্ৰিত, চাৰে তিনিটা বছৰৰ এই ঘৰ প্ৰকৃততে তাইৰ ঘৰ নহয়, ই এটা মাত্ৰ অতিথিশালা। তুমি ইয়াত নাথাকিলেও কাৰো কেনিও একো ক্ষতি নহ'ব, অফিচত কোনেও প্ৰমোচন নোপোৱাকৈ নাথাকিব।

এই সিদ্ধান্তত উপনীত হৈ তাই সেই সিদ্ধান্ত আকৌ পবিৱৰ্তন কৰে। প্ৰতুলৰ ঘৰৰ পৰা ওলাই যাবলৈ দুৱাৰ ডলিত ভৰি দি কিবা এক অদৃশ্য আকৰ্ষণত তাই ভিতৰলৈ উভতি আহে।

এসপ্তাহ হোৱাই নাছিল। প্ৰতুলেই তাইক খবৰটো দিলে—তাৰ প্ৰমোচন নোহোৱাৰ খবৰ। খবৰটো দিয়াৰ সময়ত তাৰ মুখত যি বিষাদৰ ছাঁ ঘনীভূত হৈ উঠিছিল সেইটোলৈ তাই অবাক আৰু অদ্ভুত ভাৱে বহুত সময় চাই আছিল। চাই চাই তাইৰ অনুমান হৈছিল কপালৰ সিৰডাল যেন ফুলি উঠিছে। কাল্পনিক এক কামৰ অজুহাতেৰে ওলাই গৈ ধৰণী চৌধুৰীৰ লগত তাইক বহুৱাই সি যি দুখ পোৱা নাছিল সেই দুখ যেন আজি প্ৰমোচন নোপোৱাৰ বাতৰি পোৱাৰ দিনা সি হৃদয়ৰে অনুভৱ কৰিলে। তাৰ মানে তাই ভাবিলে, অন্য পুৰুষৰ হাতত পত্নীৰ অপমান হোৱাটো কোনো কথাই নহয়—আচল কথা হ'ল প্ৰমোচন।

অলপ দূৰৰপৰাই তাই চকীত বহি থকা প্ৰতুললৈ আকৌ এবাৰ চালে। সি কি ভাবিছে মনৰ গোপন কোণত তাইৰ যেন ভাস্বৰ হৈ উঠিল। সি ভাবিছিল; সেইদিনা সন্ধিয়া মিনতিৰ ব্যৱহাৰত সন্তুষ্ট হৈ যোৱাহেঁতেন ধৰণী চৌধুৰীয়ে এনে এটা নিৰ্মম কাম কেতিয়াও নকৰিলেহেঁতেন।

বাৰে বাৰে তাইৰ মনত পৰিল প্ৰতুলৰ এষাৰ কথা; এটা টকা বৃদ্ধিৰ বাবে মই ক'ত কি কৰিব লাগে ঘৰত বহি তুমি কেনেকৈ জানিবা? তাই ভাবিলে: এটা টকা উপাৰ্জন কৰাটো সঁচাকৈয়ে অতি কষ্টকৰ নেকি? এটা টকা উপাৰ্জন কৰিবৰ বাবে নিজৰ যোগ্যতাতকৈ আৰু বহুত কিবাকিবিৰ প্ৰয়োজন নেকি? নিজৰ পত্নীৰ প্ৰেমৰ গ্লানি নোহোৱাকৈ টকা উপাৰ্জন কৰাটো আৰু অফিচত প্ৰমোচন পোৱাটো কোনোদিনেই সম্ভৱ নহয় নেকি?

মিনতিৰ মন আৰু হৃদয় অধিকতৰ দৃঢ় হ'ল। নিজৰ যোগ্যতাৰে,

কাৰো কাষত আত্মসমৰ্পণ নকৰাকৈ, দুটামান টকা উপাৰ্জন কৰাটো সঁচাকৈয়ে অসম্ভৱ নেকি ?

সিদ্ধান্তলৈ আহিবলৈ অৱশ্যে পোন্ধৰ দিনৰ প্ৰয়োজন হৈছিল। ৰাতিপুৱা চাহৰ টেবুলত বহি মিনতিয়ে প্ৰতুলক কেৱল জনোৱাৰ খাতিৰতে ক'লে, "ঘৰত অকলে অকলে থাকি বৰ আমনি লাগে। এটা চাকৰি কৰিম বুলি ভাবিছোঁ।"

কথাষাৰৰ অৰ্থ হয়তো সহজ, কিন্তু প্ৰতুলে চাই থাকিল তাইলৈ আচৰিত ধৰণেই।

মিনতিয়েই আকৌ ক'লে, "এটা টকা উপাৰ্জন কৰোঁতে আপোনাৰ বৰ কষ্ট হয়, ময়ো সেই কষ্ট কৰিব পাৰিম বুলি ভাবিছোঁ।"

"মোৰ সন্মান ?"

"সন্মান মানে ?"

"ঘৰৰ পৰিবাৰে অফিচত আনৰ লগত বহি চাকৰি কৰিলে মোৰ সন্মান নষ্ট ন'হ'ব ?"

মিনতিয়ে এনে এটা বিকট হাঁহি মাৰিব খুজিছিল যিটো প্ৰকাশ পোৱাহেঁতেন তাই নিজেই স্তব্ধ হৈ গ'লহেঁতেন। জোৰ কৰি নিজে সেই হাঁহি বন্ধ কৰিলে।

প্ৰথম বিভাগত আই-এ পাছ কৰাৰ কথাটো এদিন যে তাইৰ জীৱনৰ বাবে ইমান মূল্যবান হ'ব তাক ইমান বছৰে তাই উপলব্ধি কৰিব পৰা নাছিল। গাভৰু হোৱাৰ সময়ত তাইৰ আইতাকে তাইক কৈছিল: তিৰোতাৰ স্বামীৰ বাহিৰে ডাঙৰ গুৰু নাই, স্বামীৰ বাহিৰে ডাঙৰ ভাগ্য নাই।

আইতাক কেতিয়াবাই সিপাৰৰ ডাক শুনি আঁতৰি গৈছে। জীয়াই থাকোঁতে আইতাকে হয়তো স্বপ্নতো ভবা নাছিল, তেওঁৰ চিৰ আদৰৰ নাতিনীয়েকে নিজৰ স্বামীৰ প্ৰেম আৰু আদৰৰপৰা বঞ্চিত হৈ সামান্য কাগজৰ ইণ্টাৰমিডিয়েট চাৰ্টিফিকেটখন বুকুত সাৱটি লব লগা হৈছে। আপুনি মোক

ক্ষমা কৰিব আইতা, আপোনাৰ আদৰৰ মিনুৱে আপুনি কল্পনা কৰামতে জীৱনটো সজাব নোৱাৰিলে !!

পিছদিনাই এম্প্লয়মেণ্ট এক্সেঞ্জত হাজিৰ হ'লগৈ মিনতি। নিজ হাতেৰে দৰ্খাস্ত কৰিলে। পোন্ধৰ দিনৰ পিছত পৰীক্ষাৰ বাবে সাজু হ'ল। বাৰ বছৰীয়া ছোৱালীৰ গভীৰ একাগ্ৰতাৰে তাই ৰাতি টোপনি খতি কৰি কিতাপ পঢ়িলে, সাধাৰণ জ্ঞানৰ নোট মুখস্থ কৰিলে। এদিন পৰীক্ষাৰ খবৰো ওলাল। তাৰ পিছত এদিন দুপৰীয়া স্বামীক ভাত-পানীৰ যোগান ধৰি, নিজেও খাই ওলাই গ'ল।

মিনতিয়ে চাকৰি কৰাৰ বাতৰিত তাইৰ মাক-দেউতাক, ভায়েক-ভনীয়েক আচৰিত নোহোৱাকৈ নাথাকিল। মাক আৰু ভনীয়েক আহিছিল তাইক চাবলৈ। এটা শেঁতা হাঁহিৰে তাই ক'লে, ঘৰত অকলে অকলে থাকি বৰ আমনি লাগে—এনেকৈ থাকিলে তাই বৰ সোনকালে বুঢ়ী হৈ যাব।

মাকে অনুভৱ কৰিলে সন্তানহীন কন্যাৰ মনৰ অশান্তি। কিন্তু তাইৰ সেই শেঁতা হাঁহিটোৰ অন্তৰালত কি এটা কৰুণতৰ অধ্যায় নিৰ্লিপ্তভাৱে শুই আছে, তাক মাতৃ-অন্তৰে অনুভৱ কৰিব কেতিয়াও নোৱাৰিব।

মিনতিয়ে অফিচত কাম কৰিবলৈ আৰম্ভ কৰিলে গভীৰ একাগ্ৰতা আৰু অনুপ্ৰেৰণাৰে। তাইৰ বাবে যেন কামেই ধন আৰু কামেই স্বৰ্গ। তাইৰ নিজৰেই ধাৰণা হ'ল, যিটো অনুপ্ৰেৰণাৰে আজি অফিচত তাই কাম কৰে, ফাইলৰ কামে যে কাৰোবাক উন্মাদ কৰি তুলিব পাৰে, ইয়াৰ আগতে অনভিজ্ঞ তাইৰ মনে ধাৰণাও কৰিব পৰা নাছিল।

মাত্ৰ এটা বছৰ। মিনতিৰ বাবে যেন এইটো এটা মাহ।

মিনতি পাকঘৰত আছিল। টেবুলৰ ওপৰত থকা মিনতিৰ খোলা চিঠিখন প্ৰতুলে এবাৰ পঢ়িলে। তাত লিখা আছিল : মিনতিৰ

অফিচৰ কামত অতীব সন্তুষ্ট হৈ তাইক প্ৰমোচন দিয়া হৈছে—লগতে তিনিটা ইনক্ৰিমেণ্ট।

এটা ক্ষীণ আৰু বিদ্বেষৰ হাঁহিৰে প্ৰতুলে চিঠিখন আগৰ ঠাইতে থৈ আঁতৰি গ'ল। চিঠিখনৰ কথাখিনি যে তাৰ বাবে একো নহয়, তাকে সি নিজৰ মনক বুজাব খুজিছিল। কিন্তু নোৱাৰিলে।

ৰাতি ভাত খাই প্ৰতুলে ভাবিছিল বিচনাত পৰা মাত্ৰকে টোপনি আহিব, কিন্তু নাহিল। সেপ গিলিব খুজিছিল, নোৱাৰিলে। ডিঙিত যেন কিবা এটাই নিশ্বাস ৰুদ্ধ কৰাৰ উপক্ৰম কৰিছে। কপালত হাত দি অনুমান কৰিলে ঘামৰ কণিকা। মিনতিৰ দুয়োখন হাতে যেন তাক এক প্ৰচণ্ড শক্তিৰে হেঁচি ধৰিব ধৰিছে।

কাষৰ সৰু কোঠাটোত তেতিয়া মিনতি পৰম শান্তি আৰু নিৰ্ভয়ে গভীৰ টোপনিত মগ্ন।

# ক্ষণিকা

নিৰুপমা বৰগোহাঞি

প্ৰথমতে এটা হামি কাঢ়ি, তাৰ পাছত গাটো এঙামুৰি কাঢ়ি বন্দনাই কৈ উঠিল—'অসহ্য লাগিছে আৰু, কেতিয়া যে গাড়ীখন গেৰেজৰ পৰা ওলাব। এই দহ দিনতে মোৰ দহ যুগ যেন লাগি গৈছে। কেতিয়া যে এই মৰিশালীখনৰপৰা ওলাই এবাৰ মানুহৰ ৰাজ্যৰপৰা ঘূৰি আহিমগৈ।'

বন্দনাৰ বিৰক্তিসূচক মন্তব্যটো শুনি গিৰিয়েক তাৰক দত্তই মুখৰ চিগাৰেটটোত কেইহোপামান মাৰি তাইৰ ফালে এবাৰ চালে আৰু ক'লে—'ঘৰত সোমাই থাকি ইমান বিৰক্তি বোধ কৰি থকাতকৈ—' 'কেম্পাচ'ৰে কাষোবাৰ ঘৰৰপৰা ঘূৰি নাহাগৈ কিয়?'

বন্দনাৰ মুখখন বিৰক্তিত বিকৃত হৈ উঠিল—এই দহদিনে সেই কামটো কৰিবলৈ বাদ দিছোনে?তোমালোকৰনো কেইজন প্ৰফেছৰে বিয়া কৰাইছে, প্ৰতি ঘৰে প্ৰতি ঘৰে ফুৰি এই দহোটা দিনৰ আবেলিবোৰ কটাবলৈ? গোটেই কেম্পাচটোৰ ভিতৰত যাবলগীয়া মানুহ দেখোন মুঠে চাৰি ঘৰহে আছে। সেই কেইঘৰলৈকে বাৰে বাৰে যামনো কিমান?

ঘৈণীয়েকৰ কথাৰ উত্তৰত তাৰক দত্তই আৰু একো নামাতিলে। বন্দনাই ঠিকেই কৈছে। কেম্পাচটোত মাত্ৰ কেইঘৰ মানহে পৰিয়াল থকা মানুহ আছে। এই ইঞ্জিনীয়াৰিং কলেজটো স্থাপিত হোৱাৰ মাত্ৰ ছয় বছৰহে হৈছে। ইয়াত কাম কৰা ইঞ্জিনীয়াৰবোৰ বেছি ভাগেই কম বয়সীয়া ডেকা মানুহ। তাৰ ভিতৰত তেওঁকে ধৰি আৰু মাত্ৰ চাৰিজন

প্ৰফেছৰেহে বিয়া কৰাইছে। গতিকে কেম্পাচটো তেনেকৈ জনপূৰ্ণ হ'ব পৰা নাই। বিৰাট বিৰাট কোৱাৰ্টাৰবোৰ মাইকী মানুহৰ কথা-বতৰা, ল'ৰা-ছোৱালীৰ কাকলিৰে ভৰি পৰিবলৈ এতিয়াও আৰু কেবা বছৰো লাগিব।

তাৰক দত্তৰ বিয়া হোৱাৰ মাত্ৰ এবছৰহে হৈছে। স্ত্ৰীণীয়েক বন্দনা গুৱাহাটী নগৰৰ ছোৱালী। সৰুৰেপৰা নগৰৰ হাই-উৰুমিৰ মাজত ডাঙৰ-দীঘল হৈ আহিছে। গতিকে বিয়াৰ পাছত যেতিয়া গিৰিয়েকৰ লগত ইয়াত থাকিবলগীয়া হ'লহি, তাইৰ ঠাইখন মৰিশালী যেন লাগি গ'ল—মৰিশালীৰ দৰেই অখণ্ড নিৰৱতা বিৰাজ কৰিছে। এনেকুৱা ঠাইত কিছুদিন ফুৰিবলৈ আহি কটাই যাব পাৰি, কিন্তু সদায় থাকিবলৈ যেন অসহ্য লাগি যায়, বিশেষকৈ সিহঁতৰ দৰে ইমান কোলাহল-পূৰ্ণ নগৰীৰপৰা আহি। চহৰৰ পৰা এইখিনি ঠাই চাৰি মাইল দূৰ। কলেজৰ নিজস্ব মাটিৰ আয়তন খুব বেছ। ইয়াৰ দূৰে দূৰে এফালে পাহাৰ, এফালে চহৰলৈ যোৱা চিধা পকী ৰাস্তা, এফালে বিৰাট বিস্তীৰ্ণ এখন পথাৰ আৰু এফালে বাঁহেৰে আগুৰি থকা গাঁৱৰ সীমাৰেখা।

নতুনকৈ ফুৰিবলৈ অহা মানুহবোৰে কিন্তু ঠাইডোখৰৰ প্ৰশংসা কৰে—ইমান নিৰলা—বেছ ভাল লাগে। কিন্তু বন্দনাৰ কেতিয়াবা কেতিয়াবা অসহ্য লাগি যায়। বন্দীশাল এখনত থকাৰ দৰেই অনুভূতি এটা জাগে।

সমাজ বোলা কথা এটা নাই, এনেকুৱা ঠাইতো মানুহ সদায় থাকিব পাৰিনে? অৱশ্যে প্ৰাকৃতিক সুন্দৰ পৰিবেশে তাইক খুব মুগ্ধ কৰে—কিন্তু তাক অলপ সময়ৰ কাৰণেহে উপভোগ কৰিব পাৰি—চিৰজীৱন হলে তাৰ মাজতে কটাব নোৱাৰি। অন্ততঃ বন্দনাৰ দৰে সদায় হুলস্থূলৰ মাজত কটাই অহা ছোৱালীৰ পক্ষে এনে নিমাও মাও পৰিবেশত জীৱন কটোৱাটো বৰ কষ্টকৰ হয়।

অৰণ্যে এইটোৱে যেনিবা ভাল কথা—তাই সদায় ঘৰত সোমাই থাকিব নালাগে। তাৰকৰ গাড়ী এখন আছে আৰু স্বামী হিচাপে তাৰক খুব মৰমিয়াল আৰু সহানুভূতিশীল। বন্দনাৰ কষ্ট তেওঁ সদায় বুজিবলৈ যত্ন কৰে আৰু এই ঠাইখনত সোমাই থাকি আমনি লগাৰপৰা হাত সকৰাবলৈ প্ৰায়ে গাড়ীৰে বন্দনাক চহৰলৈ ফুৰাবলৈ লৈ যায়। কিন্তু আজি কেবাদিনো ধৰি গাড়ীখন গেৰেজত পৰি থকাই বন্দনাৰ অশান্তিৰ পাৰ নাই। ঘৰতে সোমাই থাকি থাকি বিৰক্তি লাগি গৈছে।

কিছু সময় তুয়ো গিৰিয়েক ঘৈণীয়েক মনে মনে ৰ'ল। তাৰক দত্তই এডাল চিগাৰেট জ্বলাই হুপিবলৈ ধৰিলে আৰু বন্দনাই গাটো লৰাই চৰাই বেতৰ চকীখনত বহি লৈ সন্মুখৰ জনবিৰল ৰাস্তাৰ ফালে চাই ৰ'ল।

হঠাৎ কিবা এটা ভাল কথা মনত পৰাৰ দৰে তাৰক দত্তই সেই নিৰৱতা ভঙ্গ কৰি উৎসাহিত মাতেৰ কৈ উঠিল—'আজি সেই গাঁওখনৰ পৰাই ফুৰি আহোঁগৈ ব'লা বন্দনা। সদায় যাওঁ যাওঁ কৰি থাকোঁতেই গৈছে—এদিনো হলে আৰু যোৱা হৈ উঠা নাই।'

'যাব পাৰিতো।' খুব উৎসাহিত নহলেও আপত্তিও নকৰিলে বন্দনাই। দূৰৰ সেই বাঁহেৰে ঘেৰা গাঁওখনলৈ ফুৰিবলৈ যোৱাৰ প্ৰস্তাৱ মাজে মাজে বন্দনাই তাৰকক দিয়ে থাকিছিল আৰু তাৰকেও শলাগি কৈছিল—'এৰা গাঁওখনলৈ ফুৰিব যাবলৈ নিশ্চয় ভাল লাগিব। ওলাবা কেতিয়াবা যাম'—কিন্তু সেই যোৱা কথাটো তুয়োৰো আলোচনাতে সীমাবদ্ধ হৈ থাকিছিল, অতদিনে সি কাৰ্য্যত পৰিণত হোৱাগৈ নাছিল। অথচ যাবলৈ তুয়োজনৰে আগ্ৰহৰ অভাৱ ঘটা নাছিল। কিন্তু কি যে হয়, সদায় আবেলিবোৰ আহে আৰু তাৰে বেছিভাগ দিনেই তাৰকে গাড়ী লৈ ঘৈণীয়েকক লৈ চহৰৰ ফালে ওলাই যায়। তাৰ

পাছত আজি অতদিনৰ মূৰত যেনিবা সঁচাকৈয়ে সেই যোৱাটো হৈ উঠিব।

'অলপ ফিৰ্‌ফিৰীয়া ঠাণ্ডা বতাহ মাৰিছে দেখোন, সামান্য জাৰ লাগিছে, গাত শ্বাল এখন লৈ আহোঁ ৰ'বা।'

আন একো প্ৰসাধনৰ বা সাজ-পোচাকৰ প্ৰয়োজন নাছিল বন্দনাৰ। অফুৰন্ত সময়ৰ আবেলিটোৰ একাংশ ধুনীয়া বন্দনাই নিজক সজাই-পৰাই আৰু ধুনীয়া কৰাতে ব্যয় কৰে।

শ্বাল লৈ দুই মিনিটৰ পাছতে বন্দনা ওলাই আহিল।

তেতিয়া চাৰিওফালে ৰঙা ৰ'দৰ প্লাৱন নামিছিল। ফাগুন মাহৰ আবেলিৰ মিঠা ৰঙা ৰ'দ। ফিৰফিৰীয়া বতাহ একোজাক আহি গাবোৰ শিঁহৰাই থৈ যায়।

'বাঃ আজি আবেলিটো ইমান ধুনীয়া হৈছে!' আলিবাটত ভৰি দিয়ে বন্দনাই মন্তব্য কৰিলে।

'এৰা, সচাঁয়ে বৰ ধুনীয়া হৈছে। বসন্ত কালৰ আবেলিবোৰ ধুনীয়া হয়েই। আমাৰ দৰে গাড়ীত উঠি ঘূৰি ফুৰা মানুহবোৰে কিন্তু এনে সময়বোৰ উপভোগ কৰিবলৈ নাপাওঁ'—অলপ যেন আক্ষেপৰ সুৰতেই ক'লে তাৰকে

যদিও অলপ আগলৈকে গাড়ীত উঠি চহৰৰ ফালে ফুৰিবলৈ যাব নোপোৱাৰ বাবে হা-হুতাহেই কৰি আছিল বন্দনাই, এতিয়া তায়ো গিৰিয়েকৰ কথাকে সমৰ্থন কৰি কৈ উঠিল—'কথাটো পিছে সঁচা। গাড়ীত উঠি ফুৰি আমি বহুতো ধুনীয়া প্ৰাকৃতিক দৃশ্য 'মিছ' কৰিছোঁ। এতিয়াই চোৱাঁচোন—এই যে আবেলিৰ ৰঙা ৰ'দ পৰি বাটটোৰ ঘাঁহবোৰৰ ইমান আচৰিত সুন্দৰ বৰণ হৈছে, সেই ঘাঁহৰ ওপৰেদি আমি খোজ কাঢ়ি আহিছোঁ, মূৰৰ ওপৰৰ আকাশখনৰ খণ্ড খণ্ড মেঘবোৰত ৰঙা ৰ'দ পৰি অপূৰ্ব দৃশ্যৰ সৃষ্টি কৰিছে, সেই আকাশৰ তলেদি জাক জাক বগলী উৰি গৈ দিগন্তত মিলি গৈছে—এই

অদ্ভুত সুন্দৰ দৃশ্যবোৰ আমি জানো গাড়ীত উঠি উপভোগ কৰিব পাৰিলোহেঁতেন'—

তাবক দত্তই প্ৰায় সশব্দে হাঁহি উঠিল— 'মই এটা ইঞ্জিনীয়াৰ হৈ প্ৰকৃতিৰ সৌন্দৰ্য্যত আত্মহাৰা যে হৈ যাওঁ সেই কথাটো কিবা বিসঙ্গতিপূৰ্ণ যেন লাগি আছিল অতদিনে। কিন্তু তুমি আমাৰ এই বনৰীয়া ঠাইডোখৰত থাকি অতিষ্ঠ হৈ উঠি আকৌ প্ৰকৃতিৰে মুগ্ধ বৰ্ণনা দিয়াটো মোৰ আৰু বেছি বিসঙ্গতিপূৰ্ণ যেন লাগিছে, বন্দনা'—

বন্দনাই মুখ ওন্দোলাই উত্তৰ দিলে—'প্ৰকৃতিক মই তোমাতকৈ কোনো গুণে বেয়া নাপাওঁ—কিন্তু সদায় সকলো সময়তে সমাজৰ পৰা আঁতৰি বনৰীয়া ঠাইত থাকিলে মানুহ পাগল হৈ যাবলগীয়া হয়—বুজিছা? এ—আমি দেখোন গাঁও পালোঁহিয়েই, ইমান ওচৰনে? অথচ চোৱাঁচোন, ইমান ওচৰতে ইমান সুন্দৰ প্ৰাকৃতিক পৰিবেশৰ মাজৰ এই ঠাই এখনলৈকে আমাৰ আজি অতদিনে অহা হৈ উঠা নাই'— বন্দনাৰ মাতত আক্ষেপৰ সুৰ জাগিল।

তাবকে অলপ হাঁহি ক'লে— ৰবীন্দ্ৰনাথেনো এনেই কৈছিল নে—আমি বহুত খৰচ কৰি বহুত দূৰলৈ সুন্দৰ দৃশ্য চাবলৈ চাপলি মেলোঁ, কিন্তু ঘৰৰ দাঁতিতে ধাঁহৰ ওপৰত জিলিকি থকা নিয়ৰ কণাৰ অতি সুন্দৰ দৃশ্যটো চকু মেলিও নাচাওঁ"—

বন্দনাহঁত তেতিয়া গাঁৱৰ প্ৰবেশ ৰাস্তাত ভৰি দিছিল। ইমান পৰে সিহঁতে যি ৰাস্তাৰে গৈ আছিল সেইটো আছিল এটা অতি মুকলি ৰাস্তা—কলেজৰ সৰ্বসাধাৰণ ৰাস্তা, কিন্তু এতিয়া গাঁৱলৈ সোমোৱা বাটটোত ভৰি দিয়াৰ লগে লগেই সিহঁতৰ এনে লাগিল যেন হঠাতে দৈত্যৰ দৰে দীঘল ভৰিৰে 'এটা খোজ দিয়েই' সন্ধিয়াটো নামি আহিল। তাৰ কাৰণ হ'ল সেই গাৱলীয়া বাটটোক দুয়োকালে বাঁহৰ জোপাবোৰে এনেকৈ আবৰি ধৰিছিল যে তাত খুব কম পৰিমাণেহে

বেলিৰ পোহৰ পৰিছিল। কিন্তু সেই আন্ধাৰখিনিতো ঠিক ক'লা আন্ধাৰ নহয়—বন্দনাই মনতে ভাবিলে, বাঁহ গছৰ অজস্ৰ পাতবোৰৰ কাৰণেই নেকি, সেই আন্ধাৰখিনিকে তাই খুব কোমল মায়াময় সেউজীয়া যেন লাগিল। বন্দনাৰ তেতিয়া মনত পৰি গ'ল কলেজত পঢ়ি অহা স্কট্‌চৰ নাইটিংগেল চৰাইৰ ৰাজ্যখনৰ 'গ্ৰীণ ডাৰ্কনেছ'ৰ কথা। সাধাৰণতে মনলৈ অহা প্ৰায় প্ৰতিটো কথাই বন্দনাই তাৰকক কৈ পেলায়, কিন্তু এই পথটোত সোমাই তাৰ নিৰৱতাখিনি বন্দনাৰ ইমান ভাল লাগি গ'ল যে কথা কৈ তাক ভঙ্গ কৰিবৰ তাইৰ মন নগ'ল। মনটো যেন হঠাতে মোহাবিষ্ট হৈ গ'ল।

কিন্তু সেই অদ্ভুত আন্ধাৰৰ পথখিনি বেছি দীঘলীয়া নহ'ল। অলপ দূৰ গৈয়ে সিহঁত এডোখৰ মুকলি ঠাইত ওলালগৈ। তাৰ বাটটোৰ এদাঁতিত গাঁওখনৰ সৰু সৰু খেৰৰ ঘৰবোৰ।

বন্দনাহঁত গাঁওখনৰ ভিতৰ সোমালহি।

ইমান পৰৰ নিৰৱতা ভাঙি তাৰক দত্তই এইবাৰ বন্দনাৰ মুখৰ ফালে চাই মিচিকিয়া হাঁহি এটা মাৰি সুধিলে—'কেনে লাগিছে বন্দনা ?'

অলপ হাঁহি বন্দনাই উত্তৰ দিলে—'বেছ ভাল লাগিছে। ইমান পানী দিয়াৰ পাছতো আমাৰ চীজন ফ্লাৱাৰবোৰ আৰু ঘাঁহনিডৰা কেনেকৈ শুকাই গৈছে নহয়—ফাগুন মাহৰ ৰুক্ষতা আমাৰ প্ৰায় প্ৰতি গছবিলাকতে ফুটি ওলাইছে। অথচ ইয়াৰ অযত্ন পালিত গছ-বনবোৰলৈ চোৱাঁচোন—এনে যে সেউজী সমাৰোহ চাৰিওফালে, চকু জুৰ পৰি যায় দেখিলে। সেইটো বাৰু কি ফুলৰ গোন্ধ আহিছে ? এনে মন মতলীয়া কৰা গন্ধ মই আগতে পোৱাই নাছিলোঁ—'

বন্দনাৰ কথা ঠিকেই—তাৰকে নিজেও গাঁওখনত ভৰি দিয়াৰ লগে লগে সেই ফুলৰ অপৰ্য্যাপ্ত সুবাস পাইছিল। কিন্তু বন্দনাৰ দৰে তেওঁৰ কাৰণে গন্ধটো অচিনাকি নাছিল, নাকত

লগাৰ লগে লগেই তেওঁ বুজিছিল যে সেইটো ৰবাৰ টেঙাৰ ফুলৰ গন্ধ। এতিয়া তেওঁ নামটো বন্দনাক কোৱাৰ লগে লগে তাই কৈ উঠিল—'কি আচৰিত কথা—ইমান সাধাৰণ মিঠা গন্ধ। গাঁওবোৰৰ বোধহয় এইটো এটা বিশেষত্বই—চোৱাচোন প্ৰত্যেকটো সৰু আৰু সাধাৰণ বস্তুকে কি ধুনীয়া লাগিছে। সৌ যে খেৰৰ ঘৰত ছালত পাৰবুৰি পৰি আছে, লাউ বগাইছে, পৰিষ্কাৰ বগা চোতালখনত দামুৰি পোৱালিটোৰ লগত অকণমান ল'ৰাটোৱে খেলা কৰিছে, বুঢ়াটোৱে চোতালৰ এমূৰত বহি ধপাত হুপি আছে—এই সকলোবোৰ সৰু সৰু দৃশ্যই যে কি অপৰূপ লাগিছে তোমাক কি কম'—

কথা কৈ কৈ সিহঁত দুয়ো গাঁৱৰ মাজেৰে আগবাঢ়িছিল। তাৰ পাছত আৰু কিছুদূৰ গৈ সিহঁত এনে এডোখৰ ঠাইত ওলালগৈ য'ৰ পৰা বাটটো দুফালে ভাগ হৈ গৈছে। তাৰে এটা বাট গৈছে গাঁৱৰ ঘন বসতি অঞ্চলৰ ফালে আৰু ইটো বাট কিছু-দূৰ গৈ এখন সৰু হাবিৰ দৰে ঠাইত সোমাই পৰিছেগৈ।

তাৰক ৰৈ গ'ল।

'এইবাৰ কোন ফালে যাবা বন্দনা?'

'মানুহ থকা ফালে যাবলৈ আৰু ভাল লগা নাই, এই লুংলুঙীয়া হাবিৰ বাটটোৰে অলপ গৈ থাকোঁ ব'লাচোন, ক'ত ওলাব পাৰি'—

'ব'লা তেন্তে'—তাৰকে আকৌ খোজ ললে।

আকৌ আৰম্ভ হ'ল সেউজী আন্ধাৰৰ সমাৰোহ। এইবাৰ বাটটোৰ দুয়ো দাঁতিত অকল বাঁহৰ জোপাবোৰেই আগুৰি থকা নাছিল, তাৰ লগে লগে আছিল অজস্ৰ বনৰীয়া গছৰ জোপোহা—সেইবোৰে বাটটো দুয়োফালৰপৰা এনেকৈ হেঁচি ধৰিছিল যে ফলত বাটটো আৰু ঠেক হৈ পৰিছিল। তাৰক আৰু বন্দনা দুয়োৰো গাৰ কাপোৰ সেই গছবোৰত ঘঁহনি খাই গৈছিল। তাৰে কিছুমানত আকৌ অজস্ৰ সুগন্ধি

ফুল ফুলি ঠাইখন আমোলমোলাই ৰাখিছিল। সূৰ্য্যৰ পোহৰ তেতিয়া ম্লান হৈ আহিছিল। সেই ম্লান পোহৰ আৰু শেঁতা পৰি গৈছিল, যাঁহ গছবোৰে ঠাইখন আগুৰি থকা বাবে। তথাপি তাৰ পাতবোৰৰ ফাকেৰে দুই এটা পোহৰৰ ৰেখা আহি বনৰীয়া গছবোৰৰ পাতবোৰৰ অ'ত ত'ত সিচঁৰতি হৈ পৰিছিল। তেতিয়াও ফিকফিকৰীয়া বতাহ বলিয়েই আছিল আৰু এনে লাগিছিল যেন হালিজালি থকা পাতবোৰত উঠি সোণালী ম্লান ৰ'দৰ ৰেখাবোৰেও বতাহৰ তালে তালে নাচি আছে।

সেইফালে চাই চাই বন্দনাৰ মনটো হঠাত আবেগেৰে উথলি উঠিল—তাই তেতিয়া গুণগুণাই গাই উঠিল'—। 'এইতো ভালো লেগেছিলো আলোৰ নাচন পাতায় পাতায়।' এটা মাত্ৰ ৰবীন্দ্ৰ সঙ্গীতৰ কলি, কিন্তু তাৰকৰ এনে ভাব হ'ল—সেই এটা গানৰ কলিতেই যেন সমস্ত নিৰ্জন বননি সঙ্গীতৰ মূৰ্ছনাৰে ঝংকৃত হৈ উঠিল। ইমান পৰে সেই নিস্তব্ধ যাঁহৰ জাৰণিখন অকল এটা দুটা নামহীন চৰাইৰ মাতেৰেহে মুখৰিত হৈ উঠিছিল, এতিয়া বন্দনাৰ গানৰ ঝংকাৰৰ লগত চৰাইৰ গান মিহলি হৈ ঠাইখনত এটা অদ্ভুত মায়া জালৰ সৃষ্টি কৰিলে। ইফালেতো বতাহৰ ৰি্ৰৰিৰণিয়ে বনৰীয়া ফুলৰ সুগন্ধ ছটিয়াই চাৰিও দিশ আমোলমোলাই ৰাখিছিলেই।

তাৰক যেন মুগ্ধ বিস্ময়ত হতবাক হৈ গ'ল—ঘৰৰপৰা মাত্ৰ এক ফাৰ্লং মান দূৰৰ গাঁও এখনে কি অপৰূপ বনৰীয়া শোভাকে যে সিহঁতক এনেকৈ আকুল কৰি থোৱা নাছিল।

বন্দনাই তাৰকৰ ফালে মূৰ তুলি চাই মুগ্ধ হাঁহিৰে ক'লে—'একে বাৰে নন্দন কানন যেন লাগি গৈছে নহয়?'

উত্তৰত তাৰকে ওমৰখৈয়ামৰ কবিতা এফাঁকি আবৃত্তি কৰিলে—

বন্দনাই একো নামাতিলে, সম্মোহিতৰ দৰে তাৰকৰ লগে লগে আগবাঢ়ি গৈয়ে থাকিল।

হঠাতে এবাৰ দুয়োকাষৰ বননি প্ৰায় শেষ হৈ গ'ল। সিহঁত দুটাই মুগ্ধ বিস্ময়ত চমকি উঠি দেখিলে সম্মুখতে এখন অকণমানি শীৰ্ণ সোণালী নৈ। প্ৰায় অস্তমিত সূৰ্য্যৰ ৰঙা ৰেখাবোৰ নৈৰ ঢৌবোৰত পৰি তিৰবিৰাই আছে। অতি নিজান আৰু স্বচ্ছ পনীৰ সৰু নৈ এখন। ইপাৰৰ হাবিৰ সলনি সিপাৰে এখন অতি বিস্তীৰ্ণ প্ৰান্তৰ, প্ৰথমে বহুত দূৰলৈ এটা বহল বালিচৰ আৰু তাৰ সিফালে এখন পথাৰ। বালিচৰটোৰ অ'ত ত'ত কিছুমান ঝাউ গছৰ জোপা, তাৰো পাতবোৰত বতাহৰ তালে তালে ৰ'দে নাচিছিল। সিপাৰৰ গাওঁৰ বোধহয় দুজনী গাভৰু ছোৱালীয়ে নৈলৈ পানী নিবলৈ আহিছিল, এতিয়া কলহত পানী লৈ উভতিছে দুয়োকো দূৰৈৰ পৰা ক'লা ছিলুৱেটৰ ছবি দুখন যেন লাগিছে। নাম নজনা চৰায়ে মাজে মাজে চিঞৰি উঠি আবেলিৰ সেই নৈৰ নিজান পৰিবেশৰ বিৰাট প্ৰাকৃতিক নিস্তব্ধতা ভঙ্গ কৰাতকৈ আৰু বেছি প্ৰকট কৰিহে তুলিছিল। এতিয়া নৈখনৰ মুখামুখি হৈ বন্দনাই হঠাত চিঞৰি উঠিল—'আয়ৈ দেহি, কি ধুনীয়া নৈ। মোৰ মৰি মৰি যাবৰে মন গৈছে। খুব বেছি ভাল লাগিলে বন্দনাই সদায়ে তেনেকৈ কয়।

তাৰকে বন্দনাৰ মুখখনলৈ চাই পঠিয়ালে আৰু তেওঁৰ মনটো যেন অলপ উচপ্ খাই উঠিল। বন্দনা সঁচায়ে এখন ধুনীয়া মুখৰ অধিকাৰী, কিন্তু এতিয়া এই মুহূৰ্ত্তত তাৰকে তাইৰ মুখত এনে এক অদ্ভুত অপাৰ্থিৱ সৌন্দৰ্য্য প্ৰতিফলিত হোৱা আবিষ্কাৰ কৰিলে যে তেওঁৰ অন্তৰখন কিবা এক আবেগেৰে মণ্ডিত হৈ উঠিল; কিন্তু এইজনী বন্দনা যেন প্ৰত্যহৰ তেওঁৰ অতি চিনাকি বন্দনা নহয়, এইজনী যেন কোনোবা অচিন পুৰীৰ এক অপৰিচিতা মোহময়ী নাৰী। তাৰক অবাক হৈ গ'ল। আকৌ বন্দনাৰ এই অভাৱনীয় সৌন্দৰ্য্যই তেওঁৰ মনত এক বিচিত্ৰ আবেগৰো সৃষ্টি কৰিলে, আনন্দ আৰু পুলকত

তেওঁৰ মনটো উজলি উঠিল। কিন্তু অলপ সময়ৰ পাছতে তাৰকে মন কৰিলে যে বন্দনাৰ মুখখনলৈ চাই চাই তেওঁৰ অন্তৰখন লাহে লাহে বিষাদাচ্ছন্ন হৈ উঠিছে। তাৰক আকৌ এবাৰ অবাক হৈ গ'ল—হঠাত কিয় তেওঁৰ মনটো এনেকৈ সেমেকি উঠিল।

তাৰকে এটা দীঘল হুমুনিয়াহ এৰিলে। তেওঁৰ মনৰ ভিতৰৰ পৰা কোনোবাই যেন কৈ উঠিল—বন্দনাৰ মুখৰ যি আবেগ-মণ্ডিত ভাব সমৃদ্ধ কৰি তুলিলে তাৰ আয়ুস মাত্ৰ অলপ সময়ৰহে। তাৰ পাছতেই সন্ধিয়াৰ আন্ধাৰ নামি আহিব, সেই আন্ধাৰে ধীৰে ধীৰে বন্দনাৰ মুখৰ এই অপাৰ্থিৱ সৌন্দৰ্য্য গ্ৰাস কৰি পেলাব। সিহঁত তেতিয়া ঘৰলৈ উভতিব আৰু ঘৰত তেওঁ যিজনী বন্দনাক লগ পাব সেই বন্দনাৰ মুখত এতিয়াৰ এই শেষ আবেলিৰ অপৰূপ মায়াময় সৌন্দৰ্য্যৰ আৰু কোনো চিহ্নই অৱশিষ্ট নাথাকিব। সংসাৰৰ প্ৰাত্যহিক তুচ্ছতাই দস্যুৰ হিংস্ৰতাৰে সেই সৌন্দৰ্য্য অপহৰণ কৰি লৈ যাব। অৱশ্যে সিহঁত দুটা হয়তো আকৌ কোনো এক বিয়লি বেলিকা, কিন্তু কোনো এক কিয়, যদি বন্দনাৰ আজিৰ এই উৎসাহ অৱশিষ্ট থাকে —হয়তো কালিয়েই আকৌ এই বিয়লি বেলাৰ অপৰূপ সুন্দৰ নৈৰ পাৰলৈ ফুৰিবলৈ আহিব। তাৰ পিছদিনাও আহিব। কিন্তু তেতিয়াও জানো আজিৰদৰে একেদৰেই প্ৰকৃতিৰ এই বিপুল অনিৰ্বচনীয় সৌন্দৰ্য্য তোলপাৰ কৰি দিব পৰাকৈ আবেগ-মণ্ডিত হৈ বন্দনাৰ মুখত প্ৰতিফলিত হ'ব। ওহোঁ, তাৰ বোধ হয় কোনো আশা নাই—তাৰকে মনৰ ভিতৰতে মূৰ জোকাৰে। লাহে লাহে দিনবোৰ বাগৰি যাব, সিহঁত মাজে মাজে এই নৈখনৰ পাৰলৈ ফুৰিবলৈ অহাটো হয়তো এটা অভ্যাসত পৰিণত হ'ব। আৰু তাৰ পাছত? এদিন সিহঁতে আবিষ্কাৰ কৰিব যে নৈখনৰ পাৰলৈ ফুৰিবলৈ আহি বেছ ভাল লাগি থাকিলেও কেনেবাকৈ এদিন ইয়াৰ অভিনৱত্ব হেৰাই

গৈছে। তেতিয়া হয়তো দৈনন্দিন জীৱনৰ গতানুগতিকতাৰ দৰেই এই বসন্ত কালৰ আবেলিৰ ৰঙা বোল সনা পানীৰ নৈ-খনেও তাৰ অনিৰ্বচনীয়তা ভালেখিনি হেৰুৱাই পেলাব। বন্দনাও আৰু কোনো দিন ইয়াৰ অপৰূপ ৰূপৰ আবিষ্কাৰত উচ্ছ্বসিত আৰু আবেগবিহ্বল হৈ নুঠিব, আৰু ফলত আজি তাইৰ সমস্ত মুখমণ্ডলত প্ৰকৃতিৰ যি অদ্ভুত মায়াময় ৰূপৰ প্ৰতিফলিত হৈছে তাৰ পুনৰাবৃত্তি আৰু জীৱনত কোনো দিনেই নঘটিব।

'ইমান তন্ময় হৈ কি ভাবিছাহে? ইঞ্জিনীয়াৰ গুচি দেখোন খন্তেকৰ ভিতৰতে কবি দাৰ্শনিকৰ দৰে আপোন পাহৰা হৈ গলা? আন্ধাৰ যে হৈ আহিল দেখা নাই? বনৰীয়া বাট, মোৰ গাটো এতিয়া অলপ চমচমেই কৰি আহিছে, সোনকালে যাওঁ বলা।'

বন্দনাৰ মাত। অলপ চমকিয়েই তাৰকে ষৈণীয়েকৰ ফালে ঘূৰি চালে। অতি সহজ সাধাৰণ বন্দনাৰ মাত। অলপ আগৰ আবেগৰ কোনো সুৰেই তাত বাজি নুঠিল। তাৰকে এটা দীৰ্ঘশ্বাস এৰিলে আৰু তাৰ পাছত তেৱোঁ সহজ মাতেৰে ক'লে—'ব'লা।' মনৰ ভিতৰত কিন্তু তেওঁ প্ৰায় আৰ্তনাদ কৰি উঠিল—অলপ আগতে দেখা বন্দনাজনী ইমান সোনকালে ক'ত হেৰাই গ'ল বাৰু?

# হৰিৰ মাক

অতুলানন্দ গোস্বামী

মাজৰ বাৰাণ্ডাত পাৰি থোৱা মূঢ়াকেইটা, ওচৰত এসোপা তামোলৰ বাকলিৰে স'তে বটাটো আৰু কাষতে সেইদিনাৰ কাগজখন জুপি জুপি চাই থকা মাক দেখিয়ে বুজিছিলোঁ এইমাত্র কোনোবা আলহী উঠি গৈছে। সুধিলোঁ মাক—কোননো আহিছিল। কাগজৰ পৰা মূৰ নদঙাকৈয়ে মাই কৈছিল—"হৰিৰ মাক ; এয়া গৈছেহে।"

নগৰৰ মাজতে বুলিব পাৰি। ট্রাঙ্ক ৰোডৰ কাষতে কেইটামান বিহাৰী মানুহৰ ঘৰ আছে। সিহঁতৰ ব্যৱসায়—পুৰণি বস্তা কিনি, তালি-টাপলি মাৰি আকৌ বেচা। তাৰে কিছুমান দ'ম হৈ আছে বাহিৰে ভিতৰে। গৰু-গাই নাই যদিও সচৰাচৰ হোৱাৰ দৰেই সিহঁতৰ উপস্থিতি বা অৱস্থিতিয়ে ঠাই ডোখৰ দুৰ্গম কৰি থৈছে। সেইবোৰৰ মাজত নো থাকে কেনেকৈ সিহঁতেহে জানে। সিহঁতৰ ঘৰকেইটাৰ কাষেদি পিছফাললৈ সৰু বাট এটা গৈছে। বাটত ওপৰেদি বস্তা বেপাৰীহঁতে নিতৌ থোৱা কাঁহীবাটিৰ ছাই-চিকটিৰে ক'লা পানী এধাৰ অবিৰাম বৈ থাকে। সেইধাৰ দেই গলে আৰু এটা জুপুৰি ঘৰ পায়। সৰু ঘৰ। সেয়ে সন্মুখৰ ঘৰ কেইটাৰ তুলনাত নিকা। পৰিবেশটোও মুকলি। পত্ৰলিতে ছুজোপা পাত বাহাৰ গছ। বাড়ি ঘৰৰ মুধমান পাইছেগৈ। সেইটো ঘৰতে নিতাই ড্ৰাইভাৰ থাকে। বহুত দিনৰ পৰা আছে। নিতাই ড্ৰাইভাৰক চিনি নাপায় এনে মানুহ নগৰখনত নায়েই বুলিব পাৰি। কাৰণ নগৰ খনৰ প্ৰত্যেকঘৰ মানুহতে এবাৰ নহয় এবাৰ বিয়া-বাৰু বা আন তেনে সকাম হৈছেই যোৱা কুৰি-পঁচিছ বছৰে। নহলেও ওচৰৰ ঘৰততো হৈছে। তেতিয়া মিউনিচিপেলিটিৰ বিৰাট

ঢোলটোত পানী আনি দিয়ে নিতাই ড্ৰাইভাৰে। এতিয়ালৈকে পাইপ নবহুওৱা কেইটামান অঞ্চলত দিনৌ পানী যোগান ধৰা কথা বাদেই।

নিচেই নিৰীহ মানুহ। কাৰো লগত দৰকাৰ নহ'লে মাতবোল নকৰে। কেনিও নাযায়। সকামৰ ঘৰত পানী দিবলৈ যাওঁতে ঢোলটোৰপৰা আন ঠাইলৈ পানী ভৰোৱা হয় মানে যিকণ সময় বহে সেইকণ সময়তে কোনোবাই মনত পেলাই মাটিৰ গিলাছ এটাত চাহ এগিলাছ আৰু লুচি-ভাজি যি হয় সেইখিনিতে আনি দিয়েছি। অকণো অসন্তোষ নকৰাকৈ খাই পেলায় নিতায়ে।

নিতাই ড্ৰাইভাৰৰ ঘৈণীয়েকো যায় তেনেকুৱা সকামৰ ঘৰলৈ। ভিতৰ ফালে যায়। বভাৰ তলত বহিবলৈ সঙ্কোচ হয়। অথচ পিছফালে জলপান বিচাৰি শাৰী পাতি থকা সেই মানুহবোৰৰ ফালেও যাব নোৱাৰি। মাজতে খুওৱা ঘৰটো মুকলি যেন দেখিলে কোনোবাই মাতি নি জলপান খাবলৈ দিয়ে। দি কয়—"সোনকাল কৰা দেই, বাই।" নিতাই ড্ৰাইভাৰৰ ঘৈণীয়েকে বৰ করুণ হাঁহি এটা মাৰি সম্মতি জনাই দুখন বা এখন লুচি খাই বাকীখিনি টোপোলা এটা বান্ধি লৈ লৰালৰিকৈ ওলাই আহে।

স্কুলৰেপৰা হৰি মোৰ সহপাঠী। মৃণালো। সেইবুলি সিহঁত দুয়ো যে মোৰ নলে গলে লগা বন্ধু সেইটো নহয়। তথাপি দুয়োৰে লগত দুফালৰপৰা মোৰ সহপাঠী হিচাপে থাকিব লগা সৌহাৰ্দ্যখিনি আছিল, যিখিনি হৰি আৰু মৃণালৰ মাজত গঢ়ি উঠিবলৈ কাহানিও সুবিধা নোলাল। এতিয়া বুজিছোঁ, তাৰ কাৰণ আমি তিনিওৰে মাজত থকা সামাজিক ব্যৱধান। মই মৃণালহঁতকৈ ভালে মান তলৰ আৰু হৰিহঁতকৈ কিছু ওপৰ স্তৰৰ মানুহ। আমাৰ স্তৰৰ মানুহেৰেই সাধাৰণ সমাজবোৰ গঠিত। সেইবাবে, সংখ্যাগৰিষ্ঠ বুলিয়েই হওক বা আন কাৰণেই হওক মৃণালহঁত আমাৰ লগত মিলিব লগাত পৰে আৰু মিলেও। সেইখিনিতে হৰিহঁতৰ অসুবিধা। অসুবিধা মানে সি স্কুলত আৰু কলেজত থকাছোৱালৈকে সেইখিনি সময়ৰ কথা কৈছোঁ।

কলেজত দুবছৰ নে এবছৰ পঢ়ি মৃণালে কলেজ এৰি দিলে। মানুহ বোলাবলৈ সিহঁতক ডিগ্রী নালাগে। পঢ়া এৰিলে যদিও পাছলৈ তাৰে মোৰে মাজত মিলা-প্রীতি অলপ বাঢ়িছিল ; দুয়ো বাজহুৱা অনুষ্ঠানবোৰত, বিশেষকৈ সাংস্কৃতিক অনুষ্ঠানবোৰত লাগি-মেলি দিছিলোঁ বাবে। হৰি সেইবোৰৰপৰা আতঁৰত আছিল। ওচৰ চপাৰ সুবিধাও নাপাইছিল সি।

নিতাই ড্রাইভাৰে বহুত কষ্ট আৰু ধৈর্য্যেৰে হৰিক কলেজলৈকে টানি নি মাজতে এৰি দিলে। পাছৰ ছোৱা হৰিয়ে নিজে যত্ন কৰি পঢ়িলে। নিতাই ড্রাইভাৰৰ ল'ৰা বুলিয়েই তাৰ নিজৰো মনত সঙ্কোচ কাহানিও মাৰ যোৱা নাছিল। আৰু সেইবাবে সি কাহানিও কাৰো ঘৰলৈ যোৱা নাছিল। সহপাঠী কাৰো ঘৰলৈ সি কাহানিও যোৱা নাছিল একমাত্র আমাৰ ঘৰৰ বাহিৰে। আৰু গৈছিল "বীণাপাণি" মেছলৈ। তাত থকা আঁতৰৰ পৰা অহা ল'ৰা কেইজনে হৰিৰ গাত একো মচিৰ নোৱৰা সাঁচ দেখা নাছিল বাবে বেলেগ চকুৰে চোৱা নাছিল।

আমাৰ ঘৰলৈ সি আহিছিল মাই অলপ মৰম কৰা বাবে। মাৰ মৰমত অলপ পুতৌ সনা আছিল নেকি আমি কোনেও বিশ্লেষণ কৰিবলৈ যোৱা নাছিলোঁ।' আন আন বন্ধু-বান্ধৱ আহিলে যেনেকৈ আহে, হৰিও ঠিক তেনেকৈয়ে আহিছিল। সেয়ে তাৰ ক্ষেত্রত অলপ ঘন।

আমি দুয়ো যেতিয়া বি-এ, দিবলৈ ওলালোঁ তেতিয়াই হৰিৰ ওপৰত দুই চাৰিজন লোকৰ চকু পৰিছিল এইবুলি যে নিতাই ড্রাইভাৰৰ ল'ৰায়ো বি-এ দিব পৰা হৈছে।

হৰিৰ প্রস্তাৱ মতেই আমি পৰীক্ষাৰ আগতে কিছুদিন একেলগে পঢ়িছিলোঁ। বেছিভাগ আমাৰ ঘৰতে। কেতিয়াবা হৰিহঁতৰ ঘৰতো। সিহঁতৰ ঘৰলৈ মই গলে নিতাই ড্রাইভাৰৰ ঘৈণীয়েকে বৰ উথপ্‌থপ্‌ লগায়। পিছলৈ অৱশ্যে মোক সাধাৰণ ভাৱেই গ্রহণ কৰিব পৰা হৈছিলগৈ।

ছয়ো পাছ কৰিলোঁ। বি-এ পাছ কৰাৰ পিছত হৰিৰ মুখলৈ নতুন পোহৰ এটা আহিল। নিতাই ড্ৰাইভাৰৰ ল'ৰাই বি-এ পাছ কৰিলে, সেইটো এটা খবৰ হৈ পৰিল নগৰখনত। কোনোবাই সুধিলে নিতাই ড্ৰাইভাৰে হাঁহি এটা মাৰি সন্তুষ্টি প্ৰকাশ কৰে। উপযাচি বহুতে উপদেশ দিলেহি, পাৰিলে পুতেকক আৰু পঢ়ুৱাবলৈ। নিতাই ড্ৰাইভাৰে একো নকৈ উত্তৰত হাঁহি এটাহে মাৰে। নিতাইৰ বোধকৰোঁ মাজে মাজে সন্দেহ হয় হৰিয়ে ডিগ্ৰী পোৱা কথাটোত। কেতিয়াবা নিশ্চয় সপোন সপোন যেন লাগে। মৃণালৰ দেউতাকে এদিন ধৰি নিতাইক ৰাখিলে অলপ। ৰাখিব নালাগেই। তেখেত-সকলক দেখিলে নিতায়ে নিজে ট্ৰেক্টৰখনৰ বেগ কমাই দিয়ে। মুৰটো দোঁৱায়। সেইদিনাও খন্তেক ৰৈ মৃণালৰ দেউতাকলৈ নমস্কাৰ এটা জনাইছিল। মৃণালৰ দেউতাকে সুধিলে—"কি অ', তোৰ ল'ৰাই বোলে বি-এ পাছ কৰিলে?" উত্তৰত নিতাই ড্ৰাইভাৰে তাৰ সেই হাঁহিটো মাৰিলে। "ভাল হৈছে। বৰ ভাল পালোঁ।" মৃণালৰ দেউতাকে ক'লে। নিতাই যেন পমি গ'ল। "এতিয়া ক'ৰবাত মাষ্টৰী-চাষ্টৰী এটা বিচাৰিবলৈ ক।" মৃণালৰ দেউতাকে বুজালে। যেন মাষ্টৰীটো ড্ৰাইভাৰী কৰা বা আন তেনে কামৰ লগৰে কিবা এটা। নিতাই ড্ৰাইভাৰে মুখেৰে একো নমতাকৈ 'ভাল বাৰু' বুলি কোৱাৰ ভঙ্গীতে মূৰটো দোৱাঁই হাঁহি এটা মাৰি গুচি গ'ল।

মাষ্টৰী কৰিবলৈ লগোঁ মই। ভাইকেইটাৰ দায়িত্ব ল'ব লগা হোৱা বাবে চাকৰি বিচাৰিব লগা হ'ল। হৰিয়ে কিন্তু খুব সাহ কৰি এদিন গুৱাহাটীলৈ গুচি গ'ল। এম্-এত নাম লগাই ল'লেগৈ।

পৰীক্ষাৰ খবৰ ওলোৱাৰ পাছত এদিন আমাৰ ঘৰত চাহ খাওঁতে মায়ে হৰিক প্ৰস্তাৱ এটা দিছিল মাকক এদিন লৈ আহিবলৈ আমাৰ ঘৰলৈ। সেই আলমতে আহিছিল এদিন নিতাই ড্ৰাইভাৰৰ ঘৈণীয়েক। চুবুৰীয়া মানুহ আহিলে মাৰ লগত মাজৰ বাৰাণ্ডাত যেনেকৈ মাজত তামোলৰ বটা লৈ মুঢ়া পাৰি বহে তেৰোঁ বহিছিল। আৰু সেই

আদৰকণেই বোধকৰোঁ নিতাই ড্ৰাইভাৰৰ ঘৈণীয়েকৰ কাৰণে প্ৰথম আৰু নতুন অভিজ্ঞতা আছিল নগৰৰ সমাজত। মাই অৰংশ্বে সমানে বহি তামোল-ছালি খাইছিল যদিও কৌটিকলীয়া সংস্কাৰৰ বাবেই হবলা নিতাই ড্ৰাইভাৰৰ ঘৈণীয়েকক আপুনি বুলিব পৰা নাছিল। মাৰ স্তৰৰ মানুহ কোনেও তেওঁক আপুনি বোলা নাই কাহানিও।

আমাৰ যোগেদিয়ে বোধকৰোঁ নিতাই ড্ৰাইভাৰৰ ঘৈণীয়েকে এটা নতুন স্বীকৃতি পালে। আৰু তাৰো মূলতে আছিল হৰিয়ে বি-এ পাছ কৰা খবৰটো। সেয়ে নহয়, সি যে তাতোকৈয়ো উধাই এম-এ পঢ়িবলৈ গৈছে সেই বিৰাট খবৰটো।

এদিন আৰু এটা কথা জানি বৰ ভাল লাগিল। মাই ও শুনি হাঁহি দিলে। নিতাই ড্ৰাইভাৰৰ ঘৈণীয়েক হৰিৰ মাক হৈ গ'ল। কথাটো প্ৰথম শুনিলোঁ উকিলনী আইতাৰ মুখত। আমাৰ ঘৰলৈ নিতাই ড্ৰাইভাৰৰ ঘৈণীয়েক আহিছিল। উভতি যাওঁতে বোধকৰোঁ আইতাই দেখিলে। মই গধূলি ফুৰিবলৈ ওলাই যাওঁতে বাটতে ধৰি আইতাই সুধিছিল—"এতিয়া কোন গ'লহে, তোমালোকৰ ঘৰৰ পৰা, হৰিৰ মাক নেকি ?"

হৰিয়ে গুৱাহাটীত চাৰ্কৰি এটা যোগাৰ কৰি ল'লে, ৰাতি কৰিব পৰা। মোলৈ লিখিছিল। তাৰেই হেনো ভালকৈ চলিলে চলিব পাৰিব দুবছৰ। মই যি দৰে পাৰোঁ উৎসাহ দিলোঁ। চিঠিত মাৰ কথাও এষাৰ লগাই দিলে সি বৰ ভাল পায়। মাৰ ওপৰত তাৰ এটা বেলেগ শ্ৰদ্ধা হৈছিল। তাৰ সেই শ্ৰদ্ধাক সম্মান কৰি ময়ো তাৰ মাকৰ খা-খবৰ কৰি থাকোঁ। সেয়ে আমাৰ মাজত এটা ওচৰ সম্পৰ্ক গঢ়ি তুলিলে। হৰিৰ মাকে কেতিয়াবা নগৰখনত থকা আমাৰ সম্পৰ্কীয় মানুহবোৰৰ খবৰো লয়। আৰু তেওঁলোকেও গম পাইছিল যে হৰিৰ মাক সবহদিন নিতাই ড্ৰাইভাৰৰ ঘৈণীয়েক হৈ থাকিব নালাগে আৰু।

মোৰ ভাই কেইটাৰ পৰীক্ষাবোৰত ইউনিভাৰ্চিটিৰ কাগজপত্ৰবোৰ

হৰিয়ে খবৰ কৰি দিছিল। খবৰ ওলাওঁতে টেলিগ্ৰামো কৰিছিল। মই বি-টি পঢ়িবলৈ যোৱাৰ কথা এটা ওলাওঁতে সি যত্ন কৰি বহুত খবৰ কৰি দিছিল। মাজতে আহি তাৰ নিজৰ ভনীয়েকজনীকো এম্-ই স্কুলৰপৰা হাইস্কুললৈ ট্ৰেন্সফাৰ লোৱাই দিছিল। তায়ো মাজে মাজে আহে আমাৰ ঘৰলৈ আজিকালি।

নিতাই ড্ৰাইভাৰে নিজৰ চাকৰি সেইদৰেই কৰি আছে। মুখত নীৰৱ হাঁহিটোও আছে। মৃণালৰ দেউতাকে হেনো এদিন ঠাট্টা কৰি কৈছিল, "তই সেইখন চলাবলৈ এৰি দে আৰু! পুতেৰ প্ৰফেচাৰ হৈ আহিব এতিয়া, তই ড্ৰাইভাৰ হৈয়ে থাকিবিনে?" নিতাই ড্ৰাইভাৰে একো নকৈ হাঁহি এটাহে মাৰিলে।

গৰমৰ বন্ধত কেইদিনমানৰ বাবে আহিও হৰিয়ে আটাই কেইদিন পাক একোটা মাৰিছিল আমাৰ ঘৰলৈ। মাৰপৰা পৰামৰ্শ লৈ ঘৰটোৰ কোঠালী এটা বঢ়ালে। পদুলিটো ভাল কৰিলে আৰু মিউনিচিপেলিটিৰ চেয়াৰমেনলৈ দৰখাস্ত এখন কৰিলে দেউতাকক ড্ৰাইভাৰ চাকৰিটোৰ পৰা একৰাই টেক্স ডাৰোগা কৰি দিবলৈ।

আমাৰ ঘৰত মাজে মাজে আলোচনা হয় হৰিৰ বিষয়ে। ৰবকৈ উচ্ছ্বাস প্ৰকাশ নকৰিলেও আটায়ে যে তাৰ ভাল হ'লে ভাল পায় সেইটো বুজিব পাৰি। মই আশা কৰোঁ—'হৰিয়ে ইয়াৰে কলেজত সোমাব পাৰিলে বৰ ভাল হয় পাই।' হৰিয়ে যে পাছ কৰিবই, তাকো একে বাৰতে, সেই বিষয়ে আমাৰ কাৰো মনত কোনো সন্দেহেই নাই।

এটা সাধাৰণ ল'ৰাই জীৱনৰ কোন বাটেদি কেনেকৈ আগবাঢ়ি একোখন চকুত পৰা ঠাইত উঠেগৈ সেইবিষয়ে এখন নগৰে চিন্তা কৰিব নোৱাৰে। তাৰ আপ্ৰাণ চেষ্টা কাৰো চকুত নপৰে। নিতাই ড্ৰাইভাৰৰ দৰে নগণ্য মানুহ এটাৰ ল'ৰাই পঢ়িছে নপঢ়িছে কোনেও খবৰ কৰিবৰ প্ৰয়োজন বোধ কৰা নাছিল। কিন্তু বি-এ পৰীক্ষাৰ খবৰ ওলোৱাৰ পাছতে দেখা গ'ল বহুতৰে চকুবোৰ যেন থিয় হৈ উঠিছে। কোনেও খবৰটো পাই বেয়া পোৱা নাছিল।

সেইটোও সঁচা। কিন্তু যেন এটা নহ'বলগীয়া কথা হ'ল। বহুতে আলোচনা কৰিলে আৰু সকলোৱে ল'ৰাটোৰ ভাল হোৱাটোকে বাঞ্ছা কৰিলে। তাৰ ফলস্বৰূপে নিতাই ড্ৰাইভাৰৰ ঘৈণীয়েকে স্বীকৃতি পালে হৰিৰ মাক হিচাপে।

হৰিয়ে পাছ কৰি আহি যদি ইয়াৰে কলেজখনত কাম এটা পায় তেনেহ'লে দেখোন সিহঁতৰ জীৱনেই বেলেগ হৈ যাব। নিতাই ড্ৰাইভাৰ কিয়, টেক্স ডাৰোগা হৈও থাকিব নালাগিব। আৰু বিয়াই সবাহে কোনেও তেওঁক ট্ৰেক্টৰখনতে চাহ এগিলাছ যাচিবলৈ নাহিব। ঘৈণীয়েকেও চুচুক-চামাকৃকৈ ভিতৰলৈ সোমাই লৰালৰিকৈ অকলে জলপান খাই ওলাই আহিবৰ দৰকাৰ নাথাকিব। আন আন তিৰোতাৰ লগতে ৰভাৰ তলত বহিলে সকলোৱে হৰিৰ মাক বা হৰি প্ৰফেচাৰৰ মাক বুলি সমাজৰ এগৰাকী হিচাপে মানি নলৈ নোৱাৰিব। এই কথাবোৰ ওলালে আমাৰ ঘৰত সকলোৱে ভাল পায়।

হৰিৰ মাকৰ মুখখনো দিনে দিনে এটা নতুন আশাই পোহৰাই দিয়া যেন দেখিলোহঁক। আগৰ সঙ্কোচবোৰ একেবাৰে আঁতৰা নাই যদিও আমাৰ ঘৰলৈ আহিলে বহুত কমা যেন লাগে। উকিলনী আইতাইও এদিন তেওঁক আমাৰ ঘৰত লগ পাই ভালকৈ কথা পাতি যোৱা দেখিলোঁ। তথাপি মই দিয়া প্ৰস্তাৱ এটাত অমান্তি হৈ হৰিহঁতৰ ঘৰলৈ মা নগ'ল। সেই সংস্কাৰটো আমি কোনেও কটাব পৰা হোৱা নাই এতিয়ালৈকে।

হৰি গুৱাহাটীত থকা দুবছৰে নগৰখনৰ বহুত পৰিৱৰ্ত্তন হ'ল। বহুত মানুহ বাঢ়িল, নতুন অফিচ, নতুন কামৰ ঠাই নতুন কাৰবাৰে বহুত নতুন মানুহ আনিলে নগৰখনলৈ। তিনিবছৰৰ আগতে সাজিবলৈ লোৱা লাইব্ৰেৰীটো সম্পূৰ্ণ হ'ল। কলেজৰ অডিটৰিয়ামটো সম্পূৰ্ণ হ'ল। আমাৰ স্কুলত চায়েন্স বিল্ডিংটো সম্পূৰ্ণ হ'ল। গুৱাহাটীত হৰিহঁতৰ ক'ৰ্ছ সম্পূৰ্ণ হ'ল। পৰীক্ষালৈ দুমাহ নে তিনিমাহহে বাকী।

মই চিঠিপত্ৰ দি থাকোঁ। তাৰপৰা সেইদৰে উত্তৰহে নাপাওঁ। সেইবাবে মই আক্ষেপ নকৰোঁ। তাৰ পঢ়াৰ হেঁচাৰ কথা ভাবি। ক'ৰবাত কেতিয়াবা চিঠি এখন দিলেও ছুটামান শাৰীতে শেষ কৰে। সেইবাবে মই বৰ আচৰিত হোৱা নাছিলোঁ। যদিও ভাষাৰ পৰিৱৰ্ত্তন এটা লক্ষ্য কৰিছিলোঁ। তাকো আওকাণ কৰি ভালকৈ পৰীক্ষাটো দি থৈ আহিবলৈ কৈ দৰকাৰ হ'লে টকা-পইচাৰ কথা লিখিবলৈকো লিখিলোঁ। তালৈ। তাৰ অভাৱতে চিঠি পত্ৰৰ ভাষা বেলেগ হৈছে বুলি মোৰ মিছা ধাৰণা এটা হৈছিল।

কাৰণ সেইটো প্ৰমাণ কৰি হঠাৎ এদিন হৰি আহি ওলালহি আমাৰ ঘৰ। আমি অবাক হলোঁ। অবাক হলোঁ পৰীক্ষালৈ আৰু মাত্ৰ দহদিন আছে বুলি জানি। তাৰ মুখত কেবাদিনো নুখুৰোৱা ডাঢ়ি দেখি সিমান আচৰিত হোৱা নাছিলোঁ। বহুত ল'ৰাই পৰীক্ষাৰ সময়ত ৰাখেই ডাঢ়ি সেইদৰে। কি কথা, কি বস্তৰা সুধিবলৈ নৌ পাওঁতেই হৰিয়ে নিজেই ক'লে— "নহ'ল বুইছা বাবুল, পৰীক্ষাটো দিব নোৱাৰিলোঁ আৰু।" মোৰ মুখৰ মাত হৰিল। কিয় বুলি সুধিবলৈ লৈ ভাবিলোঁ, পঢ়া ভাল নহ'ল বোধকৰোঁ। অহা বছৰত দিব চাগৈ। তাকে সোধোঁতে হৰিয়ে তাৰ দেউতাকৰ হাঁহিটো মাৰি ক'লে— "এনেয়ে নিদিলোঁ আৰু।"

আমি আটাইবোৰ আচৰিত হ'লোঁ। তাৰ চিঠিৰ ভাষাৰ পৰিৱৰ্ত্তনটো সেইদিনা বেছিকৈ অনুভৱ কৰিলোঁ, আমি, মানে মায়ে ময়ে দুয়ো দুয়োৰে মুখলৈ চালোঁ—যেতিয়া দেখিলোঁ একো মাতবোল নকৰাকৈ হৰিয়ে একে ঠৰে চোতালত থকা নাৰ্জীফুলজোপালৈ চাই আছিল।

প্ৰথম দিনা একো বুজিব নোৱাৰিলোঁ। যিদিনা বুজিলোঁ সেইদিনা আমাৰ ঘৰতো আটাইবোৰৰে মুখবোৰ গধুৰ। মানুহৰ আশাক চূৰমাৰ কৰি কৰি ভালপোৱা বিধাতাৰ লগত চিনাকি

হ'বৰ মন গৈছিল মোৰ। নিতাই ড্ৰাইভাৰৰ মোলান নপৰা করুণ হাঁহিটোলৈ মনত পৰিল। হৰিৰ মাকৰ আশাই উজলোৱা মুখখনলৈ মনত পৰিল। হৰিৰ ভনীয়েকজনীৰ নতুন কাপোৰ সাজলৈ মনত পৰিল, আৰু মনত পৰিল হৰিৰ মাকে পোৱা সমাজৰ নতুন স্বীকৃতিটোলৈ।

হৰিৰ মূৰৰ বিকাৰ হৈছে।

কিয় হ'ল, কেনেকৈ হ'ল কোনেও ক'ব নোৱাৰে। পাৰিলেও খবৰ কৰোঁতা কোনো নাই। কিছু দিনৰ পাছত মই নিজে এবাৰ যত্ন কৰিছিলোঁ। তাক চিকিৎসা কৰোৱাৰ কিবা ব্যৱস্থা এটা পাৰিলে কৰি চাবলৈ। একো নোৱাৰিলোঁ। নিতাই ড্ৰাইভাৰে বেজ লগাই চালে তুবাৰ নে এবাৰ। লাভ নহ'ল একো। ঠিক পাগল বুলি ক'ব নোৱাৰি। এনেয়ে জলকা লাগি থাকে। মাত বোল নকৰে। খাবৰ ইচ্ছা নকৰে। একো কৰিব নোখোজে, আৰু গধূলি হ'লেই বাটে বাটে ঘূৰি ফুৰে।

তুই এদিন তুই এঠাইত আলোচনা হোৱা শুনিলোঁ। সকলোৱে ল'ৰাটোৰ অৱস্থা দেখি বেজাৰ কৰিলে। আশাহত হোৱা পৰিয়ালটোৰ প্ৰতি সমবেদনা জনালে। সেইবোৰত আন্তৰিকতাও আছিল। কিন্তু কোনেও তাৰ চিকিৎসাৰ বিষয়ে একো চিন্তা কৰা নেদেখিলোঁ।

হৰিৰ মাক তুবাৰ আহিছিল তাৰ পাছত আমাৰ ঘৰলৈ হুৰাওৰাৰে কান্দিলে, পঢ়িবলৈ দি ল'ৰাটোৰ মূৰ খোৱা বুলি আক্ষেপ কৰি। তাৰ পৰা আৰু অহা নাই। এৰিয়েই দিলে আহিবলৈ। হৰিৰ ভনীয়েকজনীয়ে স্কুল এৰি দিলে। এৰা নাই নিতাই ড্ৰাইভাৰে তেওঁৰ চাকৰিটো আৰু তেওঁৰ মুখৰ সেই হাঁহিটো।

হৰিক সকলোৱে পাহৰি পেলালে। সদায় দেখি থকা তাৰ মুখখনলৈ কোনেও আজিকালি কৌতূহলেৰে নোচোৱা হ'ল। আবেলি সি বাটে বাটে ঘূৰি ফুৰাটো নগৰৰ এটা সাধাৰণ গতানুগতিক ঘটনা

হৈ পৰিল। কেতিয়াবা আঁতৰৰ পৰা অহা মানুহক স্থানীয় এজোকজনে তালৈ আঙুলিয়াই মাত্র কয়—"বৰ বেয়া লাগে বুইছেনে ল'ৰাটোলৈ। জানেনে সি গ্রেজুৱেট!" "গ্রেজুৱেট? কি হ'ল তাৰ? "এ নক'ব আৰু..."বুলি যিমান দূৰ জানে হৰিৰ বুৰঞ্জী বিবৰে।

তাৰ প্রায় ছুবছৰৰ পিছত আমাৰ মামাৰ ছোৱালীজনীৰ বিয়া। মামাই নগৰৰ ঘৰত ল'ৰা-ছোৱালী থৈ বাগানত কাম কৰে। বিয়াখন সেইবাবে আমিয়ে পাতিব লগা হৈছিল। বৰ ব্যস্ত আছিলোঁ আটাইকেইদিন, ৰভা পৰলা দিয়াৰ পৰা ছোৱালীক লগা কাটাক্লিপ বিচৰালৈকে কেউফালে চকু দিব লগা হৈছিল।

ৰান্ধনি ঘৰৰ বাৰাণ্ডাইদি মাইকী মানুহ বহা ৰভাৰ কাষেদি বন্ধা ৰভাখনলৈ যোৱা বাট, সেইফালেদিয়ে মাইকী মানুহবোৰ বেছিভাগ অহা যোৱা কৰা বাবে বাটটো অলপ ঠেক ঠেক যেন লগা হৈছিল। তাকো ঠেক কৰিছিল বিশেষ কথা পাতিবলৈ থিয় হৈ থকা মৃগেনহতঁৰ জুমটোৱে। তামোল-চাহ দি থকা ছোৱালীকেইজনীৰ পৰা মাজে মাজে তামোল পাণ বিচাৰি খাই, কোন কেতিয়া আহিল, কেতিয়া যাবগৈ ইত্যাদি দৰকাৰী কথা সুধি, মাইকীমানুহৰ ৰভাৰ তলত কোনখিনিত কি থকাহেঁতেন ভাল হ'ল হেঁতেন সেই বিষয়ে গধুৰ আলোচনা কৰি তেওঁলোকে বহুত সময় তাতে থিয় হৈ থকা বাবে অলপ অসুবিধা হৈছিল সকলোৰে। গধুলি হৈ অহাৰ লগে লগে বহুতে কথাটো উপলব্ধি কৰিছিল। কিন্তু কোনেও তেওঁলোকক মুখেৰে কথাটো ক'ব পৰা নাছিল। মামীয়ে কথাটো লক্ষ্য কৰি এবাৰ কোনোবা এজনক কৈছিল হ'বলা, মোক ক'বলৈ সুবিধা ওলাল এবাৰ। ক'ৰবাৰ মাইকীমানুহ এজনীয়ে বাৰাণ্ডাতে বেৰৰ ফালে মুখ কৰি বহি জলপান খাই আছে। মামীয়ে মোক ক'লে—"চা চোন বাবুল, বাটটো বৰ জঞ্জাল হৈ আছে। দৰা আহিবৰো হ'বই এতিয়া, সৌ তেওঁলোকো যাওক, এই বাইজনীকো লাগে যদি আৰু অলপ জলপান দি সোনকালে পঠিয়াই দি বাটটো আজৰি কৰি দেচোন। এই মেজখন একেবাৰে পায়খানাৰ কাষত থৈ আহগৈ।" কথাষাৰ

মৃগেনহঁতেও শুনিছিল বাবে মই প্ৰথমতে বহি থকা মানুহজনীৰ ওচৰলৈ গলোঁ। সুধিলোঁ—"হ'লনে বাই, আৰু কিবা অলপ দিম নেকি? সোনকাল কৰা আৰু'।" অলপ কেৰাহিকৈ ঘূৰি চাই মানুহজনীয়ে মাত লগালে—"অ' বাবুল...।" মই থৰ হৈ গলোঁ। গাটো জিকাৰ খাই উঠিল মাতষাৰ শুনি। লাজত নিজৰ মুখতে চৰ মাৰি দিবৰ মন গ'ল। সেয়া হৰিৰ মাক!

মই একো মাতিব পৰা নাছিলোঁ। হৰিৰ মাকেই কথা কৈছিল। "তোমাৰ মামাৰৰ ঘৰ বুলিহে আহিছিলোঁ। মামীয়েৰে চিনি নাপাই ইয়াতে জলপান খাবলৈ দিলে। এই কেইটা ঘৰলৈ লৈছোঁ। তোমাৰ মাৰাক নেদেখিলোঁৱেই। কেনিবা কামত আছে চাগৈ। মোক বাহিৰত থৈ আহিব পাৰানে বাবুল! অকলে ৰভাখনৰ তলেৰে যাবলৈ বেয়া লাগে বাবেই বৈ আছোঁ।"

মোৰ কান্দি দিম যেন লাগিছিল। মাতো নামাতোঁকৈ কলোঁ "টোপোলাটো মই লওঁ।" দিব খোজা নাছিল হৰিৰ মাকে। প্ৰায় কাঢ়িয়েই ললোঁ। এবাৰ ভাবিলোঁ ভঁৰাল ঘৰৰ পৰা সৰহকৈ কিবা কিবি অলপ বান্ধি আনোগৈ নেকি! সাহ নহ'ল। "আহক" বুলি আগ বাঢ়িলোঁ। মাইকীমানুহৰ বভাৰ মাজেদিয়েই। হৰিৰ মাকে ওৰণিখন দীঘলকৈ লৈ মোৰ পিছে পিছে ওলাই আহিল।

গেট পাৰ কৰি এক ফাৰ্লংমান আঁতৰত থৈ ঘূৰি আহিলোঁ। আকৌ সেইফালেদিয়েই ভিতৰলৈ সোমাই আহোঁতে পুতুলৰ মাকে ঠাট্টা কৰি সুধিছিল—"বাবুলে দেখোন নিতাই ড্ৰাইভাৰৰ ঘৈণীয়েকক বৰ আথে বেথে আগবঢ়াই থৈ আহিলাগৈ; কিবা কথা আছে নেকি?"

# মৰম

ইমৰান শ্বাহ

ইচ্ছা কৰিয়েই ঘৰলৈ খবৰ দিয়া নাছিলোঁ।

হঠাৎ আহি ভুটুংকৈ ওলালে ঘৰে ঘৰোৱাহ মানুহ সাংঘাতিক আচৰিত হ'ব। মায়ে চুকুৰ—আল্‌হাম ছুলিল্লাহ বুলি মোক ভালে কুশলে ঘৰৰ ল'বা ঘৰলৈ ফিৰাই অনা বাবে আল্লাক ধন্যবাদ জনাবলৈকো হয়তো প্ৰথমতে এখন্তেক পাহৰি থাকিব। খবৰ এটাও দি নহা বাবে নাজিয়াই যে প্ৰথমতে কি ৰূপ দেখুৱাব মই কল্পনা কৰিবলৈকে টান পাইছিলোঁ। তাত থাকোঁতে কামৰ ব্যস্ততাত শেষৰফালে চিঠি দিয়াত অলপ সেৰেঙা হওঁতে ইয়াৰেপৰাই মোক চিঠিৰে থকা-সৰকা কৰি থৈছে। এইবাৰ নেমাতিবই লাগিলে। চিঠিত ইমান কথা ক'ব পৰা নাজিয়াজনীয়ে মুখেৰে ইমান কম কথা কয় ভাবিলে মোৰ আচৰিত লাগে। আৰু আঞ্জুমনটো। সিতো মোক চিনিকে নেপায়। মইতো তাক দেখাকেই নাই। নাজিয়াই আব্বাজান বুলি চিনাই দিলে সি বাৰু চিধা মোৰ কোলালৈ আহিবনে? কি ঠিক, মই ল'ব খুজিলে লাগিলে সি কান্দিয়েই দিব। বৰ এটা হ'ব পায় সি। এই মাহতেতো তাৰ তিনি বছৰ পুৰা হ'ব। নাজিয়াৰ মতে সি হেনো সাইলাখ মোৰ দৰে হৈছে। নাজিয়াৰ হয়তো সেয়া দৃষ্টিদোষ।

সুদূৰ কচ দেশলৈ সগৰ্ভা নাজিয়াক এৰি থৈ যাবলৈ মোৰ কম কষ্ট হোৱা নাছিল। কিন্তু নাজিয়াক চাবাচ নিদি নোৱাৰি। তায়েই মোক সাহস দিলে। একেআষাৰে মোৰ ছমহীয়া নব-বিবাহিতা পত্নী নাজিয়াই মোক কৈছিল: আৰে,

সেই বুলি তুমি কিয় নেযাবা? মানুহ ৰণলৈও যাব লগা হয়। তুমিতো ৰণলৈ ওলোৱা নাই। খোদাই তোমাক হেকাজতেৰে সৈতে ফিৰাই আনিব। খোদাই তোমাক এই সুবিধা দিছে। এৰিব নেপায়, যোৱা। আমাৰ বাবে চিন্তা নকৰিবা। তুমি য'তেই থাকা তোমাৰ দোৱাঁ আমাৰ লগত থাকিব। মাইৰ পাক-কদমৰ ছাঁত আমাৰ একো ভয় নাই।

সেইদিনা নাজিয়াৰ ভিতৰি ভিতৰি কান্দি উঠা অন্তৰখন আৰু বাহিৰত ফুটি উঠা ওঁঠৰ নামহীন হাঁহিৰ তুলনা কৰিব খুজি চমকি উঠিছিলোঁ। এই কাৰণেই বোধহয় নাৰীৰ নাম নাৰী।

ইন্দো-ৰাছিয়ান কালছাৰেল্ ৰিলেশ্বন্ শ্বিপৰ এটা বৃত্তি পাই চাৰে তিনি বছৰৰ আগতে ঘৰ এৰি গুচি গৈছিলোঁ বিচ্ মিল্লাহ বুলি। খোদাৰ ফজলে সুকলমে কৰ্ত্তব্য সমাধান কৰি উভতি আহিছোঁ। আহিয়েই গুৱাহাটীত কামত জইন কৰি দুদিনৰ কাৰণে ঘৰলৈ আহিছোঁ। এমাহৰ পিছতে গৰমৰ বাবে বন্ধ হ'ব কলেজবোৰ। গতিকে বিচনা-পাতি লৈ অহা নাই। চুটকেচটো মাত্ৰ। মাইক তচলিম এটা কৰি আঞ্জুমনক এবাৰ চাই আৰু নাজিয়াৰ অভিমানৰ মিঠা অত্যাচাৰখিনি উপভোগ কৰি আকৌ যামগৈ। বন্ধত থকাকৈ আহিম। সেইবাৰ পাৰিলে মাইহঁতক লগতে লৈ যাম। দুঠাইত দুখন ঘৰ হ'লে আমাৰদৰে কলেজ শিক্ষকৰ চলা টান।

চাৰিটা বজাতে বেলখন আহি পোৱাৰ কথা। কিন্তু বাটতে এই বিপদ হ'ব বুলিনো জানো কেনেকৈ? লামডিঙত আহি ৰেলখন ৰ'ল যি ৰ'ল এতিয়া লৰচৰ নকৰে। নামি সোধা-মেলা কৰাত খবৰ পোৱা গ'ল বোলে ট্ৰেইন তাতে কেইঘণ্টা ডিটেইন কৰি থাকিব লগা হয় পাত্তা নাই। বিশ্বস্ত সূত্ৰে হেনো মণিপুৰ ৰোডৰ নামনিত নগা বিদ্ৰোহীয়ে আমনি কৰাৰ কিবা গুং পোৱা গৈছে। গতিকে মিলিটেৰী এচ্ কোৰ্ট আহি নেপায় মানে আমি লামডিঙতে বন্দী হৈ থাকিব লাগিব।

ফলত শিৱসাগৰ ষ্টেচনত যেতিয়া আহি নামিলোঁ তেতিয়া ৰাতি দোভাগ। আমাৰ কণমান ষ্টেচনটোত ৲ বোধহয় মইহে অকলে নামিলোঁ। আৰু কোনোবা নামিছিল যদিও ধৰিব নোৱাৰিলোঁ। ৰেলখন পাচ্ দিবলৈ অহা ৰেলৰ কৰ্মচাৰী এজনকো এবাৰেই যি দেখিলোঁ। ঘূৰি আৰু নেদেখিলোঁ। কেনিবা হাৰা হৈ গ'ল।

ষ্টেচনৰপৰা আমাৰ ঘৰলৈ বাটছোৱা তিনি মাইলৰ অলপ বেছি। মৰনৈ কিনাৰত। গতিকে এই ৰাতি এতিয়া যোৱা যায় কেনেকৈ ভাবি মহা মস্কিলত পৰি গলোঁ। বিক্সা এখনো পোৱাৰ কোনো আশা নাই। আশে পাশে মানুহো কোনো নাই। এবাৰ ভাবিলোঁ; ৰাতিৰ বাকী কেইঘণ্টা প্লেট ফৰ্মতে কটাই পুৱা গ'লেই ভাল হয় নেকি? কিন্তু মনটোৱে নেমানিলে। তিনি মাইল বাট খোজ কাঢ়ি যাওঁতে খুব বেছি এঘণ্টা লাগিব। তাৰ বাবে? যি হয় হ'ব বুলি চুট কেচটো তুলি ললোঁ।

গেটখন পাৰ হৈ ঘাই আলি পাৰ হৈ ঘাই আলিত ভৰি দিয়ে দেখিলোঁ এটা মানুহ, হাতত এটা লেম লৈ গেটৰ ওচৰতে ৰৈ আছে। গাত এটা ওলোমা কামিজ আৰু এখন নীলা লুঙী। আঁঠুৰ দুই ইঞ্চি মান তললৈকে নমাই পিন্ধা। লেমটো বৰকৈ ধোঁৱাই চিমনীৰ তলডোখৰ মাত্ৰ অক'মান পোহৰ হৈ আছে। মুখ দেখা নেযায়। তথাপি মোৰ এনে লাগিল যেন ৰৈ থকা মানুহটোৰ অবয়বটো মোৰ চিনাকি।

কোন? সেয়া আমাৰ সৰু-মইনা নহয়নে?

সৰু মইনা বুলি মোক মাত্ৰ কেইজনমান মানুহে মাতিছিল। তৎক্ষণাত মাততে চিনি পালোঁ এয়া আমাৰ ৰমজান। কিন্তু আচৰিত! এই বুঢ়া মানুহজন ঘৰৰপৰা এই তিনি মাইল দূৰৰ ষ্টেচনত এই তিনিপৰীয়া ৰাতি কেনেকৈ ক'ৰপৰা ওলাবহি পাৰে!

কিন্তু ৰমজান, তুমি ইয়াত কেনেকৈ ?

খোদাৰ মৰ্জি ! কেনেকৈ ওলালোঁহি কম বাৰু ; চাওঁ আগে মোক চুটকেচটো দিয়া । ইমানটো চুটকেচ তুমি নিবা কেনেকৈ মইনা ?

মই মৃদু আপত্তি কৰা সত্ত্বেও ৰমজানে মোৰ হাতৰপৰা চুটকেচটো ললে । আমি আগ বাঢ়িলোঁ । আগে আগে ৰমজান । পিছে পিছে মই । ৰমজানৰ এহাতে চুটকেচ, আন এহাতে লেম । মই মন কৰিলোঁ ৰমজানটো একদম বুঢ়া হৈ গৈছে । মই যাওঁতেই বেছ টক্‌টকীয়া হৈ আছিল । হাঁহি হাঁহিয়ে মোক বেলত তুলি দিছিলহি । এতিয়া কিন্তু মানুহটো যথেষ্ট কাহিল হৈ পৰিছে । ভৰিবোৰ খীণাই খৰিকাডালহঁত যেন হ'ল । খোজবোৰ যেন ঠৰক্‌-বৰক্‌ । যেন বতাহতে দি গৈছে । অৰণ্যে আগৰ দৰেই "খৰ", হুচ নাইকিয়াকৈ দিয়া । লেমটোৰ পোহৰবোৰ লেতেৰা । তল-ডোখৰ নেদেখি । তলডোখৰত ভৰি নথকা যেন লাগে । ভাৰত চাগে একো পিন্ধা নাই । নহ'লে নিশ্চয় আৱাজ উঠিলেহেঁতেন ।

ইমান এন্ধাৰ কেউফালে ! শিৱসাগৰত বিজুলী যোগান ধৰা বছৰচেৰেক হ'ল । পিছে ব্যৱস্থাৰহে উন্নতি নহ'ল । প্ৰায়ে যান্ত্ৰিক বিজুতি ঘটে । আজিও ঘটিছে ছাগৈ, ক'তো এটিও লাইট জ্বলা নাই ।

তোমালোকৰ ভাল ? ক'তা, ক'লৈ আহিছিলা নক'লা দেখোন !

আমাৰনো আৰু ভাল বেয়া কি মইনা ; কবৰতে থকা মানুহ । আহিছিলোঁ, ষ্টেচনলৈকে, মানুহ এজন নিবলৈ ।

কোনহে ?

অলপ সময় একো নকৈ ৰমজান মনে মনে গৈ থাকিল । যেন কিবা ভাবিছে ।

মোৰ ল'ৰাটোক । পৰহিয়েই হাটলৈ বুলি নাগিনীমৰালৈ গ'ল । আজিও আহি নোলালহি । কালিয়েই আহিব লাগিছিল, বেয়াহে লাগিছে ।

কথাখিনি কওঁতে ৰমজানে অলপ নাৰ্ভাচ কৰি কোৱা যেন লাগিল। বোধহয় পুতেকৰ কাৰণে বৃদ্ধ অলপ উদ্বিগ্ন হৈছে।

আমি আকৌ কেইমিনিটমান নিৰৱে আগবাঢ়িলোঁ।

পিছে, মইনাৰ ভাল নহয়? কাম শেষ হ'ল? দোৱা কৰিছোঁ, খোদাই তোমাক আৰু ডাঙৰ কৰক। আমাৰেই নাম।

বেছতো! কুকুৰ নোদোকা, গৃহস্থৰ যশ। গৃহস্থ নোদোকা কুকুৰৰ যশ কথাষাৰতো ভবাই নাছিলোঁ। হঠাৎ হাঁহি উঠি যাব খুজিছিল মোৰ। কিন্তু পিছ মুহূৰ্ত্তেতে নিজৰ কাষতে নিজে ধৰা পৰি লাজ লাগি গ'ল। আৰু তাৰ পিছত বুকুখন কোনোবা এঠাইত বিষাই উঠা যেন লাগিল। সুসভ্য মানুহ বুলি বঢ়াই কৰোঁ মই; আমি কিন্তু কোন যুক্তিত! কি যুক্তিত! ৰমজানৰ শ্ৰেণী যিখন দেশত আছে সেইখন দেশ স্বাধীনেই নহয়; সভ্য হ'ব কেনেকৈ? স্বাধীনতাৰ চিন কেৱল চৰকাৰত নহয়; সভ্যতাৰ চিন কেৱল সাজ-পাৰ কথা-বাৰ্তাত নহয়।

চাকৰ শব্দটো ব্যৱহাৰ কৰিবলৈ ভাল নেলাগিলেও সত্যৰ খাতিৰত ক'বই লাগিব, ৰমজান আমাৰ ঘৰৰ চাকৰ আছিল। ৰমজান আচলতে ক'ৰ কি মানুহ আমি নেজানো। আব্বাজানে চাহ বাগিচাত চাকৰি কৰোঁতেই পাই লৈ আহিছিল। নামটোও আগে আন কিবাহে আছিল। ৰমজান নাম দি তাক ঘৰত ৰখা হ'ল। ক্ৰমে ক্ৰমে সি পূৰ্ব্বৰ সকলো খচ্‌লত এৰি আমাৰ দৰেই হৈ পৰে। লুঙী পিন্ধা হ'ল। নমাজ-চমাজ নপঢ়িলেও কথা বতৰাত নিভাঁজ অসমীয়া মুছলমান হৈ পৰিল। আমাৰ মাই-আব্বাজান হঁতে কথাৰ মাজত ঢেৰ আৰবী-পাৰ্চী শব্দ ব্যৱহাৰ কৰে। ৰমজানেও সেইবোৰ আয়ত্ত কৰি পেলাই-ছিল। পিছত আব্বা জান হঁতে এজনী কেও নোহোৱা জোলোহা ছোৱালী পাই ৰমজানৰ বিয়া পাতি দিছিল। আমাৰে দিখৌৰ পাৰত থকা এডোখৰ পতিত মাটিত সৰুকৈ ঘৰ এটাও বান্ধি দিছিল। তেতিয়া ৰমজানৰ বয়স ছুকুৰিৰ ওপৰত। কিন্তু

হ'লে কি হ'ব? ৰাতিটো শোৱাৰ বাহিৰে ৰমজানহঁত দিনৰ দিনটো আমাৰ ঘৰতে থাকিছিল। যাৱতীয় কাম কাজ কৰিছিল। খোৱা-লোৱা চব ইয়াতে হৈছিল। বিয়াৰ পাঁচ বছৰৰ মূৰত একমাত্র পুতেক ৰোশনক এৰি ৰমজানৰ ঘৈণীয়েকজনী মৰি থাকে। তেতিয়াৰেপৰা পুতেকক বুকুৰে পিঠিয়ে মানুহ কৰিছে ৰমজানে। ৰোশন মোতকৈ আঠ-দহ বছৰে সৰু হ'ব।

মইনা, তাহানিৰ কথাবোৰ মনত পৰেনে তোমাৰ? মোৰ যে বোকোচাত উঠি ফুৰিছিলা?

পৰেতো! কিয় নপৰিব? উৎসাহ দেখুৱাই মই কলোঁ। আৰু বিশেষ নভবাকৈয়ে কৈ পেলালোঁ—আৰু তোমাক যে আমি জোকাইছিলোঁ 'জোক' কৌছিলা বুলি, সেই কথাও মনত আছে।

এক মুহূর্ত ৰমজান মনে মনে থাকিল। খোজবোৰ যেন অলপ অন্যমনস্ক হৈ পৰিল।

মোৰ বেয়া লাগিল। কথাষাৰ নোকোৱাই ভাল আছিল নেকি? ল'ৰালি কালত মানুহৰ সৰলতাক লৈ ব্যঙ্গ কৰা আৰু ডাঙৰ হৈ সেই কথা দোহৰা সম্পূর্ণ বেলেগ কথা। মানুহৰ সৰলতাক ব্যঙ্গ নকৰি মানুহে শ্রদ্ধা কৰিবলৈ শিক্ষা হ'লে আমাৰ দুনিয়াখন হয়তো ঢেৰ বেছি মিঠা হৈ উঠিলহেঁতেন। ব্যঙ্গৰ আঘাতত সাধাৰণ মানুহৰ পৱিত্র সৰলতা মৰহি যায়।

কিন্তু পিছ মুহূর্ততে ৰমজানে হা-হাকৈ হাঁহিব ধৰিলে। আমি তেতিয়া নিচেই সৰু। তাৰো ভালেমান বছৰৰ পিছত আব্বাজানৰ ইন্তেকাল হৈছে। আব্বাজান বৰ ধেমেলীয়া মানুহ আছিল। আজি কালিতো আমি হাঁহিবলৈ পাহৰি গৈছোঁ। কিন্তু সেই বয়সতো আব্বাজানে সৰু ল'ৰাৰ দৰে একোটা কাৰণ উলিয়াই লৈ হাঁহিবলৈ প্রেৰণা ক'ৰপৰা যে পাইছিল ভাবিলে আচৰিত হ'ব লাগে। আৰু কি হাঁহি। ডেৰ ফার্লং দূৰৰপৰা শুনা যায়। আমি মুছলমান

মানুহে ঘৰত কুকুৰা পোহোঁ। কুকুৰা পুহিলে ঘৰ চোতাল বৰ লেতেৰা কৰে ; এদিন দি গ'ল এজনী কুকুৰাই ছুৰাৰ মুখতে ঠিক জোকটোৰ আকাৰৰ অক'মান। আব্বাজানে ৰমজানক মাতি ক'লে, ৰমজান, এই জোকটো পেলাই দেচোন। ৰমজানৰ মাত তেতিয়াও চিধা হোৱা নাই। অসমীয়া বুজে। কয়ো কওঁতে, কিন্তু কিবা এটা ভাঁজ থাকি যায়। জোকলৈ ৰমজানে ভয় নকৰে। হাতেৰেই পেলাবলৈ গ'ল। কিন্তু জোকটো হাততে লাগি আছিল। হাতখন স্বতঃপ্ৰণোদিতভাৱে নাকৰ কাষলৈ নিয়ে সি কৈ, উঠিল, ওঁহ 'জোক' কৌছিলা। তেতিয়াৰে পৰা আমি জোকাওঁ। সি খেদে। পিছলৈ তাৰ কথা বহুত মানুহতকৈ বেছি পোন হৈ পৰিছিল।

কিন্তু কোনোবাই আমাক জোকালে বা ক'ৰবাত কাজিয়া কৰি মাৰ খাই আহিলে ৰমজানে আমাৰ পক্ষ লৈ ৰণুৱা সাজি ওলায়। মানুহো তেতিয়া ৰমজান বৰ পালোৱান মানুহ আছিল। গাত কোনো বেয়া বদমাচী নাছিল যি নাছিলেই, চাদা ধপাত অক'মানো নেখাইছিল। গাত জোৰ থাকিবই। এবাৰৰ এটা কথা মোৰ মনত আছে। মই সৰুতে ল'ৰাটো অলপ খটাসুৰ আছিলোঁ। মাৰো খাওঁ। মাৰো ও। ৰাতি আব্বাজানে মোৰ টোপনি যোৱাৰ পিছত গাত কিমান দাগ হৈছে লেখি চায়। এবাৰ সাতাইছটা দাগ পাইছিল হেনো। এদিন স্কুলৰপৰা আহোঁতে লগৰে ৰহিম বোলা ল'ৰা এটাক পিটিলোঁ। এজন চাৰৰ জোকোৱা নামটো বোর্ডত মই লিখি থৈছিলোঁ। চাৰে কোনে লিখিছে সোধাত ৰহিমে লগাই দিলে। চাৰে বেতালে। বাটত ধৰি তাক পেলাই লৈ মাৰিলোঁ। মাৰি থাকোঁতেই ক'ৰপৰা জানো ৰহিমৰ বাপেক ওলাই মোক পুতেকক মাৰি থকা পাই ভালমতে কাণ মলা দিলে। এইবোৰ কথা ঘৰত ক'ব নোৱাৰি। ৰমজানক পালি। কৈ দিলোঁ। সেই সময়তে আব্বাজানে আমাৰ ঘৰ লৈ কিনাৰৰ ঘৰটো সজাইছে। আমি ওচৰৰে উলুতলিৰ দদাইটিৰ ঘৰত থাকোঁ। বাগিচাৰপৰা অনা ডাঙৰ ডাঙৰ লোহাৰ খুটা কেইটামান আছিল দদাইটিৰ ঘৰত।

একোটাইঁত হ'ব আছে তিনি মোনীয়া। নতুন ঘৰ সজা ঠাইলৈ সেই-বোৰ হয় গৰু গাড়ীৰে নহয় ছুটা মানুহে নিব পাৰে। ৰহিমৰ বাপেকে মোক কাণ মলা দিয়া শুনি ৰমজানৰ উঠিল খঁাই। আৰু একেচিপে তাৰে একোটা খুটা কান্ধত তুলি ৰহিমহঁতৰ পছুলিৰে নিব ধৰিলে। ৰহিমহঁতৰ পছুলি পাই ধুপকৈ বাটতে খুটাটোহঁত পেলায়। মাটিখন কঁপি উঠে। ৰমজানে মানুহে শুনাকৈ কয়—হোঃ, মোক চিনা নাই। দহটা দহটা মোহাৰিব পাৰোঁ। হোঃ তাগদ্ দেখুৱাইছে!......মোৰ তেতিয়া ভয় লাগিছিল। ভাবিছিলোঁ: ৰমজানক নোকোৱা হ'লেই বোধহয় ভাল আছিল।...

আমি দৰবাৰ ৰোড পালোঁহি। ইমান খৰকৈ গৈছে ৰমজান। মই যথেষ্ট বেগাই গৈয়ো তাৰ সমানে যাব পৰা নাই। মাজে মাজে একেবাৰে অস্বাভাৱিক যেন লাগি গৈছে তাৰ বেগটো। এই বয়সটো সি কেনেকৈ ইমান কোবেৰে যাব পাৰে? অথচ অক'মানো দৌৰা নাই। বাধ্য হৈ শেষত তাক ক'লোঁ, ৰমজান বৰ কোবত গৈছা। অলপ লাহে লাহে ব'লা।

ৰমজানে শব্দ কৰি হাঁহি বেগটো কমাই দিলে।

তাৰ হাঁহিটোৰ অৰ্থ মই সুন্দৰ ৰূপে বুজি পালোঁ।

সৰুতে মোৰ আটাইতকৈ বিপদ হৈছিল তাৰ লগত বজাৰলৈ যাওঁতে। বৰ ওখ হটঙা মানুহ ৰমজান। মোৰ বয়স ছয়-সাত বছৰ। তাতে অলপ সৰু ফুটীয়া। তাৰ লগত বজাৰলৈ যাওঁ কাগজত বস্তুৰ হিচাপ টুকি আনিবলৈ। ৰমজানৰ হিচাপ ভুল হয়। কিন্তু ৰমজান লাহে লাহে গলেও তাৰ লগত মই প্ৰায় দৌৰি যাব লগা হয়। নোৱাৰি পিছত ভাগৰত কান্দো কান্দো হওঁ। ৰমজানে প্ৰথমতে সদায় পাহৰে। পিছত যেতিয়াই কথাটো ধৰিব পাৰে তেতিয়াই বৈ মোক কান্ধত তুলি লয়। এবাৰ কান্ধত তুলি ললে ভৰ বজাৰৰ মাজতো আৰু কেতিয়াও নমাই নিদিয়ে। মোৰ তেতিয়াৰ অৱস্থা কথাৰে বুজাব নোৱাৰি। কাৰো মুখলৈ নেচাইছিলোঁ। পিছলৈ অৱশ্যে কান্ধৰ পৰা নমাৰ কায়দা এটা উলিয়াইছিলোঁ। পিছে লাজ

লগা বাবে সেইকথা মই কেতিয়াও কাকো কোৱা নাই। ৰমজানেও নেজানে '····ৰমজানে কেতিয়াও লাহে লাহে যাব নোৱাৰে।

এই ৰমজান আৰু মই।

ৰমজানক বাদ দি মোৰ ল'ৰালি কাল কিয়, কেৰেচীয়া ডেকাকাল ছোৱাৰো কোনো কথাকে মই ভাবিব নোৱাৰোঁ। ৰমজান মোৰ বিপদৰ বন্ধু। মোৰ সাৰথি। মোৰ আন্অথৰাইজড গাৰ্জেন। বৰষুণ বতৰত ফুটবল খেলি তিতি বুৰি আগত পৰীক্ষাটোলৈতো ৰাতি ঘৰত সোমাব নোৱাৰি! আব্বাজানে বকে। ইফালে ফিল্ড দূৰত। চকুৰে নমনা নোহোৱালৈ নেদিখিলেও হেপাহ নপলায়। গতি ৰমজান। শুকান কাপোৰ লৈ ৰমজান জাৰ্মানী বনৰ জোপাৰ আঁৰত বৈ থাকে। তাতে কাপোৰ সলাই ভাল ল'ৰাৰ দৰে আব্বাজানৰ আগেদিয়ে ভিতৰ সোমাওঁ। কিন্তু তাৰ পিছতো পঢ়াত বহাত পলম কৰিলে বা বহি টোপনিয়ালে ৰমজানে বেলেগ মূৰ্তি ধৰে। আব্বাজানে একো ক'বলৈকে নেপায়—আঢ়ৈতকৈ উধুৱাৰ খচ্‌খচনি চাৰ। যি বকনি তাৰ! সাধাৰণ চাকৰ এটাৰ আস্পৰ্ধাত মই জ্বলি-পুৰি মৰোঁ। কিন্তু উপায়ো নেথাকে। আব্বাজানে মুচুক-মুচুক হাঁহি তাৰ পিনেই হয়ভৰ দিয়ে। এতিয়া ভাবোঁ ৰমজানৰ ঋণ জীৱনত কোনোবা দিনা জানো শোধ কৰা যাব পাৰে।

আমি আহি আহি দৰবাৰ ফিল্ডৰ ঈদ্‌গাহ মৈদানৰ সিমূৰৰ কবৰস্থান পালোঁহি। কবৰস্থানলৈ সৰুতে মোৰ ভয়ানক ভয় লাগিছিল। এতিয়াও অকলে অহা হলে বোধকৰোঁ লাগিল হেঁতেননেকি, ক'ব নোৱাৰোঁ। কিন্তু লগত ৰমজান আছে। ভয়ৰ কাৰণ নাই। এই কবৰস্থানখনত আগেয়ে বগৰী আৰু বেলফৈৰ গছেৰে ঠাহ খোৱা আছিল। ৰমজানে ইয়াৰপৰা বস্তাই বস্তাই বগৰী বেলফৈ নিছিল। ওচৰৰ কেউখন গাঁৱৰ মানুহে বছৰ জুৰি ইয়াৰ বগৰী বেলফৈ শুকুৱাই আচাৰ কৰি খাইছিল। আজি কালি প্ৰায় বোৰ গছেই মৰি-হজি ঢুকাল। থকা দুই এজোপাতো তেনেকৈ নেলাগে। আজি কালি মানুহে কবৰত লাগনি

গছ বাদেই, পাতাবাহাৰ গছো নোৱোৰে। দুই একে মাত্ৰ টকা খৰচ কৰি কবৰ পকা কৰে। ৰমজানৰ লগত বগৰী নিবলৈ সকতে কতবাৰ ময়ো আহিছিলোঁ। তেতিয়া মোৰ সমস্যা হৈছিল ভৰি দিবলৈ ঠাই বিচাৰি উলিওৱা। কবৰ, কবৰ আৰু কবৰ। অথচ কবৰ গচকিব নেপায়। কেতিয়াবা বাচোঁতে বাচোঁতে ঠিক কবৰৰ মাজভাগতে খিয় দি বৈছিলোঁগৈ।

"আচ্ছালামু আলেইকুম ইয়া আহলাল কবুৰ।"

কুবৰস্থান পাই মই কলোঁ। ৰমজান নিৰৱে আগবাঢ়িল।

হঠাৎ মোৰ কাহিনী এটা মনত পৰি গ'ল।

ৰমজানেই কৈছিল। সঁচা মিছা সিহে জানে। আব্বাজানক সুধিছিলোঁ। আব্বাজান মনে মনে থাকিল। একো নক'লে। আব্বাজানৰ কবৰো ইয়াতে আছে। কালিলৈকে এবাৰ জিয়াৰত কৰিবলৈ আহিব লাগিব। মই ভাবিলোঁ।

ৰমজানে কৈছিল। মোৰ কেকাজান এজন আছিল। দহ-বাৰ বছৰমান বয়সত ঢুকাল। কেকাজানক এজন জোনাবে ঘৰত আৰবী পঢ়াইছিল। লগতে সদায় খোদাৰ কথা, দোজখ-বেহেস্তৰ কথা, ফেৰেস্তাৰ কথা, জীনৰ কথা কৈছিল। জীন হেনো জোনাবে দেখিছে। কেকাজানে এদিন ধৰিলে জোনাবক তাকো জীন দেখুৱাব লাগিব। জোনাব মান্তি নহয়। কেকাজান নাছোড়বান্দা। শেষত জোনাবে এদিন দেখুৱাবলৈ ৰাজি হ'ল।

নিৰ্দিষ্ট দিনা জোনাব আৰু কেকাজান গৈ কবৰস্থানৰ দাঁতিত বৈ আছে। জোনাবৰ নিৰ্দেশমতে কেকাজানে এটুকুৰা নিৰ্দিষ্ট ঠাইলৈ চাই আছে। জোনাবে মুখেৰে কিবা পঢ়ি আছে। হঠাৎ দেখা গ'ল সেই ঠাইত লাহে লাহে এটা ক'লা মূৰ্তি আবিৰ্ভাৱ হৈছে। মেঘে ঢকা জোনৰ পাতল পোহৰ। আকৃতিটো মাত্ৰ দেখা গৈছে। জোনাবে ফুচ্‌ফুচাই ক'লে—দেখিছ। কলিমা পঢ়ি থাক।

কেকাজানৰ হা-না কৰিব পৰা মনৰ অৱস্থা নাছিল।

এনেতে হ'ল এটা অপ্রত্যাশিত কাণ্ড। প্ৰথমটো ছায়া মূৰ্তি গুলোৱাৰ ঠিক ওচৰতে আন এটা কবৰৰ কাষতে লাহে লাহে আবিৰ্ভাব হ'ল আন এটা মূৰ্তি। লগে লগে দেখোন জোনাবে কেকাজানৰ হাতত ধৰি ভিৰাই মাৰিলে দৌৰ। আৰু পিছে পিছে ছুয়োৰে জীনে আহিলে খেদি। ভয়ত কেকাজানৰ পিছত হেনো তীৰকঁপে জ্বৰ উঠিছিল। জোনাবৰ অৱস্থাও তথৈবচ। ৰমজানে কৈছিল—উবহী গছৰ ওৰ হেনো পিছতহে ওলাইছে। জোনাবে কেকাজানক জীন দেখুৱাৰ বোলা কথা বাহিৰৰপৰা ৰমজানে শুনি আছিল। সেয়ে নিৰ্দিষ্ট দিনা আগৰেপৰা গৈ লুকাই আছিলগৈ। সময়ত জোনাবে দেখোন গৈ অন্য এটা মানুহ তাত থৈ কেকাজনক লৈ গ'লহি। কেকাজানে জীন দেখিছিল ঠিকেই। কিন্তু ৰমজানো থিয় দিলত জোনাবৰ হিচাপ গণ্ডগোল হৈ গ'ল আৰু হাইবত খাই দিলে দৌৰ। লগে লগে একো বুজিব নোৱাৰি ছুয়ো জীনে......

ৰমজান, কেকাজানে জীন চোৱা তোমাৰ মনত আছেনে? —ভাবিছিলোঁ ৰমজানে হাঁহিব। হাঁহিলেও ঠিকেই। কিন্তু অতি ভয় লগা ভাৱে বিষন্ন সেই হাঁহি। ক'লে—মইনা, নাদান মানুহে জীন ফেৰেস্তাৰ কথা কেনেকৈ বুজিব? আল্লা মেঘৰনে্ সকলোৰে ভাল কৰিব।

বাটৰ মাজতে ৰৈ দিবৰ মন গৈছিল মোৰ। এই ৰমজান সেই ৰমজান। সেই 'জোক কৌছিলা' ৰমজান। নিজৰ কাষতে মোৰ লাজ লাগিছে। মোৰ বয়স বাঢ়িল। অঞ্জুমনৰ বয়স বাঢ়িছে। কিন্তু মনটো মোৰ বোধ হয় চালুকীয়াই হৈ আছে। অথচ সেই ৰমজান গভীৰ যেন কোনো দাৰ্শনিক হৈ গৈছে ইতিমধ্যে।

হঠাৎ মনলৈ আহিল একেবাৰে বেলেগ এটা কথা। হয়তো একোৰে লগত সম্বন্ধ নথকা এটা কথা। এফাঁকি কবিতা:

চুবহ্ কি ভুলা অগৰ্ শাম ঘৰ লৌট্ আয়ে
তু উন্‌চে ভুলা নহী কহতে......

পৃথিৱীলৈ আহোঁতে আমি কি হৈ আহিছিলোঁ, ইয়াত কি কৰিলোঁ সেইটোতো কোনো ডাঙৰ কথা নহয়। ডাঙৰ কথা হ'ল কি হৈ আমি উভতি গলোঁ।......

আমি বাকীছোৱা বাট নিৰবেই আহি আমাৰ ঘৰৰ পদূলি পালোঁহি।

মইনা, চুটকেচটো লোৱা। মই যাওঁগৈ।

কিয়? নোসোমোৱা!

নাই, এতিয়া যাওঁ। বহুত দেৰি হ'ল।

ৰমজান গ'লগৈ। মই এখন্তেক চাই সোমাই গলোঁ। ৰমজান গৈছেগৈ। ভৰি দুখন ইমান খীণ। লেমৰ পোহৰ ইমান লেতেৰা। ভৰি দুখন পূৰাকৈ নেদেখি। মাটিত পৰা নাই যেন লাগে। যেন বতাহতে......

মোক দেখি চব অবাক। শুলেও মাইৰ টোপনি যোৱা নাছিল। প্ৰথমটো মাতত্তে—সৰু মইনা—বুলি উঠি আহিল। নাজিয়াক জগালে। উখহা উখহা চকুৰে নাজিয়াও উঠি আহিল।

ইমান ৰাতি তই অকলে......মায়ে কৈছিল।

অকলে নহয় মাই—মই কৈ উঠিলোঁ,—আমাৰ ৰমজানক পালোঁ। পুতেকক ষ্টেচনৰপৰা আনিবলৈ গৈছিল। নাগিনীমৰালৈ গ'ল হেনো। পিছে নাহিল।

ৰমজান? পুতেকক?

মাই আৰু নাজিয়াই কোনে কোনটো শব্দ ক'লে মই ধৰিবই নোৱাৰিলোঁ। নাজিয়া থপ্ কৰে চকী এখনত বহি পৰিল।

কেলৈ? কি হ'ল?

ৰোশনটো তই যোৱা বছৰেই কলেৰা হৈ মৰিল। মাই ক'লে, সেই বেজাৰতে বলিয়াৰ দৰে হৈ নেথাই নবৈ ৰমজানো যোৱা বছৰ এনেকুৱা সময়তে ঢুকাল। আমিয়েই কাম কাজ কৰিলোঁ। তই বিদেশত দুখ পাবি বুলি তোলৈ লিখা নাই। সিহঁতৰ ঘৰটোও এইবাৰ নৈয়ে নিলে।

লবালবিকৈ মই ওলাই আহিলোঁ। ৰমজানে বৰ বেগাই খোজ কাঢ়ে যদিও ইমান পৰে এক ফার্লঙৰ বেছি নিশ্চয় যোৱা নাই। দূৰত নিশ্চয় লেমটো দেখিম। থকা হলে দেখিলোঁহেঁতেন জকল। নৈৰ পাৰৰ ৰমজান হঁতৰ, ঘৰলৈকে এইছোৱা একেবাৰে মুকলি। কিন্তু মাত্র এন্ধাৰহে দেখিলোঁ। ভালুকৰ নোমৰদৰে ডাঠ ক'লা এন্ধাৰ।

সোমাই আহিলোঁ। মাই চকী এখনত বহিবলৈ দি দকদ পঢ়ি মোৰ মূৰে গায়ে ফুৰাই দিব ধৰিলে। নাজিয়াক ক'লে, কোনোবা হাজি চাহাবে আনি দিয়া মক্কাৰ আবে-জমজম অলপ আনি খাবলৈ দিবলৈ। নাজিয়ালৈ চালোঁ। বেচেৰীৰ মুখখন চাদা কাগজ এখনৰ দৰে হৈ গৈছে। কিয় জানো, মোৰ কিন্তু অকণো ভয় নেলাগিল। হাঁহি মাৰি নাজিয়াক কলোঁ, ভয় নকৰিবা নাজি। ৰমজান নেক-দিলৰ মানুহ আছিল। মোক পুত্রেকৰ দৰেই মৰম কৰিছিল।......ব'লা অঞ্জুমনক চাওঁগৈ......

# ফুলজাৰি

শ্ৰী পদ্ম বৰকটকী

মানুহজনৰ কথাত আন্তৰিকতা আছিল। চিন্তান্বিত মুখখনত নিজে প্ৰতাৰিত হোৱাৰ বেজাৰ জিলিকি পৰিছিল। এই ডাঙৰ ব্যৱসায়ী প্ৰতিষ্ঠান টোক ৰাজ্যিক চৰকাৰে প্ৰায় এক কোটি টকা ধাৰলৈ দিছে। কথা আছিল, স্থানীয় মানুহক চাকৰি দিব ব্যৱসায়ী প্ৰতিষ্ঠান-টোৱে। এতিয়া কিন্তু সকলোৱে আহি কয়হি যে তাত এজনো অসমীয়া মানুহক চাকৰি দিয়া হোৱা নাই। আগৰজন মন্ত্ৰীয়ে কিবা টকা-পইচা খাই সেই চুক্তিকে নাকচ কৰি গ'লনেকি বাৰু? একো আচৰিত নহয়। সেয়ে হলেও সেই কথা ৰাইজৰ জ্ঞাতাৰ্থে তদন্ত কৰি উলিয়াব লাগিব। নহলে বৰ্ত্তমানৰ মন্ত্ৰীজনৰ এনেয়ে বদনাম হ'ব। বৰ্ত্তমানৰ মন্ত্ৰীজনা সৎ মানুহ; তেওঁ এইবোৰ কথা সহ্য কৰিব নোৱাৰে। ৰাইজৰ প্ৰতিনিধি হৈ আহি তেওঁ ৰাইজক প্ৰতাৰণা কৰাৰ নিচিনা অসৎ কাম কৰিব নোৱাৰে।

তলমূৰ কৰি চিন্তা কৰি থকা মন্ত্ৰীজনাই মূৰ দাঙি সন্মুখত বহি থকা ডেকা কেইজনক ক'লে: 'বাৰু, তোমালোকৰ কথা মই বিশ্বাস কৰিছোঁ। এই বিষয়ে নিজে মই ব্যক্তিগতভাৱে তদন্ত কৰিম। আৰু যদি সিহঁতে সঁচাকৈয়ে অসমীয়া মানুহক চাকৰি দিয়া নাই, তেন্তে তাৰ ব্যৱস্থা মই কৰিম।'

এইবুলি মন্ত্ৰীজনাই ওচৰতে থকা প্ৰাইভেট চেক্ৰেটৰীক ক'লে: 'ৰাধা ইণ্ডাষ্ট্ৰিজক খবৰ দিব লাগে, তেওঁলোকৰ প্ৰতিষ্ঠানটো মই অহা দুই তাৰিখ সোমবাৰে চাবলৈ যাম। সোমবাৰে যাব পাৰিম নে নাই প্ৰোগ্ৰেম চাওকচোন'।

প্ৰাইভেট চেক্ৰেটাৰীয়ে এনগেজমেণ্টৰ তালিকা চাই ক'লে যে

সেই ইণ্ডাষ্ট্ৰী থকা চহৰখনতে পুৱা ন বজালৈ কংগ্ৰেছ কৰ্মীৰ লগত আলোচনা আছে আৰু সন্ধ্যা চাৰে পাঁচ বজাত মন্ত্ৰীয়ে তাতে নতুন কংগ্ৰেছ ভৱনটো মুকলি কৰিব লাগিব।

: 'ঠিক আছে। তেন্তে আমি দহ বজাত যাম সেই ইণ্ডাষ্ট্ৰীজলৈ আৰু তাত পাঁচ বজালৈকে থাকিম। সকলো খবৰ তন্ন তন্নকৈ লৈ আহিব লাগিব। আপুনি আজিয়েই জনাই দিয়ক।'

মন্ত্ৰীৰ সন্মুখত বহি থকা অভিযোগকাৰী ডেকা কিজনে সকাহ পালে। এই নতুন মন্ত্ৰীজনাৰ ওপৰত ৰাইজৰ বিশ্বাস এই কাৰণেই বানপানী বঢ়াদি বাঢ়িছে। ডেকাকিজনে আনন্দ মনেৰে বিদায় ললে।

যথা সময়ত উদ্যোগৰ কৰ্মকৰ্ত্তাৰপৰা উত্তৰ আহিল। উদ্যোগৰ মালিক আৰু শ্ৰমিক উভয় পক্ষৰপৰা আদৰণি জনাই মন্ত্ৰীক আমন্ত্ৰণ কৰিলে। জনালে যে দুই তাৰিখ সোমবাৰে মন্ত্ৰীৰ পদাৰ্পণে উদ্যোগটোক নতুন শক্তি যোগাব। ইমান কথাৰ মাজতো নতুন উদ্যোগ এটাক নিজৰ উপস্থিতিৰে উৎসাহ দিবলৈ নাপাহৰাটো মন্ত্ৰীৰ নিচিনা প্ৰকৃত দেশপ্ৰেমিক, ৰাইজৰ সৎ প্ৰতিনিধি আৰু অক্লান্ত কৰ্মীৰ পক্ষেহে সম্ভৱ।

নিৰ্দিষ্ট দিনত চহৰৰ পৰা তিনি মাইল দূৰত থকা উদ্যোগৰপৰা দুখন দামী মটৰ গাড়ীত দুগাড়ী তিৰোতা চহৰত মন্ত্ৰী থকা ঠাইলৈ আহিল। সেই তিৰোতাসকলৰ লগত উদ্যোগৰ কৰ্মকৰ্ত্তাৰ স্ত্ৰী আৰু দুহিতাও আছিল। মন্ত্ৰী ওলাই আহিলত সকলোৱে থিয় হৈ অভিবাদন জনালে। কৰ্মকৰ্ত্তাৰ পৰিবাৰে মন্ত্ৰীক নিজৰ গাড়ীত তুলি ললে; নিজে আৰু গাভৰু জীয়েক মন্ত্ৰীৰ দুয়ো কাষে বহিল। সুগন্ধি মছলা থকা তামোলৰ শৰাই গাড়ীৰ ভিতৰতে মন্ত্ৰীৰ আগত দাঙি ধৰিলে। মন্ত্ৰীৰ গালত লাগি থকা সূতাৰ সৰু টুকুৰা এটা কৰ্মকৰ্ত্তাৰ জীয়েকে কোমল আঙুলিৰে আঁতৰাই দিলে। উদ্যোগৰ-পৰা অহা এখন গাড়ী আগে আগে গ'ল; তাৰ পাছে পাছে মন্ত্ৰী উঠি যোৱা গাড়ীখন; তাৰ পাছে পাছে মন্ত্ৰীৰ খালী গাড়ীখন।

আগে আগে যোৱা গাড়ীৰ তিৰোতাসকলে উদ্যোগ পোৱাৰ এমাইল আগৰ পৰা পকী ৰাস্তাৰ ওপৰত ফুল আৰু আখৈ ছটিয়াই যাবলৈ ধৰিলে। সেই ফুল আৰু আখৈৰ ওপৰেদি মন্ত্ৰী উঠি যোৱা গাড়ী আগবাঢ়িল। উদ্যোগৰ সীমাৰ ভিতৰত সোমোৱাৰ লগে লগে গাড়ীৰ গতি কমিল। 'স্বাগতম' লিখা চাৰিখন তোৰণৰ তলেদি মন্ত্ৰীৰ গাড়ী মন্থৰ গতিৰে আগবাঢ়িল। প্ৰতিখন তোৰণৰ দুয়ো-কাষে থিয় হৈ থকা শুৱনী গাভৰুহঁতে মন্ত্ৰীৰ গাড়ীলৈ ফুল দলিয়ালে। বাটৰ দুয়োকাষে থকা উদ্যোগৰ কাৰখানাৰ ঘৰবোৰৰ খিৰিকী দুৱাৰত শ্ৰমিকবোৰে থিয় হৈ মন্ত্ৰীক আদৰণি জনাই হৈ ধ্বনি দিলে। সেইদিনা সোমবাৰ; উদ্যোগৰ কাম চলি আছে; গতিকে মতা মানুহবোৰে কাম এৰি আহিব নোৱাৰি কাৰখানাৰ ভিতৰৰ-পৰাই চিঞৰিলে।

নিৰ্দিষ্ট ঠাইত আহি মন্ত্ৰীৰ গাড়ী ৰ'লহি, মন্ত্ৰীৰ কাষতে বহি থকা উদ্যোগৰ কৰ্মকৰ্ত্তাৰ মালিক লৰালৰিকৈ গাড়ীৰ পৰা নামিল, সেই ঠাইত এখন ডাঙৰ ৰঙা কাৰ্পেট পৰা আছিল। মন্ত্ৰীৰ গাড়ী তাৰ কাষতে ৰৈছিলহি। কাৰ্পেটৰ চাৰিউফালে প্ৰায় পাঁচ শ তিৰোতা মন্ত্ৰীক আদৰিবলৈ ৰৈ আছিল, কাৰ্পেটৰ ওপৰত আছিল ধূপ, ধুনা, এটা মাইক্ৰফোন, কৰ্মকৰ্ত্তাৰ পৰিবাৰে গাড়ীৰপৰা নামিয়েই গাত লৈ অহা দামী কাশ্মীৰী চাদৰখন ৰঙা কাৰ্পেটৰ ওপৰত গাড়ীৰ কাষতে পাৰি দিলে। তাৰ পাছত মন্ত্ৰীক হাতত ধৰি নমাই আনি তাৰ ওপৰত থিয় কৰাই দিলে। লগে লগে, মন্ত্ৰীৰ ইকাষে বহি থকা কৰ্মকৰ্ত্তাৰ গাভৰু জীয়েক মন্ত্ৰীৰ পিছে পিছে গাড়ীৰপৰা নামিল; নামিয়েই নিজৰ শাড়ীৰ আঁচলৰে মন্ত্ৰীৰ নিকা জোতা কোবাই দিলে। ইতিমধ্যে চাৰিউফালে থিয় হৈ থকা তিৰোতাসকল আগুৱাই আহিল। এগৰাকীয়ে আহি মন্ত্ৰীৰ কপালত এটা ফোট দি দিলেহি। এগৰাকীয়ে এডাল পদুম ফুলৰ মালা পিন্ধাই দিলে। তাৰ পাছত ইমান মালা মন্ত্ৰীৰ ডিঙিত পিন্ধালে—যে মন্ত্ৰীয়ে তলমুৰ কৰিব নোৱৰা হ'ল। ধুনীয়া গাভৰু এগৰাকীয়ে দামী আতৰ আনি

মন্ত্ৰীৰ গাত ছটিয়াই দিওঁতে মন্ত্ৰীয়ে ডিঙিৰ মালা এডাল হাঁহি হাঁহি গাভৰুৰ ডিঙিত পিন্ধাই দিলে। তাৰ পাছত উদ্যোগৰ কৰ্মকৰ্ত্তাৰ পৰিবাৰে মাইক্ৰোফোনৰ আগত থিয় হৈ বছা বছা শব্দৰে মন্ত্ৰীক স্বাগতম জনাই ভাষণ দিলে, মন্ত্ৰীয়ে তাৰ উত্তৰত উদ্যোগৰ মালিক আৰু শ্ৰমিক উভয় পক্ষকে আৰু বিশেষকৈ ভাৰতৰ নাৰী শক্তিক প্ৰশংসা কৰি ভাষণ দিলে। কবিগুৰু ৰবীন্দ্ৰ ঠাকুৰৰ কবিতাৰ উদ্ধৃতি দি ক'লে যে এই ভাৰতৰ উন্নতি নিৰ্ভৰ কৰিছে নাৰী শক্তিৰ জাগৰণৰ ওপৰতহে।

এঘাৰ বাজিল। এই আদৰণিৰ পাছত মন্ত্ৰীৰ উদ্যোগ পৰিদৰ্শন। আদৰণি জনোৱা ঠাইৰ পৰা উদ্যোগৰ প্ৰধান দপ্তৰলৈ আঠ নলমান বাটৰ দুয়োকাষে কলপুলি ৰোৱা আছে। উদ্যোগৰ কৰ্মকৰ্ত্তাৰ পৰিবাৰে মাইকত ঘোষণা কৰিলে, এতিয়া মহামহিম মন্ত্ৰী মহোদয়ক উদ্যোগ পৰিদৰ্শনাৰ্থে নিয়া হ'ব। ততালিকে তিনি গৰাকী ধুনীয়া গাভৰু মন্ত্ৰীৰ সন্মুখত থিয় হ'লহি। এগৰাকীৰ হাতত এবোজা পাণ, এগৰাকীৰ হাতত এখন কেঁচি, আৰু আন গৰাকী শুদা হাতে। মন্ত্ৰীৰ সন্মুখত থিয় হৈ কেঁচি লৈ থকা গৰাকী গাভৰুৱে পাণ লৈ থকা গৰাকীৰ হাতত পৰা এখিলা পাণ আনি তাৰ ঠাৰি আৰু গুৰি কেঁচিৰে কাটি শুদা হাতে থকা গৰাকীয়ে সেই পাণ কাৰ্পেটৰ ওপৰত পাৰিলে আৰু তাৰ ওপৰত ভৰি দিবলৈ মন্ত্ৰীক অনুৰোধ কৰিলে। মন্ত্ৰীয়ে ফুলৰ মালা এনেকৈ পিন্ধি আছিল যে তললৈ মূৰকে কৰিব নোৱাৰে। কোনোমতে তললৈ চাই পাণৰ ওপৰত ভৰি দিলে। আকৌ এখিলা পাণ একেদৰে আগ গুৰি কাটি দিলত মন্ত্ৰীয়ে তাৰ ওপৰত দ্বিতীয় ভৰিটো দিলে। সেই দৰে এখিলা এখিলাকৈ পাণৰ আগ গুৰি কাটি এগৰাকী গাভৰুৱে মাটিত পাতি দি গ'ল, আৰু সেইদৰে এখোজ এখোজকৈ খোজ দি মন্ত্ৰী আগুৱাই গ'ল। দুয়ো কাষে পোতা প্ৰতি দুজোপা কলগছৰ মাজে একোগৰাকী তিৰোতাই একোযোৰকৈ পাৰ চৰাই হাতেৰে ধৰি ৰহি আছিল। মন্ত্ৰীয়ে প্ৰতিটো খোজ দিয়াৰ লগে লগে ওচৰত থকা কল দুজোপাৰ মাজত

ধৰি পাৰ চৰাই একোযোৰকৈ গাভকহঁতে এৰি দিয়ে আৰু চৰাই-যোৰ উৰা মাৰে, এইদৰে আঠ নলমান আট যাওঁতে আধা ঘণ্টা লাগিল। ইতিমধ্যে মন্ত্ৰী ভাগৰি পৰিছিল। প্ৰধান দপ্তৰ সোমোৱাৰ লগে লগে উদ্যোগৰ মুৰব্বীসকলে অভিবাদন জনাই মন্ত্ৰীক বেগাবেগিকৈ উদ্যোগ পৰিদৰ্শনাৰ্থে লৈ গ'ল। সকলো যন্ত্ৰপাতিতে শ্ৰমিকসকল কামত ব্যস্ত। মুৰব্বীসকলে প্ৰতিটো যন্ত্ৰৰ কামৰ বিষয়ে আন্তৰিকতাৰে বুজাই দিলে। ডাঙৰ ডাঙৰ যন্ত্ৰকিটাত মন্ত্ৰীক থিয় কৰাই ফটো লোৱা হ'ল। দিনৰ এক বজাত উদ্যোগ পৰিদৰ্শন শেষ কৰি উদ্যোগৰ প্ৰধান দপ্তৰৰ সন্মুখ পাই মন্ত্ৰীয়ে দেখিলে, জীপ গাড়ীত মন্ত্ৰীক তুলি ললে। ছয়োকাষে উদ্যোগৰ কৰ্মকৰ্ত্তাৰ স্ত্ৰী আৰু দুহিতা থিয় হ'ল, আন কেইবাখনো গাড়ীত আন তিৰোতাসকল উঠিল। তাৰপাছত সদলবদলে মন্ত্ৰীয়ে উদ্যোগৰ চৌপাশ পৰিদৰ্শন কৰিলে, ছুই এটা শ্ৰমিক নিবাসত সোমাই চালে—কিমান সুখত শ্ৰমিকবোৰ আছে। তাৰ পাছত ডেৰ বজাত দিনৰ আহাৰ। তিৰোতাসকলে পৰিবেশন কৰা সেই ভোজভাতত উদ্যোগৰ প্ৰধান কৰ্মকৰ্ত্তাও উপস্থিত আছিল। তেখেতে মন্ত্ৰীক জনালে যে উদ্যোগৰ সকলো মানুহ মন্ত্ৰীক চাবলৈ বলিয়া, কিন্তু সোমবাৰ হোৱা কাৰণে সকলো কামে কাজে থাকিব লগা হৈছে, সকলোৱে ঠিক কৰিছে, মন্ত্ৰীক আকৌ এবাৰ এটা বন্ধৰ দিনত আনি উৎসৱ পাতিব। নক'লেও হ'ব যে শ্ৰমিকৰ মাজত মন্ত্ৰীজনা কিমান জনপ্ৰিয়, সেইকথা ক'বলৈ পাহৰা নাছিল, খোৱাৰ শেষত উদ্যোগৰ কৰ্মকৰ্ত্তা নিজৰ কামলৈ বেগাবেগিকৈ গুচি গ'ল। তিৰোতাসকলে মন্ত্ৰীক এটা ধুনীয়াকৈ সজোৱা শোৱা কোঠালৈ লৈ গ'ল। এগিলাচ পানী, পৰিপাটি এখন বিচনা, কিছু ফলমূল আদিৰে সুৰুচিসম্পন্ন এই শোৱা কোঠাত মন্ত্ৰীৰ দুপৰীয়াৰ জিৰণি। মন্ত্ৰীয়ে মাতিলেই পোৱাকৈ বাহিৰত কেবাগৰাকীও তিৰোতা বৈ থাকিল। মন্ত্ৰীক কৈ গ'ল যে চাৰি বজাত সভা আছে ; সেই সভা প্ৰতি দেওবাৰে বহে আৰু তাৰ পৃথিৱীৰ একোজন শ্ৰেষ্ঠ সাহিত্যিকৰ

বিষয়ে আলোচনা কৰা হয় আৰু সেই শ্ৰেষ্ঠ সাহিত্যিকৰ সাহিত্য পাঠ কৰা হয়। এইবাৰ মন্ত্ৰীৰ সম্মানাৰ্থে দেওবাৰৰ সভাখন সোমবাৰে পতা হৈছে : এই সপ্তাহৰ শ্ৰেষ্ঠ সাহিত্যিকজন হ'ল ৰবীন্দ্ৰ নাথ ঠাকুৰ। মন্ত্ৰীক জিৰাবলৈ দি তিৰোতাসকল ওলাই যোৱাৰ পাছত মন্ত্ৰীয়ে দেখিলে বিছনাৰ কাষতে কিতাপৰ ৰেক্ ডালত কেৱল ৰবীন্দ্ৰ ঠাকুৰৰ কিতাপ।

জিৰণিৰ পাছত চাহৰ পৰ্ব শেষ কৰি কেইবাগৰাকীও তিৰোতাই মন্ত্ৰীক সভালৈ লৈ গ'ল। সভাত সভাপতিত্ব কৰিলে মন্ত্ৰীয়ে—ৰবি ঠাকুৰৰ ডাঙৰ তৈলচিত্ৰ এখনৰ কাষতে বহি। সভাত ৰবি ঠাকুৰৰ কবিতা পাঠ হ'ল, তেওঁৰ কবিতাৰ ওপৰত আলোচনা হ'ল আৰু ৰবি ঠাকুৰৰ ওপৰত ভাষণৰ জন্য মন্ত্ৰীক সভাপতি ৰূপে পাই আনন্দ প্ৰকাশ কৰা হ'ল। মন্ত্ৰীয়ে সভাপতিৰ মন্তব্যত ৰবি ঠাকুৰৰ কবিতাৰ উচ্চ প্ৰশংসা কৰিলে, মহাত্মা গান্ধীক ৰবি ঠাকুৰে কিমান অনুপ্ৰেৰণা যোগাইছিল, তাক ক'লে আৰু এই উদ্যোগৰ উদ্যোগী তিৰোতাসকলে ৰবি ঠাকুৰৰ মোল বুজা কাৰণে আনন্দ প্ৰকাশ কৰিলে। উল্লেখযোগ্য, সভাত উপস্থিত থকা মতা মানুহৰ ভিতৰত মন্ত্ৰী আৰু উদ্যোগৰ প্ৰধান কৰ্মকৰ্তা—এই দুজনেই হে আছিল। বাকী সকলো কামে কাজে ব্যস্ত আছিল।

পাঁচ বজাত বিদায় কাল। সেই সময়তে উদ্যোগৰ কাৰখানাত ছুটীৰ ঘণ্টা বাজিল। হেজাৰ হেজাৰ মানুহে আহি মন্ত্ৰীৰ গাড়ী ঘেৰি ধৰিলেহি, মানুহে এনেকৈ ঠেলা হেঁচা কৰিছিল যে মন্ত্ৰীয়ে ওচৰত থিয় হৈ থকা তিৰোতাসকলক ৰক্ষা কৰিবলৈ নিজে চেষ্টা কৰিব লগা হৈছিল। চাৰিউফালৰপৰা মাত্ৰ এটা চিঞৰ : "আমি মন্ত্ৰীক চাওঁ।" উপায় নাপাই মানুহৰ মাজেদি দুগৰাকী তিৰোতাই এখন চকী কঢ়িয়াই আনিলে। শকত মন্ত্ৰীজনাক তিৰোতাসকলে ধৰি থাকিল। ওপৰত কৰাই দিলে। কেনেবাকৈ পৰি যাব পাৰে বুলি চাৰিউফালৰপৰা তিৰোতাসকলে ধৰি থাকিল। ওপৰত উঠা মন্ত্ৰীক দেখা পাই চাৰিউফালৰপৰা মানুহে আনন্দত চিঞৰি

উঠিল। সকলোকে হাঁহি হাঁহি হাত যোৰ কৰি অভিবাদন জনাই তিৰোতা এগৰাকীৰ কান্ধত ভেজা দি মন্ত্রী চকীৰ পৰা নামিল। মানুহৰ উত্থলি মুত্থলিৰ মাজেদি মন্ত্রীৰ গাড়ী অতি লাহে লাহে আগবাঢ়িল। গাড়ীত বহি মন্ত্রীয়ে হাতযোৰ কৰি অভিবাদন জনাই হাঁহি হাঁহি বিদায় ললে। সন্ধিয়া হৈছিলহে মাত্র। সেই সামান্য আন্ধাৰতে বহুত ফুলজাৰি মন্ত্রীৰ গাড়ীৰ কাষত জ্বলি উঠিল।

স্থানীয় মানুহক চাকৰি দিয়াৰ বিষয়ে যিটো তদন্ত কৰিবলৈ মন্ত্রী সেই ৰাধা ইণ্ডাষ্ট্রীজলৈ গৈছিল, সেইটো তদন্ত যে কৰাই নহ'ল, সেই কথা মন্ত্রীৰ মনত পৰিল, আকৌ সেই ডেকাকিজনে বহুত দিনৰ মূৰত এবাৰ দেখা কৰিবলৈ আঁহোতেহে। সেইবাৰ মন্ত্রীয়ে "আজি মই বৰ ব্যস্ত" বুলি ডেকা কিজনক দেখাকে নকৰিলে।

# ললিতা বনাম কান্তা

নিবোদ চৌধুৰী

গল্প এটা লিখাৰ কথা তুমি সদায় কৈ আছা আৰু কৈছা ভাল গল্প লিখিবলৈ। গল্প এটা হয়তো লিখিব পাৰিলোহেঁতেন কিন্তু ভাল গল্প লিখাৰ নিশ্চয়তা তোমাক দিওঁ কেনেকৈ ? তোমাৰ মোৰ মৰমৰ কথাবোৰ যদি ৰহণ সানি লিখো, তুমি তৎক্ষণাৎ বাধা দিবা। কবা, মাথোন তোমাৰ কথাই মই লিখোঁ। আকৌ যদি গুৱাহাটীৰ জুবিলী ৰোডৰ মিতালী দত্তৰ সেই কেলেঙ্কাৰীৰ কাহিনীটো কওঁ, তুমি কবা, সেইটো মামুলী প্ৰেমৰ গল্প। অথচ কাৰ কথা মই কম। মিতালী দত্তৰ গল্প কলে কোৱা ন'হব ডিবুৰুৰ প্লেটফৰ্মত লগ পোৱা সেই অসমীয়া ছোৱালী জনীৰ দুঃসাহসিক অভিযানৰ কথা। আকৌ যোৰহাটৰ ভায়োলীণা বৰুৱাৰ হত্যাকাণ্ডৰ সতে জড়িত সেই দহ বছৰীয়া ছোৱালীজনীৰ কথাই বা নোকোৱাকৈ থাকোঁ কেনেকৈ ? আৰু কিমান আছে—সুমিতা চৌধুৰী, শ্ৰাবাবতী হাজৰিকা, শৰ্মিষ্ঠা দত্ত আৰু বহুত। ব-হু-তো। বহুতৰে কথা আছে ক'বলৈ। বহুতো কথা আছে লিখিবলৈ। বহুতো ঘটনা আছে জনাবলৈ।

মিতালী দত্ত, সুমিতা চৌধুৰী অথবা শ্ৰাবাবতী হাজৰিকাৰ গল্প মই পিছত কম। আজি অইন এটা কাহিনী কওঁ। এই কাহিনীৰ নায়ক-নায়িকা এতিয়াও জীয়াই আছে। হয়তো তোমাৰ লগে লগে কোনোবা এখন বাগিচাৰ এমূৰত থকা এটি বঙলাৰ বাৰাণ্ডাত বহি এহাতেৰে বিৰাট এলচেচিয়ান কুকুৰটোৰ ওপৰত হাত বুলাই বুলাই এই গল্পৰ নায়কে এই গল্পটো পঢ়িছে আৰু নায়িকাই হয়তো সেই একেটা বঙলাৰে এটা কোঠালীৰ ওচৰাওচৰি দুখন বিচনাৰ এখনত শুই থকা আঠ মহীয়া কেঁচুৱা এটাক বুকুত সাৰটি গাখীৰ

খাবলৈ দিছে। এইখন কিতাপ নায়িকাৰ সন্মুখত পেলাই দিলেও নায়িকাই নেজানিব সেইবোৰ তেওঁৰ কথাই মই লিখিছোঁ। নেজানিব সৰু সৰু ক'লা ক'লা আখৰবোৰৰ মাজত মাথোন তেওঁৰ কথাই সোমাই আছে, সোমাই আছে এক নাৰীমনৰ অলেখ বেদনাৰ আকুতি।

এই গল্প মই নিজে শুনিছিলোঁ নায়িকাৰ নিজৰ মুখত। সেইয়া বৰ্ষা মুখৰ দিন এটাৰ কথা। গল্পৰ নায়িকা এজনী কুলী ছোৱালী। নায়ক এজন বাগিচাৰ মেনেজাৰ। তুমি ভাবিছা এইয়া আকৌ কি নতুন-গল্প! এতিয়া বাগিচাৰ মেনেজাৰজনৰ বঙলাত কিবা কামত বন্ধুৱা ছোৱালীজনী গৈ ওলাব। প্ৰথম দিনাখন মেনেজাৰজনে দেখা পাই সুধিব, 'তোৰ নাম কি মিনি'? তাৰ পিছদিনাই বাগিচাৰ মাইকী মহৰীক মাতি আনি নিৰ্দেশ দিব সেই ছোৱালীজনীক তেওঁৰ বঙলাত কাম কৰিবলৈ পঠিয়াবলৈ। ছোৱালীজনী মেনেজাৰৰ বঙলাত আহি কাম কৰিব। এদিন দুদিন যোৱাৰ পিছত ছোৱালীজনী ক্ৰমাৎ মেনেজাৰৰ ওচৰ চাপি যাব আৰু এদিন সুযোগ বুজি সেইজনী ছোৱালীক মেনেজাৰে.........

ব'বা, তুমি ঠিকেই ভাবিছা এইদৰেই এদিন কুলী ছোৱালীজনীৰ দেহৰ ৰঙ পখিলাৰ পাখিৰ ৰঙৰ দৰেই মেনেজাৰৰ হাতৰ পৰশত উঠি যাব। তেতিয়া হয়তো দুটা পথ সন্মুখত থাকিব। এটা হ'ল মেনেজাৰে ছোৱালজনীক বিয়া কৰাই থোৱা আৰু আনটো হ'ল ছোৱালীজনীক কিছু টকা পইচা দি মুখ বন্ধ কৰি অইনৰ স'তে বিয়া দিয়াটো। এনে গল্প তুমি বহুত পঢ়িছা। বাগিচাৰ কুলী ছোৱালীৰ স'তে বাগিচাৰ মেনেজাৰৰ অবৈধ প্ৰণয় অথবা সংসৰ্গ অথবা বিয়াৰ বহুত গল্প তুমি পঢ়িছা। কিন্তু যি গল্প মই তোমাক ক'ব খুজিছোঁ সেইয়া মাথোন প্ৰেমৰ গল্প নহয়। মাথোন দেহৰ আকৰ্ষণৰ জিলিঙনি ইয়াত নাই। এইয়া যে এক নাৰী হৃদয়ৰ অকথনীয় বোবা বেদনাৰ জীয়া কথা। মই নীৰৱে সেই গল্প শুনি গৈছিলোঁ। কেতিয়াও ভবা নাছিলোঁ সেই কথা লৈ মই গল্প লিখিম বুলি।

মোৰ সম্মুখৰ দুখন বিচনাৰ এখনত এটি কেঁচুৱা শুই আছিল। আনখন বিচনাৰ এটা যুৱত বহিছিল এই গল্পৰ নায়িকা। বঙীণ শাড়ী এখনেৰে, নাকৰ এফালে সৰু সোণৰ ফুল এটাৰে, কপালত বহলকৈ লোৱা সেন্দুৰৰ ফোঁটেৰে, দেখিবলৈ অপৰূপা নহলেও এবাৰ চালে আকৌ এবাৰ চাবলৈ ইচ্ছা যোৱা মুখখনেৰে ছোৱালী-জনী বহি আছিল। আৰু মোক কৈ গৈছিল তাই সৰু সৰু মাতেৰে —আধা অসমীয়া আৰু আধা বঙ্গৰাৰ প্ৰচলিত ভাষাত। তাইৰ-পৰা দুহাত মান আঁতৰত বহি মই শুনি গৈছিলোঁ একো প্ৰশ্ন নকৰাকৈ—মাত্ৰ একেবাৰে শেষত উঠি আহিবৰ সময়ত মই সুধিছিলোঁ—কিন্তু কি সুধিছিলোঁ সেইয়া এতিয়া থক। সেইয়া পিছলৈ কম। আগ ধৰি ছোৱালীজনীক কেনেকৈ লগ পালোঁ কওঁ শুনা.........

ডুমডুমাৰপৰা কেইমাইলমান আঁতৰৰ এখন বাগিচা। চিনাকি বাগিচা। বন্ধত ঘৰলৈ যাওঁতে এনেয়ে সেইখন বাগিচালৈ যাম বুলি মাক কৈছিলোঁ। ব্যক্তিগতভাৱে অৱশ্যে সেইখন বাগিচাৰ প্ৰতি মোৰ দুৰ্বলতাও আছিল কাৰণ, কোনো এটা সময়ত সেই বাগিচাত মই আছিলোঁ, মোৰ ল'ৰালিৰ হেজাৰ স্বপ্নই পাহ মেলি উঠিছিল সেই বাগিচাৰ অকণি পৰিবেশৰ মাজত। ধৰি লোৱা হওক বাগিচাখনৰ নাম নাহৰণি। এখন সৰু বাগিচা। প্ৰায় ডেৰশ বঙ্গৰাৰে চহৰৰপৰা আঁতৰত বেল ষ্টেছনৰ পৰাও ভালেখিনি আঁতৰত। এজন হেড ক্লাৰ্ক, এজন চেকেণ্ড ক্লাৰ্ক, দুজনমান মহৰী আৰু কেইজনমান বঙ্গুৱা চৰ্দাৰৰে বাগিচাৰ অফিচ। বাগিচাৰ এমুৰে এটা সৰু স্কুল ঘৰ, তাৰ ওচৰতে এখন বয়-বস্তুৰ দোকান। কল ঘৰটোৰ দাঁতিত শাৰী শাৰী বাবু লাইনৰ ঘৰ। তাৰ ভিতৰতে অলপ আচুতীয়া ভাৱে বৰ কেৰাণী আৰু ডাক্তৰৰ ঘৰ দুটা। বাগিচাৰ উত্তৰ কালে ডাঙৰ চৌহদ এটাৰে সম্মুখতে দুজোপা নাৰিকল গছৰে স'তে এটা ধুনীয়া খেৰী চাং বঙলা দেখা যায়। সেইটো এই বাগিচাৰ মেনেজাৰৰ বঙলা। আগফালে এখন বিৰাট ফুলনি

তাত ৰঙবিৰঙৰ বিবিধ মৰছুমী ফুল। মেনেজাৰৰ বঙলাৰ পিছফালে কিছুদূৰ গৈ নাহৰণি বাগিচাৰ কলঘৰটো পোৱা যায়। কলঘৰটোৰ কিছু আঁতৰতে কুলী লাইন। অফিচটোৰ দাঁতিতে থকা মুকলি ঠাই ডোখৰত শনিবাৰে সকৰ্কৈ এখন বজাৰ বহে। তলপ পোৱা সেই দিনটোত নাহৰণি বাগিচাৰ বনুৱাৰ বুকুত আনন্দৰ মাদল বাজে। বুকু হমহমায় যেতিয়া সেই দিনটোৰ আনন্দৰ আতিশয্যত হাড়িয়া পানী খাই নাহৰণি বাগিচাৰ প্ৰতি বনুৱাৰ ঘৰে ঘৰে সন্ধিয়া ঝুমুৰৰ জোৱাৰ উঠে, অশ্লীল কথা শুনা যায়, ডেকাগাভৰুৰ বুকুৰ উম ইটিয়ে-সিটিয়ে লোৱা দেখা পোৱা যায়।

এই নাহৰণি বাগিচালৈকে মই গৈছিলোঁ মোৰ আত্মীয় এজনৰ ঘৰলৈ। লগত আছিল মোৰ ভণ্টি দুজনী। দিনৰ দহমান বজাত আমি ৰেল ষ্টেছনৰ পৰা খোজ কাঢ়িছিলোঁ নাহৰণি বাগিচাৰ নিজস্ব কয়লা আৰু শিলগুটি মিহলি একা-বেঁকা কেঁচা আলিটোৰেদি। আহিবৰ সময়ত মাই মোক কৈছিল নাহৰণি বাগিচাৰ বহুতো সলনি হৈছে। বাগিচাৰ অৱস্থা এতিয়া আগৰদৰে আৰু ভাল নহয়। ক'ৰবাত ভাটা পৰি আহিছে। আৰু কৈছিল, নাহৰণি বাগিচাৰ মেনেজাৰৰ কথা। কেই বছৰমান হ'ল কুলী ছোৱালী এজনী হেনো ৰাখিছে। মই আচৰিত হোৱা নাছিলোঁ, আচৰিত হ'ব লগা একো কথা মই বিচাৰি নেপালোঁ। কিন্তু আচৰিত নহৈ নোৱাৰিলোঁ যেতিয়া মাই মোক অন্য এক কাহিনী শুনালে। ডুমডুমাত প্ৰতি দেওবাৰে ডাঙৰ বজাৰ এখন বহে। তালৈকে ওচৰ-পাজৰৰ বাগিচাৰ বনুৱাবোৰ বজাৰ কৰিবলৈ প্ৰায়েই আহে। নাহৰণি বাগিচাৰ বনুৱাও তালৈকে আহে। এদিন দেওবাৰে আমাৰ ঘৰলৈ ছোৱালী এজনী আহিছিল—বনুৱা ছোৱালী। মা'ই দেখিয়েই চিনি পাইছিল সেইজনী নাহৰণি বাগিচাৰ বুধন চৰ্দাৰৰ জীয়েক। বুধন চৰ্দাৰৰ স'তে দেউতাৰ বাগিচাত দোকান থকা দিনতে চিনাকি। সেই সূত্ৰতে এতিয়াও কেতিয়াবা বুধন চৰ্দাৰ বা বুধনৰ ঘৈণীয়েক ডুমডুমালৈ আহিলে আমাৰ ঘৰত সোমায়। নিজৰ বাৰীৰ শাক

পাচলি যি হয় অলপ লৈ আহে—ছুটি এটি কথা কৈ অলপ পৰ বহি গুচি যায়গৈ। সেইদিনাও মাই বুধন চৰ্দাৰৰ জীয়েকক বাহিৰতে মূঢ়া এটাও বহিবলৈ দিলে। ছোৱালীজনীয়ে মুৰত লৈ অহা টোপোলাটো আগবঢ়াই দিলে। ভিতৰ কোঠালীত ভন্টিহঁতে টোপোলাটো খুলি দেখিলে কেইটামান ভাতকেৰেলা, ছুটা ঔটেঙা, অলপ কেঁচা জলকীয়া আৰু আধা সেৰ মান কেঁচা তেতেলী। মা'ই ছোৱালী জনীক কি বজাৰ কৰিছে, লগত আৰু কোন কোন আহিছে ইত্যাদি সুধি মেলি চাহ অলপ খাবলৈ দিলে। ছোৱালীজনীয়ে চাহ খাই থাকোঁতেই দেউতা সোমাই আহিছিল—আহিয়েই দেউতাই মাক বৰ খঙ কৰিলে। মায়েও কথাটো জানি লাজ পালে। দেউতাই কৈছিল যে সেইজনী মেনেজাৰৰ ঘৈণীয়েক। তেনেদৰে বাহিৰতে বহিবলৈ দি বন্ধুৱা আদিয়ে খাবলৈ ৰখা আচুতীয়া এলুমেনিয়ামৰ গিলাচত চাহ খাবলৈ দিয়াটো বৰ ভাল কথা হোৱা নাই। মা'ই ছোৱালীজনীৰ ওচৰত গৈ হেনো কৈছিল: 'মিনি, মই তোৰ কথা নেজানিছিলোঁ।—তই বেয়া নেপাবি।' হাঁহি হাঁহিয়ে বুধন চৰ্দাৰৰ জীয়েকে কৈছিল যে তাই বেয়া নেপায়, একো বেয়া নেপায়। আৰু কৈছিল "মই চাহাবৰ মাইকী হ'লেও তহঁত চব মোৰ চামনে সদায় একেই থাকিব।" অলপ সময় বৈ বুধন চৰ্দাৰৰ জীয়েকে মা'ৰ আগত কৈছিল তাইৰ বিয়াৰ কথা, মাক দেখুৱাইছিল গলত থকা সোণৰ চেইনডাল, কাণৰ ফুল, হাতৰ খাৰু আৰু কৈছিল সেইবোৰ চাহাবেই হেনো তাইক যোৱা মাহত কৰি দিছে। আৰু কৈছিল, চাহাবে আজিকালি আৰু তাই বৰকৈ ফুৰা-মেলা কৰাটো ভাল নেপায়। আজি দুদিন হ'ল চাহাব ডিব্ৰুগড়লৈ গৈছে, সেই বাবেই তাই বজাৰ ফুৰিবলৈ আহিছে। লগৰ কেইবাজনীও ছোৱালীৰ স'তে। তাৰ পিছত চাহ খোৱা গিলাচটো নিজে ধুই ছাতিটো কান্ধত লৈ গোসাঁনী খোজেৰে গুচি গৈছিল বুধন চৰ্দাৰৰ জীয়েক। মোৰ ভুল হৈছে—নাহৰণি বাগিচাৰ মেম চাহাব।

নাহৰণি বাগিচাৰ এই নতুন মেমচাহাবৰ এই সামান্য ঘটনাটো

শুনি মোৰ কিয় জানো মনৰ কোনোবাখিনিত ৰিমৰিম কৰিছিল। এজনী সামান্য অশিক্ষিতা নিবনুৱা ছোৱালীৰ এই অদ্ভুত মনোবৃত্তিয়ে মোক মুগ্ধ কৰিছিল। গতিকে মই নাহৰণি বাগিচাৰ কেঁচা আলি-বাটেদি খোজ কাঢ়ি গৈ থাকোঁতে মনে মনে ভাবিছিলোঁ—যেনেকৈ নহওক, যি উপায়েৰে নহওক নাহৰণি বাগিচাৰ নতুন মেমচাহাবক এবাৰ মই চাই আহিমেই! মা'ই মোক আহিবৰ সময়ত কৈছিল, —'সময় যদি কৰিব পাৰ মেনেজাৰৰ তালৈ এবাৰ যাবি।' আৰু মই ভাবিছিলোঁ সময় নেথাকিলেও মই যামেই। যাবই লাগিব।

মই গৈছিলোঁ। লগো পাইছিলোঁ। কথাও পাতিছিলোঁ। নাহৰণি বাগিচাৰ মেমচাহাবৰ স'তে সেই দিনা মই বহুতো সময় কটাইছিলোঁ। ভণ্টিইঁতক বাহিৰৰ কোঠালী এটাত বহিবলৈ দি একাষৰীয়াকৈ থকা ৰেডিঅ'গ্ৰামটো বজাই দি নাহৰণি বাগিচাৰ মেম চাহাবে মোৰ স'তে কথা পাতিছিল। মই নিৰ্বাক হৈ মাথোঁ শুনি গৈছিলোঁ। বাহিৰত বৰষুণ দিছিল—প্ৰথমে লাহে লাহে, তাৰ পিছত সজোৰে। কিয় জানো, অকণো আঁৰ নলগাকৈ কথাবোৰ কৈছিল, যেন এজন অতি আপোন চিনাকি মানুহৰ আগত কোনোবা এজনে মনৰ নিবিড় খবৰ হে কৈছে। আমি গৈ নাহৰণি বাগিচাৰ মেনেজাৰৰ বঙলাৰ সমুখত বৈ দেখা পাইছিলোঁ—বিৰাট সেউজীয়া গেট যেন তলা মৰা আছে। ভিতৰৰ ফালে কেইবাবাৰো ডিঙি মেলি চাই কাৰোবাক চকুত পৰে নে নাই চালোঁ। নপৰিল। এনে লাগিছিল যেন অশৰীৰী ছায়াৰ দৰে নাহৰণি বাগিচাৰ মেনেজাৰৰ প্ৰকাণ্ড বঙলাটো বৈ আছে। আমি সমুখৰ আলিটো এৰি পিছ ফালে ঘূৰি যাবলৈ খোজোঁতেই কাৰোবাৰ মাত শুনি থমকি ৰলোঁ। বঙলাৰ পিছফালে সৰু খেৰী ঘৰ এটাৰ বাৰান্দাৰপৰা ল'ৰা এজনে সুধিছে, আমি কাক বিচাৰিছোঁ? মই আগবাঢ়ি আহিলোঁ। কলোঁ যে মেনেজাৰক লাগে। ল'ৰাজনে ক'লে যে মেনেজাৰ নাই, বাতিপুৱাই ডিগবৈলৈ গৈছে—সন্ধিয়া হে উভতি আহিব। যদি লগ পাব খোজে কাইলৈ আহিব লাগিব।

ঠিক সেই মুহূৰ্ত্তত খেৰী ঘৰটোৰ কাষেৰে 'কোন লাগেৰে' বুলি এজনী ভিৰোতা মানুহ আহি ওলাইছিল। ভক্টিহঁতে মোক গাত চিকুট মাৰি ক'লে, সেইয়া মেনেজাৰৰ ঘৈণীয়েক। আমি একো ক'বলৈ নৌ পাওঁতেই বুঢ়ন চৰ্দাৰৰ জীয়েকে ভক্টি হঁতক চিনি পাই আগবাঢ়ি আহিল। ল'ৰাটোক পিছফালৰ সৰু গেটখন খুলিব দি সোমাই আহিবলৈ ক'লে। ভক্টিহঁত আগবাঢ়ি গ'ল। মই পিছ পৰি আছিলোঁ। মোলৈ চাই সুন্দৰ অসমীয়াত ভক্টিক সুধিলে 'দাদা নহয় জানো'? মই নমস্কাৰ জনাইছিলোঁ। প্ৰতি নমস্কাৰ জনাই আমাক বঙলাৰ ভিতৰলৈ লৈ গ'ল।

এটা বেছ আহল বহল কোঠালী—চাৰিওফালৰ দুৱাৰ খিৰিকী বন্ধ—মাথোন পিছফালৰ আমি সোমাই যোৱা দুৱাৰখন খোলা। কোঠালীত দুখন বিচনা। ওচৰাওচৰি। একোণত এটা সৰু আলমাৰী, এখন আলনা। আন এটা কোণত এটা ষ্টোভ। কিছু ভাত বন্ধা সা-সৰঞ্জাম। এটা মাটিৰ কলহ। মই অবাক হৈ কোঠালীটোৰ চাৰিওফালে চাইছিলোঁ আৰু ভাবিছলোঁ এইয়া জানো নাহৰণি বাগিচাৰ মেমচাহাবৰ কোঠালী? এখন বিচনাত এটা আঠ মহীয়ামান কেঁচুৱা লেতু-সেতু খাই শুই আছে। আনখন বিচনাত দুবছৰমান বয়সৰ ল'ৰা এটাই প্লাষ্টিকৰ পুতলা এটাৰ স'তে খেলি আছে। কোঠালীটোৰ ভিতৰৰপৰা এটা মৃদু দুৰ্গন্ধ ওলাইছিল, কিন্তু ক'ৰপৰা সেই গোন্ধ আহিছিল মই ধৰিব পৰা নাছিলোঁ। দুৱাৰৰ খিড়িকী বোৰত পৰ্দা আছে কিন্তু সেই বোৰত কোনোদিনে চাগে হাতৰ স্পৰ্শ পৰা নাই। ধূলি মাকতি লাগি সেইবোৰ মলিয়ন হৈ আছে। মোক চকী এখনত বহিবলৈ দিছিল আৰু তাৰ পিছত কৈছিল :.........

কি কৈছিল সেই কথাই তোমাক ক'ব খুজিছোঁ। সঁচা কথা ক'বলৈ গলে মই অলপ আঘাত পাইছিলোঁ। নাহৰণি বাগিচাৰ মেম চাহাবক অন্ততঃ ঠিক এনেদৰে এক আচহুৱা পৰিবেশৰ মাজত আশা কৰা নাছিলোঁ। অথবা তেনেদৰে এক আচহুৱা পৰিবেশৰ

মাজত বিচৰা নাছিলোঁ। মনে মনে অলপ ক্ষুণ্ণ হৈছিলোঁ। ভাবিছিলোঁ কি দৰ্কাৰ আছিল এইবোৰৰ মাজত সোমাবলৈ। সোনকালেই মই উঠি আহিবলৈ বিচাৰিছিলোঁ, কিন্তু নাহৰণি বাগিচাৰ মেমচাহাবে আহিবলৈ নিদিলে। কিবা নোখোৱাকৈ আমি যাব নোৱাৰোঁ। আমাৰ চকুৰ আগতেই ষ্টোভটো জ্বলাই চাহ আৰু কিবা অলপ জলপান কৰি মেলি আমাক খাবলৈ দিলে আৰু সেই অৱসৰৰ মাজতে মোক বহুত কথাই কৈ গ'ল……বহুত কথা। আজি তোমালৈ সেই কথাই লিখিবলৈ বহি মোৰ ভাববোৰ খেলিমেলি হৈ গৈছে…… ক'ৰ পৰা কেনেকৈ আৰম্ভ কৰিম ভাবিব পৰা নাই…… সেইদিনা নাহৰণি বাগিচাৰ মেমচাহাবে কোৱা কথাবোৰ আজি মই মোৰ নিজৰ ভাষাত লিখি গৈছোঁ শুনা……

ধৰি লোৱা হওক, নাহৰণি বাগিচাৰ মেমচাহাব বুধন চৰ্দাৰৰ জীয়েকৰ নাম চোনিয়া। এই চোনিয়াৰ বয়স তেতিয়া পখিলা উৰাৰ বয়স। জিয়াঁৰ পাখিৰ দৰে চঞ্চল বয়স। নাহৰণি বাগিচাত যিমানবোৰ বগুৱা ছোৱালী আছে সেই আটাইবোৰ ছোৱালীৰ মাজত সবাতোকৈ ধুনীয়া আছিল চোনিয়া। এই কথা চোনিয়াৰ সমনীয়াবোৰেই যে কৈছিল এনে নহয়, বাগিচাৰ বাবু, মহৰীৰ-পৰা আৰম্ভ কৰি আটায়ে কৈছিল। জীয়েকৰ এই সুখ্যাতিত বুধন চৰ্দাৰৰো গা সাতখন আঠখন লাগিছিল। মনে মনে চোনিয়াক কেন্দ্ৰ কৰি বুধন চৰ্দাৰে বহুতো কথাই ভাবিছিল। কিন্তু চোনিয়াৰ ৰূপৰ সুখ্যাতিত আটাইতকৈ গৌৰৱান্বিত হৈছিল যিগৰাকী, সেইয়া হ'ল চোনিয়াৰ মাক লছমী। তাৰ অৱশ্যে কাৰণো নোহোৱা নহয়। লছমী নিজেও আছিল ধুনীয়া। তেনে ৰূপ সততকাই চকুত নপৰে। বহুতে কৈছিল যে লছমী হেনো চোনিয়াতকৈ ও অধিক ৰূপহী। যিয়ে নহওক, বুধন চৰ্দাৰৰ ঘৈণীয়েক লছমীয়ে জীয়েক চোনিয়াৰ ৰূপৰ বাবে দহৰ আগত গৰ্ব্ব কৰিছিল আৰু গৰ্ব্বৰ প্ৰত্যক্ষ ফল আছিল যে লছমীয়ে আৰু আন দহজনী বগুৱা ছোৱালীৰ-দৰে চোনিয়াক বাগিচাত কাম কৰিবলৈ নিদিছিল। চোনিয়া

ঘৰতে এনেয়ে আছিল। আচৰিত যেন লাগিলেও সঁচা কথা যে যেতিয়া ৰাতিপুৰা বা আন আন লাইনৰ ছোৱালীবোৰে শাৰী পাতি কামজাৰিলৈ ওলাই যায়, চোনিয়াই তেতিয়া হয়তো বগৰী গছত আঁৰি থোৱা সজাৰ ভাটৌটোক জলকীয়া খুৱাই কথা পাতি থাকে। চোনিয়াৰ এই ৰূপৰ গৰ্বত বহুতৰে হিংসাত চকু পুৰিছিল। পুৰিলেও ভয় নকৰিছিল বুধন চৰ্দাৰে। পুৰিলেও মন নকৰিছিল লছমীয়ে।

চোনিয়াই নিজে কিন্তু এই কথাটো বৰ ভাল পোৱা নাছিল। কাম-কাজ নোহোৱাকৈ এনেয়ে দিনটো বহি থাকিবলৈ যথেষ্ট টান পাইছিল চোনিয়াই। কিন্তু প্ৰতিবাদ কৰাৰে সাহস নাছিল। বাপেকক কিবা উপায় কৰি কথাষাৰ ক'লেও চোনিয়াই মাকক ক'বলৈ ভয় কৰিছিল। গতিকে তাই মনে মনে আছিল। আৰু এটা কথাৰ বাবে চোনিয়াই মাকক ভয় কৰিছিল। অৱশ্যে এইয়া ঠিক ভয় নহয়—মাকক তাই বেয়া পাইছিল। সেইয়া হৈছে বিয়াৰ কথা—চোনিয়াৰ বিয়া। লছমীৰ খুব ইচ্ছা, অহা ফাকুৱাৰ আগে আগে চোনিয়াক উলিয়াই দিয়াৰ। তাৰ বাবে অৱশ্যে ল'ৰা এটাও লছমীয়ে চাইছে—বিছাকুপি বাগিচাত। লছমীৰ উছাহলৈ চাই বুধন চৰ্দাৰে কিন্তু ইমান সোনকালে চোনিয়াক উলিয়াই দিবৰ ইচ্ছা কৰা নাই। লছমীয়ে কেতিয়াবা সেই কথা ক'লেও বুধন চৰ্দাৰে কৈছিল যে চোনিয়াক উলিয়াই দিলে সিহঁত বৰ অকলশৰীয়া হৈ পৰিব। এই কথাত লছমীয়ে খং কৰিছিল। চোনিয়াই কিন্তু ভাল পাইছিল। তাইৰ ইচ্ছা নাই, ইমান সোনকালে কাৰোবাৰ একক হৈ ধৰা দিবলৈ। বিয়া হলেই পিছৰ বছৰতে এটা সন্তান হ'ব। তাৰ পিছত আকৌ এটা তাৰ পিছত......চোনিয়াই নিবিচাৰে এই বান্ধোন। অলপ মুকলি বতাহ, অলপ চঞ্চল সময়ৰ কঁপনি, অলপ কাৰোবাৰ হাঁহি—সেইখিনি হলেই তাইৰ যথেষ্ট। আৰু এদিন যেতিয়া বিয়া কৰাবই লাগিব—এতিয়াই ইমান খৰখেদাৰ প্ৰয়োজন কি?

প্ৰয়োজন যে আছে সেই কথা কিন্তু চোনিয়াই কিছুদিন পিছতে

বুজিলে। আৰু এই প্ৰয়োজন কিহৰ তাড়নাত সেইয়াও বুজিলে। ঘটনাটো এনে ধৰণৰ : অহুকাণে পহুকাণে চোনিয়াৰ কাণ ত পৰিছিল যে বাগিচাৰ মেনেজাৰজনে হেনো তাইৰ মাকক আজি কালি যেতিয়াই তেতিয়াই অফিচ বা বঙলালৈ মাতি পঠিয়ায়। নানান কামৰ অজুহাত দেখুৱাই লছমীও যায়। প্ৰথমে কোনোৱে কথাটো মন কৰা নাছিল। পিছে সেইদিনা শনিবাৰে হাটৰ পিছত সিহঁতৰ লাইনৰে কেইবাজনীও তিৰোতা আৰু মতা মানুহে হেনো দেখি আহিছে যে সাত নম্বৰ লাইনৰ পকা কলটোৰ ওচৰত সন্ধিয়া সময়ত মেনেজাৰে লছমীৰ স'তে কথা পাতি আছে। মানুহ দেখা পাই অৱশ্যে মেনেজাৰ চাহাব আঁতৰি গৈছিল। লছমীও।

এই কথা চোনিয়াই লগৰ ছোৱালীবোৰৰ মুখত শুনিছিল। চোনিয়াই জানিছিল তেনে কিবা এটা হ'ব বুলি। বাগিচাৰ মেনেজাৰ-জনক তাই কোনো দিনে শ্ৰদ্ধাৰ চকুৰে নেচাইছিল। কিয় জানো বাগিচাৰ মেনেজাৰক চোনিয়াই দেখিয়েই বুজিছিল মানুহজন ভাল নহয়। চোনিয়াই আৰু জানিছিল যে মাক লছমীৰ আজিকালি দিনে দিনে ধুন-পেচ বাঢ়ি গৈছে—নিজকে বেছি চিকুণ কৰি ৰখাৰ চেষ্টা লছমীৰ। চোনিয়াই নিজে দেখিছিল, কিনি অনা বডিজৰে বুকু সজাই কঁকালত বছী মাৰি শাড়ী পিন্ধি লছমীয়ে আজিকালি কামজাৰিলৈ যায়। সেইবাবেই এই কথা শুনি চোনিয়া আচৰিত হোৱা নাছিল যদিও দুখ পাইছিল অপৰিসীম। সৰল বাপেকটোলৈ মনত পৰি চোনিয়াই কেতিয়াবা কান্দিছিল। তথাপিও তাই আছিল নিৰুপায়। মাকৰ ওচৰত কথা কোৱাৰ সাহস নাছিল তাইৰ।

কিন্তু আচল ঘটনাটো ঘটিল কিছুদিন পিছত। সেইদিনা দেওবাৰ আছিল। গধূলিতে ডুমডুমাৰ হাটৰপৰা মাক আৰু বাপেক উভতি আহিছিল। ঘৰলৈ আহি বাপেক লগৰ এজনৰ স'তে আকৌ হাড়ীয়া খাবলৈ বুলি চাৰি নম্বৰ লাইনলৈ গুচি গৈছিল। ইফালে চোনিয়া আৰু লছমীয়ে ভাত পানী খাই শুবলৈ যো-জা কৰিছিল।

এনেতে লছমীয়ে হঠাতে চোনিয়াক ক'লে যে বাপেক আহি ৰাতি বাহিৰতে পৰি থাকিব পাৰে গতিকে আগ ফালৰ ঘৰটোত তাই নিজে শুব। চোনিয়া ভিতৰতে শোৱক। চোনিয়া সন্মত হৈছিল। কাৰণ চোনিয়াই জানে যে মদ খাই বাপেক ৰাতি ঘৰলৈ উভতি আহিলেও কোনোবাই আনি মেলি ভিতৰত শুৱাই নিদিলে বাহিৰৰ বাৰান্দাতে পৰি ৰ'ব—তথাপিও আমনি কৰিবলৈ কাকো নেমাতে!

তেতিয়া কিমান ৰাতি চোনিয়াৰ মনত নাই। কাৰোবাৰ মাত শুনি তাইৰ টোপনি ভাগি গ'ল। অলপ পৰ বিচনাতে থমকি ৰৈ তাই বেৰৰ ফুটাৰে বাহিৰলৈ চালে। চোনিয়াই দেখিলে যে ঘৰৰ বাৰান্দাতে থিয় হৈ আছে আন কোনো নহয়—বাগিচাৰ মেনেজাৰ। সৰু সৰু মাতেৰে তেওঁ লছমীৰ নাম ধৰি মাতিছিল। চোনিয়া অলপ সময় কাটি পেলোৱা গছৰ দৰে তাতেই পৰি ৰ'ল। ফুটাটোৰপৰা চকুযুটা আঁতৰাই আনিব খুজিও তাই আঁতৰাই আনিব নোৱাৰিলে। বাহিৰত থকা সামান্য জোনৰ পোহৰত চোনিয়াই দেখিছিল—মেনেজাৰে খুটা এটাত আউজি ৰৈছে। অলপ সময়ৰ পিছত চোনিয়াই দেখিলে যে মেনেজাৰে আকৌ লছমীৰ নাম ধৰি মাতিছিল। চোনিয়াই বুজিছিল, হয়তো মাকৰ এইয়া আগৰে আঁচনি আছিল, কাৰণ বাপেক ওলাই যোৱাৰ অলপ পিছতে লছমীও বাহিৰলৈ গৈছিল। হয়তো তেতিয়াই—

কিন্তু মাকে দুৱাৰ খুলি নিদিয়া দেখি চোনিয়া আচৰিত হ'ল। ভিতৰৰ দুৱাৰখন সামান্য ফাক কৰি চোনিয়াই দেখিলে, মাক শুই আছে। হয়তো ক'ব নোৱাৰাকৈয়ে টোপনি আহিছে। দিনটোৰ ভাগৰ, তাৰ ওপৰত মদ।......চোনিয়াই দেখিলে মাকে সেই নতুন ৰঙীণ শাড়ীখন পিন্ধিয়ে শুইছে। নাকৰপৰা মৃদু শব্দ এটা হৈছিল, বোধহয় হাত দুখন বুকুৰ ওপৰত আছে।

চোনিয়াৰ নিজকে বৰ অসহায় যেন লাগিল। সেই অৱস্থাত চিঞৰি মাকক তাই মাতি দিব লাগিছিল। নিদিলে। ওচৰচুবুৰীয়াক জগাই দি তাই এটা হুলস্থুল লগাব লাগিছিল। নলগালে। অথবা

সমুখা সমুখিকৈ মাকৰ আগতে মেনেজাৰক প্ৰশ্ন কৰি তাই ব্যতি-ব্যস্ত কৰিব লাগিছিল। নকৰিলে। তাৰ সলনি চোনিয়াই অদ্ভুত কাম এটা কৰিলে। কাপোৰ-কানি ভাল দৰে পিন্ধি মেলি চাদৰ এখন মূৰৰ ওপৰত লৈ তাই মাকে সাৰ নোপাৱাকৈ বাহিৰলৈ ওলাই আহিল। বাহিৰৰ পৰা দুৱাৰখন বন্ধ কৰি চোনিয়া ঘূৰিব খোজোঁতেই মেনেজাৰে পিছফালৰপৰা তাইক সাৱটি ধৰি বাধা দিয়াৰ আগতে চুমা এটা খালে। তাৰ পিছত আৰু কিবাকিবি ক'ব খুজিছিল, কিন্তু চোনিয়াই ক'বলৈ সুযোগ নিদিলে। মেনেজাৰক হাত এখনত ধৰি তাই বাহিৰ ওলাই আহিল। বাহিৰত আহি তাই ক'লে 'তাই চাহাবৰ বঙলালৈ যাব।'

সেই দিনা ৰাতি নাহৰণি বাগিচাৰ মেনেজাৰৰ বঙলালৈ যোৱা আলিটোলৈ যদি তুমি বা মই চালোহেঁতেন, তেন্তে দেখা পালো-হেঁতেন যে চাহগছৰ মাজে মাজে যোৱা সেই আলিটোৱেদি আগে আগে বাগিচাৰ মেনেজাৰ আৰু তাৰপৰা অলপ ব্যৱধান ৰাখি এগৰাকী তিৰোতা গৈ আছে। বঙলা পাই চাহাবে নিজৰ কোঠালীলৈ তিৰোতা গৰাকীক মাতি লৈ গ'ল। দুৱাৰ বন্ধ কৰি লাইটটো জ্বলাব খোজোঁতেই তিৰোতাগৰাকীয়ে বাধা দিলে আৰু তাৰ পিছত নাহৰণি বাগিচাৰ সেই চাং বঙলাটোৰ এন্ধাৰ কোঠালীটোৰ বুকুত এক চিৰন্তন ইতিহাস ৰচনা হৈ গ'ল। চোনিয়াই যি কৈ গৈছিল সেইয়া মোৰ ভাষাত লিখিলে এনেকুৱা হ'ব: মেনেজাৰ চাহাবে মোক লছমী বুলি ভাবিয়ে বহুত কথা কৈ গৈছিল; এন্ধাৰতে মোক মৰম কৰি, দুৱাৰমান উঠি গৈ মদ খাই আহি মোৰ ওচৰ চাপিছিল। মই মেনেজাৰৰ কথাৰ পৰা জানিছিলোঁ—সেইদিনা সেই ৰাতিটোৱে মা'ৰ বাবে সৰ্বনাশৰ ৰাতি আছিল। চাহাবে মোক কৈছিল—'লছমী, তোক মই বিয়া নকৰাওঁ, কিন্তু মোৰ ওচৰলৈ তই সদায় আহিব লাগিব—ক আহিবি!' মই মূৰ জোকাৰি আহিম বুলি কৈছিলোঁ। তাৰ পিছত মই নিজৰ অস্তিত্ব পাহৰি গৈছিলোঁ, এক সৰ্বনাশী অক্টোপাচৰ দৰে দৃঢ় বান্ধোনে মোক নিঃশেষ কৰি দিছিল।

এই খিনিলৈ কৈ নাহৰণি বাগিচাৰ মেমচাহাব থমকি ৰৈছিল। মই বুজিছিলোঁ, এইয়া চোনিয়াৰ চাহাবৰ ওপৰত এক নিকৰুণ প্ৰতিশোধ। আভিজাত্যৰ গৌৰৱত সুবিধাবাদী যিজন মানুহে এজনী বিবাহিতা তিৰোতাৰ জীৱন নষ্ট কৰিবলৈ বিচাৰিছিল, সেই মানুহজনৰ ওপৰতে ওঠৰ বছৰীয়া বনুৱা ছোৱালী এজনীয়ে প্ৰতিশোধ লৈছিল। কিন্তু কেনেকৈ ? কওঁ শুনা—

পিছদিনা ৰাতিপুৱাই নাহৰণি বাগিচাৰ মেনেজাৰে গম পাইছিল যে তেওঁ ভুল কৰিছে। লছমী বুলি যিগৰাকী মানুহৰ স'তে তেওঁ এটা নিশা কটালে সেইয়া লছমী নহয়—লছমীৰ জীয়েক চোনিয়া। সাৱধানী মেনেজাৰে নানান লোভ দেখুৱাই চোনিয়াক বুজাবলৈ বিচাৰিছিল, কিন্তু চোনিয়াই সেয়া নুশুনিলে। অকল নুশুনাই নহয় ৰাতি পুৱাৰ লগে লগে বঙলাত কাম কৰা আটাইবোৰৰ আগত কৈ দিলে যে মেনেজাৰে তাইৰ ইজ্জত নষ্ট কৰিছে। কেইঘণ্টামান পিছত নাহৰণি বাগিচাৰ মেনেজাৰৰ বঙলাৰ সম্মুখত বহুতো মানুহ গোট খাই গ'ল—সকলোৱে দাবী কৰিলে যে চোনিয়াক চাহাবে বিয়া কৰাবই লাগিব। নহলে—

নাহৰণি বাগিচাৰ মেনেজাৰ সম্মত হৈছিল—চোনিয়াক বিয়া কৰাবলৈ। আটাইবোৰ মানুহ ঘৰাঘৰি গুচি গ'ল। সকলোৱে মাথোন এটা মন্তব্য কৰিলে, 'বুধন চৰ্দাৰৰ মাইকীৰ দোষ নহয়—বেটীটোৰ বাবেহে ইমান চব হৈছিল। লছমীৰ নচীব ভাল। লছমীৰ বেটীৰ নচীব ভাল। কিন্তু কোনেও নুবুজিলে যে মাকৰ সম্মান ৰক্ষাৰ বাবে স্বেচ্ছায় বুধন চৰ্দাৰৰ জীয়েক চোনিয়াই এই ঘৃণাৰ জীৱন আঁকোৱালি লৈছে। নিজৰ ভৱিষ্যত বিধাতাৰ হাতত বিসৰ্জন দিছে।

নিজৰ কাহিনী শেষ কৰি চোনিয়াই হুমুনিয়াহ পেলাইছিল। কন্দা উচিত আছিল, কিন্তু নেকান্দিলে। অলপ হাঁহি মোক বিচনাত শুই থকা কেঁচুৱাটো দেখুৱাই কৈছিল—'অ একদম বাপেৰ মতন লাগে।' লেতুসেতু খাই শুই থকা কেঁচুৱাটোৰ ফালে চাই মই দেখিছিলোঁ—এক নিষ্পাপ শিশু মুখ। চোনিয়াই মোৰ আগত

কৈছিল যে চাহাবে তাইক মৰম নকৰে সঁচা ; কিন্তু তাইক ঘৃণাও নকৰে। চাহাবে তাই বন্ধা একো নাখায়। তাইৰ বাবে বেলেগে এইটো কোঠালী দিছে যদিও দিনত চাহাব ইয়ালৈ নাহে। ছয় বছৰীয়া আৰু তিনি বছৰীয়া ল'ৰা দুটা চাহাবৰ লগতে থাকে। তাইৰ তালৈ ৰবকৈ সিহঁতক আহিবলৈ নিদিয়ে। আজি পাঁচ বছৰ হ'ল তাই নাহৰণি বাগিচাৰ মেনেজাৰৰ বঙলাৰ বাহিৰ হোৱা নাই। আনকি যোৱা বছৰ দুৰ্গা পূজাৰ সময়ত তেজ বমি কৰি মৃত্যু হোৱা তাইৰ মাকৰ অসুখৰ সময়তো। বাপেক এই বাগিচা এৰি কেতিয়াবাই গুচি গৈছে। ক'লৈ গৈছে সেইয়া নাহৰণি বাগিচাৰ মেমচাহাবে নেজানে।

বাহিৰত ৰৰষুণ এৰিছিল। মই থিয় হৈছিলোঁ গুচি আহিবলৈ। মোৰ মুখৰ ফালে চাই চোনিয়াই কৈছিল : কি হ'ব এইবোৰ শুনি চব পাহৰি যাব। মই উত্তৰ দিয়া নাছিলোঁ। ভন্টিহঁতক লগত লৈ ওলাই আহিব খুজি মই চোনিয়াক সুধিছিলোঁ, ল'ৰা কেইটাই আপোনাক ভাল পায়নে ? চোনিয়াই হাঁহি কৈছিল, 'পায়' বুলি। মই বুজিছিলোঁ সেই হাঁহি মাতৃত্বৰ গৌৰৱৰ হাঁহি। আমাক আগকালৰ গেটেৰে ওলাই যাবলৈ গেটখন এজনক খুলিবলৈ মাতি দি চোনিয়াই নিজেও আগবাঢ়ি আহিল আমাৰ লগতে। বাহিৰৰ ফুলনিতে দুটা মৰম লগা ল'ৰাই পখিলা ধৰা নেট এখনৰে ইফালে সিফালে দৌৰি ফুৰিছিল। অচিনাকি মানুহ দেখি ডাঙৰটো ল'ৰা থমকি ৰ'ল। মই হাত বাউলি দি মাতিলোঁ। সুধিলোঁ কি নাম তোমাৰ ? সুন্দৰ ইংৰাজীতে নামটো কৈ দিলে। 'ক'ত পঢ়া' বুলি সোধাত ল'ৰাটোৱে ক'লে যে ঘৰতে দেউতাকে পঢ়ায়। স্কুললৈ নেযায়। মই ল'ৰাটোক মৰম কৰি খুব সৰুকৈ দূৰত বৈ থকা নাহৰণি বাগিচাৰ মেমচাহাব চোনিয়ালৈ দেখুৱাই সুধিলোঁ : 'হু ইজ চী, মাই বয় ?'

সামান্য ভাবে হাঁহি বৈ থকা চোনিয়াৰ ওচৰলৈ ল'ৰাটো মোৰ ওচৰৰ পৰা দৌৰি গৈ কোলাত উঠি চিঞৰি কৈ উঠিল : 'আয়া— প্লিজ হেলপ্ মি। সৌ পখিলাটো মোক ধৰি দিয়ানা !'

গেটখন বন্ধ কৰি আমি আঁতৰি আহিছিলোঁ।

# ৰোগ

অপূৰ্ব শৰ্মা

সেইদিনা গধূলি প্ৰাচীন ভগা চাইকেলখন বাহিৰৰ পৰা আনি ৰৰঘৰৰ ভিতৰত আওজাই থৈ দুৰ্বল অনিশ্চয় খোজেৰে আগবাঢ়ি গৈ, হাত ভগা কাঠৰ চকীখনত বহি জেপৰপৰা এটা বিড়ি উলিয়াই চাকিৰে অগ্নিসংযোগ কৰি ভুবাবমান ধোঁৱা টনাৰ পাছত অতি সহজভাৱে অতি স্বাভাৱিকভাৱে এবাটি চাহৰ কথা ৰোষেশ্বৰ পণ্ডিতৰ মনলৈ আহিল। ৰোবেশ্বৰ পণ্ডিত তেওঁৰ প্ৰৌঢ়ত্বত উপস্থিত, ৰৌদ্ৰ দগ্ধ দুঃস্বাস্থ্যৰ অধিকাৰী, নিৰীহ ধূপৰ ধোঁৱাৰ দৰে শান্ত, কিন্তু তেওঁৰ দীৰ্ঘদেহ, সুপ্ৰশস্ত কপাল, গৌৰৰোজ্জ্বল দাঁত আৰু একোচা সুন্দৰ গোঁফৰ পিছকালে যৌৱনকালত তেওঁক কোনো দুৰ্দ্ধৰ্ষ অভিযান বা 'গল্প হলেও সত্য' জাতীয় কোনো কাহিনীৰ নায়কৰূপে কল্পনা কৰিব পাৰি। সময়ত, পৃথিৱীচ্যুত হৈ আকাশমগ্ন অৱস্থাত, তেওঁক দেখা যায় তেওঁ যেন শূন্যত কিছুমান বিচ্ছিন্ন ঘটনাৰ অনুধাৱনত ব্যস্ত আৰু সেই ঘটনাবোৰ এখন ব্লেক-বোৰ্ডত অৰ্থপূৰ্ণভাৱে—ক্ৰছৱৰ্ড পাজ্‌ল্ যেনে—মিলাবৰ চেষ্টাত ব্ৰতী। ইয়াৰ পাছত আকাশচ্যুত হৈ তেওঁ বিড়ি জ্বলায়, কাৰণ এই চেষ্টাত তেওঁ হতাশ আৰু ক্লান্ত, ঘটনাবোৰ অস্পষ্ট, খেলি মেলি, মিল নাখায়, অনেক টুকুৰা বিচাৰি পোৱা নাযায়। সম্প্ৰতি তেওঁৰ দৃষ্টিত শূন্যতা আৰু আপাতদৃষ্টিত সম্মুখৰ শূন্যতাতে নিবদ্ধ (অৰ্থাৎ ক'তো নিবদ্ধ নহয়)। ইয়াৰ ফলত দেখা যায় তেওঁ চিন্তা-শ্ৰান্ত আৰু ধূমপানত সম্পূৰ্ণ অমনোযোগী। এই সময়ত সন্ধ্যা লাগি ভাগিছে। কোঠাৰ ভিতৰত ক্ষীণ ৰঙচুৱা পোহৰৰ এটা চাকি, য'ৰ পৰা সময়ে সময়ে ফট্ ফট্ শব্দ ওকৰে আৰু যি পৰোক্ষে

কোঠাৰ প্ৰতিষ্ঠিত আন্ধাৰকেই প্ৰতীয়মান কৰি তুলিছিল। কোঠাৰ পৰিবেশত আছিল নিষ্ঠুৰতাৰ নিশ্বাস আৰু গধুৰ বতাহ। কিয়নো, বাহিৰৰ সমস্ত পৰিপাৰ্শ্বৰে বতাহ গধুৰ, থমথম ভাৱ। আকাশ মেঘলুপ্ত গোমা। এটা পচা গোৰোৱা গোন্ধ—মৰা ধুবৰ সময়ত যেনে—কোনো মৰা জন্তুৰ দুৰ্গন্ধৰ লগত মিহলি হৈ ভাহি আহিছিল।

এতিয়া তেওঁৰ এবাটি চাহৰ কথা মনত পৰিল। এই স্মৃতিত, স্মৃতিত নহয় বৰং আগ্ৰহত, তেওঁৰ শ্ৰান্তি, দীৰ্ঘদিনৰ অভ্যাস আৰু সময়ৰ কাৰচাজি আছিল। কিন্তু যৌৱনৰ কোনো প্ৰিয় বিলাস (যি এতিয়া বিগত, যাৰ স্বাদ মাত্ৰ স্মৃতিত অৱশিষ্ট আছে) যেনে, দবাখেল বা গানৰ চৰ্চা বা চিকাৰৰ নিচাৰ দৰে এই স্মৃতি এতিয়া সখেদে উপস্থিত। কিয়নো, আজি চাৰি পাঁচদিন ধৰি তেওঁৰ ঘৰত, তেওঁৰ ঘৰতে নহয়, গোটেই গাঁৱত, চাহ অদৃশ্য। যোৱা এপষকাল প্ৰচুৰ বৰষুণৰ ফলত বঙানৈ ওফন্দি, যদিও বা তেওঁলোকৰ গাঁৱৰ অৱস্থান যথেষ্ট ওখ, যদিওবা ওচৰৰ আৱিভঙা, লেতেকুবাৰী, গেলেকী প্ৰতিবছৰ বানপানী উপদ্ৰুত হোৱা সত্বেও তেওঁলোকৰ গাঁৱত পানী উঠাৰ কথা তেওঁলোকৰ মনত নপৰে, আজি প্ৰায় এসপ্তাহ গাঁৱৰ সকলোৰে ঘৰ, কোনোৰ ‘চোতাল, কোনোৰ বা বাৰান্দা, কোনোৰ বা ঘৰৰ ভিতৰ পৰ্যন্ত পানীত নিমজ্জিত আছিল। পৰহিৰ পৰা পানী শুকাইছে, আলি পদূলিত তথাপি পানী। লেতেকুবাৰীত পানী কমিছে। গেলেকী এতিয়াও জলমগ্ন। অভূতপূৰ্ব এনে পৰিস্থিতিত তেওঁলোকৰ গাঁৱৰ দোকানী ভোগেশ্বৰৰ দোকানৰ প্ৰায়বোৰ পণ্য সামগ্ৰী শেষ হৈ গৈছে (ঘটনাক্ৰমে উল্লেখযোগ্য, ভোগেশ্বৰ, এই ক্ষুদ্ৰ গাঁৱৰ একমাত্ৰ দোকানী বা মহাজন ৰোমেশ্বৰ পণ্ডিতৰে অনুজ। বিবাহোত্তৰ কালত দুই পৰিয়াল পৃথক হলেও তেওঁলোকৰ সম্পৰ্ক স্বাভাৱিক আৰু স্বচ্ছন্দ) আৰু দূৰৰ ডাঙৰ দোকানৰ পৰা বস্তু সৰবৰাহ কৰাত তেওঁৰ, ভোগেশ্বৰৰ, অসুবিধা হৈছে বা তেওঁৰ অৰ্থাভাৱ বা এই সম্পৰ্কে তেওঁ উৎসাহী নহয়, এই

কাৰণে যে গাঁৱৰ মানুহৰ হাতত্তো এতিয়া অৰ্থৰ অভাৱ আৰু ইয়াৰ ফলশ্ৰুতি তেওঁৰ পক্ষে মাৰাত্মক হৈ উঠিব। বোষেশ্বৰ পণ্ডিতৰ ৰৌদ্ৰদগ্ধ, ম্লান, অপৰিমাৰ্জিত দাড়িভৰ্ত্তি মুখত গভীৰ ছাঁ পৰিল। এই ছাঁ যৌৱন অপ্ৰমাণিত হোৱাৰ বেদনাত ত্ৰিংশোত্তৰা কোনো অসুন্দৰী কুমাৰীৰ মুখত বিৰাজিত দেখা যায়। এনে ভাব হয়, বোষেশ্বৰ পণ্ডিত নিজৰ পৌৰুষেকেই যেন ধিক্কাৰ দিবলৈ উদ্যত হৈ পুনৰায় দ্বিধাগ্ৰস্ত হৈছিল। উপায়ন্তৰ হৈ তেওঁ বিড়িত টান দি নাকে মুখে প্ৰচুৰ ধোঁৱা বাহিৰ কৰিলে। তেওঁৰ মনৰ চাহ বাটি শূন্যত ধূম্ৰচ্ছায় বিলীন হৈ গ'ল। এই সময়ত বাহিৰৰ পৰিবেশত ব্যাপ্তি আদিমতা, নিষ্ঠুৰ ক্ষমাহীন প্ৰকৃতিৰ ক্ৰুদ্ধনিশ্বাস যুদ্ধৰ সময়ত ৰাতি বিদেশী বুটজোতাৰ আৱাজ সদৃশ ভয়াবহ আৰু অবিশ্বাস্য আছিল। আৰু ফলত বোষেশ্বৰ পণ্ডিতে তেওঁৰ বুকুত এক অলৌকিক নিষ্পেষণ আৰু তাৰ বিৰুদ্ধে তেওঁৰ অসহায়তা অনুভৱ কৰিছিল। এটা উৎকট গুপ্ গুপীয়া গেলা গৰম পৰিছিল। কালি আৰু আজি দিনটো প্ৰচণ্ড ৰ'দ। গৰমত অনিশ্চয়তা আছিল। বিপদৰ গন্ধ আছিল। সন্ধিয়াৰ পৰা মেঘ উঠিছে, কিন্তু বৰষুণ নাই।

বাহিৰত এটা গলহেকাৰিৰ শব্দ হ'ল। পণ্ডিতে দুৱাৰৰ ফালে চালে। মহীৰাম, মজিয়াত ভিতা ভৰিৰ ছাপ পেলাই সোমাই আহিল। এওঁ চাপৰ, পুষ্ট শৰীৰ, মধ্য বয়সীয়া, কঠোৰ মুখত অসংস্কৃত দাড়ি, চুলি অপৰিস্ফুয়মান, গাত গেঞ্জী আৰু আঁঠুৰ ওপৰত পৰা চুৰিয়া। মহীৰামৰ চকুত বিমূঢ়তা, কিন্তু তাৰ হয় সি সাময়িক। কাৰণ, বুজা যায়, তেওঁ নিজৰ বাহুক বিশ্বাস কৰে। তেওঁ নাম কৰা খেতিয়ক, তেওঁৰ বিমূঢ়তা সহজবোধ্য, কিয়নো তেওঁৰ খেতি—যি এতিয়া সহজ শান্তভাৱে পানীৰ তলত আশ্ৰিত, নাজানে যে কেৱল মৃত্যু ক্ৰমাৎ নিশ্চিত হৈ আহিছে, মূৰ্খৰ দৰে হয়তোবা মাছৰ লগত খেলিছে—প্ৰায় আধা সম্পূৰ্ণ হৈছিল।

'অ' মহী.........বহ.........' পণ্ডিতে ক'লে। বেঞ্চখনত হাত-ফুৰাই মহীৰাম বহিল।"

'কেনিবা গৈছিলি ?

'নাই.........ঘৰৰ পৰা.........পানী" আৰু কোৱাৰ প্ৰয়োজন নাছিল। মহীৰামৰ হ্ৰস্ব কৰ্ক উত্তৰত তেওঁৰ বিৰক্তি ক্ৰোধ একেলগে প্ৰকাশ হৈছিল। বস্তুতঃ ক'বলগীয়া তেওঁলোকৰ একো নাছিল। তেওঁলোকৰ দুঃখ, তেওঁলোকৰ ক্ষোভ এনেকি তেওঁলোকৰ অসহায়তা প্ৰত্যেকৰে ওচৰত স্পষ্ট। অন্যপক্ষে ক্ষয়ক্ষতিৰ কমবেছিৰ ওজন তুলিবৰ সময় এতিয়াও হোৱা নাই।

'এৰা.........ৰোষেশ্বৰে উচ্চাৰণ কৰিলে। ইয়াৰ পাছত কোনো আবেগ অথবা অনুযোগ বা বিদ্ৰোহ নাছিল। বৰং তেওঁৰ উচ্চাৰিত শব্দটিত যি নিৰ্জীৱতা, শুষ্কতা ধ্বনিত হৈছিল তাত কোঠাৰ প্ৰায়ান্ধকাৰ নগ্নতা ব্যক্ত হৈছিল। বাহিৰত স্তব্ধতা। সম্ৰাজ্ঞী ৰাত্ৰিৰ অনুচৰ—অনুচৰী বাৰীৰ চুকত, বাঁহনিৰ তলত অহাযোৱা কৰিছিল। বাটৰ পানীত মাজে মাজে মানুহ, গৰু অহাযোৱাৰ শব্দ উঠিছিল। বাঁহনি ঘৰৰ পৰা দুই এটা শব্দ আহিছিল। নিস্তব্ধতাৰ উপদ্ৰৱৰপৰা হাত সাৰিবলৈ ৰোষেশ্বৰে জেপত হাত দি এটা বিড়ি উলিয়াই মহীৰামলৈ আগবঢ়ালে আৰু মাটিৰ পৰা চাকিটো তুলি তেওঁৰ হাতত দিলে। মহীৰামে দাঁতেৰে বিড়িৰ পশ্চাৎভাগ কিঞ্চিৎ ছিঙি চাকিৰ সহায়েৰে বিড়িটো জলালে। এনে কৰাত চাকিৰ ৰঙা পোহৰ, ক'লা ধোঁৱা আৰু উত্তাপ তেওঁৰ মুখৰ নিকটলৈ আহে আৰু তেওঁৰ মুখমণ্ডল ৰঙা আভাৰে ৰঞ্জিত, চকু সংকুচিত মুখ কৰ্ক আৰু একাগ্ৰ হয়। সেই মুহূৰ্তত মহীৰামৰ মুখমণ্ডল কোনো এক পলাতক প্ৰবীণ বিপ্লৱী নেতাৰ তুল্য দেখা গৈছিল আৰু স্থিৰভাৱে ৰোষেশ্বৰে তেওঁৰ মুখলৈ চাইছিল। এই দৃশ্য সততে উপেক্ষিত, কিন্তু আজি ৰোষেশ্বৰ, নিজৰ অজ্ঞাতসাৰেই ঈষৎ চমৎকৃত হ'ল, এই নিমিত্তে যে হয়তোবা এই দৃশ্যই তেওঁৰ মনলৈ 'স্বদেশীৰ' চিকমিকনি আনিছিল।.........পানী ভাঙি কোনোবা এজন অহাৰ শব্দ হ'ল।

'দাইটি আছানে.........?"

অঁ.........আছ.........' পণ্ডিতৰ উত্তৰৰ লগে লগে গাঁৱৰ সুশ্ৰী,

সুঠাম ডেকা পদ্ম সোমাই আহিল আৰু মহীৰামৰ উদ্দেশ্যে 'অ' ককাইটিও.........' বুলি মহীৰামৰ অলপ আঁতৰত বেঞ্চখনতে বহি পৰিল।

'কোনকালে গৈছিল.........?' অতীব নিম্নকণ্ঠে নিস্তব্ধতাক অকণো আঘাত নকৰাকৈ মহীৰামে সুধিলে, যেন এই নিস্তব্ধতা, যি পৰিবেশক দিছিল কঠিন ৰোগীৰ উপস্থিতিৰ সন্ত্ৰস্ততা বা বিপ্লৱৰ গোপনীয়তা, তেওঁলোকৰ বাবে প্ৰয়োজনীয় আছিল।

'ইয়ালৈকে.........আৰু ক'লৈ যাবি ? (.........দাইটিৰ দোকানো বন্ধ.........' পদ্মই ক'লে। পদ্মৰ উত্তৰে ভোগেশ্বৰৰ দোকানৰ সান্ধ্য গ্ৰাম্য তৰ্ক আৰু আলোচনাৰে ইয়াৰ সৰস মুখৰতা, নিশ্চিত আনন্দৰ মোহ, দোকান বন্ধ থকাত অসুবিধা, নিৰ্জীৱ সন্ধ্যা পানী, গৰম, বিপদ আৰু হতাশৰ স্মৃতি আৰু চিন্তা তেওঁলোকৰ মনলৈ আহিছিল। আৰু এনেকি এই প্ৰকাৰ চিন্তাৰ মাজত বোমেশ্বৰ পণ্ডিতৰ মনত চেৰেপাৰ কামোৰৰ দৰে সান্ধ্য চাহৰ স্মৃতিয়েও খজুৱাইছিল।

'গেলেকীত বোলে.........সাতজন মৰিছে' পদ্মই খবৰ দিলে ।

'ক'ত ?' বোমেশ্বৰৰ প্ৰশ্নটো চীৎকাৰ যেন শুনা গ'ল। আধা অবিশ্বাস আৰু বিস্ময় মানি মহীৰামে পদ্মলৈ চালে আৰু তাৰ পাছত দুৰ্বল প্ৰতিবাদৰ সুৰত ক'লে, কিয়, লেতেকুবাৰীতহে......গৈছে বুলিছে ?

'লেতেকুবাৰীততো পৰহিৰ পৰা। একুৰিৰ ওপৰ হ'ল কিজানি।' পদ্মৰ উত্তৰটো উদাসীন যেন শুনা গ'ল, কিয়নো তাৰ সত্তা উত্তৰটোৰ লগত সংপৃক্ত নাছিল। কোঠালৈ ভোগেশ্বৰ সোমাই আহিল আৰু পদ্মক সুধিলে, আজি পি-ডব্লিউৰ মানুহ আহিছিল বোলে ?'

'আৰিভঙাৰ বান্ধ চাবলৈ......এতিয়া।' ক্ষুদ্ধকণ্ঠে পদ্মই উত্তৰ দিলে।

চৰ ডেপুটিৰ ওচৰত কাগজ এখন আমাৰ এতিয়াই দি থব লাগে। ভোগেশ্বৰে প্ৰস্তাৱ দিলে। কিন্তু ব্যৱসায়বুদ্ধি, অভিজ্ঞতা আৰু দূৰদৃষ্টি প্ৰসূত হলেও এই প্ৰস্তাৱৰ বিশেষ কোনো প্ৰতিক্ৰিয়া ন'হল।

কাৰণ, বান্ধ, বানপানী চৰডেপুটি, ক্ষতিপূৰণ এইবোৰ অচল, অক্ষম মুদ্ৰাবিশেষৰ দৰে এতিয়া অৰ্থহীন আৰু অনাকৰ্ষণীয় আছিল। শিখাৰ দৰে, দহনমুখী ছগাৰ দৰে, ছুপবৰ বতাহ লগা নাৰিকলৰ পাতৰ দৰে তেওঁলোকৰ অন্তৰ এটা আশংকাই সিৰ সিৰকৈ কঁপাই গৈছিল। আৰু ছুপবৰ ব'দত এই আশংকাৰ গন্ধ ভাহিছিল।

'টাউনৰ পৰা একো অহা নাইনে ?' বোমেশ্বৰে সুধিলে।

'আজি ছুপৰীয়ালৈকে খবৰ নাই। আমাৰ ডাক্তৰতো পলালেই।' এই অঞ্চলৰ একমাত্ৰ চৰকাৰী চিকিৎসালয় লেতেকুবাৰীত। ডাক্তৰ ৰেবতী শৰ্মা পানী উঠাৰ লগে লগে ছুটী লৈ ঘৰলৈ গ'ল। এতিয়ালৈকে তেওঁ বা তেওঁৰ ঠাইত নতুন কোনো ডাক্তৰ অহা নাই। পদ্মৰ উক্তিত তেওঁলোকৰ মনলৈ সেই পুৰণি অৱস্থা ঘূৰি আহিল, যি সদায় সঙ্গত বিক্ষোভ, নিৰুপায় হতাশা আৰু সমৰ্পণৰ চেতনাৰে পূৰ্ণ। বিদ্ৰোহৰ ধ্বনি তাত এতিয়াও স্পন্দিত হোৱা নাই। ই, ই ক্লীব, সুপ্ত, পথহাৰা।

'এজাক পাতল বৰষুণ অনা হলে......' শূন্যমন্দিৰত সৰ্বস্বান্ত কৰুণ প্ৰাৰ্থনাৰ দৰে বোমেশ্বৰ পণ্ডিতৰ কথাষাৰ শুনা গ'ল। আৰু এনেতে এই সমস্তৰ বৈপৰীত্যৰূপে হাতত তামোলৰ বটা লৈ কুসুম—বোমেশ্বৰ পণ্ডিতৰ পঞ্চদশবৰ্ষীয়া জীয়াৰী—কোঠাত প্ৰবেশ কৰিলে। কুসুমৰ শৰীৰত বিনম্ৰপূৰ্ণতা আৰু গতিত এটা ছন্দ আছিল। তাইৰ অৱয়বত প্ৰচ্ছন্ন আগ্ৰহ আৰু অপেক্ষা। পশ্চিমৰ আকাশত ৰঙা ঘূৰণীয়া সূৰ্য্য পথাৰত জোকৰ কামোৰত বোৱা শৰীৰৰ ৰক্তধাৰাই তাইৰ হৃদয়ত অবুজ শিহৰণ তোলে। ছুপৰৰ আকাশৰ নিস্তৰঙ্গ নীলাসমুদ্ৰত নিঃসন্দেহে হেৰাই গৈ তাই দীঘল গভীৰ নিশ্বাস এৰে। আৰু ৰাতিৰ নিৰুপদ্ৰৱ নীৰৱতাত বিচনাত পৰি তাই শুনে ভৰা ৰঙানৈৰ উত্তাল তৰঙ্গময় প্ৰবাহৰ ধ্বনি। আৰু তাৰ মাজে মাজে এটা অৰ্দ্ধস্পষ্ট অচিন সুৰ যেন ঢৌৰ ওপৰেদিয়েই কঁপি কঁপি বাগৰি আহে। সুৰটো ক্ৰমে উচ্চগ্ৰামলৈ উঠে, তাইক আচ্ছন্ন কৰে, তাই অধীৰ হৈ উঠে। এটা চৰম বিন্দুত সুৰটো বৈ যায়, ক্ৰমে তললৈ

নামে আৰু অঘোৰ নিদ্ৰাৰ মাজত হেৰাই যায়। এতিয়া তাইৰ চকু পতাত নিবদ্ধ, মুখ সময়ৰ দুঃস্থতা অথবা পৰিবেশৰ অনুজ্জ্বলতাৰ হেতুকে কিঞ্চিৎ মলিন আৰু তাই পদ্মৰ ফালে বটাটো আগবঢ়াই দিলে। আৰু পদ্মই দেখিলে, কোঠাৰ ক্ষীণ পোহৰতো মামৰে ধৰা বটাৰ ওপৰত কুসুমৰ হাত—গাৰ্হস্থ্যৰ অজস্ৰ শ্ৰমৰ কাঠিন্য, সময়ৰ ধোঁৱাময় মালিন্য সকলোকে উপেক্ষা কৰি এই হাত কোমল, উজ্জ্বল আগ্ৰহশীল, উন্মুখ। সি বটাৰপৰা তামোলখন তুলি ললে আৰু কুসুমলৈ চাই—হাঁহি সুধিলে, 'ভাতত লাগিছা ?'

পদ্মৰ উপস্থিতিয়ে হয়তো কুসুমৰ শৰীৰত প্ৰচুৰ আৰু দ্ৰুত ৰক্তৰ চলাচল ঘটাইছিল। আৰু তাৰ প্ৰশ্নমাত্ৰেই তাইৰ মুখ লজ্জাত আৰক্তিম, যেন কোঠাৰ বতাহত মিলি যাব, হয়তো কোঠাত ইমানবোৰ মানুহ নথকা হলে নিজকে এই লজ্জাৰ হাততে এৰি দিলেহেঁতেন, কিন্তু পিতৃৰ উপস্থিতিত সজাগ তাই মাত্ৰ হাঁহি মাৰি উচ্চাৰণ কৰিলে, 'নাই......আই লাগিছে..... '

এই কথোপকথনৰ মাজেদি জীৱনৰ অনুচ্চ আবহ সুৰ ভাহি আহিছিল, ঘৰ সংসাৰ, পুত্ৰ পৰিবাৰ, গোহালিত গৰু, পথাৰত ধান, বাৰীত তামোল-পাণ এই সকলোৰে ভাসমান ছবি পৰিস্ফুট হৈছিল। আৰু মুহূৰ্তৰ বাবে প্ৰত্যেকেই এক অস্বাভাৱিক বন্ধনৰ পৰা মুক্তি লাভ কৰিছিল। প্ৰকৃতিৰ লগত তেওঁলোকৰ পৰিচয় জীৱনৰ পৰিচয়ৰ দৰে গভীৰ, তথাপি প্ৰকৃতিৰ উদ্দণ্ড ধেমালিত তেওঁলোক ত্ৰাসযুক্ত হয়। অস্বাভাৱিকতাৰ ভীতিয়ে তেওঁলোক অসহায় কৰে, চেতনা বিফল কৰে, অথচ নিজৰ দেহৰ গন্ধৰ দৰে ই নিজৰ অজ্ঞাতেই চিৰকাল উপস্থিত।

পিছদিনা উগ্ৰ ৰ'দ উঠিল। আহাৰান্তত বোমেশ্বৰ পণ্ডিত বিচনাত পৰিছিল। লেতেকুবাৰীলৈ তেওঁৰ স্কুলৰ ফালে এবাৰ যোৱাৰ কথা ভাবিছিল। কিন্তু লেতেকুবাৰীৰপৰা বেয়া খবৰ আহিছে। দুদিনৰ ভিতৰতে মৃত্যু-সংখ্যা পঁচিছ পাৰ হৈছে। গেলেকীৰ অৱস্থা তদ্ৰূপ। আজি পুৱালৈক কোনো সাহায্য আহি পোৱা নাই।

প্ৰচণ্ড গৰম। তেওঁ ঘামিছে, শুব পৰা নাই। যোৱা ৰাতি শেষৰ ফালে নিদ্ৰাত ব্যাঘাত ঘটিছিল। এতিয়া তেওঁ শুবৰ চেষ্টা কৰিছে, কিন্তু নিদ্ৰা চেষ্টাৰ অসাধ্য। যোৱা ৰাতিৰ ঘটনাটো তেওঁৰ মনত পৰিছে: গৰমত ঘামিছিল। তেওঁৰ টোপনি ভাগি গ'ল। পিঠিৰ ফালে শীত অনুভৱ কৰিলে। তেওঁ পুনৰ শুবৰ চেষ্টা কৰিলে। হঠাৎ অনুভৱ হ'ল পিঠিৰ ফালৰ শীতটো গতিশীল। মুহূৰ্ততে তেওঁৰ চিন্তাচক্ৰত এখন ছবিৰ দ্ৰুত ঢৌ কিছুমান বাগৰি গ'ল। প্ৰায় জাপ মাৰি তেওঁ মাটিলৈ নামিল। সভয়ে গাৰুৰ তলত পৰা জুইশলাবাকচটো উলিয়াই শিতানৰ চাকিটো জ্বলালে। চাকিৰ পোহৰত দেখিলে শীতল বস্তুটো ক'লা, দীঘল, সুন্দৰ, ভয়াবহ—কলপাত কেৰ্কেটুৱা বগোৱাৰ দৰে অনায়াস সাৱলীল গতিত বেৰ বগাই বাহিৰলৈ গৈছে। ভৰিৰ পৰা মূৰলৈকে গাটো সিৰসিৰাই গ'ল। বাকীখিনি ৰাতি শোৱা নহ'ল। অসম-ভ্ৰমণ কিছুমান খবৰ আৰু সিহঁতৰ ছবি পৰিষ্কাৰ, হুবহু তেওঁৰ মনলৈ আহিল: গেলেকীৰ এটা প্ৰায় ডুবন্ত ঘৰৰ চালত ভেৰডাল সাপ মুখামুখি কৰি আছিল। আৰিভঙাত এজনী বৃদ্ধাৰ লগত মাকে-পোৱালিয়ে তিনিটা সাপ এখন বিচনাতে শুই আছিল। আৰু এবাৰ, বোধহয় বাতৰি কাকতৰ খবৰ, বানৰ সময়ত ক'ৰবাত ছড়াল সাপে মেৰিয়াই থকা এগৰাকী তিৰোতাক অজ্ঞান অৱস্থাত উদ্ধাৰ কৰা হয়। কিছুমান সাপ মৰা দৃশ্য সাপে খোটা আৰু বচোৱাৰ অনেক ৰহস্যজনক ঘটনা, বহুতো ওজাৰ গল্প, শংখ ওজা পৰ্যন্ত, তেওঁৰ মনলৈ আহিছিল। আৰু এইদৰেই এসময়ত ৰাতি পুৱায়।......গৰমত তেওঁৰ অসহ্য লাগিছে। মূৰটো গধুৰ। চকু পুৰিছে। বোধহয় তিনিমান বাজিল। বোমেশ্বৰৰ স্ত্ৰী সোমলতা কোঠাৰ ভিতৰলৈ সোমাই আহিল কোঠাটো এবাৰ—পৰ্যবেক্ষণ কৰি নিৰুদ্বেগ ভাৱে তেওঁ ক'লে—'চাহটোপাবো উপায় নাইকিয়া হ'ল......'

বোমেশ্বৰ এঙামুৰি দি বিচনাত বহিল। আৰু সোমলতাই এবাৰ

দুৱাৰৰফালে চাই নিম্ন, গোপনীয় কণ্ঠেৰে বোমেশ্বৰক ক'লে,—'ভায়েকৰ ঘৰত—চাহপাত আছে হবলা......'

"কি হ'ল ?" বোমেশ্বৰৰ প্ৰশ্নৰ লগত অবিশ্বাসৰ ভ্ৰুকুটি আছিল। সোমলতা প্ৰথমে ৰ'ল, তাৰ পাছত দুৰ্বলভাৱে, পুনৰ ক'লে, 'হয়—কলৰ তলত চাহপাত পৰি থকা দেখিছোঁ।"

'এঃ......বৰ......নেপায় সেইবোৰ......' বোমেশ্বৰৰ অৰ্দ্ধোশক্তিত ভৎসনা প্ৰকাশ পালে। তেওঁ বিছনাৰ পৰা নামি বাহিৰলৈ ওলাই নাদটোৰ কালে গ'ল। নাদৰ পাৰত তেওঁ ৰ'ল। উৎকৰ্ণ হৈ কিবা শুনিব খুজিলে। লৰালৰিকৈ আগফাললৈ আহি কাণ পাতিলে। তাৰ পাছত একো বুজিব নোৱাৰি নাদৰ ওচৰলৈ উভতি গ'ল। দূৰৰ পৰা দুটামান কণ্ঠত দীঘলীয়া কান্দোনৰ শব্দ যেন শুনা গৈছিল। মুখ ধুই তেওঁ আগফাললৈ আহিল। ভোগেশ্বৰ ক'ৰবাৰ পৰা আহিছে। তেওঁৰ মুখৰ চূৰ্ণবিচূৰ্ণ স্বাভাৱিকতাৰ তলত উত্তেজনা আৰু অচিন দেশৰ ভীতি প্ৰচ্ছন্ন হৈ আছিল। পানীত ডুবি থকা পথকৰা বোকাত খোজকঢ়াৰ দৰে তেওঁৰ খোজ অস্থিৰ ভাৱ হয় যেন তেওঁ নিজৰ অজ্ঞাতেই খোজকাঢ়ি গৈছে। প্ৰশ্নোত্তত বোমেশ্বৰৰ ফালে চাই, গছৰ শিপা পৰ্যন্ত কম্পিত কৰে, এনে স্বৰত তেওঁ ক'লে, 'ডাইনীচুকৰ উমাৰামৰ বোৱাৰীয়েক গ'ল'......

"কি হ'ল ?" বোমেশ্বৰে চিৎকাৰ কৰিব খুজিছিল, কিন্তু তেওঁৰ কণ্ঠত যেন স্বয়ং মৃত্যু ভৰ কৰিছে, এনে নিম্ন, অদ্ভুত, অপৰিচিত সুৰত তেওঁৰ প্ৰশ্নটো বাহিৰ হৈ আহিল।

'একো নাই......আজি পুৱাৰ পৰা তিনিবাৰ নে চাৰিবাৰ শৌচ—তাৰ পিছত শেষ......'

ইতিমধ্যে দুই ঘৰৰ দুৱাৰমুখত দুই গৰাকী স্ত্ৰী, কুসুম কুসুমৰ ভনীয়েক সাবিত্ৰী, হাতত কটাৰী লৈ ভোগেশ্বৰৰ ল'ৰা সোণ, বোমেশ্বৰৰ চুৰিয়া প্ৰান্তত ধৰি তেওঁৰ পুতেক মইনা, সকলোটি সমবেত হৈছিল।

'কোন ? কোন ?' ব্যগ্ৰভাৱে সোমলতাই প্ৰশ্ন কৰিলে।

ৰোমেশ্বৰ স্থিৰ নিশ্চল, শিলা স্বৰূপ, ভোগেশ্বৰে চমুকৈ সোমলতাক উত্তৰ যোগালে।

এই সময়ত সমগ্ৰ পৰিবেশ, এনে কি সময়, স্থিৰ হৈছিল, শৈতা, ৰংহীন স্তব্ধতা অমোঘ শূন্যতাৰ মাজত বিৰাজ কৰিছিল আৰু ই উপস্থিত চৰিত্ৰসমূহক চৈতন্যশূন্য কৰি তুলিছিল। কিছু-সময়ৰ পিছত সোমলতাই অকস্মাৎ নিৰ্জীৱতাৰ পৰা মুক্তিলাভ কৰি অতি দীন নিৰাশ্ৰয় কণ্ঠে ঈশ্বৰৰ নামোচ্ছাৰণ কৰিলে আৰু নিঃশব্দে সন্তৰ্পণে ভিতৰলৈ সোমাই গ'ল। ৰোমেশ্বৰে আশ্চৰ্য, গতি লাভ কৰিলে আৰু আকাশলৈ চাই ধীৰে ধীৰে পদুলিৰ ফালে আগবাঢ়িল। কান্দোনৰ শব্দ যেন স্পষ্ট হ'ল। হৰিধ্বনিৰ শব্দ যেন তেওঁ শুনিবলৈ পালে। দূৰৰ আকাশত দুটা শগুণ বত্তাহত বিচৰণশীল দেখা গ'ল। গাঁৱত আকৌ এবাৰ মৃত্যুৰ হাত পৰিল আৰু তাৰ শীতলতাই ৰোমেশ্বৰ পণ্ডিতৰ বক্ত স্পৰ্শ কৰিলে।

ৰাতি। ৰোমেশ্বৰ পণ্ডিত বাহিৰলৈ ওলাই আহিল। নবোৰাৰীৰ দৰে শ্লথ, পুৱাৰ গ্ৰাম্য প্ৰকৃতিৰ দৰে শান্ত ৰাতি আজি তেওঁৰ মনত ভীষণ অশান্ত যেন লাগিল। অথচ গাঁৱৰ দুফালে দুটা কুকুৰৰ চিঁয়ৰৰ বাহিৰে চাৰিওফালে পৃথিৱী, হয়তোবা মৃতকৰ ঘৰো, সুপ্ত। শুবলৈ যোৱাৰ সময়ত ডাইনীচুকৰপৰা আকৌ এবাৰ কন্দা-কটা, হৰিধ্বনি ৰাতিৰ নীৰৱতাৰ মাজেদি এইবাৰ বেছি স্পষ্ট হৈ আহিছিল। শ্মশানৰপৰা মানুহবোৰ ঘূৰিলনে? চিতা নুমালনে? আজি উমাৰামৰ ঘৰত বোৱাৰীয়েকৰ প্ৰেতাত্মাই গিৰিয়েকৰ বিছনাৰ চাৰিওফালে ঘূৰা ঘূৰি কৰিছেনে? শ্মশানত এতিয়া ভূত-যখিনীয়ে নাচিছেনে? এনে অসংখ্য অসমঞ্জস চিন্তা নিবাৰিবৰ হেতুকে তেওঁ, ৰোমেশ্বৰে, অভ্যাস বশতঃ আকাশলৈ চাইছিল। সন্ধ্যাৰ পৰা আকাশত পাতল মেঘ উঠিছিল। কিন্তু বৰষুণৰ সম্ভাৱনা নাই। মেঘৰ ফাকেদি দুই এটা পিপাসাৰ্ত তৰা অ'ত ত'ত দেখা গৈছে। গেলা গৰমটো এতিয়াও আছে। তাৰ লগত দুৰ্গন্ধ। সময় ভয়াবহ সম্ভাৱনাৰে গধুৰ আৰু কুকুৰৰ চিয়ঁৰবোৰ অনবৰত অমঙ্গলীয়া যেন

বোধ হৈছে। বোযেশ্বৰৰ সমগ্ৰ হৃদয় উজাৰ কৰি এটা দীঘল নিশাহ ওলাই আহিল। এই নিশাহে যেন মায়াহীন শূন্যতাৰ ভাৰত অস্থিৰ পৃথিৱীৰ কাতৰতাকে প্ৰকাশ কৰিছিল আৰু ই উপত্যকাৰ পৰা উপত্যকালৈ, শিখৰৰপৰা শিখৰলৈ প্ৰবাহিত হৈছিল, নদী, বক্ষ আৰু ভূতলক সমভাৱে স্পৰ্শ কৰিছিল। তেওঁ জানে যে কাল নিৰবধি, পৃথিৱীও বিপুলা আৰু জীৱন কেৱল তাৰ হ্ৰস্বতা আৰু মৃত্যু নিশ্চয়তাৰ বাবেই বিচিত্ৰ, ৰহস্যময়, উপভোগ্য। অথচ এই অনুভূতি, দিনৰ এৰালিৰ কটা ঘা সন্ধ্যাৰ নামৰ সময়ত মাত্ৰ অনুভূত হোৱাৰ দৰে, দূৰ শূন্যত, নক্ষত্ৰনিচয়ত অথবা বৰগীতৰ শুদ্ধ পদত মনোনিবেশ কৰাৰ সময়তহে মনত জাগ্ৰত হয়। গধূলিৰ বিক্ষিপ্ত, টুকুৰা, কিছু সত্য, কিছু উৰা, বিভিন্ন বাতৰিয়ে সম্প্ৰতি তেওঁৰ মনত অস্পষ্টভাৱে ক্ৰিয়া কৰিছিল। খবৰ আহিছিল যে লেতেকুবাৰীতকৈও গেলেকীত মৃত্যুৰ হাৰ বাঢ়ি গৈছে। মৃত্যুৰ সংখ্যা মুখে মুখে বেলেগ হ'ব ধৰিছে। কোনো কোনো ঘৰ শূন্য হৈ গৈছে। গাঁও উচ্ছন্নপ্ৰায়। সমৰ্থ দুই এঘৰ চহৰলৈ ভাগিছে। মানুহবোৰৰ তেজ শীতল হৈ পৰিছে। সিহঁতৰ মুখত, মনত, বতাহত, সমগ্ৰ পৰিবেশত সদম্ভ নিষ্ঠুৰতাৰে মৃত্যু বিৰাজ কৰিছে। মহামাৰী তাৰ কালান্তক ৰূপত গাঁৱলৈ নামিছে। একমাত্ৰ উৎসাহ-দায়ক খবৰ আনিলে পদ্মই : লেতেকুবাৰীলৈ চৰকাৰে প্ৰথম সাহায্য দল, চাৰিজন কম্পাউণ্ডাৰ, পঠাইছে আৰু আজি আবেলিৰপৰা তেওঁলোকে ঔষধ বিলাইছে। ডাক্টৰ ৰেৱতী শৰ্মাই চাকৰি ইস্তফা দিছে, নতুন ডাক্টৰ দুই এদিনতেই পাবহি। এই সকলো খবৰে তেওঁৰ মনলৈ আনিছিল অস্পষ্টতা অনিশ্চয়তা আৰু ইয়াৰ অনুষঙ্গ ছবি। এই ছবি তাহানিৰ, শৈশৱকালৰ ভয়ৰ ৰংহীন আৰু ধোঁৱাময় আৰু ইয়াত নিৰ্মম গম্ভীৰ এজাক শগুন ক'টমাৰ্শালত বহাৰ দৃশ্য আছিল। পছুলিৰ মুখত এটা কুকুৰে কান্দি উঠিল। এই কান্দোনৰ বিলম্বিত লয়ত অনেক কৰুণ অভিযোগ আছিল। বোযেশ্বৰে চঁক খালে, ঘৰৰ ভিতৰলৈ গৈ বিচনাত পৰিল।

সোমলতাই এটা বাগৰ সলাই তেওঁৰ ওচৰ চাপি আহিল। আৰু তেওঁ বোমেশ্বৰে লাহেকৈ ঘুৰি চকুযোৰ মুদি দিলে। কিন্তু মেকুৰীয়ে যি দৰে চকু মুদিও শব্দৰ সন্ধানত সঘনে কাণ লৰচৰ কৰে, সেইদৰে নিমিলীত-নয়ন, নিদ্ৰা প্ৰয়াসী বোমেশ্বৰৰ কাণো শব্দৰ অপেক্ষাত ৰ'ল পুৱতি নিশা তেওঁৰ গভীৰ টোপনি আহিল।

পিছ দিনাও ৰ'দ নাছিল। আকাশ পাতল মেঘেৰে আবৃত। ভুবাৰমান মেঘ ক্ৰমশঃ ঘন হৈ অৱনমিত হৈ বৰষুণ দিবৰ উপক্ৰম কৰিছিল, কিন্তু তাৰ পাছত ধীৰে ধীৰে আকৌ পাতল হৈ ওপৰলৈ গৈছিল। বিপৰ্য্যয় গ্ৰস্ত অভিশপ্ত মানুহবোৰে নিমাতে অসহায়ভাৱে আকাশলৈ চাই তলমূৰ কৰিছিল। কামলৈ তেওঁলোকৰ আগ্ৰহ নাছিল। যিবোৰে পানী শুকালেই পথাৰত নমাৰ সংকল্প কৰিছিল তেওঁলোকৰ উৎসাহো সংকুচিত হৈছিল। যোৱা ৰাতিৰ ডাইনীচুকৰ তিনিটা মৃত্যু গোটেই গাঁও বিয়পি গৈছিল। গাঁৱৰ ওপৰত মৃত্যুৰ ছাঁ পৰিব্যাপ্ত হৈছিল। নতুন দুঃসংবাদৰ বাবে, মৃত্যুৰ নতুন সমাৰোহৰ বাবে সকলোৱে ভয়ে ভয়ে অপেক্ষা কৰিছিল। তথাপি দিনটোত কোনো দুৰ্ঘটনা নঘটিল, দুই এটা খবৰ অৰণ্যে আহি থাকিল: দুজন ডাক্টৰ আৰু নতুনকৈ ঔষধ আদিৰ সাহায্য আহি পাইছেহি। মৃত্যুক তথাপি বোধ কৰিব পৰা নাই। বাধাহীনভাৱে আগবাঢ়িছে। গেলেকীৰ ন-জনীয়া পৰিয়াল এটা এজনো নথকাকৈ শেষ হৈছে। ক'ৰবাত বোলে এটা অচিন মৰাশ শিয়ালে গাত খান্দি উলিয়াইছে। দিনে ৰাতিয়ে চিতা জ্বলিছে। নীতি-নিয়মৰ বিচাৰ নাই। দুই তিনিটা শ একে চিতাতে তুলি পুৰিছে। কেৱল অহৰহ হৰিবোল ধ্বনি শুনা গৈছে।

আন্ধাৰৰ ছাঁত শ্ৰান্ত ৰাতি অসময়তে নিদ্ৰিত হৈছিল। সমগ্ৰ পৰিবেশ জয়াৰ। গাঁৱৰ মূৰত শিয়ালে চিয়ঁৰিছিল। উত্তৰত দুটামান কুকুৰে একেলগে ভুকিছিল। আকাশত মেঘ পাতল। বতাহ অচল। গৰম অছিল। দুৰ্গন্ধ কমিছিল। ভোগেশ্বৰৰ দোকানৰ ক্ষীণ পোহৰৰ লেম্পটো লৈ পদ্ম, পিছে পিছে বোমেশ্বৰ

গাঁৱৰ মাজেদি আগবাঢ়িছিল। বানপানীৰ পাছত পৰিচিত গাঁৱৰ বাটবোৰো অচিনাকি যেন লাগিছিল। গাঁৱৰপৰা ওলাই তেওঁলোক মথাউৰিলৈ উঠিল। পদ্মই সোঁফালে ৰওানৈলৈ চালে। পানী কমিছে। ভেটাবোৰ ভাঙি ছিঙি উটাই নিলে, সোঁতৰ শব্দ কমি গৈছে। বাঁওফালে দূৰৰ শ্মশানলৈ তাৰ চকু গ'ল। আৰু তাৰ মনটো কোঁচ খাই আহিল, তাৰ মনত পৰিল যে সিহঁতে ভোগেশ্বৰক আজি দুপৰীয়াই ৰোমেশ্বৰৰ চাইকেল লৈ লেতেকুবাৰীলৈ গৈছিল। প্ৰথমে ৰোমেশ্বৰ যাব খুজিছিল। তেওঁৰ এটা জেদ হৈছিল। তেওঁৰ বাহিৰ ওলাব খুজিছিল। তেওঁ জানে, লেতেকুবাৰীত মৃত্যু আছে, মৃত্যুৰ বিৰুদ্ধে দুৰ্বল সংগ্ৰাম আছে ( মৃত্যু শব্দটো এতিয়া কিমান চিত্ৰময় )। তথাপি তেওঁ নিজকে কৈছিল, ভয় আৰু হতাশাৰ বিৰুদ্ধে অধিক ভয়াবহতাৰ মাজলৈ, অধিক হতাশাৰ মাজলৈতেওঁ পুৰুষৰ দৰে যাব। তেওঁৰ স্কুল আছে, ছাত্ৰ-ছাত্ৰী আছে, সিহঁতৰ প্ৰতি তেওঁৰ কৰ্তব্য আছে। তেওঁ কৰ্তব্যৰ সন্মুখীন হ'ব। কিন্তু সেই সময়ত ভোগেশ্বৰে আহি দোকানৰ বস্তু বেহানি আনিবৰ বাবে ৰোমেশ্বৰক চাইকেলখন খুজিলেহি। আৰু সেই ভোগেশ্বৰ এতিয়াও, ৰাতি এই পৰলৈকে উভতি অহা নাই। সম্প্ৰতি মথাউৰিৰ পৰা নামি তেওঁলোক, যেন কোনো বিপ্লৱৰ পলায়নৰত দুটি চৰিত্ৰ, বিৰিণাবৰিৰ মাজেদি আগবাঢ়িছিল। এই পথ চুটি, কিন্তু এতিয়া ৰাতি নিৰ্জন আৰু ভয় লগা। দিনৰ নিৰীহ নিৰহংকাৰ গছবোৰ সৌহাৰ্দ্যৰ সেউজীয়া নিচান নমাই শতৰুৰ ক'লা মুখা পিন্ধি দূৰে দূৰে পহৰা দিছিল। মাজে মাজে অন্যমনস্ক দুই এক জাৰ্মানীবনৰ জোপাকো তেওঁলোকৰ সন্দেহ হৈছিল। চৰাই-বোৰ নিৰৱ, সুপ্ত—মাত্ৰ এটা যমডাকিনীৰ অমঙ্গলীয়া মাত নৈৰ সিপাৰৰ পৰা ভাহি আহিছিল। অলপ আঁতৰত এজাক শিয়ালে চিঁয়ৰিছিল। দুটা এটা আহাৰ সন্ধানী জীৱই তেওঁলোকৰ ওচৰ পাই দৌৰ মাৰিছিল। গাঁৱৰ ফালৰপৰা কুকুৰে বৈ বৈ ভুকাৰ শব্দ আহিছিল।

বিপৰীত ফালৰপৰা লেম্প লৈ কোনোবা এটা আহিছিল। তেওঁ-লোকৰ গতি ধীৰ হ'ল, মনবোৰ সামান্য পাতল হৈ পৰিল। তেওঁলোকে মানুহটোলৈ চালে। মানুহটোৱেও তেওঁলোকলৈ চাই চাই পাৰ হৈ গ'ল। ওহোঁ—ভোগেশ্বৰ নহয়। তেওঁলোকে খোজ ললে আৰু এনেতে অকস্মাৎ শুনিলে—"বোম নেকি ?"

পাৰ হৈ যোৱা মানুহটোৱে মাতিছে। তেওঁলোক ঘূৰিব।

'হয়', বোমেশ্বৰে ক'লে। মানুহটো তেওঁ ধৰিব পৰা নাই। মনলৈ কেইবাখনো মুখ আহি দ্ৰুত পাৰ হৈ গৈছে। মানুহটো আগুৱাই আহিল।

'মই......অনিৰামহে......সামান্য অপ্ৰস্তুত কণ্ঠে তেওঁ ক'লে—আৰু এনেয়ে লেম্পটো অলপ দাঙি ধৰিলে। সৰ্বস্বান্ত চেহেৰা, অনন্যোপায়হেতু জীৱিত, কৃশ শৰীৰ এটা থিয় দি আছিল।

"অ'......অনিৰাম......" বোমেশ্বৰে ক'লে। এটা অজ্ঞান ভীতি তেওঁৰ মনৰ ভিতৰত সোমাই পাক খালে। অনিৰাম তেওঁৰ দূৰ সম্পৰ্কীয়—এই ৰাতি ! ধুমুহাত বৃক্ষসমূহে যিদৰে ভিৰ খাই উৎপতিত হ'বৰ উপক্ৰম হয়, আকৌ পূৰ্বাৱস্থালৈ ঘূৰি আহে, তেওঁৰ মনত তেনে এটা অৱস্থাৰ সৃষ্টি হ'ল।' আমি......"বোমেশ্বৰ ৰ'ল।

'ভালেই হ'ল......"নিম্ন, পলায়নপৰ উত্তৰ। বোমেশ্বৰ জিকাৰ খাই উঠিল।

"ভোগ......" তেওঁ কোনোমতে উচ্চাৰণ কৰিলে আৰু কৰুণ প্ৰাৰ্থনাৰ ভঙ্গীত অনিৰামৰ আশাহীন মলিন জৰ্জৰ মুখলৈ চালে। অনিৰামে তললৈ মুখ কৰিলে, কিয়নো, এই দৃষ্টিত যেন ৰাতিৰ প্ৰকৃতিৰ বুকু ছিৰাছিৰ হৈছিল, নিদ্ৰিত পক্ষীকুল চঁক খাই উঠিছিল আৰু অনিৰামৰ ক্ষুদ্ৰ হৃদয়ৰ পক্ষে ই সহ্যৰ অতীত আছিল। তেওঁ বোমেশ্বৰৰ ওচৰ চাপিল। হয়তো তেওঁৰ ভয় হৈছিল—বোমেশ্বৰ হঠাৎ পৰি যাব। তেওঁ বোমেশ্বৰৰ পিঠিত হাত থলে।

"এৰা......টান।"......শুনা—নুশুনাকৈ অনিৰামে ক'লে। বোমেশ্বৰৰ সমগ্ৰ শৰীৰত এটা শীতল প্ৰবাহ বৈ গ'ল। ডুপৰীয়া

আহি আমাৰ তাত বোলে বাহিৰ ফুৰিবলৈ গ'ল। মই নাই। তাৰ পাছত নিজে নিজে আকৌ ডাক্তৰৰ তালৈ গ'ল। ঔষধ খালেগৈ হবলা……আহি ঘূৰি পৰি গ'ল……অনিৰাম ৰ'ল। আন্ধাৰৰ প্ৰকৃতিৰ পটভূমিত তিনিটা ক'লা মূৰ্ত্তি, দুটাৰ হাতত লেম্পসহ খোদিত হ'ল।

তেওঁলোক যেতিয়া অনিৰামৰ পছলি পালেগৈ, দেখিলে চোতালত চাকিৰ পোহৰ, দুই চাৰিজন মানুহ, ৰোমেশ্বৰ প্ৰায় দৌৰি গ'ল। ভোগেশ্বৰ চোতালত শায়িত, ৰোমেশ্বৰে মাটিত বহি ভোগেশ্বৰৰ সোঁহাতখন ধৰিলে আৰু ব্যগ্ৰ অনুচ্চ কণ্ঠে ক'লে, "ভোগ,…… ভোগ……মই……মই……ককাইদেৱেৰ……"

কেইমুহূৰ্তমানৰ বাবে ভোগেশ্বৰে দুৰ্বল, ঘোলা চকুহাল সামান্য-ভাবে মেলিলে, তাৰ পাছত মুদি দিলে। জীৱনৰ কোনো লক্ষণ নাই। তথাপি মৃত্যুৱে কিছু পলম কৰিছে। এই মাত্ৰ ডাক্তৰ ওলাই গৈছে। কম্পাউণ্ডাৰ এজন ওচৰতে আছে। পদ্ম ৰোমেশ্বৰৰ ওচৰলৈ গ'ল। মৃত্যুৰ এনে সহজ আৰু নিশ্চিতৰূপ ইমান ওচৰৰ পৰা দেখা পাই সি বিমোৰ হৈছিল। পৰিচিত এইবোৰ তাৰ নিজৰ মানুহৰপৰ সহজভাৱে এজনৰ জীৱন শেষ হৈ যাব। সেই মানুহজন যি কোনো মুহূৰ্ত্ততে সিও হ'ব পাৰে। আশ্চৰ্য্য, কি অদৃশ্য হৈ যাব মানুহটোৰ শৰীৰৰ পৰা যাৰ ফলত শুকান নিশ্চল, কাঠ দেহটো কেৱল পৰি থাকিব, উৰলি যাব, মাটিৰ লগত মিলি যাব? বাঁও হাতেৰে ভোগেশ্বৰে তেওঁৰ জেপটো আঙুলিয়াই দেখুৱালে। কম্পাউণ্ডাৰজনে জেপটোৰপৰা উলিয়ালে এখন কাগজ, এসোপা বড়ি। ভোগেশ্বৰৰ চকুৰ কোণত দুটা জলবিন্দু ৰোমেশ্বৰে দেখা পালে —ই যেন ভোগেশ্বৰৰপৰা ৰোমেশ্বৰৰ প্ৰতি শেষ সংবাদ কঢ়িয়াই আনিছিল। তেওঁৰ, ৰোমেশ্বৰৰ, অন্তৰ শিহৰি উঠিল, কোঁচ খাই গ'ল। ভোগেশ্বৰৰ ওঁঠ দুখন দুৰ্বল ভাবে লৰচৰ কৰিলে। কোনোবা এটাই এবাটি পানী আৰু এখন চামুচ আনি ৰোমেশ্বৰৰ সমুখত দিলে। আকৌ এবাৰ তেওঁ কঁপি উঠিল আৰু তাৰ পাছত চামুচেৰে

ভোগেশ্বৰৰ মুখত পানী দিলে। তৃতীয় চামুচ পানী ভোগেশ্বৰে গ্ৰহণ নকৰিলে, কোৱাৰিয়েদি ডিঙিলৈ বৈ আহিল। তেওঁৰ ডিঙিটো বেঁকা হৈ পৰিল, যেন ঈশ্বৰৰ সৈতে প্ৰথম সাক্ষাতেতে বিতুষ্ট, বিক্ষুব্ধ ভোগেশ্বৰে ঈশ্বৰৰপৰা মুখ ঘূৰাই দিলে।

মাজৰাতি শ্মশানৰপৰা আহি বোষেশ্বৰে দেখিলে সোমলতা আৰু কুসুম পিৰালিত বহি আছে। ভোগেশ্বৰৰ ঘৰৰ পৰা তেতিয়া বৈ বৈ নিম্নস্বৰত কান্দোনৰ শব্দ আহিছে। চকুলৈ জুই যোৱা নাই। সক কেইটাক জলপান খুৱাই শুৱাই থৈছে। কুসুমক মাকে জোৰকৈ অকণমান খুৱালে। তিতা কাপোৰবোৰ সলাই বোষেশ্বৰ চাকিটো লৈ ইটো কোঠালৈ গ'ল। এখন চাঙত পুতেক, সক জীয়েক অকাতৰে শুইছে। তেওঁৰ কোঠাত ৰং গৈ ক'লা, হোৱা টিনৰ বাকচটোৰ ওপৰতে ভোগেশ্বৰৰ বগা কাগজখন আৰু বড়িসোপা আছিল। তেওঁ কাগজখন খুলি চালে, দোকানৰ মালৰ হিচাপ। বড়িবোৰ গণিলে, চব্বিছটা, আৰম্ভ হোৱাৰ লগে লগে একেবাৰতে আঠটা খাব লাগে। সোমলতা সোমাই আহিছিল, সুধিলে,' গাখীৰকে অলপ খাব নেকি?

"নাই—নালাগে······" বোষেশ্বৰে ক'লে। সেয়া বড়ি......ক'ৰ? সোমলতাই সুধিলে।

বোষেশ্বৰে কিবা এটা ক'ব খুজিছিল, হঠাৎ ঘৈণীয়েকলৈ চালে, তাৰ পাছত তলমূৰ কৰি ক'লে, "সি আনিছিল। খাইছিল, পিছে ......" তেওঁ বড়িবোৰ বাকচটোত ভৰাই থলে। কিছুসময় মাটিলৈ চাই থিয় দি ৰ'ল আৰু ধীৰ শ্ৰান্ত স্বৰে ক'লে, "তুমি তাৰ ঘৰতে শোৱাগৈ······তাই অকলে......ঠিক নহয়......"

সোমলতা প্ৰস্তুত আছিল। তেওঁ কোঠাৰ পৰা ওলাই আহিল।

চাকিটো নুমাই বোষেশ্বৰ বিচনাত পৰিল। আন্ধাৰ। আন্ধাৰবোৰ যেন আজি বেছি ঘন, এনে লাগিল তেওঁৰ। কি এটা অতল ৰহস্য আন্ধাৰৰ মাজত ডুবি আছে। অদৃশ্য কিছুমান বস্তু যেন ঘূৰা —ফিৰা—কৰিছে। নিস্তব্ধতাৰ মাজেৰে তেওঁ ভোগেশ্বৰ ঘৰৰ

টিনৰ ছুৱাৰ বন্ধ কৰা শুনিলে আৰু দৃশ্যটো তেওঁৰ মনলৈ আহিল। আন্ধাৰত পোহৰৰ ধাৰণা শূন্য হয়, অন্ধবিশ্বাসৰ পাখি বিস্তাৰ কৰি মন উৰা মাৰে, পৃথিৱী আৰু বিশ্বস্ত হৈ নাথাকে। বৈ বৈ ছুটা কুকুৰে ভুকিছিল। আন্ধাৰবোৰ চলমান যেন অনুভৱ হৈছিল। ভোগেশ্বৰৰ সৈতে তেওঁৰ আশৈশৱ আকাশ বিশাল সম্পৰ্ক, তাৰ নানা ৰঙৰ ডাৱৰবদৰে অসংখ্য স্মৃতি ছবি হৈ তেওঁৰ মনত জিলিকিছিল। সৰু কালৰ সকলোবোৰ খিতিঙালিত ভোগেশ্বৰ আছিল ভজৱজীয়া আৰু উদ্যোগী অংশীদাৰ। তেওঁলোকৰ বিয়াৰ পাছত দেউতাকৰ মৃত্যু হয়। বিয়াৰ পাছত গাৰ্হস্থ্যৰ জটিলতাই নহয়, নিষ্ঠুৰতায়ো—এই কাৰণে যে প্ৰায় ছবছৰ কাল ভোগেশ্বৰ সন্তান লাভৰ পৰা বঞ্চিত থাকে—তেওঁৰ হাঁহি কাঢ়ি নিছিল। তাৰ পাছত তেওঁৰ একমাত্ৰ সন্তান সোণৰ জন্ম হয়। তেওঁ এখন দোকান খোলাৰ উদ্যোগ কৰে। তেওঁৰ অৱস্থা স্বচ্ছল হয়। পৰিয়ালটো নিৰুদ্দিষ্ট—সন্তান সুখ ঘূৰি আহে। আৰু আজি অবিশ্বাস্যভাৱে এদিনৰ ভিতৰতে সেই ভোগাই পৃথিৱীৰ পৰা বিদায় গ্ৰহণ কৰিলে। অথচ ভোগেশ্বৰ আছিল নিৰোগী, স্বাস্থ্যবান পুৰুষ। এনেকি সৰুতে দেউতাক জীয়াই থাকোঁতেই এবাৰ টিফুকৰ মনবৰ আতাৰপৰা কেচুমুৰীয়াৰ দৰৱ আনি খুউৱাৰ পাছত ভোগেশ্বৰে দৰৱ খোৱাৰ কথা তেওঁৰ মনত নপৰে। স্মৃতিৰ মামৰে ধৰা শিথিল শিকলি আজি হঠাৎ জুন জুনকৈ বাজি উঠিছে। দীঘলীয়া, টুকুৰা নানা ধৰণৰ অভিব্যক্তিৰ অনেক ছবি খেতোৰ খাই দাঁত কলা কৰি, বিশাল গোঁফ আঁকি ভোগেশ্বৰে দিয়া মহিষাসুৰৰ ভঙ্গী পৰ্য্যন্ত, তেওঁৰ মনলৈ আহিল আৰু প্ৰতিখন ছবিয়ে তেওঁৰ মন গধুৰ কৰিলে। এইকেদিনৰ বৈদ্যুতিক পৰিৱেশ, ভয়, শংকা, ছুশ্চিন্তা, ছুৰ্ভোগ, যিবোৰ সংযুক্ত আছিল দিনটোৰ প্ৰতিটো ঘটনাৰ লগত, গেলা গৰম আৰু ছুৰ্গন্ধৰ লগত, কুকুৰৰ চিঞৰৰ লগত মৃত্যুৰ নতুনতৰ ছুঃসংবাদৰ লগত, প্ৰতিটো কান্দোন আৰু হৰিধ্বনিৰ লগত সকলোবোৰ আজি সন্ধ্যাৰ ঘটনাটোত—ভোগেশ্বৰৰ মৃত্যুত—এক

চৰম বিন্দুলৈ উঠি তেওঁৰ হৃদয়ত নিদাৰুণ নিষ্পেষণ আৰম্ভ কৰিলে। আৰু তেওঁৰ চকুৰে অবিৰাম অনিয়মিত গতিত নামি অহা পানীয়ে সমগ্ৰ পৃথিৱী, অৰ্থাৎ তেওঁৰ কোঠা, য'ত সম্প্ৰতি দৃশ্যমান বস্তু কেৱল কোঠাৰ ৰন্ধ্ৰহীন অন্ধকাৰ, তেওঁৰ দৃষ্টিৰপৰা অস্পষ্ট কৰি দিলে।

ৰাতিপুৱা। ৰোমেশ্বৰ পণ্ডিত ধীৰে ধীৰে ক্ৰমে ক্ৰমে সাৰ পাই আহিছিল। হঠাৎ অকাৰণে তেওঁ চঁক্ খালে। বুকুখন ধপ্‌ধপাই উঠিল। তাৰ পাছত তেওঁ দেখিলে ৰাতি পুৱাইছে, তেওঁ সাৰ পাইছে, বাহিৰত চোতাল সৰাৰ শব্দ, ক'তো একো অস্বাভাৱিকতা নাই। কিছু সময় তেওঁ বিচনাত পৰি ৰ'ল। তাৰ পাছত ক্লিষ্ট দেহ মন দুৰ্বলভাৱে বিচনাৰপৰা নমাই দুৱাৰ খুলি বাহিৰলৈ ওলাল। সোমলতাই হাতৰ বাঢ়নি মুহূৰ্তৰ বাবে বন্ধ কৰি ঠাই সৰাৰ ভঙ্গীৰেই ঘূৰি চালে। ৰোমেশ্বৰ ভিতৰলৈ সোমাই গ'ল। কুসুম বিচনাত নাই, সৰু কেইটা নিদ্ৰাভিভূত। তেওঁ জুহালৰ পৰা এঙাৰ লৈ দাঁত ঘঁহি পদুলিলৈ গ'ল। ভোগেশ্বৰৰ ঘৰৰ ভিতৰ ফালে পিৰালিত অবৰ্ণনীয় ৰূপত ভোগেশ্বৰৰ স্ত্ৰী চেনেহী মাটিত বহি উৎভ্ৰান্ত দৃষ্টিৰে ক'ৰবালৈ চাই আছিল। ৰোমেশ্বৰক দেখি ওৰণি টানি ললে। পদুলি মূৰত এটা কুকুৰ শুই আছিল। ওচৰৰ কলজোপাত পৰি এজনী কাউৰীয়ে চিয়ঁৰিছিল। অনেক সময় ধৰি ৰোমেশ্বৰে দাঁত ঘঁহিলে। তেওঁৰ মন দূৰত আছিল, অনিৰ্দ্দিষ্টভাৱে কিছুমান ভাৱ মনলৈ অহা যোৱা কৰিছিল। তেওঁ নাদৰ ওচৰলৈ গ'ল, ধীৰে, অমনোযোগিতাৰে যান্ত্ৰিকভাৱে মুখ ধুলে—আৰু ঘৰলৈ আহি দুৱাৰমুখত সোমলতাক দ্বিধাগ্ৰস্ত, সংকুচিত দেখা পালে।

'কুসুম......ক'লৈ গ'ল? সোমলতাৰ এই নিম্ন ভীত প্ৰশ্ন অৰ্থহীন, হাস্যকৰো হ'ব পাৰে, কিন্তু বাজৰ মাজত যিদৰে জীৱন বা মৃত্যুৰ সুদূৰ ছাঁ নিহিত থাকে, সেইদৰে সোমলতাৰ এই সাধাৰণ প্ৰশ্নত ৰোমেশ্বৰে এক ভয়ংকৰ সম্ভাৱনাৰ ছাঁ অনুভৱ কৰিলে।

"ক'লৈ গ'ল?" সোমলতাৰ প্ৰশ্নটো ৰোমেশ্বৰৰ মুখত প্ৰতিধ্বনিত হ'ল।

'জানো। শ'চ কৰিবলৈও যোৱা নাই দেখোন......' সোমলতাৰ কণ্ঠ কিঞ্চিৎ পৰিমাণে কঁপিছিল। অস্থিৰ খোজেৰে তেওঁ ভোগেশ্বৰৰ ঘৰৰ ফালে গ'ল। বোমেশ্বৰ হতভম্ব, বিবুদ্ধি হৈ ভিতৰলৈ গ'ল। কুসুমৰ বিচনা শূন্য, সককেইটাই তেতিয়াও সাৰ পোৱা নাই। তেওঁ পাকঘৰলৈ গ'ল। জুইকুৰা ভালকৈ জ্বলিবলৈ ধৰিছে। পিছ-ফাললৈ ওলাই গ'ল। বাৰীখন সুপ্ত, নিৰ্জন, নিঃশব্দ। কিন্তু পায়খানাৰ ঘটীটো চিৰাভ্যস্ত অনাদৰত বাগৰি আছে। সোমলতাই নাদৰ ওচৰৰপৰা বাৰীৰ ফালে ডিঙি মেলি চাইছে। অনিশ্চিত বিমোৰ বোমেশ্বৰে ভয়ে ভয়ে বাৰীৰ ফালে আগবাঢ়িল, আৰু অলপ দূৰ মাত্ৰ আগবাঢ়ি গৈ তেওঁৰ সৰ্বশৰীৰ হিম হৈ, জঠৰ হৈ গোট মাৰি স্থিৰ হৈ গ'ল। এটা প্ৰচণ্ড পাতালস্পৰ্শী শব্দত, এটা প্ৰচণ্ডতৰ আঘাতত বিশ্ব-চৰাচৰ চূৰমাৰ হৈ ধূলি হৈ গ'ল। বোমেশ্বৰ পণ্ডিতৰ ধুক্ ধুক্ হৃদপিণ্ড, ৰক্তপ্ৰবাহ, ধমনীসমূহ সমস্ত দেহ বিদীৰ্ণ কৰি ওলাই আহিবৰ উপক্ৰম কৰিলে। শৰীৰৰ শেষ শক্তিৰ সহায়ত তেওঁ এবাৰ চিৎকাৰ কৰিব খুজিছিল, সমস্ত হৃদয় যেন সেই চিৎকাৰত বাহিৰ হৈ যায়, কিন্তু বিফল হৈ বাহ্যজ্ঞান লুপ্ত প্ৰায় তেওঁ ধীৰে ধীৰে মাটিত বহি পৰিছিল।

আৰু তেওঁৰ সম্মুখত সত্তজাগ্ৰত, নিৰপেক্ষ, মৌন প্ৰকৃতিৰ পটভূমিত বন, বিষ্ঠা, ময়লাৰ শয্যাত এজনী উলঙ্গ-প্ৰায় গাভৰু, যাৰ নাম কুসুম, মৃত বা চৈতন্যহীন, টিচিয়ানৰ ভেনাচ বা চেৰাস্তিয়ানৰ নগ্ন নাৰী মূৰ্তিৰ ভঙ্গীত শায়িত আছিল।

এটা নতুন তৰঙ্গ আৰম্ভ হৈছিল। প্ৰচণ্ড গৰম। বৈ বৈ কান্দোনৰ ৰোল, হৰিধ্বনি, বাঁহ ফুটাৰ শব্দ, উচুপনি আৰু হুমুনিয়াহৰ বুকুভঙা শব্দ বতাহত ভাহিছিল। সমস্ত দিন, আৰু এতিয়া ৰাতি বোমেশ্বৰ পণ্ডিতে মাজে মাজে কাণ উনাই শুনে, কঁপি উঠে, নিশ্চিত হয় আৰু দীঘল নিশ্বাস এৰে। সময়ে সময়ে কেতিয়াবা একেলগে, ডাইনীচুকৰ পৰা, মহীৰামহঁতৰ ফালৰপৰা ৰঙানৈৰ পাৰৰ পৰা, বিভিন্ন দিশৰপৰা নতুন বিচিত্ৰ শব্দবোৰ আহে।

শুনি তেওঁ অলপ থৰ হয়, শব্দটো কোন ঘৰৰ পৰা আহিছে, অনুমান কৰিবৰ চেষ্টা কৰে, মানুহবোৰৰ মুখ মনত পৰে, সোমলতা, মইনা, সাবিত্ৰীৰ মুখ ভাহে, অন্তৰ সিৰ সিৰায়, তাৰ পাছত অলসভাবে অৰ্থহীন দৃষ্টিৰে অন্ধকাৰলৈ চাই পৰি ৰয়। নিষ্ঠুৰতাৰ আঘাতত নিশা গভীৰ হয়, বেদনাৰ উচ্ছাসত আন্ধাৰ ঘন। অন্ধকাৰৰ পানাত মন, এটা বিষণ্ণ নিঃসঙ্গ হাঁহ, নিৰুদ্দেশ আগবাঢ়ে। ৰাতিৰ বুকুৰ পৰা বেদনাৰ নিগনিয়ে মুহূৰ্তবোৰ কুটি নিয়ে। গৰমত গা ছাটিফুটি কৰিছে। কুকুৰৰ কান্দোন ভাহি আহিছে। গধুলি পদুলি মুখত এটা কুকুৰ পৰি আছিল। মইনাই এটা দলি মাৰিলে, কৰুণ-ভাবে চিঁয়ৰি কুকুৰটোৱে তিনি ঠেঙৰ ওপৰত ভৰ দি কোঁচ খাই পলাব খুজিছিল। এই দৃশ্য এতিয়া তেওঁৰ মনলৈ আহে। বোমেশ্বৰ পণ্ডিত বিচানত কোঁচ খাই উঠিল। এবাৰ ল'ৰা-ছোৱালী হালক টানি জোৰেৰে বুকুত ধৰি থাকিবলৈ মন গ'ল। টিনৰ বাকচটোৰ ফালে চালে। আজি গোটেইদিন নিষ্ঠুৰ বিগ্ৰহৰ দৰে বাকচটোৰ ফালে তেওঁ দূৰৰপৰা মাজে মাজে চাইছে, কিন্তু তাৰ ওচৰ চপা নাই। এতিয়া তেওঁৰ ভাব হ'ল, অন্ধকাৰ ভূত হৈ বাকচটোৰ ওপৰত বহি তেওঁলৈ চাই মিচিক মিচিক হাঁহিছে। বোমেশ্বৰ পণ্ডিতে চকু বন্ধ কৰিলে।

পুৱাৰ পোহৰ নামি আহিল। বোমেশ্বৰ পণ্ডিতৰ টোপনি অহা নাছিল, পোহৰৰ লগে লগে তেওঁ এটা নতুন নিষ্ঠুৰতাৰ বাবে অপেক্ষা কৰিছিল। তেওঁ বাকী কেইটা কোঠালৈ কাণ দিলে। নাই, তেনে কোনো বিশেষ সংবাদ নাই, মাত্ৰ কিছু পাছত দূৰৰ পৰা এটা সমবেত ধ্বনি আহিল। বিষাদৰ ছাপ এৰি এই ধ্বনিটোৱে এটা স্বাভাৱিক আৰু পৰোক্ষ বিজয়ৰ আভাস বহন কৰিছিল। দিনটো তেওঁ বাহিৰলৈ নোলাবলৈ স্থিৰ কৰিলে। শৰীৰ বৰ দুৰ্বল। বাহিৰৰ একোৰে প্ৰতি, কোনো সংবাদৰ প্ৰতিও, তেওঁৰ কৌতূহল নাছিল। দুপৰৰ ৰ'দৰ তীব্ৰতা তেওঁ বিচনাত শুই শুই অনুভৱ কৰিলে। উশাহত তেওঁ অনুভৱ কৰিলে বতাহৰ স্বাভাৱিক ঘনত্ব,

ধোঁৱা আৰু মৰা পোৰাৰ গন্ধ। কান্দোনৰ শব্দ তেওঁৰ বাবে অৰ্থহীন হয়। হৰিধ্বনিৰ মাজত তেওঁ নিৰ্বিকাৰভাৱে মৃত্যুৰ বিজয়োল্লাস শুনে। তেওঁৰ অনুভৱ হ'ল তেওঁ নিশ্চিত, নিৰ্ভয়। অসহ্য যন্ত্ৰণাৰ মাজেৰে, গভীৰ দুখৰ মাজেৰে তেওঁ ভাবিলে, জীৱনক তেওঁ সম্পূৰ্ণ ৰূপে দেখা পালে। এনেকি, কালি সান্ত্বনা জনাবলৈ অহা দুই এজনক তেওঁ এটা ক্ষীণ হাঁহিৰে সহজভাৱে সম্ভাষণ কৰিছিল। প্ৰাচীন চিত্ৰৰ চিৰস্থায়ী হাঁহিৰ দৰে ইয়াত আত্মজ্ঞানৰ বোধ আছিল আৰু বিশৃংখল চুলি, ৰঙা চকু, ডাড়িভৰ্তি মুখেৰে বোমেশ্বৰ পণ্ডিতৰ সেই হাঁহিয়ে ঘনঘোৰ ৰাতি তৰিৎ ৰেখা সদৃশ তেওঁলোকক, মানুহবোৰক, ভীত কৰিছিল।

আবেলিলৈ ৰবিধৰ আহিল। খবৰাখবৰ কৰিবলৈ গাঁৱত আৰু কোনো নাছিল। প্ৰত্যেক ঘৰতে মৃত্যুৰ বাধাহীন বিজয় অভিযান চলিছিল। আজি ৰাতি পুৱা পদ্মৰ বিধবা মাক পাৰ হৈছে। মহীৰামৰ সৰুজনী ভনীয়েক আৰু ভাগিনীয়েক অগা পিছাকৈ ঢুকায়। পদ্মহঁতে ঘৰে ঘূৰি শ পুৰিবলৈ নিছে। ডাইনীচুক প্ৰায় শেষ হৈ গৈছে। লেতেকুবাৰী, গেলেকীৰ অৱস্থা আৰু শোচনীয় হৈছে। নতুন ঔষধ পাতিবে আন এটা দল তেওঁলোকৰ গাঁও আৰু আৰিভঙাৰ উদ্দেশ্যে আহিব লাগিছে।

সন্ধিয়া মহীৰামৰ ঘৰৰপৰা উভতি আহোঁতে বোমেশ্বৰৰ ভাব হৈছিল—গাঁওখন আৰু নাই, শেষ হৈ গৈছে। মহীৰামৰ পৰিচিত কঠোৰ মুখৰ ওপৰত তেওঁ ভয়ৰ ছাঁ দেখা পাইছিল। বাট নিজান। ঘৰবোৰ নিৰৱ, নিষ্প্ৰদীপ। আন্ধাৰ অদ্ভুত ৰহস্যময়। ব্যস্ত সন্ধানী কুকুৰবোৰে নিজৰ ভাষাত কিবা কৈছে। দিনত অসংখ্য শগুন আৰু কাউৰী আহি হুলস্থূল কৰে। মানুহবিলাকৰ ওপৰত সিহঁত ক্ৰুদ্ধ। ভকত পগলা মৰা কোনেও গম পোৱা নাছিল। চোতালতে শগুন নামিলতহে কোনোবাই দেখা পায়। শ নিয়াৰ পাছতো হতাশ, ক্ষুব্ধ শগুনবোৰ আবেলিলৈকে ওচৰৰ শিমলু জোপাত বহি আছিল। কাউৰীবোৰ অৱশ্যে চতুৰ, অলপ সময়

চিয়ঁৰ বাখৰ কৰি গুচি গৈছিল। গাঁওখন এতিয়া শ্মশান। বতাহত নিভুঁল শ্মশানৰ গন্ধ। কেৱল তাৰ জ্বলন্ত স্ফুলিঙ্গৰ বক্তক্ষৰা হাঁহি ইয়াত নাই। কিছুদিনৰ আগতে ভয়াবহ বান পানী আহিছিল সেই কথা এতিয়া সহজে পাহৰি যোৱা যায়। বৰং বোমেশ্বৰ পণ্ডিতৰ ভাব হয়, গাঁওখন এতিয়াহে এটা প্ৰবল সোঁতত ভাহি গৈছে, তাৰ একোটা একোটা অংশ দ্ৰুতভাৱে খহি পৰিছে। আৰু তেওঁ নিজে সেই ক্ষীয়মান অস্থিৰতাৰ মাজত, অহৰহ ধ্বংসৰ সম্মুখত নিঃসম্বল দৰ্শক সাজিছে। ভোগেশ্বৰৰ ঘৰত এটা চাকি জলিছিল। তেওঁ ল'ৰা-ছোৱালীকেইটাৰ মাত শুনিবলৈ কাণ দিলে। নাই, বোধহয় শুলে। পিৰালিত সোমলতা, বৈৰাগ্য সাধিকা, বহি আৰু ওচৰতে মুক, বিক্তা, লুণ্ঠিতা চেনেহী থিয় হৈ এটা অভিনৱ গ্ৰাম্য ৰচনা কৰিছিল। একো নমতাকৈ বোমেশ্বৰ ভিতৰ সোমাল। আজি ঘৰ সৰা নাই, খিচখিচীয়া বালিবোৰ ভৰিত লাগে। আন্ধাৰত অনুমানতে গৈ তেওঁ চাঙত পৰিল।

এই গাঁৱৰ অনেক মানুহ একেলগে নাইকিয়া হ'ল। অনেক পৰিচিত মুখ আৰু দেখা নাযাব। বুঢ়া মাঘিৰাম পাৰ হ'ল। ঘনহঁতৰ ঘৰৰ সাতটাৰ আটাইকেইটা শেষ। ৰমাকান্তৰ পো-বোৱাৰী-ঘৈণী সকলো, কেৱল ৰমকোন্ত বৈ গ'ল। দিনটোৰ চিতাৰ উত্তাপ আৰু ধোঁৱা গৰমৰ লগ লাগিছিল। মৃত্যুৰে, ময়লাৰে গাঁও ভৰিছিল, বতাহ ভৰিছিল তাৰ ছুৰ্গন্ধৰে। মৃত্যু সহজে আহে— সোনকালে আহে। হঠাৎ আৰম্ভ হয়। মাত্ৰ ছুই এঘণ্টাৰ কষ্ট, ঘামে, হাত ভৰি সিৰামূৰি ধৰে, বমি, পায়খানা, তাৰ পাছত শেষ। মৃত্যু সহজ। ৰাতি আগ বাঢ়িল। বোমেশ্বৰ পণ্ডিতে টোপনি যাবলৈ চেষ্টা কৰিলে। টোপনি নাহে পেটটো অলপ বিষোৱা যেন পালে, ছুটামান টেঙা উগাৰ আহিল। গাটো গৰম যেন লাগিল। বমিৰ ভাৱ আহিল। মৃত্যু আহিল, বোমেশ্বৰে সহজভাৱে ভাবিলে। আচৰিত, তেওঁ এটা নিশ্বাস ত্যাগ কৰিলে, যেন ভাবটোৰ লগত অনেক খিনি স্বস্তি আহিল, তেওঁৰ সমস্ত ভয়-ছুখ যন্ত্ৰণা যেন অন্তৰ্হিত

হৈ গ'ল। তেওঁ প্ৰস্তুত, পুৰুষৰ দৰে তেওঁ মৃত্যুৰ মুখামুখি হ'ব, তেওঁ নিজকে ক'লে (অৰ্থাৎ তেওঁ পলাব খুজিলে, তেওঁৰ ভয়—দুখ এটা বিস্ফোৰণ বিন্দুত উপস্থিত হৈছিল)। কালিৰে পৰা তেওঁ কামনা কৰিছে, মৃত্যু আহক, কিয়নো এতিয়া তেওঁৰ ঋতু উকলিছে, এতিয়া অপৰাহ্ণ, তেওঁৰ বিদায় বেলা। সম্প্ৰতি তেওঁৰ মুখলৈ এটা নিষ্কৃতিৰ ভাব আহিল। ল'ৰা-ছোৱালী হালৰ মুখ নিৰুদ্বেগ ভাবে মনত পেলালে। সোমলতাক মাতিব নেকি ভাবি, নামাতিবলৈ ঠিক কৰিলে। যন্ত্ৰণাত অস্থিৰ হৈ তেওঁ বাগৰ সলালে। চকুযোৰ মুদি দিলে।

প্ৰথমে তেওঁ দেখিলে, পোহৰ। কি হৈছে ভাবিবলৈ চেষ্টা কৰিলে। এখন দুৱাৰ, দুৱাৰ সংলগ্ন কোঠা, সিফালে আন্ধাৰ। মাটিত বেৰত এটা বৃত্ত, কাঠৰ এম্ব্ৰয়দাৰি ফ্ৰেম। একো কথা পৰিষ্কাৰ ন'হল। অকস্মাৎ এটা তীব্ৰ শব্দ—যেন কাৰোবাৰ গালত এটা চৰ আৰু কেই মুহূৰ্তমান নীৰৱতাৰ পাছত বাধাহীন কান্দোন। আৰু অকস্মাৎ বোযেশ্বৰ পণ্ডিত বহুত ওখৰপৰা খহি পৰিল। কলৰ গানৰ শব্দই শৈশৱৰ মেলাৰ স্মৃতি জগোৱাৰ দৰে এই কান্দোনে এখন পুৰণি পৃথিৱীৰ কথা তেওঁৰ মনত পেলালে, য'ত অভিযোগ আছিল, আক্ষেপ আছিল, প্ৰতিবাদ আছিল, প্ৰতিবিধান আছিল, সান্ত্বনা আছিল। বোযেশ্বৰে এটা স্মৃতিবহ বেদনা অনুভৱ কৰিলে। কাৰণ, মানুহৰ মুখৰ ভাষাত সম্প্ৰতি সান্ত্বনা নাছিল, শোকত আৰ্তনাদত ঈশ্বৰৰ প্ৰতি কোনো অভিযোগ নাছিল। তেওঁৰ মনত পৰিল যে কালি ৰাতি তেওঁ শেষ নিদ্ৰাৰ বাবে চকু বন্ধ কৰিছিল। এটা নিৰাশা নিশ্বাস হৈ বাহিৰ হৈ আহিল, কিয়নো, তেওঁ নিজৰ অজ্ঞাতেই, গোপনে এটা শেষ আশা কৰিছিল! চকু বন্ধ কৰি বোযেশ্বৰ আকৌ পৰি ৰ'ল। তন্দ্ৰাৰ ভাব হৈছিল, কিন্তু কাৰোবাৰ হাতৰ স্পৰ্শত তেওঁ সাৰ পালে। চঁক্ খাই ঘূৰিল।

"উঠক চোন......বেগাই......" ভীত উদ্‌ভ্ৰান্ত সোমলতাক তেওঁ মুখৰ ওপৰত দেখা পালে। বোযেশ্বৰৰ হৃদপিণ্ড মুহূৰ্তৰ বাবে স্তব্ধ হ'ব ধৰিছিল, চকুদুটা ওলাই আহিব খুজিছিল, তাৰ

পাছত তেওঁ সহজ হ'ল। দীঘল উশাহ ললে আৰু শৰীৰটো শিথিল কৰি দিলে। সোমলতাই চুটি চুটিকৈ উশাহ লৈছিল, ভয়ত তেওঁৰ মুখেদি কথা ওলোৱা নাছিল। ৰোষেশ্বৰৰ অসুবিধা হৈছিল, তেওঁৰ কল্পিত সাঙোৰখনতপ্ৰথমে পুতেকক উঠাব নে জীয়েকক,ঠিক কৰিব পৰা নাছিল।

'কাৰ......?' তেওঁ বিচনাৰ পৰা নমাৰ আয়োজন কৰি সুধিলে।

"দুইটাৰে......বোৱাৰীয়েকৰো......সোণৰ বেছি......"

ৰোষেশ্বৰ ক্ষন্তেকৰ বাবে হতভম্ব হৈছিল। তেওঁ বেগেৰে কোঠাৰপৰা ওলাল। ইটো কোঠাত মইনাই—হাতত চিলঠ, উলংগ মুখত তেতিয়াও অলপ অলপ আগৰ কান্দোনৰ ভঙ্গীটো লাগি আছিল—মুহূৰ্তৰ বাবে তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

এখন চাঙত সোণ মৃতবৎ শায়িত। ওচৰতে, ভয়ত বিমোৰ তেওঁৰ সৰু জীয়েক সাবিত্ৰী থিয় দি আছিল। ইখন চাঙত কুটি-বাচি ধুই লোৱা মাছৰ দৰে ৰক্তহীন, বিবৰ্ণ মুখেৰে, শূন্য জ্যোতিহীন দৃষ্টিৰে চেনেহী বিচনাত উঠি বহি আছিল। ৰোষেশ্বৰৰ প্ৰবেশত অভ্যাস বশতঃ যন্ত্ৰবৎ চেনেহীৰ হাতখন ধীৰে তেওঁৰ মূৰৰ কাপোৰলৈ গ'ল। সোণৰ ওচৰত বহি ৰোষেশ্বৰে তাৰ মূৰত হাত ফুৰাই দিলে। সোমলতা সোমাই আহিল। ৰাতিৰ পৰাই সোণে আমনি কৰিছে। নিৰুপায় নিঃসম্বল মাকে পৰ্ব দিছে। ভয়ত অস্থিৰ হৈয়ো কাকো মাতিবলৈ সাহ কৰা নাই। সংকোচ হৈছে। ৰাতিপুৱা যেতিয়া সোণৰ তিনিবাৰ পায়খানা, দুবাৰ বমি হৈ গৈছে, হৃদয় গলাই নিঃশেষ কৰি সমস্ত আকুতিৰে শেষবাৰৰ বাবে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনাত মন দিছে, সেই সময়ত তেওঁৰ শৰীৰত মৃত্যুৰ সংক্ৰমণ আৰম্ভ হ'ল। তেওঁ বমি কৰিল। পায়খানাৰ ভাৰ হ'ল, আৰু পাগলী হৈ সোমলতাৰ দুৱাৰত ঢকিয়াব ধৰিলে।

দুৰ্বল চকুযোৰ সোণে কোনোমতে মেলি আছিল। যন্ত্ৰণাত তাৰ মুখ বিকৃত হৈছিল। মৃত্যুৰ ভয় সি বুজিব পাৰিছিল। আৰু ভয়, শ্মশানত অশ্বথৰ ছাঁৰ দৰে, তাৰ মুখত বিৰাজ কৰিছিল। সি জানিছিল যে তাৰ দেউতাক নাই, কোনো দিন আৰু নাহে,

গন্তিকে তাক কোনেও বচাব নোৱাৰে। বোমেশ্বৰ উঠিল। অস্থিৰ অনিশ্চিতচিত্তে তেওঁৰ ঘৰৰ ফালে গ'ল। তেওঁৰ মনত এটা বং যোৱা ক'লা টিনৰ বাকচ আৰু তাৰ ভিতৰত কিছুমান বগা ধুনীয়া কাগজত বন্ধা সৰু সৰু বস্তুৱে খেলিছিল। সৰু সৰু ল'ৰা-ছোৱালীয়ে খেলাৰ মাজলৈ টানি নিয়া এজন বৃদ্ধৰ দৰে একো সুবুজি, একো কৰিব নাজানি তেওঁ বিবুদ্ধি হৈছিল। কোঠাত সোমাই বাকচটোৰ ফালে আগবাঢ়ি তেওঁ দেখিলে বাকচটোৰ ওপৰত এখন কিতাপ মেলি মইনা পঢ়াত নিমগ্ন। তাৰ গাৰ নিম্নাংশ ঢাক খাই কেৱল বাকচৰ ওপৰত তাৰ মুখখন দেখা গৈছিল। তাৰ মনৰপৰা ক্ষুধাৰ তাড়না আৰু মাকৰ প্ৰহাৰৰ গ্লানি হেৰাই গৈছিল। তাৰ কৰুণ মুখত অলপ আগৰ শাস্তিৰ নিৰ্মমতা, তাৰ একাগ্ৰ চকুত মগ্ন সৰলতা —এই বৈপৰীত্যই বোমেশ্বৰ পণ্ডিতৰ হৃদয়ত বিদ্যুত প্ৰবাহ সঞ্চাৰিত কৰিলে। প্ৰথমে বেদনা, তাৰ পাছত এক গভীৰ আসক্তিয়ে তেওঁৰ মন আচ্ছন্ন কৰি আনিলে। তেওঁ দুৰ্বলবোধ কৰিলে চকুৰে যেন অন্ধকাৰ দেখা পালে। আৰু নিঃশব্দে ধীৰে ধীৰে গধূৰ ভৰিৰে তেওঁ দুৱাৰ মুখৰ পৰা আঁতৰি আহিল।

বাহিৰত বোমেশ্বৰ অস্থিৰভাৱে অহা যোৱা কৰিবলৈ ধৰিল। এই সময়ত যুদ্ধক্ষেত্ৰত পুৱা আৰম্ভ হৈছিল। আকাশত সূৰ্য্যৰ সোণালীৰ অসংখ্য বৰ্শা চিকমিকাইছিল। মৃত্যুৰ শিবিৰত প্ৰস্তুতিৰ উল্লাসধ্বনি উঠিছিল। বোমেশ্বৰ বেমাৰীৰ কোঠালৈ সোমাই গৈ বহিল। সোণক বাহিৰলৈ আৰু বাহিৰৰপৰা ভিতৰলৈ দাণ্ডি অনা নিয়া কৰিলে। বোৱাৰীয়েকক পৰিচৰ্য্যা কৰি থকা সোমলতা, সাবিত্ৰী আৰু মইনাৰ মুখলৈ বাৰে বাৰে চালে। তেওঁৰ মনত অনৰ্গল তৰ্ক হৈছিল। ভয় আৰু দুঃসাহসে ৰক্তস্ৰোতৰ গতি মনে মনে পৰিৱৰ্তন কৰিছিল। পুনৰ্বাৰ তেওঁ উঠিল। কোঠাৰপৰা ওলাই নিজৰ ঘৰলৈ গ'ল। তেওঁৰ কোঠাৰ দুৱাৰ মুখত থিয় দি সোমলতাই এক অদ্ভুত দৃষ্টিৰে তেওঁলৈ চাই থকা দেখা পালে। বোমেশ্বৰ বৈ গ'ল। তাৰ পাছত নিশ্বাস বোধ কৰি বাকচটোৰ

কালে লাহে লাহে আগবাঢ়িলে। বাকচৰ ওপৰত তাৰ কিতাপ বহী সুন্দৰকৈ জাপি, মইনা এতিয়া বিচনাত চিলঠ-পেঞ্চিল লৈ ব্যস্ত। বোষেশ্বৰৰ দৃষ্টি বাকচৰ ওপৰত কিতাপৰ জাপতে হেৰাই গ'ল। তেওঁৰ অনুভৱ হ'ল সোমলতাৰ দৃষ্টি তেওঁক পিঠিৰ ওপৰত পৰিছে আৰু পিঠি ভেদ কৰি সি তেওঁৰ স্পৰ্শ কৰিছে। তেওঁ জিকাৰ খালে। বাকচটোৰ কাষেৰে গৈ বিচনাৰ তলৰপৰা এটা বিড়িৰ টুকুৰা উলিয়াই কিছু সময় নিৰীক্ষণ কৰি থাকিল, তাৰ পিছত বাহিৰ ওলাই আহিল।

হৃদয়বীয়া মৃত্যুৰ ধ্বনিৰ মাজত, গাঁৱৰ আকাশৰ শগুন, কাউৰী, কুকুৰ আৰু চিতাৰ বিজয়োল্লাসৰ মাজত আৰু এটা মৃত্যু অন্য এটা সাধাৰণ ঘটনা হিচাপে যোগ হৈ গ'ল। বোষেশ্বৰ পণ্ডিতৰ হাতত ভোগেশ্বৰৰ পুতেক সোণে শেষবাৰৰ বাবে উশাহ ললে। তাৰ পাছত ৰাজহাঁহৰ ডিঙিৰ শুভ নিৰ্বোধ সৰলতাৰ দৰে তাৰ সৰু সৰু চকু দুটা চিৰকালৰ বাবে বন্ধ হৈ গ'ল।

দ্বিতীয়বাৰ শ্মশানৰ পৰা ঘূৰোঁতে বোষেশ্বৰ পণ্ডিতৰ গধূলি হৈছিল। লগত ৰবিধৰ। ভৰিবোৰ গধুৰ যেন লাগিছিল। শৰীৰত শক্তি নাছিল। ৰবিধৰক বিদায় দি তেওঁ ঘৰ সোমাল। ভোগেশ্বৰৰ দোকানৰ বাৰান্দাত কুকুৰ এটা মূৰটো পেটৰ ওচৰত সুমাই শুই আছিল। তেওঁৰ খোজৰ শব্দত সাৰ পাই উঠিল। তেওঁক দেখি নেজ পেলাই বেঁকা হৈ দৌৰ আৰম্ভ কৰিলে। ভোগেশ্বৰৰ দোকান ঘৰ অনেকদিন বন্ধ; বোষেশ্বৰে দেখিলে, এতিয়া তেওঁৰ থকা ঘৰৰ দুৱাৰো বাবে বন্ধ হৈ গৈছে। সোমলতাই ইতিমধ্যে ঘৰটোত এটা তলা লগাইছে। তেওঁ নিজৰ ঘৰলৈ আহিল। তেওঁৰ কোঠালৈ যাব খুজিও তেওঁ বৈ গ'ল। এটা অদ্ভুত ভয়ে তেওঁৰ সমগ্ৰ শৰীৰ অধিকাৰ কৰিলে। তেওঁ অস্বস্তি বোধ কৰিব ধৰিলে। ৰান্ধনি ঘৰত ভুমুকিয়াই দেখে, মইনা আৰু সাবিত্ৰী পীৰা পাৰি বহিছে, সোমলতা কিবা আয়োজনত ব্যস্ত। তেওঁ বাহিৰলৈ আহিল। গাৰ তিতা কাপোৰ শুকাইছিল, পিৰালিত শুদা মাটিতে তেওঁ বহি পৰিল।

এতিয়া সন্ধিয়া মেঘহীন আকাশত তৰা ফুলিছিল। দিনৰ উৎকট ৰ'দৰ তাপ কমিছিল। পাৰিপাৰ্শ্বলৈ নিস্তব্ধতা আহিছিল। আৰু হঠাৎ বোমেশ্বৰ পণ্ডিতক চমকিত কৰি, ৰমণীৰ দৃষ্টিৰে নিজৰা হৃদয়ৰ গভীৰতাৰ দৰে, মাতৃৰ হাতৰ স্নিগ্ধ বুলনিৰ দৰে এছাটি বতাহ ক'ৰবাৰ পৰা বৈ আহিছিল। তেওঁ অনুভৱ কৰিলে নিৰ্মেঘ তৰাবছা আকাশত প্ৰভুৰ আৰতিৰ আয়োজন, বতাহজাকত এটা অতি—ভৌতিক উপস্থিতি, সন্ধিয়াৰ প্ৰশান্তিত বিস্মৃত ঈশ গীতৰ স্বৰ্গীয় আভাস, সমগ্ৰ বিশ্ব-প্ৰকৃতিত এটা অতি প্ৰাকৃতিক নিশ্বাস। পাপীৰ নিসঙ্গ, অসহায় চেতনাই তেওঁৰ অন্তৰ জৰ্জৰ কৰি তুলিলে। কান্দোনৰ উচ্ছ্বাসত তেওঁৰ অন্তৰত হাহাকাৰ উপস্থিত হ'ল, কিন্তু কান্দিবলৈ তেওঁ ভয় কৰিলে। যিহেতু কান্দিবৰ বাবে কোনো নিভৃত আশ্ৰয়, সান্ত্বনাৰ বাবে একান্ত গোপন কোনো সঙ্গী তেওঁৰ নাছিল। আৰু ভয়, আদিম ভয়ে তেওঁক কঁপাই তুলিলে। ধমনীৰে, সিৰা-উপসিৰাৰে, মাংসপেশীৰে সেই ভয় সমগ্ৰ শৰীৰত প্ৰবাহিত হয়। বোমেশ্বৰ পণ্ডিতৰ কম্পিত দুই হাত আন্ধাৰতে প্ৰাৰ্থনাৰ ভঙ্গীত একত্ৰিত হ'ল। আৰু এই সময়তে সোমলতাই এহাতত চাকি লৈ তেওঁৰ ওচৰ চাপি তেওঁলৈ কিবা এটা আগবঢ়াই দিলে। যান্ত্ৰিক ভাবে বোমেশ্বৰে হাত বঢ়ালে আৰু চাকিৰ ক্ষীণ পোহৰত দেখিলে তেওঁৰ হাতত সোমলতাই এবাটি চাহ তুলি দিছে। বাটিটো ধৰি বোমেশ্বৰে সোমলতাৰ মুখলৈ চালে। তেওঁৰ দৃষ্টিত মুহূৰ্তৰ বাবে ক্ৰমে প্ৰশ্ন, উত্তৰ, বিস্ময়, বজ্ৰাঘাত একে একে বিদ্যুতৰেখাৰ দৰে স্পষ্ট হৈ অদৃশ্য হৈছিল। কিন্তু সেই মুহূৰ্ততে কোনো পৰিপূৰ্ণ একক ৰূপ লোৱাৰ আগতেই তেওঁৰ দৃষ্টি মাটিলৈ নামি আহিছিল। এই কাৰণ যে বোমেশ্বৰ পণ্ডিতে সেই মুহূৰ্তত মেঘ-মুক্ত, তৰাভৰা আকাশৰপৰা, প্ৰশান্ত সন্ধিয়াৰ মাজৰপৰা জুৰ বতাহৰপৰা, প্ৰকৃতিৰ মৌন প্ৰাৰ্থনাৰপৰা, গাৰ্হস্থ্যৰ উচ্চতাৰপৰা, সোমলতাৰ পৰা পলাই অদৃশ্য হৈ শূন্যতাৰ লগত মিলি যাব খুজিছিল।

# বন্ধ কোঠাত ধুমুহা

নগেন শইকীয়া

মোৰ কোঠাটো, মোৰ অকলশৰীয়া কোঠাটোৰ ভিতৰৰ কোনো-বাই কোৰাছ গাইছে। কোৰাছ? কোৰাছ ঠিক নহয়—যি অৰ্থত কোৰাছক আমি কোৰাছ বোলোঁ। এটাৰ পৰা আন এটা সুৰলৈ দ্ৰুত, অবিচ্ছেদ গাতত সুৰৰ মিড়। কিন্তু ধাৰাবাহিক মিড়টো নহয়। পাঁচোটা সুৰ জপিয়াই যোৱা প্ৰক্ষেপহে। সুৰৰ প্ৰক্ষেপো নহয় কিজানি, ৰাগৰ দ্ৰুত পলায়ন আৰু মাজে মাজে ভৈৰৱী, পূৰবী, বেহাগৰ অদ্ভুত সংমিশ্ৰণ। বোধকৰোঁ ৰাগৰ 'দিচ্ কৰ্ড'। নহ'লে কি আটাইবোৰ সুৰে একেলগে সাৰ পায়? অস্থায়ী আৰু অন্তৰাৰ পাৰ্থক্য নাইকিয়া হৈছে, সঞ্চাৰী আৰু আভোগৰ বিভেদ নোহোৱা হৈছে। মোৰ ধাৰণা হৈছে, তাৰ লগে লগে বিভিন্ন বাদ্য-যন্ত্ৰৰ ধ্বনি সংগত হৈছে আৰু দ্ৰুতলয়ত নূপুৰ আৰু তাবলাৰ প্ৰতিযোগিতা চলিছে, যিদৰে দ্ৰুতলয়ৰ 'কথক'ত চলে। সেই সুৰ ৰাগ, বাদ্য যন্ত্ৰৰ এনে এটা ভয়ানক গুম্‌গুমনি আৰম্ভ হ'ল—য'ত ধুমুহা, ভীষণ ধুমুহাৰ আভাস ফুটি উঠিল। শব্দবোৰে মোৰ কাণৰ পৰ্দা ফালি ভিতৰ সোমাবলৈ ধৰিলে, মোৰ চকুৰ মণি ফালি ভিতৰ সোমাবলৈ ধৰিলে, মোৰ শৰীৰৰ প্ৰত্যেক লোম-কূপৰ মাজেদি তীৰৰ দৰে, তীক্ষ্ণধাৰাল তীৰৰ দৰে, সৰকি যাবলৈ ধৰিলে আৰু মই ক্ষত-বিক্ষত হৈ, ছটফটাই বিচনাৰ পৰা নামি দুৱাৰ খুলিবলৈ দৌৰ মাৰিলোঁ। দুৱাৰৰ অৰ্গলত ধৰি শৰীৰৰ সমস্ত শক্তিৰে টানিবলৈ ধৰিলোঁ, খুলিব নোৱাৰি দুৱাৰত ভুকুৱাবলৈ আৰম্ভ কৰিলোঁ—হাতৰ মুঠিৰে, ভৰিৰ গোৰোহাৰে, আঁঠুৰে, মূৰেৰে। খিড়িকীৰ কাষলৈ দৌৰ মাৰিলোঁ আৰু ভুকুৱাবলৈ ধৰিলোঁ, যেনেদি

ৰগাই ভেন্টিলেটৰ খুলিবলৈ গলোঁ আৰু আচৰিত কথা—ভেন্টি-লেটৰবোৰ এছটা এছটা শিল হৈ পৰিল। মোৰ কোঠাটোৰ চাৰিওকালে এটা ক্ষুদ্ৰ ৰন্ধ্ৰও মই আবিষ্কাৰ কৰিব নোৱাৰিলোঁ আৰু দুৱাৰ ভাঙিবৰ কাৰণে এটা হাতুৰী বিচাৰিবলৈ ধৰিলোঁ।

এচুকত দ'মাই থোৱা পুৰণি বাতৰি কাকতবোৰৰ মাজত হাত ভৰালোঁ আৰু তাৰ পৰা পুৰণি খবৰবোৰে শৰীৰী ৰূপ ধাৰণ কৰি বিক্ষুব্ধ হৈ উঠি আহি মোক ভ্ৰূকুঞ্চিত কৰি ভৎসনা কৰিবলৈ ধৰিলে: "দেখা নাই আমি কবৰৰ মাজত টোপনি গৈ এটা নিচুকণি গীত গাইছিলোঁ?"

"দেখা নাই আমি ক্ষুধা নিবৃত্তিৰ গান গাইছিলোঁ?"

"দেখা নাই আমি মাৰপিট আৰু যুদ্ধৰ গীত গাই আছোঁ?"

"দেখা নাই আমি দুৰ্ঘটনাৰ গীত গাই আছোঁ?"

"দেখা নাই আমি ষড়যন্ত্ৰৰ গীত গাই আছোঁ?"

"দেখা নাই আমি প্ৰেমৰ গীত গাই আছোঁ?"

"দেখা নাই আমি বক্তৃতাৰ গীত গাই আছোঁ?"

"দেখা নাই? দেখা নাই? দেখা নাই?

ৰছী বুলি সাপৰ গাত হাত দিব খুজি, আতঙ্কত পিছুৱাই অহাৰ দৰে মই পিছ হুঁহকি আহিলোঁ আৰু মোৰ স্তূপীকৃত কিতাপ, কাগজ, চিঠি পত্ৰৰ পৰা আৰম্ভ কৰি জোতাৰ ব্ৰাছ, চিগাৰেট-জুইশলাৰ খালী বাকচবোৰকে সিঁচৰতি হৈ থকা ৰেকডালত খুন্দা মাৰিলোঁ। ওঁ, ইয়াতো থাকিবে পাৰে। স্তূপীকৃত আবৰ্জনাৰ মাজতো মোৰ দুৱাৰ খোলা হাতুৰীটো লুকাই থাকিব পাৰে। মই খুচৰিবলৈ আৰম্ভ কৰিলোঁ। চিঠিৰ জাপত হাত পৰাৰ লগে লগে এটা উচুপনি, চেঁপা উচুপনি, হৃদয় মন্থন কৰি অহা উচুপনি:

"লাজ নাই তোমাৰ? দেখা নাই আমি বিষাদালাপ কৰি আছোঁ?"

"বিষাদ আলাপ?"

"লাজ নাই তোমাৰ? ইয়াতে এদিন তুমি মোক লুটপাত কৰা নাছিলা?" "বন্দিতা, তুমি?" আশ্চৰ্য্যত অতৰ্কিতে মোৰ মুখৰ পৰা ওলাল।

"তুমি মোৰ গাৰ কাপোৰ এখন এখনকৈ আঁজুৰি খুলি পেলোৱা নাছিলা? ছি: ছি: মই সম্পূৰ্ণ বিবস্ত্ৰা হৈ পৰা নাছিলোঁ? লাজ ঢাকিবলৈ ব্যৱহাৰ কৰা হাত দুখন তুমি মোকোটাই ভাঙি দিয়া নাছিলা? মোৰ সকলো ঐশ্বৰ্য্য, মোৰ সকলো সম্পদ........."

"আৰু মোক?" চকু তুলি চাওঁ জুৰি।

"আৰু মোক? চকু তুলি চাওঁ বিজু।

আৰু মোক? স্বামীৰ কাষৰ পৰা ফুচুলাই আনি তুমি মোক ইয়াতে হত্যা কৰা নাছিলা? "চকু তুলি চাওঁ শিৰত সেন্দূৰ আৰু চকুত চকুপানীৰে বন্ধু পত্নী মিছেচ.........

"কিয়? কিয়? কিয়?"

মোৰ মূৰ আচন্দ্ৰাই কৰিবলৈ ধৰিলে আৰু সিহঁতৰ কাতৰ ক্ৰন্দন-ধ্বনি মোৰ বুকুত অহৰহ বাজিবলৈ ধৰিলে।

লৰালৰিকৈ মই স্তূপীকৃত কিতাপবোৰ আঁতৰাবলৈ লাগিলোঁ আৰু মাজৰ পৰা পঁইতাচোৰা, নিগনি আৰু মকৰাৰ এটা সমদল যাত্ৰা বাহিৰ হৈ মোক ভৎসনা কৰি শ্ল' গান দি আঁতৰি যাবলৈ ধৰিলে। যাওঁতে তীব্ৰ ৰোষৰ দৃষ্টিৰে সিহঁতে মোক ঘূৰি ঘূৰি পিৰিক্-পাৰাক্ কৈ চাই যাবলৈ ধৰিলে।

"কি কাৰণে তুমি আমাক কলঙ্কিত কৰিলা?"

"কি কাৰণে আমাৰ......" কিতাপৰ পাতবোৰ আপোনা আপুনি গাঁথিৰ পৰা মুকলি হৈ, বতাহত চক্ৰাকাৰে মোৰ মগজৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে। সিহঁত চাওঁতে চাওঁতে একোটা চৰাই হ'ল আৰু মোক খুটিবলৈ ধৰিলে......

আৰু মই মোৰ কাপোৰৰ আলনাত সিচঁৰতি হৈ ওলমি থকা কাপোৰবোৰৰ মাজত মুখ লুকুৱালোঁ। তাতো মই এটা গন্ধ পাবলৈ ধৰিলোঁ। মোৰ শৰীৰৰ ঘামৰ গন্ধ বুলি ভাবিছিলোঁ। কিন্তু গোন্ধটো এনে মিশ্ৰিত যে তাক মই কিহৰ গোন্ধ ঠাৱৰাব নোৱাৰিলোঁ।

"আমি তোমাৰ চকুৰ দৃষ্টিৰ গোন্ধ?"

"ওঁ। তাত কুৎসিৎ কামনাৰ গোন্ধ আছে, ষড়যন্ত্ৰৰ গোন্ধ আছে, ঠগ বাজিৰ গোন্ধ আছে, চালাক চাতুৰিৰ গোন্ধ আছে, ভণ্ডামিৰ গোন্ধ আছে। তুমি তোমাৰ চকুৰে এইবোৰ নকৰা ? তুমি দেখা স্ত্ৰী, মহিলা, গাভৰু, কিশোৰী নিৰ্বিশেষে আটাইকে চকুৰে চেলেকি নোচোৰা ? তুমি চকুত আৰ্দ্ৰতা ফুটাই তুলি আকৰ্ষণ কৰিবলৈ নিবিচাৰা ? তুমি আচহুৱা মানুহৰ মাজত নিজকে মস্ত গুণী জ্ঞানী বুজাবলৈও ভাও নিদিয়া ? তুমি বন্ধু বান্ধৱক ঠগ বাজি নামাৰা ? তোমাৰ চকুৰ এই আটাইবোৰ দৃষ্টি গোন্ধ হৈ শৰীৰত বিয়পি পৰে আৰু তাৰে এটা প্ৰলেপ আমাৰ গাত লাগি আছে।

এতিয়া তুমি আচৰিত হ'লে কি হ'ব।"

"আমাৰ গাতো আছে গোন্ধ।" মাতটো অনুসৰণ কৰি চাওঁ-মোৰ জোতা কেইযোৰ।

"তুমি য'লৈ যোৱা—তাৰ গোন্ধ।"

গোন্ধত মোৰ বমি হ'ব খুজিলে নাড়ী ভুৰু ওলাই আহিব খুজিলে, ডিঙিত, আলজিভাৰ ওচৰত সুৰ সুৰাবলৈ ধৰিলে।

"এই—গাত বমি নকৰিবা। এনেয়েতো খাই লৈ বমি কৰি গোটেই-খন লেতেৰা কৰা, এতিয়া আমি শুদা পেটেৰে পৰি থকাৰ পিছত গাত বমি কৰিলে কথা বেয়া হ'ব কিন্তু।" ঘূৰি চাওঁ—কেইটামান খালী মদৰ বটল। বন্ধু-বান্ধৱৰ আড্ডত ব্যৱহাৰ কৰাৰ পিছত চুকত পেলাই থোৱা বটল।

"মই তহঁতৰ কথা শুনো

......মই এটা কি বিচাৰিছিলোঁ

—কি বিচাৰিব খুজিছিলোঁ......।" মই মনত পেলাব নোৱৰা হলোঁ।

টেবুলত পেলাই থোৱা ঘড়ীটোৱে যেন ক'লে, "হাতুৰী"।

"অঁ, এটা হাতুৰী। মোক এটা হাতুৰী লাগে।"

"কেলেই লাগে হাতুৰীটো ? ঘড়ীটোৱে সুধিলে।

"অঁতো। কিয় লাগে মোক......কিয় লাগে ?"

মই জানো, কিন্তু নকওঁ। কাৰণ তুমি মোক হত্যা কৰিছা বাৰে বাৰে। তোমাৰ কোনো জ্ঞান নাই, বুদ্ধি নাই, বিবেচনা নাই... ।"

হঠাৎ মোৰ চকুত ধোঁৱাই বিন্ধিবলৈ ধৰিলে। দেখিলোঁ, গোটেই মজিয়া খনত সিচঁৰতি হৈ আধাখোৱা চিগাৰেটৰ অংশবোৰ জ্বলিবলৈ ধৰিছে। সৰ্বনাশ। কাপোৰ-কানিত লাগিব পাৰে, কিতাপ-পত্ৰত লাগিব পাৰে।

"নেলাগে নেলাগে। আমি সময়হে পুৰিছোঁ। কিতাপ-কাগজ পুৰিবলৈ যাম কেলেই ?"

টেবুঁলত সিচঁৰতি হৈ থকা তাচপাতে চকু টিপিয়াই ক'লে, "মিছাকৈ কৈছে, সময় আমি ধৰি ৰাখিব জানো।"

মোৰ মস্তিষ্ক ক্ষিপ্ত হৈ উঠিল। অসহ্য, অসহ্য। মই খঙত দিক্-বিদিক্ জ্ঞানশূন্য হৈ মোৰ কোঠাৰ কাগজবোৰ, কিতাপবোৰ, জোতা, চেণ্ডেল, ঘড়ী, ব্ৰাছ, চুৰটৰ বাহ, আলনা, ৱাৰ্ডৰ'ব, চুটকেছ, ট্ৰাঙ্ক, ৰেক সব টানিবলৈ লাগিলোঁ। চকী-টেবুল টানিবলৈ লাগিলোঁ। কিন্তু বস্তুবোৰ ইমান টানকৈ নিজৰ নিজৰ ঠাইত লাগি আছে যে মই টানি টানি ভাগৰত অৱশ হৈ পৰিলোঁ, ঘামি জামি জুকলি-জুপুৰি হৈ পৰিলোঁ। মই বেৰত ওলোমাই থোৱা কেলেণ্ডাৰৰ ছবি, পেইন্টিং, ফটো টানি আনিবলৈ চেষ্টা কৰিলোঁ। কেলেণ্ডাৰৰ ছোৱালী এজনীয়ে মিচিকিয়াই হাঁহি ক'লে, "চোৰাঁচোন, মই মাত্ৰ এই এখুদমান ব্ৰেছিয়াৰটো পিন্ধি আছোঁ। তুমি টানি বাহিৰলৈ নিনিবা। মই লাগে তোমাৰ বাবে ব্ৰেছিয়াৰটোও খুলি দিওঁ।" লগে লগে তাই নগ্নবক্ষ হৈ পৰিল।

মই কাপ্-প্লেট্-চামুচ-চচ্‌পেন এইবোৰ টানিবলৈ ধৰিলোঁ আৰু সিহঁত মোৰ হাতৰ পৰা এবাই গৈ বাদ্য বজাবলৈ ধৰিলে। বিভিন্ন তাল আৰু বিভিন্ন লহৰৰ বাদ্য ধ্বনিত হ'বলৈ ধৰিলে।

কোনোবাই ক'লে, "ইয়াত হত্যাকাণ্ড হৈছে।"

"ইয়াত বহুত মানুহ দগ্ধ হৈছে।"

"ইয়াত পাশৱিক অত্যাচাৰ ঘটিছে।"

"এইটো ব্যভিচাৰৰ কাৰখানা ।"

"চয়তানৰ জিমখানা ।"

চাবিওকালৰ পৰা হাঁহিৰ খিলিখিলনিয়ে মোক হেঁচি ধৰিবলৈ আৰম্ভ কৰিলে। মই আকৌ পলাবলৈ বিচাৰি দুৱাৰৰ কাষ পালোঁগৈ। দুৱাৰ-খিড়িকী ভেন্টিলেটৰেদি ওলাবলৈ চেষ্টা কৰি ভাগৰি জুগৰি বিচনাত লুকাবলৈ লৰ মাৰিলোঁ। হঠাৎ উজুটি খাই পৰি গলোঁ। দেখিলোঁ, মোৰ মনৰ মজিয়াত অলেখ মৰা-শ : মোৰ প্ৰেমৰ প্ৰতিদ্বন্দ্বী, মোৰ চাকৰিৰ প্ৰতিদ্বন্দ্বী মোৰ বয়োজ্যেষ্ঠ কিছুমান আত্মীয় অনাত্মীয় মানুহৰ মৰা-শ। মোৰ চিঞৰি ক'বৰ মন গ'ল "মই ইহঁতক নাই মৰা। মই ইহঁতক নাই মৰা।" মোৰ স্বীকাৰ কৰি অপৰাধৰ বোজা পাতলাবৰ মন গ'ল—"মই কেৱল কোনো কোনো সময়ত ইহঁতক হত্যা কৰাৰ কথা ভাবিব পাৰোঁ।'

মই একো উদ্ধাৰণ কৰিব নোৱাৰি ভয়ত বোধকৰোঁ কঁপি উঠিলোঁ। সিহঁতৰ চেচঁা শৰীৰৰ স্পৰ্শত আৰু মেল খাই থকা অন্ধকাৰ মুখ বিবৰ দেখি, মই তাৰ পৰা উঠি বিচনাৰ কাপোৰৰ মাজত লুকাবলৈ লৰ মাৰিলোঁ।

আচৰিত।

বন্দিতা, জুৰি, ৰিজু, মিছেচ......, কেলেগুৱাৰ ছোৱালী এই-বোৰৰ আপাদ-মস্তক নাঙঠ মৰা-শ মোৰ বিচনাত দীঘল দি পৰি আছে আৰু ৰক্তাক্ত অৱস্থাত পৰি আছে সিহঁতৰ ভৰি পথানত কিছুমান মৃত-ভ্ৰূণ......।

অস্থায়ী আৰু অন্তৰাৰ পাৰ্থক্য নাইকিয়া হৈছে, সঞ্চাৰী আৰু আভোগৰ বিভেদ নোহোৱা হৈছে। মোৰ কোঠাত অদ্ভুত, ভয়ানক সুৰৰ সমলয় আৰম্ভ হৈছে। মোৰ কোঠাতো ওলট-পালট হ'বলৈ ধৰিছে। ধুমুহাৰ আভাস শুনা গৈছে।

আৰু মই মোক এই মৃত মানুহবোৰৰ পৰা লুকুৱাবলৈ, মই মোক মোৰ নিজৰ পৰা লুকুৱাবলৈ, বিচাৰি নগ্ন মৰাশবোৰৰ মাজলৈ উবুৰি হৈ, বগুৱা বাই অতি কষ্টেৰে সোমাই যাবলৈ ধৰিলোঁ।

## ॥ কিবা ভাল লগা নাই ॥

মহেন্দ্ৰ বৰঠাকুৰ

মুঠতে মোৰ ভাল লগা নাই। মই আৰু নোৱাৰোঁ। মোৰ মন গৈছে কিবা এটা কৰিবলৈ। কি কৰিবলৈ মই কব নোৱাৰোঁ। কিন্তু কিবা এটা হুলস্থূল কৰিবলৈ, কিবা এটা অঘটন ঘটাবলৈ, কিবা এটা খেলিমেলি কৰিবলৈ মোৰ মন গৈছে। ক'ব নোৱাৰোঁ মোৰ কিয় এনে লাগিছে। মই কিবা এটা উত্তেজনা অনুভৱ কৰিছোঁ। মোৰ সন্মুখত থকা সৌ আইনাখন ভাঙি টুকৰা টুকৰ কৰি পেলাবলৈ মন গৈছে, আনকি চকী মেজবোৰো ভাঙি পেলাবলৈ মন গৈছে। কিয় এনে হৈছে মই ক'ব নোৱাৰোঁ. কিন্তু কিবা এটা নকৰিব লগা কৰিবলৈ মোৰ মন গৈছে। মোৰ অসহ্য হৈছে। মোৰ মূৰটো গৰম উঠিছে। কিবা এটা কৰিবলৈ নাপালে মই শান্তি নাপাওঁ, কিয় এনে লাগিছে বাৰু ? মোৰ তেনেহলে খং উঠিছে নেকি ? কিন্তু কাৰ ওপৰত খং উঠিছে ? খং উঠিলেনো মই কাক কি কৰিব পাৰোঁ ? নহয়, মোৰ খঙো উঠিব পাৰে। কাৰ ওপৰত খং উঠিছে সেইটো মই ক'ব নোৱাৰোঁ। কিজানি সেই ত্ৰমহলীয়া অফিচটোৰ তলৰ মহলাৰ একেবাৰে এচুকলৈ থকা দামী কাৰ্পেট, এখন প্ৰকাণ্ড মেজ, গান্ধী নেহৰুৰ ছবিৰে ধুনীয়াকৈ সজাই থোৱা সেই যে কোঠাটোত লগ পাইছিলোঁ বিলাতী পোছাক পিন্ধা গাঠলু মানুহজন, ধকধককৈ বগা চুৰীয়া পাঞ্জাবী পিন্ধা নেতা নেতা লগা মানুহজন আৰু ক্ষীণ, শক্ত ফ্ৰেমৰ চচ্‌মা পিন্ধি গাত এড়িয়া চাদৰখন মেৰিয়াই লৈ মোৰ ফালে একেথৰে চাই থকা পণ্ডিত পণ্ডিত চেহেৰাৰ মানুহজন বা মানুহ কিজনলৈ খং উঠিছে নেকি ? উঠিব পাৰে। এনেদৰে, এনেকুৱা মানুহেই প্ৰায়, মই এতিয়ালৈকে তিনিকুৰি ডুবাৰ নে

তিনিকুৰি হবাৰ লগ পালোঁ। স্কুল এবাৰ পিছৰপৰা এনেকুৱা মানুহৰ গোটক মই তিনিকুৰি হুবাবনে তিনিকুৰি হবাৰ নমস্কাৰ দিলোঁ। আৰু এই তিনিকুৰি হুবাবেই নে তিনিকুৰি হবাবেই তেওঁলেকে মোক লৈ ধেমালি কৰিলে। কামাখ্যা মন্দিৰলৈ যোৱা বাটটো কোনে বন্ধাইছিল, মই পিন্ধি থকা চোলাটোত বুটাম কেইটা আছে, আইনষ্টাইনে আবিষ্কাৰ কৰা "থিওৰি অব—(ধ্যেত পাহৰিলোঁ), —ত হোৱাৰ ফুটবল খেলত কোনে ভাল খেলিলে,—ৰাজ্যৰ হাই কোৰ্টৰ মুখ্য ন্যায়ধীশ কোন, গৰুৰ শৰীৰত হাড় কেইডাল থাকে, ইত্যাদি বহুত কথা সুধি মোৰ লগত ধেমালি কৰিলে। উঠিব পাৰে, তেওঁলোকৰ ওপৰতো মোৰ খং উঠিব পাৰে। মই জানিছোঁ— বৰ মামাই মোক বেয়া পাইছে। পাওক বেয়া। মই কি কৰিব লাগে? বৰ মামাই মোক সুধিলে, "হেৰ তইনো আজিকালি কি কৰ?" কৈ দিলোঁ, "ইণ্টাৰভিউ দিওঁ।" মিছা কৈছিলোঁনেকি কিবা? তেনেকে কোৱাৰ কাৰণে যদি মোক বেয়া পায় মই কি কৰিম? খং উঠিছে, সঁচাকৈয়ে মোৰ বৰ খং উঠিছে। কাৰ ওপৰত খং উঠিছে মই ক'ব নোৱাৰোঁ। কিন্তু কাবোবাৰ ওপৰত মোৰ খং উঠিছে। হাইস্কুল পাছ কৰি মই চাকৰি বিচাৰিলোঁ। মানুহে ক'লে, টাইপটো পাছ কৰি ললেহে সুবিধা হ'ব, কৰিলোঁ। চাৰিকুৰি টকা আৰু তিনিমাহ সময় খৰচ কৰি টাইপৰ ডিপ্লোমা এখন ললোঁ। নিয়োগ বিনিয়োগ কেন্দ্ৰত নাম লিখালোঁ। কাম খালীৰ জাননী দিয়া পৃষ্ঠাটোৰ কাৰণে বাতৰি কাকত এখনো ৰাখিলোঁ। একো নহ'ল। একো নহ'ল। এতিয়া আৰু' মোক এজাকে পৰামৰ্শ দিয়ে—ছৰ্টহেণ্ড শিক, বহুত চাকৰি ওলাব। ছৰ্টহেণ্ড শিকি লোৱাৰ পিছত কৰি বি, এ, টো পাছ কৰি ল। বি, এ পাছ কৰি ললে কৰি—ছিম্পল গ্ৰেজুৱেট হলে কি হ'ব, অনাৰ্ছ থকা হলেও যহন তহন। গতিকে—একো নহয়, এইবোৰ চব বাজে কথা। টাইপৰ ডিপ্লোমা লোৱা হুবছৰ হৈ গ'ল। এতিয়া ডিপ্লোমা খনহে আছে, টাইপ মাৰিবলৈ পাহৰিলোঁ কিজানি। 'প্ৰেকটিচ' কৰিবলৈ সুবিধা

নাপালে মই কি কৰিম ? টাইপ শিকিলোঁ বুলি আৰু ঘৰত টাইপ এটা কিনি ৰাখিব পাৰোনে ? মোৰ মনেৰে এই 'পিথিৱীতে' আমি যি বিলাকক ভাল মানুহ বুলি ভাবিছোঁ সিহঁত বিলাকৰ আচলতে মূৰৰ গোলমাল হৈছে। টাইপৰ ইণ্টাৰভিউ দিবলৈ গৈছোঁ, মোক সুধিছে—কিবা নবেল পুৰস্কাৰ পোৱা সাহিত্যিক এজনৰ কথা। কি নাম কৈছিল— ? ৰেকেট ? অ' নহয়, বেকেট। চেমুৱেল বেকেটে গদ্যই লিখিছিল নে পদ্যই লিখিছিল মই কেনেকৈ জানো। মই কিবা সাহিত্য সভাৰ সভাপতিৰ পদ বিচাৰিছোঁ নেকি যে সেই বিলাক জানিবই লাগিব ? কিন্তু সেইটো নাজানিলেও মই বোলে চাকৰিৰ যোগ্য নহওঁ। নহলে কি কৰিম। কোন ৰাজ্যত কোন মন্ত্ৰী আছে সেইবোৰে মই নাজানো। এসময়ত সেইবোৰ মুখস্থ কৰি ৰাখিছিলোঁ। পিছে সেইবোৰ আজি কালি আৰু' দিনে দিনে সলনি হৈ থাকে। সদায় এইবোৰ নাম কিমান মনত লৈ থাকিম। মোৰ ভাল নালাগে। মোৰ তেনেহলে সেই 'ইণ্টাৰভিয়াৰ' কিজনৰ ওপৰত খং উঠিছে নেকি ? কিয়, দেউতাৰ ওপৰতো দেখোন মোৰ খং উঠিব পাৰে। দেউতাই কৈ দিছে, 'বৰ কষ্ট কৰি তহঁতক ডাঙৰ দীঘল কৰিলোঁ। যিমান দূৰ সামৰ্থ্য আছিল সিমানখিনি পঢ়ালোঁ। এতিয়া জনাবুজা হলি। এতিয়া মই তহঁতৰ কাৰণে ভাবিব লাগে নে তহঁতে মোৰ কাৰণে ভাবিব লাগে ?' মই ক'ব নোৱাৰোঁ কোনে কাৰ কাৰণে ভাবিব লাগে। মোক ডাঙৰ কৰোঁতে দেউতাই কষ্ট কৰিব লগা কিয় হৈছিল মই নাজানো। হৈছিল যদিও মই কিবা তাৰ কাৰণে দায়ী নেকি ? মোৰ এই 'চব' ভাল নালাগে। কিবা এটা কৰিব লাগে—সেই কথা মই বুজোঁ। দেউতা-মাৰ কাৰণে, ঘৰখনৰ কাৰণে মই কিবা এটা, মানে উপাৰ্জনৰ কিবা এটা, উপায় কৰিব লাগেনে নালাগে সেই কথা মই নাজানো, কিন্তু মোৰ নিজৰ কাৰণে হলেও, কিবা এটা মই কৰিবই লাগিব, সেই কথা মই বুজা নাই বুলি ভবাৰ কোনো দৰকাৰ নাই। মই বুজোঁ, 'চব' বুজোঁ। আৰু মই এইটোও বুজোঁ, যে মই চাকৰি বাকৰি

কৰি অৰ্জন কৰিলে মণিকা, দীপিকা, বাবুল—এই ভাই ভনী বোলা গালেও মোলৈ ভয় কৰিব, সমীহ কৰিব, মোৰ আলপৈচান ধৰিব। সকলো কৰিব। এইবোৰ কথা কিবা মই নুবুজোঁ নেকি? বৰ মামাৰ ওপৰতেই মোৰ খং উঠিছে কিজানি। দুবছৰৰ মূৰত আহি বৰ মামাই মস্ত লেক্‌চাৰ এটা দিলেহি মাৰি—মোৰ কৰ্তব্য সম্পৰ্কে। তেওঁৰ মতে আজিকালি ল'ৰাবোৰ মানে একেবাৰে কিবা হৈ গৈছে। তেওঁলোকৰ দিনত মোৰ বয়সৰ ল'ৰাই মাক-বাপেকৰ খাবলৈ লাজেই পাইছিল বোলে। বৰ মামাই এইটোও ক'লে যে তেওঁ নিজেই হাইস্কুলৰ মাত্ৰ দুশ্ৰেণীলৈকে পঢ়িয়েই বাগিচাত চাকৰি কৰি টাউনত সেয়া ডাঙৰ ঘৰ-দুৱাৰ সাজি ললে। তিনিজনীকৈ ভনীয়েককো বিয়া দিলে। নিজৰ ল'ৰাকো পঢ়াই শুনাই চাকৰি দিয়ালে। হ'ব পাৰে। তোমালোকৰ দিনত ভাল ভাল বিলাক কামেইহে যে হৈছিল সেই কথা আমাৰ জনা আছে দেই বৰ মামা। এতিয়া যে পৃথিৱীখন ৰসাতলে গৈছে তাৰ কাৰণো আমাৰ জনা আছে। ইমান লেকৃচাৰ নামাৰিবা। দৰকাৰ নাই এইবোৰ লেক্‌চাৰৰ। হুঁ: মই বোলে 'বিজিনেচ' কৰিব লাগে। পঢ়াশুনা নথকা ল'ৰাই আজিকালি হেনো ভাল চাকৰি নাপায়। ময়ো বুজিছোঁ পঢ়াশুনা নাথাকিলে ভাল চাকৰি নাপায়। কিন্তু তুমি-য়েই দেখোন কৈছিলা—ফাইভলৈকে পঢ়া তোমালোকৰ গাঁৱৰ কোনোবা এগৰাকীয়ে বোলে মন্ত্ৰী নে মন্ত্ৰীৰ সমান ডাঙৰ চাকৰি কৰে আৰু তেওঁৰ তলত কাম কৰাজন বোলে এম, এ পাছতকৈও বেছি পঢ়া। হুকুম দিবলৈ হলে এম, এ, পাছত কৈ বেছি পঢ়াজন-কহে ফাইভলৈ পঢ়াজনে দিয়ে। নিজেই দেখোন সেইবোৰ কথা জনাই, এতিয়া আকৌ মোক বিজিনেছ কৰিবলৈ কৈছা কিয়? 'বিজিনেছ' কৰিব লাগে ময়ো বুজিছোঁ। দিয়াঁচোন বাৰু টকা এগাল মোক। বেছি নালাগে—এহেজাৰ টকাৰেই সহায় এটা কৰা। ভৱিষ্যতে ধাৰ মাৰিম। হুঁ: এতিয়া ক'ত মাতিবা। অ' ইচ্ছা থাকিলে বোলে মূলধন নোহোৱাকৈও 'বিজিনেচ' কাৰৰ পাৰি।

দিয়াঁনা বাট দেখুৱাই, দিয়াঁচোন, কৰিম, 'চৰ' কৰিম। তোমাৰ বুদ্ধি মই শুণ্ডনো দেই। তোমাৰ কথামতে মই কেইবাৰ ৰাজধানীলৈ অহাযোৱা কৰিলোঁ জানা? অহা যোৱাত কিমান টকা খৰচ হ'ল ক'ব পাৰা? ক'ৰ্ট ষ্টাম্প কিমানৰ কিনিলোঁ খবৰ আছে? এতিয়া দুবছৰৰ মূৰত খবৰ আহিছে—একৈছ শ টকা বেংকত জমা দিলেহে বোলে মোক টকা ধাৰে দিব। ক'ত পামহে একৈছ শ টকা? এই যে ৰাজধানীলৈ অহা যোৱা কৰি ইমান গাল টকা উৰালোঁ তাৰ পৰা কি লাভ হ'ল জানানে বাৰু? দেউতাই মোক দেখিব নোৱৰা হ'ল। ইণ্টাৰ্ভিউ দিবলৈ যাবলৈকো গাড়ী ভাড়া খুজিব নোৱৰা হলোঁ। ট্ৰেজাৰী চালান বুলিলে দৰ্খাস্ত নকৰিবলৈ সিদ্ধান্ত কৰিলোঁ। বুইছা, কেতিয়াবা ৰিক্সা চলাবলৈকো মন যায়, পিছে যিটো স্বাস্থ্য লৈ এই একুৰি পাঁচ বছৰত ভৰি দিছোঁহি সেইটো স্বাস্থ্যই মোক ৰিক্সা চলাবলৈ যে নিদিয়ে সেই কথা মই নক'লেও দেখোন তোমালোকেই বুজিবা। মোক দেখোন তোমালোকে স্বাস্থ্যটোকে দিব নোৱাৰিলা। এনেকুৱা খেলিমেলিৰ মুখামুখি হ'ব পৰাকৈ তোমালোকে মোক কি শিক্ষা দিলানো? সাত আঠ বছৰ স্কুললৈ অহা যোৱা কৰিয়েই বা কি পালোঁ? 'ঘোপা' মাষ্টৰৰ' গৰু, গাধ, বাপেৰ মাৰৰ তেজ-খোৱা, নৰকত যোৱা" গালি কেইটা, ভূগোল মাষ্টৰৰ বগলী চাৰৰ' অ, তইঁতি ভালকৈ পঢ়িবি বুজিছ, ভূগোল আচলতে ঘৰত পঢ়িব লাগে, ক্লাছত ভূগোল পঢ়া নহয়। বাপু, তই কচোন ভাৰতৰ ভিতৰত সকলোতকৈ বেছি চাহৰ খেতি ক'ত হয়?

: অসমত চাৰ।

: ওঁ, অসমত। চাহ বাগিচা দেখিছ নহয়। তোৰ মোমায়েৰে জানো বাগিচাত কাম নকৰে?

: কৰে চাৰ।

: মাজে সময়ে তইঁতৰ ঘৰলৈ আহেনে নাহে?

: আহে চাৰ।

: চাহপাত নানে জানো ? মাৰক কৰিচোন বুলি ছুটামান পাত চাৰেও খুজিছে। বুজিলি ?

: বুজিলোঁ। চাৰ।

: অ’ বাগিচাৰ চাহৰ সোৱাদেই বেলেগ অ’, এই দোকানৰ চাহে মোক......“এই বিলাক কথা অৱশ্যে মনত আছে। নাই, নাই এইবোৰ কথাতো আৰু ক’ব নোৱাৰি। ক’লেই গোটেইখন জাঙুৰ-খাই আহিব। কোনোবাই আৰু’ মোক নীতি কথা শুনাবলৈকো আহিব। নীতি কথা মই কিবা নাজানো নেকি ? ‘সদায় সঁচা কথা ক’ব লাগে, ‘পৰৰ অন্যায় কৰা পাপ,’ ‘চুৰ কৰা মহাপাপ’ ইত্যাদি ইত্যাদি নীতি বচন সমূহ কোনে পালন কৰিছেহে ? সঁচা কৈছোঁ, মোৰ আচলতে কিবা এটা কৰিবলৈ খুব মন গৈছে আৰু সেই কাৰণেই মোৰ খঙো উঠিছে। মই সঠিক ক’ব নোৱাৰোঁ। পুলকৰ ওপৰতো মোৰ খং উঠিব পাৰে। পুলক সৰুৰে পৰা মোৰ বন্ধু আছিল। আমি দুয়োটাই একেলগে পঢ়িছিলোঁও। স্কুললৈকো একেলগেহে গৈছিলোঁ। পিছে সি মোতকৈ বেছি পঢ়াৰ সুবিধা পালে। এতিয়া বোলে ডাঙৰ চাকৰি কৰে। মাটি ঘৰো কিনিছে, মটৰ গাড়ী এখনো লৈছে। লওক, মই কিবা আপত্তি কৰিছোঁ নেকি ? নে মই তাৰ ওচৰলৈ পইচা বিচাৰিয়েই গৈছোঁ ? মই জানো বাপু, চাকৰিৰ দৰমহাৰে কোনেও “গাড়ী-বাৰী-নাৰী” হঠাতে গোটাব নোৱাৰে। ফুটনি কৰিলে কি হ’ব। সিদিনা তাৰ লগত হঠাতে মুখামুখি হওঁতে সি মোক সুধিলে, ‘কি অ’ তোৰ খবৰ কি ? ক’ত কি কৰিছ ?” মই কিমান পাৰোঁ। আপোন এজনৰ দৰেই তাক চাকৰি বাকৰি এটা বিচাৰি দিবলৈ কোৱাত সি ঘপকৈ কৈ দিলে, চাকৰি ? বহুত ইঞ্জিনীয়াৰিং, মেডিকেল গ্ৰেজুৱেট বেকাৰ হৈ পৰি আছে। তোৰ কথা বাদ দে। “সি মোৰ কথা বাদ দিলে বুলিয়েই ময়ো কিবা মোৰ নিজৰ কথা বাদ দিব পাৰোঁ। নেকি ? তাৰ আৰু এটা কথা মোৰ মনত থাকিল। সেই দিনা

তাৰ লগত তাৰ নতুন বিয়া কৰাই অনা ঘৈণীয়েক আছিল। মোৰ লগত অন্ততঃ চিনাকি কৰি দিব লাগিছিল। নিদিলে।

কিন্তু মই কথা পাতি থাকোঁতেই সিফালৰপৰা অহা সেই হাকিমজনৰ লগত হলে চিনাকি কৰি দিলে। কথাষাৰ ময়ো মনত ৰাখিছোঁ। মোৰ কিবা চেন্টিমেণ্ট নাই নেকি? এই পুলকডালৰ পৰা ঘৰে বাহিৰেও মোৰ শান্তি নাইকিয়া হৈছে। ঘৰত মা-দেউতাই ভাল ল'ৰাৰ উদাহৰণ দিবলৈ হলে পুলকৰ কথাই কয়। মই মনে মনে শুনি থাকোঁ যদিও মোৰ মূৰ গৰম উঠি যায়।

ঘৰখনত আৰু কিমান সোমাই থাকিম। ভাল লগা নাই। মূৰটো পিছে বৰ বিষাইছে। উঠিও যাব নোৱাৰোঁ। চাহ একাপ খাবলৈ মন গৈছে নেকি বাৰু? কাকনো চাহ একাপ খুজিম? মণিকাক ক'বই নোৱাৰি। তাই চাগে' এতিয়ামানে কেনিবা যাবলৈ বুলি অথবা কাৰোবাক লগ পাবলৈ বুলি 'মেকআপ' কৰি ওলাইছে। মনে মনে থাকোঁ যদিও মই হবলা এইবোৰ বুবুজোঁ? মাকে খোজোঁ নেকি তেনেহলে? ওহোঁ, মায়ো হয়তো ঘপ্‌কৈ কৈ দিব, "ঘনে ঘনে চাহ খুৱাই থাকিবলৈ ভিতৰখনত গাখীৰ চেনি হলেহে।" কিজানি তাতোতকৈও খহটাকৈ ক'ব, 'বাহিৰত গুন্দামি কৰিবি আৰু মই চাহ জলপান খুৱাই থাকিম? নালাগে। তাতকৈ কেনিবা ওলাই যাব পৰা হলে, কাৰোবাক 'পতাই' দোকানে চোকানে বহি গলোঁহেঁতেন। চামচুলৰ তালৈকে যাব পৰা হলে ভাল আছিল। সি চাগে' ঘৰত নায়েই। সি হেনো আজিকালি কিবা ইউনিয়ন কৰিছে। ইউনিয়ন বোলে কি কৰে সেই কথা মই ভালদৰে নাজানো। কেতিয়াবা ষ্ট্ৰাইক কৰা, কেতিয়াবা মিটিং পাতি হাত জোকাৰি বক্তৃতা দিয়া দেখোঁ। সি কেতিয়াবা বৰ ভাল ভাল কথা কয়। ডাঙৰ ডাঙৰ কথা কয়। কিবা পোৱা নোপোৱা, কিবা পুজিপতি শ্ৰমিক এনেকুৱা কথা কয়। সংগ্ৰাম কৰাৰ কথাও কয়। সেইবোৰ মই অৱশ্যে বুবুজোঁ। বুজিবলৈ চেষ্টাও কৰা নাই। কিন্তু সিহঁতে কিবা হুলস্থূল কৰিলে মোৰ বেয়া নালাগে। সিহঁতৰ

লগতে কিবা এটা কৰিবলৈ মোৰো মন যায়। কিবা এটা মানে কি মই কিন্তু ক'ব নোৱাৰোঁ।

অ' সেই মিটিংখন? কলেজৰ ল'ৰা-ছোৱালী গালে যে পাতিছিল সেই মিটিংখন? এই ল'ৰামখাৰ বাক কি হৈছে? কিহৰ বাবে মিটিং হৈছিল? ওঁ, মনত পৰিছে টেষ্ট পৰীক্ষাত সৰহ ভাগ ল'ৰাই ফেল কৰাৰ কাৰণে। বেছ, বৰ গৰম গৰম কথা ওলাইছিল কিন্তু। চাবলৈকে ভাল লাগিছিল পিছে। সেই ছোৱালীজাকে যে কি কৰিছিল। সিহঁতে দেখোন মিছমিছাই হাঁহি কথাহে পাতিছিল। ল'ৰাকেইটা মানেও—কি যে এই চব। মোৰ এই 'চব' দেখিলে খং উঠি যায়। শুঠিব কিয়নো? বন্দনা নামৰ সেই ছোৱালীজনীয়ে মৃগেনক কম লটিঘটিখন কৰিলেনে? তাক লম্ভি, তাক লাওলোৱা কৰি আন কোনোবা এটাৰ লগত তাই গুচি গ'লগৈ। ভালেই হ'ল চাগে' ইহঁত এনেকৈয়ে মৰা ভাল। প্ৰেম? থুই! এতিয়া আক' শুনিছোঁ বোলে মৃগেনে হেনো আনৰ ফালে ঢাল খাইছে। বুৰ্ব্বক। আকৌ মৰিব ই। অ' সেই যে ল'ৰাটোৱে মিটিঙত কথা কৈছিল— মই অৱশ্যে সিমান ভালকৈ বুজি পোৱা নাছিলোঁ। মোৰ ভাল লাগিছিল—হাত জোকাৰি, বাহু জোকাৰি, ডিঙিৰ সিৰ ফুলাই ফুলাই, কাৰোবাক ঘূচিয়াই মাৰোঁ যেন কৰা ভঙ্গীটোহে। মন গৈছিল সেই ল'ৰাটোৰ দৰেই ময়ো চিঞৰি চিঞৰি কিবাকিবি কৈ দিম। মোৰ কিবা ক'ব লগীয়া কথা নাছিল নেকি? বহুত আছিল, বহুত আছিল। ইণ্টাৰভিউ হৈ যোৱাৰ পিছদিনা ইণ্টাৰভিউলৈ 'কল' কৰা চিঠি পোৱাৰ কথা, দহ বজাত ইণ্টাৰভিউলৈ মাতি চাৰি বজাত ইণ্টাৰভিউ লোৱা অথবা আনদিনা আহিবা বুলি কৈ দিয়াৰ কথা, তিনিকুৰি ছবাৰ নে ছবাৰ ট্ৰেজাৰী চালান দিবলৈ গৈ ট্ৰেজাৰীত বৈ বৈ তিনি কুৰি ছটা নে ছটা দিন নষ্ট কৰাৰ কথা—আৰু বহুত কথা, আৰু বহুত ক'বলৈ আছিল। মোৰ কথাবোৰ শুনাব নোৱাৰিলে মোৰ গাটো পুৰি থকাৰ দৰে লাগে। থিয়েটাৰত যে দেখিছিলোঁ— যুদ্ধ কৰিবলৈ যোৱাৰ আগতে সেনাপতিয়ে সেনাবিলাকক

যেনেকৈ কথা কয়—সেইদৰেই সেই ল'ৰাজনেও কোৱা কথা বিলাক শুনি মোৰ মনটোয়ে লক লকাই উঠিল। ল'ৰাটোয়ে কথাখিনি শেষ কৰাৰ পিছতেই ময়ো মাইকটোৰ ওচৰ পালোঁগৈ আৰু মাইকত ধৰি কিবা ক'ব খুজিলোঁ। কিন্তু তেনেতে দেখোন কোনোবা ল'ৰা এটাই আহি মোক "বাহিৰা মানুহ, বাহিৰা মানুহ" বুলি কৈ সেই ঠাইৰ পৰা আঁতৰাই পঠাব খুজিলে। মোক গতিয়াই দিলে মোৰ জানো খং নুঠিব? দি দিলোঁ নাকতে এক ঘোঁচা। তাৰ পিছত কি যে হৈ গ'ল। মূৰত পৰা প্ৰথম কোৰ এটাৰ কথা মনত পৰে, তাৰ পিছত একো ক'ব নোৱাৰোঁ। কিমান দিন হস্পিতেলত থাকিলোঁ জানো! থাকিলোঁ চাগে' কেইদিনমান। এতিয়া পিছে মোক ঘৰলৈ নন। হলেই ভাল আছিল। বহুত তেজ গ'ল নেকি মোৰ।

উস্, গোটেই গাটো বিষাইছে। মূৰটো বৰ গধুৰ গধুৰ লাগিছে। তথাপি মোৰ উঠি যাবলৈ মন গৈছে, কিবা এটা গোলমাল কৰিবলৈ মন গৈছে। মোৰ মন গৈছে সৌ আইনাখনকে ভাঙি পেলাওঁ, মন গৈছে এই চকীখন ভাঙি পেলাওঁ, মন গৈছে......

## লেখকৰ সংক্ষিপ্ত পৰিচয়

**লক্ষ্মীনাথ বেজবৰুৱা :** জন্ম ১৮৬৮ খৃষ্টাব্দত শিৱসাগৰৰ বিখ্যাত বেজবৰুৱা পৰিয়ালত। মৃত্যু ১৯৩৮ খৃষ্টাব্দ। শিৱসাগৰৰ পৰা স্কুলীয়া শিক্ষা লাভ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতক ডিগ্ৰী লাভ কৰে। কৰ্মজীৱনত উৰিষ্যাৰ সম্বলপুৰক কেন্দ্ৰ কৰি কাঠৰ ব্যৱসায়।

সাহিত্যিক অৱদান : অসমীয়া সাহিত্যত ৰোমাণ্টিক ভাব-ধাৰাৰ প্ৰথম পথ প্ৰদৰ্শক কেজনৰ অন্যতম। নতুন যুগৰ পতাকা বহনকাৰী 'জোনাকী' নামৰ অসমীয়া আলোচনীৰ সুখ্যাত প্ৰতিষ্ঠাতা। তাৰ পাছত 'বাঁহীৰ' প্ৰতিষ্ঠাপক আৰু সম্পাদক। প্ৰখৰ বুদ্ধি আৰু বহুমুখী প্ৰতিভাসম্পন্ন এইজনা যুগসৃষ্টিকাৰী মনীষীয়ে একাগ্ৰ স্বদেশপ্ৰেমেৰে কবিতা, চুটি গল্প, নাটক, উপন্যাস, ব্যঙ্গাত্মক ৰচনা, হাস্যৰসাত্মক বিবিধ সৃষ্টি, সমালোচনামূলক প্ৰবন্ধ আদিৰ আপুকগীয়া অৱদান আগবঢ়াই অসমীয়া সাহিত্যত প্ৰাতঃস্মৰণীয় তথা অমৰ আসন লাভ কৰিছে। হাস্যৰসৰ ওজা ৰূপে বেজবৰুৱা ডাঙৰীয়াই 'ৰসৰাজ' উপাধি ৰাইজৰ পৰা লাভ কৰে। অসমৰ জাতীয় সঙ্গীতৰূপে প্ৰতিষ্ঠিত হোৱা 'অ-মোৰ আপোনাৰ দেশ" বেজবৰুৱাৰ সুদক্ষ লেখনীৰে নিদৰ্শন। ৰচিত গ্ৰন্থৰাজিৰ ভিতৰত জোনবিৰি, সুৰভি, কদমকলি, পদুমকুঁৱৰী, বৰ বৰুৱাৰ কাকতৰ টোপোলা, বৰবৰুৱাৰ ওভতনি, বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি, বৰবৰুৱাৰ বুলনি, কামত কৃতিত্ব লভিবৰ সঙ্কেত, লিটিকাই, নোমল, পাচনি, চিকৰপতি নিকৰপতি, বাখৰ, সাধুকথাৰ কুকি, জয়মতীকুঁৱৰী, চক্ৰধ্বজ সিংহ, বেলিমাৰ, ককাদেউতা নাতি ল'ৰা, বুঢ়ীআইৰ সাধু, ডাঙৰীয়া দীননাথ

বেজবৰুৱাৰ জীৱন চৰিত, শঙ্কৰদেৱ, ভগৱৎ কথা, তত্ত্ব কথা, শ্ৰীকৃষ্ণ কথা, চৈতন্যদেৱ, মোৰ জীৱন সোঁৱৰণ ইত্যাদি। অতুলচন্দ্ৰ হাজৰিকা সম্পাদিত, দুই খণ্ডত সম্পূৰ্ণ 'বেজবৰুৱা গ্ৰন্থাৱলী'ত বেজবৰুৱাৰ ৰচনা আটাইখিনি সঙ্কলিত হৈছে।

**লক্ষ্মীধৰ শৰ্ম্মা :** জন্ম ১৮৯৮ চনত তেজপুৰৰ তীৰ গাঁৱত। ১৯৩৪ চনত অকাল মৃত্যু। মুক্তিযুঁজৰ বিপ্লৱী বীৰ লক্ষ্মীধৰ শৰ্ম্মাই অহিংস মন্ত্ৰেৰে দীক্ষিত হৈ ৰাইজৰ সেৱাতে জীৱন উচৰ্গা কৰিছিল। তেওঁৰ সাহিত্যিক অৱদানৰ ভিতৰত ব্যৰ্থতাৰ দান, অনাগতৰ অভিশাপ, নিৰ্ম্মলা, দেশৰ কথা, নিষ্ঠা আৰু জীৱনস্মৃতি প্ৰসিদ্ধ। সুন্দৰ কবিতাও লিখিছিল।

**মহীচন্দ্ৰ বৰা :** জন্ম নগাঁও ১৮৯৪ খৃষ্টাব্দ। মৃত্যু ১৯৬৫ খৃষ্টাব্দ। ছাত্ৰ হিচাপে কৃতিত্ব প্ৰদৰ্শন কৰা বৰা ডাঙৰীয়াই ৰাজনীতিবিদ, আইনজ্ঞ হিচাপেও সুখ্যাতি লাভ কৰে। শ্ৰীমহীচন্দ্ৰ বৰা আৱাহন যুগৰ এগৰাকী প্ৰথিতযশা গল্প লেখক। একেসময়তে তীক্ষ্ণ ব্যঙ্গ আৰু বিমল হাস্যৰস সৃষ্টি কৰি লিখা এখেতৰ গল্প সংকলন মাত্ৰ এটিহে প্ৰকাশ পাইছে—সেয়া হৈছে 'উকীলৰ জন্ম ৰহস্য'। কবিতাৰ পুথি 'শান্তি শতক'।

**হলীৰাম ডেকা :** জন্ম সৰ্থেবাৰী (কামৰূপ) ১৯০১ খৃষ্টাব্দ। ১৯৬২ খৃষ্টাব্দত পৰলোক প্ৰাপ্তি হয়। আইন ব্যৱসায় আৰু তাৰ পাছত উচ্চ ন্যায়ালয়ৰ প্ৰথম অসমীয়া মুখ্য ন্যায়াধীশৰ আসন লাভ কৰিছিল। আৱাহন যুগতে প্ৰসিদ্ধি লাভ কৰা এইজন গল্পলেখকৰ গল্প সংকলন এতিয়াও প্ৰকাশ হোৱা নাই। অলকালৈ চিঠি আৰু অকণালৈ চিঠি নামৰ দুখন পত্ৰোপন্যাস প্ৰকাশিত হৈছে।

**লক্ষ্মীনাথ ফুকন :** প্ৰবীণ সাংবাদিক আৰু কৃতী সাহিত্যিক লক্ষ্মীনাথ ফুকন ডাঙৰীয়াৰ ১৯৭৫ চনত চাৰিকুৰি এক বছৰ বয়সত পৰলোক প্ৰাপ্তি হয়। অসমৰ ইংৰাজী দৈনিক কাকত অসম ট্ৰিবিউনৰ সম্পাদনা বহু বছৰ ধৰি অতি দক্ষতাৰে কৰাৰ

উপৰিও ভাৰতৰ আৰু অসমৰ বিভিন্ন সংবাদপত্ৰৰ লগত জড়িত আৰু ভাৰতৰ বিভিন্ন ইংৰাজী কাকতত প্ৰকাশ হোৱা বহুতো প্ৰবন্ধৰ প্ৰশংসিত লেখক। এখেতৰ সাহিত্যিক অৱদান হ'ল মালা (চুটিগল্প সংকলন), ওকাইদাং (চুটিগল্প সংকলন) 'মহাত্মাৰ পৰা ৰূপ কোঁৱৰলৈ' (সমালোচনা, সাহিত্য একাডেমীৰ দ্বাৰা পুৰস্কৃত)। বিভিন্ন আলোচনীত কবিতা সিঁচৰিত হৈ আছে।

**ত্ৰৈলোক্যনাথ গোস্বামী ঃ** জন্ম নলবাৰী, ১৯০৩ খৃষ্টাব্দ। আজীৱন শিক্ষাসেৱী ত্ৰৈলোক্যনাথ গোস্বামীয়ে কিছু বছৰৰ আগতে নলবাৰী কলেজৰ অধ্যক্ষ পদৰপৰা অৱসৰ গ্ৰহণ কৰিছে। গোস্বামী ডাঙৰীয়াৰ চুটি গল্প সংকলন অৰুণা, মৰীচিকা আৰু শিল্পীৰ জন্ম। জীয়া মানুহ এখনি ব্যঙ্গ উপন্যাস। 'সাহিত্য আলোচনা' আৰু 'আধুনিক গল্প সাহিত্য' আলোচনা গ্ৰন্থ। আধুনিক গল্প সাহিত্যৰ আলোচনা গ্ৰন্থৰ কাৰণে সাহিত্য একাডেমীৰ দ্বাৰা পুৰস্কৃত হৈছে।

**ৰমা দাশ ঃ** জন্ম ১৯০৯, গুৱাহাটী। সৰুৰে পৰা কৃতী ছাত্ৰ দাশ ডাঙৰীয়াই কলিকতাৰ পৰা বি. এ. পাচ কৰি শ্বিলঙত অসম চৰকাৰৰ উচ্চ বিষয়াৰ পদবী গ্ৰহণ কৰে। 'ৰমাদাশৰ শ্ৰেষ্ঠ গল্প' শিৰোনামৰে এখেতৰ গল্প সংকলন প্ৰকাশিত হৈছে যদিও বহুতো গল্প এতিয়াও আলোচনীৰ পাততে আছে।

**চৈয়দ আবদুল মালিক ঃ** জন্ম ১৯১৯, নাহৰণি গাঁও, গোলাঘাট। দেৰগাওঁ হাইস্কুলত স্কুলীয়া শিক্ষা লাভ কৰি যোৰহাট গভৰ্ণমেণ্ট স্কুলৰপৰা মেট্ৰিক পাছ কৰাৰ পাছত কটন কলেজৰপৰা বি.এ. পাচ কৰে। ইয়াৰ পাছত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা অসমীয়াত এম. এ. পাচ কৰি যোৰহাটৰ জে. বি. কলেজত অধ্যাপনাৰ দায়িত্ব গ্ৰহণ কৰে। অজস্ৰ সামাজিক অনুষ্ঠানৰ দায়িত্ব বিশেষকৈ অসম সাহিত্য সভাৰ সচিব পদৰ দায়িত্ব পালন কৰাৰ উপৰিও সক্ৰিয় ৰাজনীতিও কৰিছে। মালিক চাহাবৰ প্ৰকাশিত গ্ৰন্থ সমূহ হ'ল—

**গল্প সংগ্ৰহ ঃ** পৰশমণি, এজনী নতুন ছোৱালী, বঙাগৰা, মৰহা পাপৰি, মৰম মৰম লাগে, শিখৰে শিখৰে, শিল আৰু শিখা, অস্থায়ী আৰু অন্তৰা, প্ৰাণাধিকা, ছয় নম্বৰ প্ৰশ্নৰ উত্তৰ।

**উপন্যাস ঃ** বনজুই, ছবিঘৰ, ৰথৰ চকৰী ঘুৰে, সূৰ্যমুখীৰ স্বপ্ন, ৰূপতীৰ্থৰ যাত্ৰী, আধাৰশিলা, অঘৰী আত্মাৰ কাহিনী, জীয়াজুৰিৰ ঘাট, ৰজনীগন্ধাৰ চকুলো, প্ৰাচীৰ আৰু প্ৰান্তৰ মাটিৰ চাকি, ৰাতিৰ কবিতা, ত্ৰিশূল, উঁই হাঁফলু, অগ্নিগৰ্ভা, *বিহ মেটেকাৰ ফুল, খোৰানিদান, সিপাৰে প্ৰাণসমুদ্ৰ, পছমৰা হাবিৰ বাট, জয়া মণিকা ইত্যাদি, ওমলা ঘৰৰ ধূলি।

**ভ্ৰমণ কাহিনী ঃ** মাজত মাথোন হিমালয়

**কবিতা ঃ** বেদুইন, স্বাক্ষৰ

**নাটক ঃ** মকৰা জাল, ৰাজদ্ৰোহী, আলহীঘৰ।

**অনুবাদ ঃ** চিৰকুমাৰ সভা (ৰবীন্দ্ৰনাথ ঠাকুৰ) তীৰ্থযাত্ৰী (জন বয়াৰ), ভাৰতীয় শিক্ষাৰ পুনৰ গঠন (জাকিৰ হুচেইন)

**গৱেষণামূলক গ্ৰন্থ ঃ** অসমীয়া জিকিৰ আৰু জাৰী।

**বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য ঃ** জন্ম ১৯২৪, যোৰহাট। যোৰহাট চৰকাৰী স্কুলৰপৰা মেট্ৰিক; কটন কলেজৰপৰা বি. এচ. চি পাচ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা অসমীয়াত এম. এ. ডিগ্ৰী লাভ কৰা শ্ৰীযুত ভট্টাচাৰ্য্যই কিছু বছৰ বাঁহীৰ সহকাৰী সম্পাদক হৈ পাছত অসমৰ বিখ্যাত আলোচনী ৰামধেনুৰ দায়িত্ব গ্ৰহণ কৰে আৰু দহবছৰকাল তেওঁৰ সুদক্ষ সম্পাদনাত 'ৰামধেনু' অসমীয়া সাহিত্যৰ যুগান্তকাৰী আলোচনীৰূপে প্ৰতিষ্ঠিত হয়। শ্ৰীভট্টাচাৰ্য্যই ইয়াৰ পাছত সাদিনীয়া "নৱযুগ" নামৰ বাৰ্ত্তা আলোচনীৰ সম্পাদনা চাৰিবছৰ কৰাৰ পাছত এতিয়া প্ৰথম অসমীয়া স্ত্ৰী লাঞ্চ সাংবাদিকৰূপে জীৱিকা গ্ৰহণ কৰিছে। প্ৰকাশিত গ্ৰন্থৰ ভিতৰত গল্প সংকলন 'কলং আজিও বয়' আৰু 'সাতশৰী'। উপন্যাস সমূহ হৈছে

ৰাজপথে বিভিয়ায়, আই, ইয়াৰুইঙ্গম (সাহিত্য একাডেমীৰ দ্বাৰা পুৰস্কৃত), শতঘ্নী, নষ্টচন্দ্ৰ, প্ৰতিপদ, মৃত্যুঞ্জয়। শৰৎচন্দ্ৰ, হেমিংৱে, ৰবীন্দ্ৰনাথ ঠাকুৰৰ গ্ৰন্থ অনুবাদো কৰিছে।

**যোগেশ দাস :** জন্ম ১৯২৭ চন, হানচৰা বাগিচা, ডুমডুমা। স্কুলীয়া শিক্ষা ডুমডুমা, ডাঙৰী আৰু ডিব্ৰুগড় জৰ্জ হাইস্কুল। কটন কলেজৰপৰা স্নাতক আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা অসমীয়াত এম. এ. পাচ কৰে। কিছুদিন নতুন অসমীয়া কাকতৰ সংবাদদাতা আৰু পিছত তাৰে সহকাৰী সম্পাদকৰ দায়িত্ব পালন কৰাৰ পাছত দুবছৰ 'দৈনিক অসমৰ' সহসম্পাদক ৰূপেও দায়িত্ব গ্ৰহণ কৰে। গুৱাহাটীৰ বি বৰুৱা কলেজৰ অসমীয়া বিভাগৰ মুখ্য অধ্যাপক। 'সাহিত্য সভা পত্ৰিকা' আৰু 'প্ৰহৰীৰ' সম্পাদনাও দুবছৰ কৰে। প্ৰকাশিত গ্ৰন্থৰ ভিতৰত উপন্যাস 'সহঁাৰি পাই,' 'ডাৱৰ আৰু নাই,' 'নিৰুপায়, নিৰুপায়', 'এমুঠি ধূলি', 'ছাঁ জুই খেদি', 'উৎকণ্ঠ উপকণ্ঠ', 'জোনাকীৰ জুই', 'হেজাৰ ফুল'। গল্প সংকলন 'পপীয়াতৰা', 'আন্ধকাৰৰ আঁৰে আঁৰে', 'মদাৰৰ বেদনা', 'হাজাৰ লোকৰ' ভিৰ।' সম্পাদনা—'গল্পৰ কুটকি'।

**মহিম বৰা :** জন্ম ১৯২৬ চন, নগাঁও, হাটবৰ। গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ পৰা ১৯৫২ চনত অসমীয়াত এম. এ. পাচ কৰা ৰবাই স্কুলৰ শিক্ষকতা, নতুন অসমীয়াৰ সহকাৰী সম্পাদক, আৰু আকাশবাণী গুৱাহাটীৰ গঞা ৰাইজৰ অনুষ্ঠান সুখ্যাতিৰে কেবাবছৰো পৰিচালনা কৰাৰ পাছত নগাঁও কলেজৰ অসমীয়াৰ অধ্যাপক পদ গ্ৰহণ কৰে। নতুন কবিতা, চুটি গল্প, ব্যঙ্গ মিহলি হাস্যৰসাত্মক ব্যক্তিমুখী ৰচনাত সমানে পাৰদৰ্শিতা দেখুওৱা ৰবাৰ—প্ৰকাশিত গল্প সংকলন হ'ল 'কাঠনিবাৰীঘাট,' 'বহুভূজী ত্ৰিভূজ,' 'মই, পিপলি আৰু পূজা'। ৰচনা সংকলন হ'ল মোমাইৰ পত্ৰলিত বাদ্ধিলোঁ ঘোঁৰা। হেৰোৱা দিগন্তৰ। মায়া আৰু পুতলাৰৰ নামে দুখন উপন্যাস প্ৰকাশৰ পথত।

**লক্ষ্মীনন্দন বৰা ঃ** জন্ম ১৯৩২ চন। নগাঁৱত আদি শিক্ষা লাভ কৰা বৰাই গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা বি. এচ. চি আৰু কলিকতা বিশ্ববিদ্যালয়ৰপৰা ফিজিক্সত এম. এছ. চি উপাধি লৈ যোৰহাটৰ কৃষি বিশ্ববিদ্যালয়ৰ অধীনৰ কৃষি কলেজত অধ্যাপনাৰ দায়িত্ব গ্ৰহণ কৰে। শ্ৰীবৰাৰ ন খন উপন্যাস, এঘাৰখন চুটি গল্প সংকলন এতিয়ালৈকে প্ৰকাশিত হোৱাৰ উপৰিও এখন নাটক আৰু ন শিকাৰুৰ কাৰণে লিখা দুখন কিতাপ ছপা হৈ ওলাইছে।

**হোমেন বৰ গোহাঞি ঃ** জন্ম ১৯৩২ চন, লক্ষীমপুৰ। কটন কলেজৰ পৰা ইংৰাজীত অনার্চ লৈ বি. এ. পাচ কৰি উঠি দৈনিক 'শান্তিদূত'ৰ সহসম্পাদনা আৰু ঢকুৱাখানা স্কুলৰ শিক্ষকতা কিছুদিন কৰি তাৰ পাছত অসম চিভিল চাৰ্ভিচৰ বিষয়া হৈ প্ৰায় তেৰ বছৰ কটায়। পিছত চৰকাৰী চাকৰি ইস্তফা দি সাপ্তাহিক 'নীলাচলৰ' সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে। কবি ৰূপেও যশস্বী বৰগোহাঞিয়ে সাহিত্য সমালোচক, ঔপন্যাসিক আৰু প্ৰবন্ধকাৰ ৰূপেও প্ৰতিষ্ঠিত। এতিয়ালৈকে পাঁচখন গল্প সংকলন, তিনিখন উপন্যাস, আৰু দুখন প্ৰবন্ধৰ কিতাপ প্ৰকাশিত হৈছে। অসম সাহিত্যসভাৰ দ্বাৰা প্ৰকাশিত কুৰি শতিকাৰ অসমীয়া সাহিত্য নামৰ গ্ৰন্থখন শ্ৰীবৰগোহাঞিৰ দ্বাৰা সম্পাদিত হৈছে।

**ভবেন্দ্ৰনাথ শইকীয়া ঃ** জন্ম ১৯৩২, নগাঁও। কটন কলেজৰপৰা ফিজিক্সত অনার্চ লৈ বি এচ. চি আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম. এচ. চি পাচ কৰি লণ্ডন বিশ্ববিদ্যালয়ৰপৰা পি. এইচ. ডি উপাধি আৰু ইম্পেৰিয়েল কলেজৰপৰা ডি. আই. চি ডিপ্লোমা লৈ আহি গুৱাহাটী বিশ্ববিদ্যালয়ৰ ফিজিক্সৰ ৰীডাৰ হৈ কেইবছৰমান থকাৰ পিছত এই বিশ্ববিদ্যালয়ৰে আঞ্চলিক ভাষাত পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ সচিব পদৰ দায়িত্ব গ্ৰহণ কৰে। স্কুলৰ আলোচনীতে গল্প লিখি চমক লগোৱা

শ্ৰী শইকীয়াই ১৯৫২ চনৰ পৰা নিয়মীয়াকৈ গল্প লিখিবলৈ আৰম্ভ কৰাৰ উপৰিও জীৱনৰ লগত গভীৰ আত্মীয়তা সম্পন্ন, মানসিক, সামাজিক আৰু ৰাজনৈতিক সূক্ষ্ম সমস্যা প্ৰধান, মঞ্চ আৰু অনাতাঁৰ নাটকৰ অৱিহণা আগবঢ়াই আহিছে। বিজ্ঞান সম্বন্ধীয় কথিকা, আৰু বিভিন্ন সাময়িক প্ৰৱন্ধ লিখি অহা শ্ৰী শইকীয়াই উদয়, অৰুণাচল, জালুকবাৰী, প্ৰাথমিক বিজ্ঞান কোষ আদি আলোচনী আৰু কিতাপ সম্পাদনা ও কৰিছে। গল্প সংকলন কেইখনৰ নাম প্ৰহৰী, বৃন্দাবন, গহ্বৰ, আৰু সেন্দুৰ।

**সৌৰভ কুমাৰ চলিহা ঃ** জন্ম দৰং, শিক্ষা গুৱাহাটী, জীৱিকা অধ্যাপনা। সৌৰভ কুমাৰ চলিহা এই ছদ্ম নামেৰে বামধেনুত অশান্ত ইলেকট্ৰন নামৰ এক অভিনৱ গল্প লিখি পঢ়ুৱৈ সমাজৰ তীক্ষ্ণ দৃষ্টি আকৰ্ষণ কৰা এই লেখকজনৰ প্ৰকাশিত গল্প সংকলন বৰ্তমানলৈকে দুখন—'অশান্ত ইলেকট্ৰন' আৰু 'দুপৰীয়া'।

**মেদিনী চৌধুৰী ঃ** জন্ম কামৰূপৰ গোৰেশ্বৰত। চল্লিছৰ সীমাত থকা শ্ৰী চৌধুৰীয়ে এ. চি. এচ উপাধি লৈ এতিয়া এ. পি. অ'ৰ দায়িত্ব লৈ আছে। এখেতৰ গল্প সমূহ আলোচনীৰ পাততে আছে।

**স্নেহ দেৱী ঃ** উজনি অসমৰ নাহৰকটিয়া অঞ্চলৰ বাসিন্দা মধ্য-বয়স্কা এই গৰাকী মহিলা লেখিকাৰ প্ৰথম গল্প সংকলন 'কৃষ্ণা দ্বিতীয়াৰ জোনাক'। অজস্ৰ গল্প আলোচনীৰ পাততে সিঁচৰিত হৈ আছে।

**চন্দ্ৰ প্ৰসাদ শইকীয়া ঃ** জন্ম ১৯২৮, আমগুৰি (শিৱসাগৰ)। ছাত্ৰ অৱস্থাতে স্বাধীনতা সংগ্ৰামত যোগ দি কাৰাবৰণ কৰা শ্ৰীশইকীয়াই কটন কলেজৰ পৰা বি.এ. পাচ কৰি, কলিকতা বিশ্ববিদ্যালয়ৰপৰা ইংৰাজী সাহিত্যত এম. এ. ডিগ্ৰী লৈ সাংবাদিকতা গ্ৰহণ কৰি আসাম ট্ৰিবিউন কাকতত যোগ দিয়ে। ইয়াৰ পাছত ত্ৰিনিদিনীয়া অসম বাতৰি কাকতৰ সম্পাদনা কেবাবছৰো কৰাৰ পাছত ১৯৬৭ চনত অসম প্ৰকাশন

পৰিষদৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে। শ্ৰীশইকীয়াৰ ছুখন গল্প সঙ্কলন, তিনিখন উপন্যাস আৰু এখন ভ্ৰমণ কাহিনী (আমেৰিকা যুক্তৰাষ্ট্ৰ ভ্ৰমণ) প্ৰকাশিত হৈ ওলাইছে।

**নিৰুপমা বৰগোহাঞি ঃ** জন্ম ১৯৩২, গুৱাহাটী। অসমীয়া আৰু ইংৰাজী ছুয়ো বিষয়তে এম. এ. ডিগ্ৰী লাভ কৰা এই গৰাকী লেখিকাই কিছুদিন শিক্ষা বিভাগত কাম কৰাৰ পাছত এতিয়া 'নীলাচল' কাকতৰ আংশিক পৰিচালনাৰ দায়িত্ব লৈ আছে। প্ৰকাশিত গ্ৰন্থৰ ভিতৰত চুটিগল্প সংকলন তিনিখন আৰু উপন্যাস পাঁচখন।

**অতুলানন্দ গোস্বামী ঃ** জন্ম ১৯৩৫, কৰিলা আধাৰ সত্ৰ (যোৰহাট)। যোৰাহাট স্কুলত স্কুলীয়া শিক্ষা লাভ কৰি জে. বি. কলেজৰ পৰা বিজ্ঞানৰ স্নাতক হৈ কিছুদিন গোলাঘাট স্কুলত শিক্ষকতা কৰাৰ পাছত অসম চৰকাৰৰ টেক্স বিভাগৰ পৰিদৰ্শক পদত নিযুক্ত হয়। 'হামদৈ পুলৰ জোন' আৰু 'গল্প' নামে ছুখন গল্প সংকলন প্ৰকাশিত হৈছে।

**ইমৰান শ্বাহ ঃ** জন্ম শিৱসাগৰ ১৯৩৮। পঁয়ত্ৰিছৰ দেওনা পাৰ হোৱা এইজন লেখকে কটন কলেজৰপৰা আই এচ্চি, শিৱসাগৰ কলেজৰ পৰা বি. এ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম. এ. পাচ কৰি বৰ্ত্তমান শিৱসাগৰ কলেজত অসমীয়া বিভাগৰ অধ্যাপনাৰ দায়িত্ব লৈ আছে। প্ৰকাশিত গল্প সংকলন এতিয়ালৈকে চাৰিখন। 'বছৰৰ গল্প' কেবাখনো সম্পাদনা কৰিছে, আৰু বালজাক আৰু আব্বাচৰ গ্ৰন্থ অনুবাদ কৰিছে।

**পদ্ম বৰকটকী ঃ** জন্ম ১৯২৭, যোৰহাট। স্কুল আৰু কলেজৰ শিক্ষা যোৰহাটত লোৱাৰ পাছত জীৱিকা হিচাপে সাংবাদিকতা গ্ৰহণ কৰে। প্ৰথমতে বিভিন্ন কাকতৰ সংবাদদাতা হৈ থাকি পিছত 'আমাৰ প্ৰতিনিধিৰ' প্ৰতিষ্ঠাপক, সম্পাদক হৈ ১৯৬৫ চনলৈকে থাকে। তাৰ পাছত 'নতুন প্ৰতিনিধিৰ' সম্পাদক।

প্ৰকাশিত গ্ৰন্থসমূহৰ ভিতৰত গল্প সংকলন হ'ল "অশ্লীল," "ৰীতাৰ প্ৰেম", বিয়াৰ "প্ৰথম নিশা," উপন্যাস হ'ল "মনৰ দাপোন," "খবৰ বিচাৰি," "বিচাৰৰ বাবে" "এটি ক্ষণ মাগো মই," "কোনো খেদ নাই", "জীৱন এষণা", "নজলা ধূপৰ ইতিকথা", "জীৱন অৰণী", "নতুন প্ৰতীতি", "ইঙ্কিত ইলোৰা", "অবিবাহিতাৰ মন", "তুৰন্তৰ চুমা"। কবিতাৰ সংকলন "শুনা প্ৰিয়া মোৰ পৰিচয়"। গীতৰ সংকলন "সপোন দেখো মই"। ইয়াৰ বাহিৰেও ইবচেন্, টুৰ্গেনিভ, হেনৰী জেমচ আদিৰ গ্ৰন্থ আৰু বৈজ্ঞানিক গ্ৰন্থ অনুবাদ কৰিছে।

**নিৰোদ চৌধুৰী ঃ** জন্ম ১৯৩৭, ডুমডুমা। গুৱাহাটীৰ কটন কলেজিয়েট স্কুলৰ পৰা মেট্ৰিক আৰু কটন কলেজৰপৰা বি. এ. ডিগ্ৰী লাভ কৰি অসম ট্ৰিবিউন আৰু অসমবাণী কাকতৰ সহ সম্পাদক ৰূপে দায়িত্ব লৈ আছে। প্ৰকাশিত গল্প সংকলন হ'ল "অঙ্গে অঙ্গে শোভা", "মোৰ গল্প", "হংস মিথুন", "নিশিগন্ধা", "বায়ু বহে পূৰবৈয়া", "প্ৰথম প্ৰহৰ", "হীৰাপান্না", "সোণ পৰুৱা" আদি। উপন্যাস হ'ল "মন প্ৰজাপতি", "দেৱী," "পানী," "কুকুহা," "স্তব্ধ বৃন্দাবন", "কুঁৱলীৰ আখৰ", "কালহীৰা", "দেহ দেউল," "বনহংস", "জটায়ু", "নষ্টচন্দ্ৰ", "অসমীয়া প্ৰেমৰ গল্প" নামৰ সংকলন এটিৰ সম্পাদনাও কৰিছে।

**অপূৰ্ব্ব শৰ্ম্মা ঃ** জন্ম ১৯৪৩, তেজপুৰ, হেলেম। গুৱাহাটী বিশ্ব-বিদ্যালয়ৰপৰা ১৯৬৫ চনত অৰ্থনীতিত এম. এ. পাচ কৰি ১৯৬৬-৬৭ চনলৈ সাংবাদিকতা আৰু ১৯৬৭ চনৰপৰা নগাঁও ছোৱালী কলেজৰ অধ্যাপনাৰ দায়িত্ব গ্ৰহণ কৰে। বিভিন্ন আলোচনীত প্ৰকাশিত হোৱা গল্প এতিয়াও সঙ্কলিত হোৱা নাই।

**নগেন শইকীয়া ঃ** জন্ম ১৯৪০, গোলাঘাট। গোলাঘাট ঢেকীয়াল হাইস্কুলৰ পৰা প্ৰবেশিকা, গোলাঘাটৰ দেবৰাজ ৰয় কলেজৰ

পৰা বি. এ. আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা অসমীয়া সাহিত্যত এম. এ. পাচ কৰি কেইবছৰমান শিক্ষকতা কৰাৰ পাছত "অসম বাতৰি"ৰ সহকাৰী সম্পাদক হৈ সাংবাদিকতা গ্ৰহণ কৰে। তাৰ পাছত ডিফু কলেজ আৰু নিউ যোৰহাট কলেজত অধ্যাপনাৰ অভিজ্ঞতা লৈ যোৰহাট দেৱীচৰণ বৰুৱা কলেজৰ অধ্যাপকৰ পদ গ্ৰহণ কৰে। গল্প, উপন্যাস আৰু প্ৰবন্ধ ৰচনাত সমান ৰাপ থকা শ্ৰীশইকীয়াৰ গল্পৰ সংকলন হ'ল ছবি আৰু ফ্ৰেম, কুবেৰ হাতী বৰুৱা আৰু বন্ধ কোঠাত ধুমুহা। ভগা ঘাট আৰু সি তাৰ সন্ধানত নামৰ দুখন উপ-ন্যাসিকাও প্ৰকাশিত হৈছে। অসমীয়া সাহিত্যৰ বিভিন্ন স্মৃতি গ্ৰন্থ প্ৰণয়নত সহযোগী সম্পাদকৰূপে অৰিহণা যোগোৱা শ্ৰীশইকীয়াৰ সম্পাদিত পুথি হ'ল শিক্ষা সমস্যাত আলোকপাত, সেউজী পাতৰ মাজে মাজে।

**মহেন্দ্ৰ বৰ ঠাকুৰ :** জন্ম ১৯৩৮, শিৱসাগৰ জিলাৰ ম'হখুটিত। কলা স্নাতক। প্ৰথমে শিক্ষকতা। ১৯৬৭ চনৰে পৰা আকাশবাণীৰ কৰ্ম্মী। ১৯৬১ চনত প্ৰথম উপন্যাস "উদাসী সন্ধ্যা" প্ৰকাশ পায়। প্ৰকাশিত আন তিনিখন উপন্যাস হ'ল 'বেগম পাৰা' 'বেলিফুল' আৰু শিশু উপযোগী 'পনীয়া সোণৰ দেশ'। কেবাখানা অনাতাঁৰ নাট আৰু ব্যঙ্গ ৰচনাৰ লেখক। মঞ্চ নাটক 'জন্ম'। কলেজত পঢ়াৰে পৰা গল্প লিখিছে যদিও গল্প সংকলন এতিয়ালৈকে উলিওৱা নাই।